# জীৱনৰ আদৰ্শবাদ

## (AN IDEALIST VIEW OF LIFE)

ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণ

অনুবাদ

মহেশচন্দ্ৰ দেৱগোস্বামী

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী–৩

**An idealist view of life**ৰ অসমীয়া ভাঙনি আৰু প্ৰকাশৰ অনুমতি দিয়া বাবে লণ্ডনৰ **George Allen & Unwin**ৰ ওচৰত কৃতজ্ঞ

# গ্ৰন্থকাৰৰ পাতনি

১৯২৯ চনৰ ডিচেম্বৰ মাহত মানচেষ্টাৰ বিশ্ববিদ্যালয়ত আৰু ১৯৩০ চনৰ জানুৱাৰী মাহত লণ্ডনৰ ইউনিভাৰ্চিটি কলেজত "জীৱনৰ আদৰ্শবাদ" (An Idealist View of Life) শিতানত দিয়া বক্তৃতালানিকে এখনি গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে, বক্তৃতাসমূহ মূলতে যেনেভাৱে দিয়া হৈছিল, তেনেকৈয়ে ৰখা হৈছে যদিও, বক্তৃতাত নোকোৱা দুই-চাৰিটা কথাও ইয়াত ঠায়ে ঠায়ে সংযোজন কৰা হৈছে। ক্ৰমে ১৯৩১ চনৰ ফেব্ৰুৱাৰী মাহত আৰু ১৯৩০ চনৰ অক্টোবৰ মাহত মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ "প্ৰিন্সিপাল মিলাৰ বক্তৃতামালা" আৰু মহীশূৰ বিশ্ববিদ্যালয়ৰ "তৃতীয় কৃষ্ণৰাজেন্দ্ৰ ৰজত-জয়ন্তী" উপলক্ষে দিয়া বক্তৃতাৰ কোনো কোনো সমলো ইয়াত ব্যৱহাৰ কৰা হৈছে। মই ইয়াত শ্ৰোতামণ্ডলীৰ আগত সাধাৰণতে দিয়া বক্তৃতাৰ ঘৰুৱা ধৰণ, আনকি সময়ে সময়ে বাদানুবাদী ঠাঁচকো ৰক্ষা কৰিছোঁ; ইয়াৰ একমাত্ৰ কাৰণ হ'ল যে অধ্যাপনা কামত, আৰু অলপ দিনৰপৰা পৰিচালনাৰ কামতো সক্ৰিয়ভাৱে ব্যস্ত থাকিবলগীয়া হোৱা কাৰণে বক্তৃতাসমূহক উপযুক্ত সাহিত্যিক ৰূপ দিবলৈ মোৰ আহৰি নাছিল।

ইয়াৰ প্ৰথম বক্তৃতাত ধৰ্মৰ প্ৰতি বিজ্ঞানৰ আৰু সমাজৰ প্ৰত্যাহ্বানকে দাঙি ধৰা হৈছে। দ্বিতীয় বক্তৃতাত, আমি এই প্ৰভাৱৰপৰা কিমানদূৰ হাত সাৰিব পাৰোঁ, তাক দেখুৱাবৰ চেষ্টা কৰা হৈছে। তৃতীয়টোত আছে ধাৰ্মিক সচেতনতাৰ দাবীসমূহ আৰু চতুৰ্থ বক্তৃতাত আমি পাব পৰা নিশ্চয়াত্মক কথাসমূহ যে অকল বৈজ্ঞানিকেই নহয়, তাৰ পক্ষে যুক্তিৰ অৱতাৰণা কৰা হৈছে। পঞ্চম বক্তৃতাত দেখুৱাব খোজা হৈছে যে দৰ্শন, কলা বা নৈতিকতা য'তে নহওক, আমাৰ সৃষ্টিশীল চিন্তাত এটি অ-ধাৰণাত্মক বা স্বজ্ঞাতবোধেইযে ক্ৰিয়া কৰি আছে আৰু তাৰেইযে আমি ধৰ্ম-সত্তাৰ প্ৰকৃতবোধ লাভ কৰিব পাৰোঁ, তাক দাঙি ধৰা হৈছে। ষষ্ঠ আৰু সপ্তম অধ্যায়ত বিশ্বপ্ৰকৃতিৰ বৈজ্ঞানিক বা অভিজ্ঞতাজনিত দৃষ্টিভঙ্গীৰ চমু বিৱৰণ দিবৰ চেষ্টা কৰা হৈছে, আৰু শেষৰ বক্তৃতাত পৰম সত্তাৰ স্বৰূপ বুজাবৰ চেষ্টা কৰা হৈছে, আৰু মোৰ বিশ্বাস, ই মানৱ অন্তৰৰ ব্যাপক পাৰমাৰ্থিক চিন্তাক বহুখিনি ৰক্ষা কৰিব পাৰিব। কিতাপখনি কোনো ধৰ্ম প্ৰতিৰক্ষাৰ বাবে কৰা সংগ্ৰাম নহয়, মাত্ৰ সত্যটো আৱিষ্কাৰ কৰিবৰ বাবে আৰু সাধাৰণ ধাৰ্মিক দৃষ্টিভঙ্গীৰ

ওপৰত তাৰ প্ৰভাৱ দেখুৱাবৰ বাবে কৰা সামান্য প্ৰচেষ্টাহে মাথোন। সমস্যাটোৰ কেউফাল বিতংকৈ আলোচনা কৰি তাৰ ভত্ত্বয়ে মই দাঙি ধৰিব পৰা নাই, সেই বিষয়ে মই সচেতন।

হিবার্ট ন্যাসৰক্ষীসকলে এই বক্তৃতাখিনি দিবলৈ মোক সুযোগ দি সন্মানিত কৰা বাবে মই তেখেতসকলৰ ওচৰত সশ্ৰদ্ধ কৃতজ্ঞতা জনাইছোঁ। বন্ধুবৰ অধ্যাপক জে. এম্. মুৰহেডে অনুগ্ৰহ কৰি প্ৰুফখিনি চাই দিয়া বাবে মই তেখেতৰ ওচৰত ঋণী।

এচ্. আৰ্.

# আগকথা

হিব্বাৰ্ট ন্যাসৰক্ষীসকলৰ আমন্ত্ৰণক্ৰমে প্ৰথিতযশা দাৰ্শনিক-পণ্ডিত, ভাৰতৰ ভূতপূৰ্ব ৰাষ্ট্ৰপতি ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণে ১৯২৯ চনৰ ডিচেম্বৰ মাহত মানচেষ্টাৰ বিশ্ববিদ্যালয়ত আৰু তাৰ এমাহৰ পিচত লণ্ডনৰ ইউনিভাৰ্চিটি কলেজত 'An Idealist View of Life' শীৰ্ষক এলানি বক্তৃতা দিছিল। পিচত এই বক্তৃতা-লানি আৰু লগতে তেখেতে যথাক্ৰমে মহীশূৰ বিশ্ববিদ্যালয়ৰ 'তৃতীয় কৃষ্ণৰাজেন্দ্ৰ ৰজত জয়ন্তী' উপলক্ষে দিয়া বক্তৃতা আৰু মাদ্ৰাজ বিশ্ববিদ্যালয়ত দিয়া 'প্ৰিন্সিপাল মিলৰ বক্তৃতামালা'ৰ কিছুমান কথা যুগুতাই "An Idealist View of Life" নামৰ গ্ৰন্থখনি প্ৰকাশিত হয়।

গ্ৰন্থখনিত ডঃ ৰাধাকৃষ্ণণে কোনো বিশেষ ধৰ্মৰ মতবাদ প্ৰচাৰ আৰু প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰা নাই, বৰং ধৰ্মৰ সাম্প্ৰতিক অৱস্থা অধ্যয়ন কৰি পৰিবৰ্তনশীল জগতত আদৰ্শবাদী দৰ্শনৰ দৃষ্টিভংগী প্ৰতিপাদন কৰিবলৈ আৰু আদৰ্শবাদৰ চলি অহা দাৰ্শনিক পৰম্পৰাত নিহিত তথ্যবোৰক নতুন দৃষ্টিভংগীৰে বুজাবলৈহে যত্নপৰ হৈছে।

চিন্তামূলক দাৰ্শনিক বিষয়ৰ অৰ্থঘন ৰচনাৰ অনুবাদ দৰাচলতে অতি কষ্টসাধ্য। বিশেষকৈ ডঃ ৰাধাকৃষ্ণণৰ দৰে পণ্ডিত-ব্যক্তিয়ে যেতিয়া তেনে বিষয়ৰ ৰচনাত প্ৰবৃত্ত হয় তেতিয়া তেওঁৰ চিন্তাঘন লেখাৰ ভাষান্তৰ কৰা দুৰূহ হৈ পৰে। এনে জটিল বিষয়ৰ এই গ্ৰন্থক 'জীৱনৰ আদৰ্শবাদ' নাম দি অসমীয়ালৈ অনুবাদ কৰি অধ্যক্ষ মহেশ চন্দ্ৰ দেৱগোস্বামী আমাৰ কৃতজ্ঞতাভাজন হৈছে। এই গ্ৰন্থখনিৰ প্ৰথম সংস্কৰণৰ দৰে দ্বিতীয় সংস্কৰণকো পঢ়ুৱৈ সমাজে সমাদৰ চকুৰে চাব বুলি আশা কৰিলো।

গুৱাহাটী,
১৩ মাৰ্চ, ১৯৭৪

চন্দ্ৰপ্ৰসাদ শইকীয়া

# অনুবাদকৰ একাষাৰ

ডঃ সর্বপল্লী ৰাধাকৃষ্ণণ বিশ্ববিশ্রুত দার্শনিকেই নহয়, সুবক্তা আৰু সুলেখকো। তেখেতৰ অলঙ্কাৰ আৰু বাগ্মিতা ভৰা ৰসাল আৰু যুক্তিপূর্ণ অননুকৰণীয় প্রাঞ্জল ইংৰাজী ভাষাৰ যথার্থ অসমীয়া অনুবাদ দুৰূহ কাম। ভাঙনিৰ কাম এনেয়ে কষ্টসাধ্য, তাতে ডঃ ৰাধাকৃষ্ণণৰ হাতত পৰি ইংৰাজী ভাষাই যি অন্তঃস্পর্শী প্রবাহমান ৰূপ লৈছে, তাৰ প্ৰাণসঞ্চাৰক ৰূপ অসমীয়াত দিয়াটোৱে আৰু সুকঠিন, তাক পাঠক-পাঠিকা মাত্রেই বুজিব পাৰিব।

অসমীয়া ভাষাত উপযুক্ত দার্শনিক পৰিভাষা আৰু তাৰ প্রয়োগ এতিয়াও যথার্থ অর্থব্যঞ্জকভাৱে হোৱা নাই। ইংৰাজী দার্শনিক পদ বিভিন্ন ক্ষেত্রত বিভিন্ন অর্থব্যঞ্জক, অসমীয়া শব্দেৰে তাক প্রকাশ কৰিবলৈ গাওঁতে অৰ্থৰো হীন-ডেঢ়ি হোৱাটো স্বাভাৱিক। দার্শনিক পদসমূহৰ সংস্কৃত প্রতিশব্দ ব্যৱহাৰ কৰিবলগীয়া হোৱাত অসমীয়া অনুবাদৰ প্রাঞ্জলতাও বহুক্ষেত্রত হ্রাস হৈ যায়। তথাপিও ডঃ ৰাধাকৃষ্ণণৰ ভাবধাৰা অসমীয়া সমাজত প্রসাৰ লাভ কৰিবৰ হকে 'প্রকাশন পৰিষদ'ৰ নির্দেশক্রমে এই ভাঙনিকে 'মন্দৰ ভালে গুড়ং' বুলি আগবঢ়োৱা হ'ল। অনুবাদকৰ এয়ে দর্শন-পুথিৰ প্রথম ভাঙনি। গতিকে ইয়াতয়ে ত্রুটি-বিচ্যুতি অলেখ, সেই বিষয়ে অনুবাদক সচেতন। তথাপিও সহৃদয় পাঠক-পাঠিকা সমাজৰপৰা সঁহাৰি পালে আগলৈ ইয়াৰ ভুল-ভ্রান্তি আঁতৰাই আৰু উন্নত কৰাৰ চেষ্টাৰ ত্রুটি কৰা নহ'ব।

পৰিভাষাৰ ক্ষেত্রত ঘাইকৈ M. Williamsৰ English-Sanskrit Dictionary আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পাৰিভাষিক শব্দকে সাৰোগত কৰা হৈছে। 'Idealism' পদটোক যদিও 'ভাববাদ' বুলিয়ে ভাঙনি কৰা হয়, তথাপিও ই সম্পূর্ণ অর্থব্যঞ্জক নহয়; 'আদর্শবাদ' পদটোও নহয়, তথাপি ইয়াত 'আদর্শবাদ' পদটোকে বেছি ওচৰ যেন অনুমান কৰি তাকে 'Idealism'ৰ সমার্থক হিচাপে ব্যৱহাৰ কৰা হৈছে। ডঃ ৰাধাকৃষ্ণণৰ এই কিতাপখনৰ ভাৰতীয় ভাষাত এয়ে প্রথম অনুবাদ।

কলিকতা বিশ্ববিদ্যালয়ত ডঃ ৰাধাকৃষ্ণণৰ তলত ভাৰতীয় আৰু পাশ্চাত্য দর্শন অধ্যয়ন কৰাৰ সুবিধাৰ উপৰিও তেখেতৰ ব্যক্তিত্বৰ লগত পৰিচিত হোৱাৰ সৌভাগ্য ঘটিছিল। তেখেতৰ প্রতি আমাৰ অসীম শ্রদ্ধাৰ সামান্যতম অৰ্ঘ্য হিচাপেই ভাৰতীয় ভাষাত প্রথম "Idealist View of Life"ৰ ভাঙনি আগবঢ়োৱা হ'ল।

প্ৰকাশন পৰিষদে এনে বিষয়ৰ গ্ৰন্থ প্ৰকাশ কৰি আমাৰ চিন্তাধাৰা উন্নত কৰাৰ চেষ্টা কৰা বাবে সকলোৰে শলাগৰ পাত্ৰ। ডঃ ৰাধাকৃষ্ণণৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ অনুবাদকক এই সুযোগ দিয়াত প্ৰকাশন পৰিষদৰ ওচৰত তেওঁ কৃতজ্ঞ।

নগাঁও

জুন, ১৯৬৩ **মহেশচন্দ্ৰ দেৱগোস্বামী**

# সূচীপত্র

# জীৱনৰ আদৰ্শবাদ

## প্ৰথম অধ্যায়

## ধৰ্মৰ প্ৰতি আধুনিক যুগৰ প্ৰত্যাহ্বান

আদৰ্শবাদ বা ভাৱবাদ কি ? —উপনিষদ, প্লেটো, হেগেল— বিজ্ঞানৰ প্ৰত্যাহ্বান, বৈজ্ঞানিক প্ৰণালী—বিজ্ঞানৰ অৱদান—পদাৰ্থবিদ্যা, জ্যোতিষ, জীৱবিদ্যা, মনোবিজ্ঞান, আচৰণবাদ, মনঃসমীক্ষণ আৰু সমাজবিজ্ঞানৰ অৱদান— তুলনামূলক ধৰ্ম আৰু উচ্চ পৰ্যায়ৰ সমালোচনা— ঈশ্বৰৰ অস্তিত্বৰ প্ৰমাণ— বাস্তৱক্ষেত্ৰত ধৰ্মৰ অকাৰ্যকাৰিতা— ধৰ্ম আৰু ৰাজনীতি—সমাজবাদীৰ প্ৰতিবাদ— সৰ্বময় অশান্তি— বৰ্তমানৰ আৱশ্যকতা।

এই বক্তৃতালানিত মোৰ পূৰ্ববৰ্তী বক্তাসকলে ধৰ্মৰ বুৰঞ্জী আৰু ধৰ্মৰ সাধাৰণ দৰ্শন সম্বন্ধে বিশেষ মূল্যৱান অৱদান দি থৈ গৈছে। ধৰ্মৰ বৰ্তমান অৱস্থা অধ্যয়ন কৰি মোৰ ধাৰণা হৈছে যে ধৰ্মৰ বুৰঞ্জীৰ কোনো বিশেষ সমস্যা এটা লৈ আলোচনা কৰাতকৈ এই পৰিৱৰ্তনশীল জগতত আদৰ্শবাদী দৰ্শনৰ দৃষ্টিভঙ্গী প্ৰতিপাদন কৰিবলৈ চেষ্টা কৰাটোহে যেন কিছু পৰিমাণে আকৰ্ষণীয় হব পাৰে। যি কোনো কথাকে প্ৰণালীবদ্ধ কৰাৰ চেষ্টাটোক আমাৰ যুগে সন্দেহৰ চকুৰে চায়; এই কালত জগতখন নানান ধৰ্মৰ পথপ্ৰদৰ্শক আৰু প্ৰৱৰ্তকসকলেৰে ভৰি পৰিছে। তেনে অৱস্থাত আকৌ ধৰ্ম প্ৰৱৰ্তকক এজনৰূপে ওলাই নতুন বিতণ্ডা এখন সৃষ্টি কৰিবলৈ যোৱাটো আৰু বিপজ্জনক। গতিকে তেনে কোনো দাবী বা অভিমান লৈ এই বক্তৃতালানি দিয়া হোৱা নাই। ইয়াৰ জৰিয়তে আদৰ্শবাদৰ চলি অহা দাৰ্শনিক পৰম্পৰাত নিহিত তথ্যটোকে মাথোন নতুন দৃষ্টিভঙ্গীৰে বুজাবলৈ চেষ্টা কৰা হৈছে।

### আদৰ্শবাদ কি

ভাৱবাদ বা আদৰ্শবাদ শব্দটোৰেই অনিশ্চিতাৰ্থাত্মক আৰু ইয়াক বিভিন্ন মত বুজাবলৈ ব্যৱহাৰ কৰা হৈছে। 'ভাৱ'ক প্ৰত্যেক ব্যক্তিৰ নিজা বিশেষ মানসিক প্ৰতিবিম্ব বুলি ধৰি লোৱা হয়। বৌদ্ধ বিজ্ঞানবাদ আৰু ইংৰাজী অভিজ্ঞতাবাদে

সকলো জ্ঞানকে ভাবৰ এই অৰ্থত প্ৰযোগ কৰিবলৈ চেষ্টা কৰিছে। এই জগতত যিটোকেই আমি প্ৰকৃত বুলি ক'ব খোজোঁ সিয়েই 'ভাব'সমূহৰ সমষ্টি মাথোন। এই ভাব বা ছাঁচসমূহক আত্মপূৰ্বস্থিত বিশেষ বুলি অনুমান কৰা হয়; জগতখন যে সিইঁতকৈয়ো বেছি ভাবপ্ৰধান আৰু বাস্তৱ, সেই কথাটো উপলব্ধি কৰোৱা পথ হিচাপে ইয়াক ব্যৱহাৰ কৰা নহয়। যি বিশ্বজনীন ভাবটো ঠিক ইয়াতে আৰু এই সময়তে নাই, অথচ যাৰ গুণৰ অংশ সকলো স্থিতিবাচক বস্তুৰ মাজত থাকিব পাৰে আৰু অন্য মনেও তাক জানিব পাৰে, তাক বুজাবলৈয়ো এই 'ভাব' পদ ব্যৱহাৰ কৰা হয়। বাৰ্কলিৰ প্ৰথম বিবৃতিৰ মতে স্থিতিৰ অৰ্থ হ'ল অনুভূত হোৱা বা ইন্দ্ৰিয়গ্ৰাহ্য হোৱা ; এই অৰ্থত ই মনোবাদৰ ওচৰচপা, কিন্তু তেওঁৰ পৰিৱৰ্তিত মতত জোৰ দিয়া হয় মনোকল্পনাত আৰু সেই দেখি ইয়াক দ্বিতীয় পৰ্যায়ত ধৰিব পাৰি। কাণ্টৰ মতে জ্ঞান হ'ল ইন্দ্ৰিয়গ্ৰাহ্যবোধসমূহক মননৰীতিৰ-পৰা বিস্তাৰিত কৰাটো। জগতখন অকল দৃশ্যমান বস্তুসমূহেই নহয়, ই তাৰ সীমা পাৰ হৈ যায়। অসীম মনৰ আগতো ই প্ৰকাশ হয় এই মননৰীতিৰ দ্বাৰা ; কাণ্টে এই মননৰীতিক মুখ্যভাৱে দেখুৱাবৰ চেষ্টা কৰিছে যদিও এই মননৰীতিসমূহ আত্মমুখী আৰু ভাববিশেষ মাত্ৰ। যি জগত আমাৰ অতি নিকট সান্নিধ্যত, সেই জগতসত্তা শ্ৰেণীবদ্ধবা বিভাজিত নহয় বা ভাবসমষ্টিও নহয় (১)। এই বিভিন্ন দৃষ্টিসমূহ পিচৰ ভাৱধাৰাত বহলোৱা হৈছে। হেগেল আৰু তেওঁৰ পন্থীসকলে "ৰিয়েলিটি" বা সত্তাক চিন্তাৰ সম্বন্ধসমূহৰ দ্বাৰা গঠিত বুলি ভাবে, আধুনিক বাস্তৱবাদীসকলে ইন্দ্ৰিয়-গ্ৰাহিতাৰ ওপৰতে বেছি জোৰ দিয়ে। হেগেলীয় ভাববাদী-সকলৰ মতে "ৰিয়েলিটি" বা সত্তা হ'ল ভাবৰ দ্বন্দ্ববিশেষ অনুমানোক্তি (Dialetic) কিন্তু কোনো আধুনিক দাৰ্শনিকে অভিজ্ঞতাপূৰ্ণ জগতখনক অকল ভাবৰ সমষ্টি বুলি বিশ্বাস কৰিব নোখোঁজে। কাৰণ ক্ৰোচেৰ মতে সত্তা হ'ল মানসিক কাৰ্য-বিশেষ; আন কি যি ধাৰণাসমূহ বাহ্যিক, যান্ত্ৰিক আৰু স্বাভাৱিক তাকো মনেহে নিজক যোগান ধৰে (২)। জ্ঞাতব্য সকলো অভিজ্ঞতাৰ মাজতে মন সক্ৰিয়ভাৱে নিহিত থাকে, ই জ্ঞানক বিষয়গত বা স্বাধাৰনিষ্ঠ (objective) ৰূপ দিয়ে। যি বাহ্যবস্তুক ই নিষ্ক্ৰিয়ভাৱে চিন্তা কৰে, তাৰ লগত ইয়াৰ ইন্দ্ৰিয়াতীত সম্বন্ধ নেথাকে। আৰু এটা তৃতীয় অৰ্থত 'ভাব' পদ ব্যৱহৃত হয়। আমি যেতিয়াই কোনো বস্তু বা কাৰ্যৰ বিষয়ে সোধোঁ যে 'ভাবটো' কি (বা কথাটো কি?) আমি অৰ্থ কৰোঁ যে ইয়াত কি নীতি নিহিত আছে, বা ইয়াৰ স্থিতিৰ উদ্দেশ্য বা অৰ্থ কি বা এই

---

(১) বৌদ্ধপদ অনুযায়ী সত্তা মানে স্বলক্ষণ আৰু জ্ঞান হ'ল সামান্য লক্ষণ।

(২) H. Wildon Carr : *The Philosophy of Benedetto Croce* (1917) pp. 12, 18

কাষৰ লক্ষ্য বা উদ্দেশ্য কি? ই কিহলৈ পোনাইছে (৩)? ভাব বা মূল্যটো হ'ল এটি ক্ৰিয়াশীল সৃষ্টিধৰ্মী শক্তি। আদৰ্শবাদী দৃষ্টিভঙ্গীৰ মতে জগতখনৰ অৰ্থ আছে, মূল্য আছে। আদৰ্শ মূল্যবোৰ ক্ৰিয়াশীল শক্তি, জগতৰ চলন্তিকা ক্ষমতা বিশেষ। জগতখনক বুজিব পাৰি চৰম পৰিণতিসমূহৰ এটি ক্ৰম হিচাপেহে। বস্তু এটা অকল এটি বিশেষ ছাঁয়া বা প্ৰতিমূৰ্তি নে সাধাৰণ সম্বন্ধ বিশেষ: এই সমস্যা লৈ এই মতবাদে মূৰ নঘমায়। জ্ঞাতা আৰু জ্ঞেয়ৰ পাৰস্পৰিক স্বতন্ত্ৰতাৰ কথাও ইয়াত খাপ নেখায়। জগতখন অকল মনেৰে গঠিত, অসীম মন বা মনৰ সমাজেৰে গঠিত, তেনে মতবাদৰ লগতো ই কোনো সম্বন্ধ ৰাখিব নোখোজে। জ্ঞাতা মনৰ লগত যি সম্বন্ধই নহওক উল্লিখিত অৰ্থত আদৰ্শবাদে মাথোন সত্তাৰ মৌলিক প্ৰকৃতি সম্বন্ধেহে বিচাৰ কৰে। ভাবৰ সমস্যা কি, ইয়াৰ অৰ্থ আৰু উদ্দেশ্যসমূহ কি, ইয়াৰ উত্তৰতেই ই আবদ্ধ। বস্তু-সত্তা অযুক্তিসঙ্গত অন্ধ খেপাহ বা গুধৰাব নোৱৰা দুৰ্ভাগ্যজনক ভুল বুলি কোৱা মতবাদৰ লগতো ইয়াৰ কোনো সামঞ্জস্য নাই। ইয়াৰ মতে মাথোন জীৱন অৰ্থপূৰ্ণ আৰু উদ্দেশ্যপূৰ্ণ। এই মানুহক এনে এটি দৈৱ বা ভাগ্যৰ সন্ধান দিয়ে যিটো এই ইন্দ্ৰিয়গ্ৰাহ্য জগতৰ মাজতে মাথোন সীমাবদ্ধ নহয়। "As you Like It" ত যেতিয়া Touch-Stone এ Corin ক সুধিছিল, "হেৰা চহা, তোমাৰ কোনো দৰ্শন আছেনে?" শ্বেক্সপীয়েৰে তেতিয়া দৰ্শনৰ অৰ্থ অমূৰ্তন চিন্তসমষ্টি বা কোনো মতবাদৰ প্ৰণালীবদ্ধ কথা কিছুমানক বুজোৱা নাছিল, তেওঁ তাৰে বুজাব খুজিছিল আদৰ্শ বুলিব পৰা এটি মনৰ ভাবক মাথোন। আমি তাকেই আদৰ্শবাদ বুলিব পাৰোঁ। আপোনাৰ অস্তিত্বৰ মাজত সেই নিৰাকাৰ প্ৰপঞ্চক অনুভৱ কৰিছেনে? আত্ম-চিন্তা আৰু তত্ত্বদৰ্শী বিচাৰণাৰ ভাব আছেনে? যি নিৰাকাৰ সত্তাই মানুহৰ প্ৰকৃত বাসস্থান, তাক জানিবৰ কাৰণে আপোনাৰ মনৰ আগ্ৰহ আছেনে? নাইবা আপুনি বেপাৰ-বণিজ, খেলা-ধূলা, ৰাজনীতি আদিকে লৈ সন্তুষ্ট হৈ থকা চিন্তা-চৰ্চাবিহীন দলভুক্ত, যাৰ জীৱন আদৰ্শবাদৰ অভাৱত নীৰস গদ্য মাথোন? দৰ্শন হ'ল এটি প্ৰজ্ঞা, চিন্তা আৰু অন্তৰদৃষ্টি; যেতিয়ালৈকে জগতৰ সকলো বস্তু আৰু মানুহৰ এটি সামগ্ৰিক দৃষ্টি বা দৃশ্যপট লাভ কৰিব নোৱাৰে, তেতিয়ালৈকে তেওঁ শান্তি নেপায়; কিয়নো, এই সামগ্ৰিক দৃশ্য লাভেৰেহে তেওঁ জগতৰ বহুধা অভিজ্ঞতাৰ অৰ্থ বিচাৰি উলিয়াব পাৰিব বা চমুকথাত তাৰ এটি উদ্দেশ্য উৎঘাটন কৰিব পাৰিব।

জীৱনৰ আদৰ্শবাদক কোনো এটা ধৰাবন্ধা মতবাদেৰে বুজাব নোৱাৰি। ইয়াৰ ৰং বহুত, আকাৰো বিভিন্ন; অথচ এই বিভিন্নতা আৰু বিৰোধিতাৰ মাজতো এনে

(৩) J. H. Muirhead : *The Real & the Ideal* : University of California : Publications in Phil. Vol. 8. 1926

কিছুমান বিশেষ সাধাৰণ মূল কথা নিহিত হৈ আছে যে এই সকলো একেটি সত্তাৰে স্পষ্ট বুলি ধৰিব পাৰি। প্ৰাচ্য, পাশ্চাত্য উভয়তে ইয়াৰ লেঠৈৰি নিচিগা দীঘলীয়া বুৰঞ্জী আছে । প্ৰাচ্যত উপনিষদকে ধৰি বেদসমূহৰ উৎসই, আৰু পাশ্চাত্যত চক্ৰেটিচ আৰু প্লেটোৱে বিস্তৃত আৰু শিথিল ভাষাত, একে মতবাদকে যেন দাঙি ধৰি থৈ গৈছে। ন্যায়, বৈশেষিক, সাংখ্য আৰু যোগ আদি হিন্দুধৰ্মৰ বিভিন্ন বাস্তৱবাদী দৰ্শনসমূহে উপনিষদৰ আদৰ্শবাদী মত পৰম্পৰাৰ মূল তাৎপৰ্যৰ লগত বিশেষ অমত হোৱা নাই। ইয়াৰ মূল তাৎপৰ্য হ'ল, প্ৰকৃত সত্তাৰ লগত পৰম মূল্যৰ বিভেদ হ'ব নোৱাৰে। পৰম পুৰুষেই সত্তা, চৈতন্য আৰু মুক্তি (স্বতন্ত্ৰতা) —সৎ—চিৎ-আনন্দ ; পশ্চিমত চক্ৰেটিচ আৰু প্লেটোৰপৰা ব্ৰেড্‌লি আৰু আলেক-জেণ্ডাৰলৈকে (৪) মূল্য আৰু সত্তাৰ মৌলিক সম্বন্ধৰ আদৰ্শবাদী দৃষ্টিভঙ্গী এটি ৰক্ষা কৰি চলিছে। কিয়নো, প্লেটোৰ মতে জগতৰ অৰ্থ হ'ল শ্ৰেয়স লাভ। জগত বৰ্তি আছে সেই উদ্দেশ্য সিদ্ধিৰ হকে।

হেগেলে কোৱা মতে এটা অৰ্থত সকলো দৰ্শনেই আদৰ্শবাদী। সত্তা আৰু প্ৰাতিভাসিক ৰূপ, ঘটনা আৰু সত্য, স্থিতি আৰু তত্ত্ব, এইবিলাকৰ প্ৰভেদ বিচাৰি গলে পৰিদৃশ্যমান জগতৰ অতীত এখন আদৰ্শবাদী জগত স্বীকাৰ কৰি ল'বলগীয়া হয়। অসংস্কৃত হলেও পৰমবস্তুবাদকো আদৰ্শবাদ বুলিব পাৰি ; কাৰণ, গোটেই স্থিতিকে যি বস্তুলৈ ৰূপান্তৰিত কৰা হয় সি প্ৰকৃতপক্ষে বস্তু নহয় ; মনৰ ভাববিশেষ মাত্ৰ। আধুনিক পদাৰ্থবিদ্যাই আমাৰ অভিজ্ঞতাৰ জগতখনক কিছুমান ছাঁ আৰু প্ৰতীকৰ সমষ্টি বুলিহে দেখুৱাইছে। আয়ন, ইলেক্‌ট্ৰন, ইড্‌, এইবিলাক দৃশ্যমান বস্তু নহয়। তথাপি চিন্তাৰ ক্ষেত্ৰত ইযেই উদ্দেশ্য সাধন কৰে যেতিয়া ইয়াকেই সৎ বা বাস্তৱ বুলি ধৰি লোৱা হৈছে। আমি যিমানেই তাক বাস্তৱৰূপত পাবলৈ বিচাৰোঁ সিমানেই সত্য বা সতক (real) বস্তুলৈ ৰূপান্তৰিত কৰাটো বেছি টান হৈ পৰে। ভাববোৰ সত্তাৰ এটি আৱশ্যকীয় অংশবিশেষ কাৰণে সিহঁত আমাৰ মাজত আছেই। আৰু তাক যদি আমি আদৰ্শ বা শ্ৰেয়ঃ বুলি ধৰোঁ, তেন্তে তাৰ ফলস্বৰূপে পাওঁ জীৱনৰ আদৰ্শবাদী দৃষ্টিভঙ্গী এটা। দাৰ্শনিক মতবাদসমূহৰ বিৰোধৰ স্থলস্থলত আমি নিজকে পাহৰি নগৈ তাক গঠন কৰা অন্তঃপ্ৰৱাহিত ধাৰাসমূহ নিৰীক্ষণ কৰি চালেই আদৰ্শবাদী অন্তৰ্দৃষ্টি এটাত গুৰুত্ব দিয়া দৃষ্টিভঙ্গী এটা যেন ধৰিব পাৰোঁ। অৱশ্যে তাৰ ভাষা আৰু প্ৰকাশভঙ্গী বেলেগ।

---

(৪) মই ইচ্ছাকৃতভাৱেই আলেকজেণ্ডাৰৰ উল্লেখ কৰিছোঁ। কাৰণ, আদৰ্শবাদৰ ক্ষেত্ৰত জ্ঞানতত্ত্বৰ সম্বন্ধে বাস্তৱবাদৰ আৰু আদৰ্শবাদৰ বৰ্তমান ঘটা বিৰোধৰ কোনো সম্বন্ধ নাই।

আমাৰ সমস্যাসমূহৰ লগতো আদৰ্শবাদ খাপ খাব লাগিব আৰু তাক সমাধান কৰাতো ই সহায়হে কৰিব লাগিব। সেইদেখি আদৰ্শবাদৰ নতুন ব্যাখ্যা এটিৰ কাৰণে সময় উপস্থিত হৈছে যেন অনুমান হয়।

আজিৰ পৰিবৰ্তনশীল জগতখনেও আমাৰ সন্মুখত উপস্থাপিত কৰা সংশয় আৰু অসঙ্গতিসমূহৰ গুনাথ লৈ যিসকল যাব নোখোজে, তেওঁলোকৰ কাৰণে অৱশ্যে আদৰ্শবাদৰ এই নতুন ব্যাখ্যাৰো কোনো অৰ্থ নাই। যদিও এইবোৰ আমাৰ সন্মুখত তেনেই স্পষ্ট, তথাপি কেতিয়াবা স্পষ্ট কথাবোৰতেহে অলপ জোৰ দিবলগীয়া হয়। সমস্যা এটাৰ সমাধান জনাটো যেনে আৱশ্যকীয়, সমস্যাটো ভালকৈ জনাটোও তেনেই। এপিনে চাবলৈ গলে দৰ্শনে আমাক সমস্যাটোৰ বিষয়ে সচেতন কৰি দি তাক সমাধান কৰাত সহায়হে কৰে। আজি আমাৰ জীৱন আৰু চিন্তাৰ মাজৰ প্ৰধান কাৰ্যকৰী শক্তিসমূহনো কি? এই কথাবোৰৰে চমু আলোচনা এটি মোৰ এই প্ৰথম বক্তৃতাটিত দাঙি ধৰিব খুজিছোঁ।

## বৈজ্ঞানিক প্ৰণালী

আজিৰ জগতখনক আগতকৈ বেলেগ কৰি পেলোৱা শক্তিসমূহৰ ভিতৰত অতি গৰিষ্ঠ হ'ল প্ৰাকৃতিক বিজ্ঞান। ই তাৰ প্ৰণালী আৰু সমাধানসমূহ আমাৰ ওপৰত জাপি দি আমি থকা, ফুৰা আৰু চিন্তা কৰা পৰিবেশটোকো তেনেই সলাই পেলালে। বিজ্ঞানৰ কটকটীয়া প্ৰণালীমতে আমি কোনো প্ৰতিজ্ঞা এটি ( proposition ) যদি প্ৰমাণ কৰিব পাৰোঁ তেতিয়াহে তাক বিশ্বাস কৰিবলৈ কৈছে। যেতিয়াই কোনো উক্তি কৰা হয় তেতিয়াই আমাৰ কৰ্তব্য হব, যিসকলে সেই প্ৰতিজ্ঞা অনুসন্ধান কৰি প্ৰতিপাদন কৰিব খোজে তাক তেওঁলোকে কৰিব পাৰিব লাগিব। আনহাতেদি ফ্ৰয়েডৰ মতে ধৰ্ম হ'ল "কিছুমান সলনি কৰিব নোৱাৰা ব্যৱস্থাবিশেষ (দগ্‌মা)। মানুহে নিজে আৱিষ্কাৰ কৰিব নোৱাৰা অথচ তাত মূল্য আৰোপ নকৰিলে নহয় বুলি ভবা সত্তাৰ বাহ্যিক বা আভ্যন্তৰিক অৱস্থা বিশেষৰ আৰু ঘটি যোৱা ঘটনাৰ বিষয়ে কিছুমান উক্তি মাত্ৰ (৫)।" কিহৰ ভিত্তিতনো এইবোৰক বিশ্বাস কৰিব লাগে—তাৰ যি তিনিটা উত্তৰ পোৱা যায়—সিহঁতৰ মাজতো পৰস্পৰ অনৈক্য অতি স্পষ্ট। প্ৰথমে, যিহেতু আমাৰ পূৰ্বপুৰুষসকলে ইয়াক বিশ্বাস কৰিছিল, গতিকে আমিও কৰিব লাগে, দ্বিতীয়তে, প্ৰাচীন কালৰপৰাই চলি অহা ইয়াৰ প্ৰমাণসমূহ আমাৰ হাতত আছে; তৃতীয়তে—ইয়াৰ প্ৰমাণ সম্বন্ধে আমি কোনো প্ৰশ্নই তুলিব নেপায়। অতীত কালত এনে ধৃষ্টতাৰ বাবে চৰম শাস্তি দিয়া হৈছিল। আন কি, আজিৰ সমাজতো ইয়াক কোনেও বিৰোধ কৰাটো নিৰ্বিচাৰে। অন্য কথাত ক'বলৈ

(৫) *The Future of an Illusion* : E. T. (1928) p. 43

হলে ধৰ্মমতসমূহ 'মায়া' ; ইয়াৰ কোনো প্ৰমাণ হ'ব নোৱাৰে আৰু ইয়াক সচা বুলি স্বীকাৰ কৰিবলৈ কাকো বাধ্য কৰিবও নোৱাৰি (৬)। খৃষ্টপূৰ্ব দুহেজাৰ বছৰৰ আগৰ আমাৰ পূৰ্বপুৰুষসকলৰ জ্যোতিৰ্বৈজ্ঞানিক সিদ্ধান্তসমূহ যদি আমি গ্ৰহণ কৰিব নোৱাৰোঁ, তেনেহলে তেওঁলোকৰ ধৰ্মমতৰ প্ৰমাণৰ ওপৰতো বেছি জোৰ দিবলৈ যোৱাত আমাৰ কোনো যুক্তি থাকিব নোৱাৰে। বিশ্লেষণাত্মক সমালোচনা কৰিবলৈ যাওঁতে এই প্ৰামাণ্য প্ৰণালী ছিন্ন-বিচ্ছিন্ন হৈ যায় ; যেতিয়া ধৰ্ম প্ৰৱৰ্তকসকলে খৰিয়াল কৰে, আমি তেতিয়াই তেওঁলোকক আওহেলা কৰি যাবলৈ বাধ্য হওঁ। এই ধৰ্ম প্ৰৱৰ্তকসকলক আমি মানো কিয় ? সত্যক প্ৰত্যক্ষভাৱে জানিবৰ কাৰণে আমাতকৈ তেওঁলোকৰ বেলেগ উপায় আৰু শ্ৰেষ্ঠ সুবিধাসমূহ আছিল বুলিহে, কিন্তু যেতিয়া, ধৰক, নিউ টেষ্টামেণ্ট আৰু কোৰাণৰ মাজত বিৰোধ দেখা পাওঁ, তেতিয়া সত্যক জানিবৰ কাৰণে এজন প্ৰৱৰ্তকৰ আনজনতকৈ বেছি সুবিধা আছিল বুলি আমি ক'ব নোৱাৰোঁ। গতিকে তেতিয়া তেওঁলোকৰ প্ৰতিপাদিত বিষয়বস্তুৰ কাৰণে যৌক্তিকতা আদি অন্য লক্ষণ বিচাৰিব লগা হয়। ধৰ্মৰ অধিকাৰৰ দৈৱিক প্ৰকৃতি বিশ্লেষণ আমি তেতিয়া এৰি দিব লগা হওঁ। স্বতন্ত্ৰ অনুসন্ধানৰ মনোভাব আৰু নিজে চিন্তা কৰাৰ অধিকাৰ ( যি চিন্তাৰ অৰ্থ আনতকৈ বেলেগকৈ ভবাটোৱেই নহয়) সদায় থাকিব, আৰু ধৰ্ম প্ৰৱৰ্তকসকলৰ মতাৱলম্বীসকলে আজিৰ সমালোচকসকলৰ দ্ৰোহ আচৰণ নকৰে ; আন কি তেওঁলোকে সময়ে সময়ে প্ৰাচীন বিধি (কৰ্তৃত্ব)ৰ সমৰ্থনৰ বাবে যুক্তিৰ ওচৰ চাপিবলৈয়ো আগ্ৰহ দেখুৱায়। বিজ্ঞানৰ মতে যদি সত্য এনেকুৱা যে সময় অতিবাহিত হোৱাৰ লগে লগে আমিও ক্ৰমাৎ তাৰ ওচৰ চাপি গৈ আছোঁ, ধৰ্মৰ ক্ষেত্ৰতনো কি বেলেগ হ'ব কিয় ? ধৰ্মৰ ক্ষেত্ৰতহে যে সত্যটো পূৰ্ব পৰম্পৰা আমালৈ চলি আহিছে, আৰু তাক আমি অতি অনুৰাগেৰে ৰক্ষা কৰি থাকিব লাগিব ; নহলে আমি তাৰপৰা বহুত আঁতৰি যামগৈ—এনেকৈ আমি ভাবিব লাগে কিয় ? স্বৰূপতে আমাৰ সোণালী যুগ সাধুকথাৰ অতীতত নাই—আছে ভৱিষ্যতৰ দৃষ্টিতহে।

আমাৰ বৈজ্ঞানিক মতবাদসমূহে যদিও পুৰণিবিলাকক চেৰাই আহিছে, তথাপি ক্ৰমোন্নতিশীল সন্ধানৰ লগত ইয়াৰ সংযোগ আছে আৰু ভৱিষ্যতে আজিৰ মতকো চেৰাই যোৱাৰ সম্ভাৱনা আছে। এই মতবাদসমূহৰ বৰ্তমান যুক্তি হ'ল : সাম্প্ৰতিক ঘটনাসমূহো ইয়াৰদ্বাৰা প্ৰমাণ কৰিব পাৰি। ইহঁত যে একেবাৰে স্থিৰ বা নিশ্চিত, তাক কোনেও ক'ব নোৱাৰে। বৰং সত্য সন্ধানৰ পথত ইহঁত ক্ষন্তেকীয়া জিৰণিৰ ঠাইহে। আন হাতেদি ধৰ্মই একেবাৰে নিজকে স্বয়ংসম্পূৰ্ণ আৰু অবিচলিত বুলি

---

(৬) Ibid pp. : 45-46, 55

ভাবিব খোজে। ইয়াৰ যেন সত্যসমূহ লৰচৰ কৰিব নোৱাৰি আৰু আমি তাক সততে ৰক্ষা কৰি থকাটোৱেইহে যেন আমাৰ কৰ্তব্য। সঁচাকৈয়ে এনে সত্য যদি আছে, তেনেহলে তাৰ স্থান স্বৰ্গতহে। আমাৰ সত্যবোৰ সাময়িক আৰু পৰীক্ষামূলক।

বিজ্ঞানে বিচাৰে উপস্থিত ঘটনাসমূহৰপৰা কৰা (ইণ্ডাক্টিভ) প্ৰমাণহে; অপৰিৱৰ্তনীয় মতবাদৰপৰা কৰা (ডিডাক্টিভ) অনুমান নহয়। আমি ঘটনাসমূহৰ সন্মুখীন হৈ তাৰপৰাহে অনুমান আচৰণ কৰিব লাগিব, সিদ্ধান্ত কিছুমানেৰে আৰম্ভ কৰি ঘটনাৱলীৰ লগত খেলা খেলিবলৈ গলে নহব। ধৰ্মৰ ক্ষেত্ৰত যুক্তিৰ কাম হ'ল আমাৰ কিছুমান পুৰণি মতামতৰ পুনৰ বিন্যাস কৰা। আমি হিন্দু বা খৃষ্টান, কাৰণ আমি হিন্দু নাইবা খৃষ্টান হৈ জন্ম গ্ৰহণ কৰিছোঁ আৰু আমাৰ পিতৃসকলৰ পিঠিত এই ধৰ্মৰ ছাব-মোহৰ মৰা আছিল। বিজ্ঞানৰ ক্ষেত্ৰত ইয়াৰ বিধান বেলেগ। আজিৰ মানৱ প্ৰকৃতিয়ে বিচাৰে সত্য সন্ধানৰ বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু আত্মবিযোজনা মানুহৰ জীৱনৰ সকলো সমস্যাৰ ক্ষেত্ৰতে প্ৰসাৰিত হোৱাটোকে। জগতৰ সৃষ্টিকৰ্তা ঈশ্বৰ আমাৰ সকলোৰে দয়ালু পিতা বুলি ধৰ্মই যিদৰে ধৰি লৈছে, আমি জীৱনত পাই অহা অসুখ অসুবিধাবোৰ মনৰ ভ্ৰান্তি বুলি বুজাবলৈ চেষ্টা কৰাটো যেনে, ধৰ্মই ঈশ্বৰক জগতৰ সৃষ্টিকৰ্তা বুলি সকলোৰে দয়ালু পিতা বুলি মানি লবলৈ কোৱাও তেনে এটি প্ৰত্যক্ষ আহ্বান মাত্ৰ। আমাৰ মনৰ কল্পনাকে বাস্তৱ বুলি ধৰি জগতখনক আমি যেনেকুৱা হলে ভাল পাওঁ তেনে বুলিয়েই অনুমান কৰা আৰু আমাৰ জীৱনৰ এটা দিশ যেন সাধাৰণ জ্ঞানৰ পৰিসৰৰ বাহিৰত, ধৰ্মসমূহৰ এনে মনোভাৱ বৰ্তমানৰ ব্যৱহাৰিক বিজ্ঞানৰ সম্পূৰ্ণ পৰিপন্থী। বিজ্ঞানে বিচাৰে নিয়মৰ শাসন। এই নিয়মে যদি সকলো সময়তে সকলো ঠাইতে ক্ৰিয়া কৰে, তেনেহলে জগতখনত অদ্ভুত বা ৰহস্যজনক একোৱেই হব নোৱাৰে। ভূতে বেমাৰ কৰে আৰু বেজে ভাল কৰে বুলি অশিক্ষিত মানুহেহে ভাবে। বিশ্বসৃষ্টি অখণ্ড আৰু নিয়ম-শৃংখলাৰ অধীন। পাশ্চাত্য জগতত খৃষ্টপূৰ্ব চতুৰ্থ শতিকাৰ জ্যোতিৰ্বিজ্ঞানৰ আৱিষ্কাৰসমূহে জগতখনৰ বিষয়ে এনে ধাৰণা এটা উনুকিয়াইছিল; কিন্তু ভাৰতবৰ্ষত বিশ্বপ্ৰকৃতিৰ এই অলঙ্ঘনীয় নিয়ম-শৃংখলা বা "ঋত" বৈদিক যুগতেই গৃহীত হৈছিল। অধ্যাপক এডিংটনে কোৱাণ্টাম্ থিয়ৰিৰ সম্পৰ্কত অনিৰ্ণেয়তা নীতিৰ (Principle of Indeterminancy) পৰা অনুমান কৰা কঠোৰ কাৰণৰ চূড়ান্ত বিচ্যুতি হব বা উফৰি পৰিব বুলি কোৱা কথাত আমি জিকাৰ খাই উঠিব লগাৰ কাৰণ একো নাই। এডিংটনে ইঙ্গিত দিছে যে, পদাৰ্থবিদ্যাৰ নিয়মসমূহ স্থিতিজ্ঞাপক আৰু তাৰে ইলেক্ট্ৰনসমূহৰ বিশেষ আচাৰৰ বিষয়ে কোনো ভৱিষ্যৎবাণী কৰিব নোৱাৰি। তাৰপৰা গোটেই বস্তুটোৰ আচাৰ সম্বন্ধে অলপ ধাৰণাহে মাথোন পাব পাৰি। স্বাভাৱিক প্ৰক্ৰিয়াসমূহ নিজেই যদি অনিৰ্ণেয়

প্ৰকৃতিৰ, সাধাৰণ ঘটনাসমূহৰ গুৰিতো স্বচ্ছন্দতা বা যাদৃচ্ছা ভাবৰ দৰে কিবা এটা থকি লব লগীয়া হয়, কঠোৰ নিশ্চিত ইচ্ছা-নিশ্চিতবাদে (determination) যদি য'তে ত'তে পৰাজয় মানিব লগা হয়, তেন্তে সকলোবোৰ বৈজ্ঞানিক অভিযানকে এৰি পেলাব লাগিব দেখিছোঁ। প্ৰতি কথাৰে ব্যাখ্যা আৰু কাৰণ উলিয়াবৰ কাৰণে যি চিৰন্তন অনুসন্ধিৎসা চলি আছে—তাৰে এইটো কথাই অন্ততঃ সপ্ৰমাণ হয় যে দুই–এটা ভয়ানক যেন ব্যতিক্ৰমে দেখা দিলেও বৈজ্ঞানিকসকলে অন্ততঃ কাৰণৰ স্থিতিত বিশ্বাস কৰে। আমাৰ নিৰীক্ষণ প্ৰণালীত থকা ভুলৰ কাৰণেই দেখাত অনিৰ্ণেয় ভাব থকা যেন লাগিব পাৰে। আমি অৱশ্যে স্বীকাৰ কৰিব লাগিব যে বৈজ্ঞানিকসকলে কোনো দৃশ্যমান ঘটনাৰ আগতীয়া আভাস দিবলৈ কিছুমান সঙ্গতি সাধিব নোৱৰা বা বুজিব নোৱৰা থিয়ৰিও ব্যৱহাৰ কৰে। ইয়াৰ অৰ্থ হ'ল যে কিছুমান ঘটনাৰ নিয়ম আমি এতিয়াও আৱিষ্কাৰ কৰিব পৰা নাই। গতিকে আৰু দকৈ অনুসন্ধান চলোৱাৰ প্ৰয়োজন এতিয়াও আছেই; কিন্তু সেইবুলি কোনো নিয়মৰদ্বাৰা অনিয়ন্ত্ৰিত ঘটনা আছে বুলি কোৱাটো যুক্তিসঙ্গত নহব। কলে কিছুমান ঘটনাৰ কোনো নিজা প্ৰকৃতি নাই বুলি কোৱা যেনহে হব । সি হস বস্তু সত্তাৰ চিদ্‌শক্তিৰ ধাৰণাৰ চূড়ান্ত ব্যতিক্ৰম। আমাৰ সকলো ব্যৱহাৰিক ক্ষেত্ৰতে কঠোৰ ইচ্ছা-নিশ্চিতবাদ প্ৰকৃতি বিজ্ঞানৰ এটি মুখ্য ৰূপবিশেষ। বিশ্ব প্ৰকৃতিৰ নিয়ম-শৃঙ্খলা সম্বন্ধে যেতিয়া মানুহৰ কোনো নিশ্চযতাই হোৱা নাছিল, আমাৰ বিজ্ঞান যেতিয়া ভোজবাজীৰ সমপৰ্যায়ৰ আছিল, তেতিয়া প্ৰকৃতিৰ বিষয়ে এনে জড় অধ্যাত্মবাদী ব্যাখ্যা হয়তো সম্ভৱ নাছিল। আজি আৰু তেনে প্ৰশ্ন উঠিবই নোৱাৰে। বিশেষ এজন স্ৰষ্টিকৰ্তাৰ কথা প্ৰাকৃতিক নিয়মৰ সম্পূৰ্ণ বিৰোধী।

ডেকাৰ্টিচ, কেপলাৰ, গেলিলিও, নিউটন আদি সপ্তদশ শতিকাৰ বৈজ্ঞানিক-সকলে জগতখন এটি বিৰাট যন্ত্ৰ বুলি কল্পনা কৰিছিল; অৱশ্যে এই যন্ত্ৰ পৰিকল্পিত হৈছিল ঈশ্বৰৰ দ্বাৰা আৰু তেওঁৰ মনৰ নিখুঁত নিয়ম মানি ই চলিছিল। পৰম্পৰা অনুযায়ী চলি অহা স্বৰ্গৰাজ্যৰ শাসনকৰ্তা দেৱতাজনে সুস্থাপিত প্ৰাকৃতিক নিয়মৰ মাজেদি একছত্ৰিতা লাভ কৰা মালিক এজনৰ ওচৰত বশ মানিছিল; অৱশ্যে এই দেৱতাজন পৃথিৱীৰ স্বেচ্ছাচাৰী ৰজাৰ দৰেও নাছিল। অষ্টাদশ শতিকাৰ বৈজ্ঞানিক-সকলে আৰু কঠোৰভাৱে তেওঁলোকৰ যুক্তি প্ৰতিপাদন কৰিব খুজিছিল; কাৰণ, তেওঁলোকে এই যন্ত্ৰচালিত বিশ্বজগতত কোনো বাহিৰা শক্তিৰ হস্তক্ষেপ সহ্য কৰিবলৈ অমান্তি হৈছিল। তেওঁলোকে ধাৰণা কৰা ঈশ্বৰজনে জগতখনৰ কোনো কামতে ভাগ নলৈছিল; গতিকে তেওঁক গোটেই সৃষ্টিৰ বহিৰ্ভূত বুলি অনুমান কৰিছিল। তেওঁ ৰাজ্যাধিকাৰীহে, কিন্তু ৰাজ্য শাসনকাৰী নহয়। প্ৰাচীন গ্ৰীচত এপিকিউৰাচে যদিও ভাবিছিল যে সৃষ্টিৰ বুৰঞ্জীতে হওক বা মানৱ জীৱনতে হওক পৃথিৱীত ঘটা যি কোনো কথাতে কোনো ঐশ্বৰিক প্ৰভাৱ নাই, তথাপি তেৱেঁ।

দেৱতাৰ অস্তিত্ব নুই কৰা নাছিল। তেওঁ এওঁলোকক ঠাই দিছিল জগতৰ মাজৰ উদং ঠাই ডোখৰত; যাতে তেওঁলোকে আমাৰ কোনো কাম-কাজত ভুমুকি মাৰিব নোৱাৰে; অৱশ্যে আমি আমাৰ দুৰ্বলতাৰ কাৰণে তেওঁলোকক সুন্দৰ বস্তু বুলি পূজা কৰিছিলোঁ আৰু তেওঁলোকৰ সুখ-স্বাচ্ছন্দ্যতাকে নিত্য জীৱন বুলি ভুল কৰিছিলোঁ (৭)। এজন একেবাৰে নিষ্ক্ৰিয় ঈশ্বৰক এজন সদায় নিয়মৰ বশৱৰ্তী সক্ৰিয় ঈশ্বৰৰপৰা বৰ সহজে প্ৰভেদ কৰি উলিয়াব নোৱাৰি। একেবাৰে নিষ্কৰ্মা অলঙ্কাৰ স্বৰূপ দেৱতা এজনে বৰ বেছিদিনলৈ আমাৰ মনত জীৱনীশক্তি দিব নোৱাৰে। দেৱবাদ গৈ সন্দেহবাদত পতিত হয়। জগত-যন্ত্ৰ চলাই থাকিবলৈ ঈশ্বৰ এজনৰ যদি আৱশ্যকেই নাই--তেনেহলে ইয়াৰ পাতনিৰ বাবেনো তেওঁৰ আৱশ্যকতা ক'ত?

ইয়াৰ উপৰিও বৈজ্ঞানিক ব্যাখ্যাৰ পৰিসৰ যিমানেই বাঢ়ে ধৰ্মৰ ৰহস্যবোধৰ আৱশ্যকতা ক্ৰমাৎ টুটে। আমাৰ জ্ঞান যেতিয়া কোনো সীমাত উপনীত হয়গৈ, তেতিয়াই সাধাৰণতে আমি ঈশ্বৰৰ অনুমান ভিত্তিত প্ৰমাণৰ প্ৰচেষ্টা চলাওঁ। 'এইটো ঈশ্বৰেহে কৰিলে,' 'ঈশ্বৰেহে জানে' ইত্যাদি সাধাৰণতে ব্যৱহাৰ কৰা আমাৰ কথাবোৰেও ইয়াকে বুজায় যে অজ্ঞতায়ে ঈশ্বৰ সম্পৰ্কীয় জ্ঞানৰ উৎস। আমি অদৃশ্য আৰু অনিৰ্বচনীয়জনাকে ভয়ে ভয়ে ঈশ্বৰ নাম দি লওঁ। তেওঁৱেই হ'ল "অজ্ঞতাৰ ৰম্যভূমি" আৰু অসম্পূৰ্ণ জ্ঞানৰ এটা আভাস। যি ৰহস্যসমূহৰ আগত মানুহে নিজকে ক্ষুদ্ৰ জ্ঞান কৰে, তাৰ চাৰিসীমা ক্ৰমে বিলীন হৈ যাবলৈ ধৰে। আমি তেতিয়া জগতখন জানিব পৰা হওঁ আৰু কিছুমান অজ্ঞাত শক্তিৰ ওপৰত নিৰ্ভৰ নকৰাকৈয়ে জীৱন যাপন কৰিব পৰা হওঁ।

আধুনিক বস্তুবাদ, বৰ্তমান যুক্তিবাদী দৰ্শনৰ ফল নহয়; আধুনিক বিজ্ঞানৰ চমকপ্ৰদ জয়বাৰ্তাহে। আধুনিক বিজ্ঞানে, বিশেষকৈ গণিত, পদাৰ্থবিদ্যা আৰু জ্যোতিষে বিশ্ব-প্ৰকৃতিৰ যি ৰূপ আমাৰ আগত দাঙি ধৰিছে, যন্ত্ৰবাদী প্ৰকল্প এটাৰ কাৰণেও সি বৰ কম অনুকূল নহয়।

## বিজ্ঞানৰ অৱদান

আধুনিক পদাৰ্থবিদ্যাই জড় পদাৰ্থৰ পুৰণি ধাৰণা তেনেই সলনি কৰি পেলাইছে। জগতৰ পৰম উপাদানসমূহ অণু বা পৰমাণু নহয়; বিদ্যুতৰ যোগ-বিয়োগজনিত

---

(৭) 'এই ধন্য আৰু অমৰ প্ৰকৃতিয়ে কোনো দুৰ্যোগৰ কথা নাজানে, বা আনকো কোনো জুলুম নকৰে, আৰু সেয়ে কোনো খং-ৰাগ বা মৰমৰ দ্বাৰাই আকৃষ্ট নহয়, কাৰণ এই বস্তুবোৰ থাকে দুৰ্বলজনতহে।' Bailey Epicurus—*The Extant Remains* (1926) P. 25

প্ৰভাৱ মাখোন। অভিক্ষেপণৰ ক্ষেত্ৰত দুয়োটাৰেই গুৰুত্ব সমান। আকাৰৰ ক্ষেত্ৰত দুয়োটা একেবাৰেই বেলেগ, যোগাত্মক প্ৰভাৱ বিয়োগাত্মক প্ৰভাৱতকৈ ১৮৪৫ গুণে শক্তিশালী। আমি যি ৯২ টা বিভিন্ন মূল পদাৰ্থ পাওঁ—তাক নিৰ্দ্ধাৰণ কৰা হয় বস্তুৰ হৃদয়স্থ যোগাত্মক আৰু বিয়োগাত্মক প্ৰভাৱৰ পাৰ্থক্যৰ ওপৰত। এই পাৰ্থক্যৰ কিবা এটা পৰিবৰ্ত্তনেই তেজস্ক্ৰিয় হোৱাৰ ফলে মূল পদাৰ্থসমূহৰ পৰিমাণ ভেদ কৰিব পাৰে। কোনো কোনো লোকৰ মতে জড় পদাৰ্থ সম্বন্ধে এই নতুন ধাৰণাই আমাক প্ৰাচীন বস্তুবাদতকৈ উপনীত কৰায়। ইয়াৰে পুৰণি অণু বা পৰমাণু-বাদ অসম্ভৱ বুলি যদি অৰ্থ কৰা হয়, তেনেহলে ই একেবাৰেই সঁচা. কিন্তু যদিহে বস্তু আৰু আত্মাৰ প্ৰভেদ দূৰ কৰি সঙ্কোচন কৰাহে বুজায়, তেনেহলে ই একে-বাৰেই অসত্য। যন্ত্ৰবাদৰ যদিও অন্যান্য ভিত্তি থাকিব পাৰে, তথাপি পৰমাণুক বিশ্লেষণ কৰি বৈদ্যুতিক শক্তি কৰিলেও ই তাক স্পৰ্শ নকৰে।

চহেজাৰ বছৰ ধৰি স্বাচ্ছন্দে চলি অহা টলেমীয় (Ptolemic) দৰ্শনৰ অকণ-মান সৰুপুৰি বিশ্বখন আধুনিক জ্যোতিৰ্বিদ্যাই তেনেই ভাঙি পেলালে। খৃষ্ট পূৰ্ব ৪০০৪ বছৰৰ আগতে কোনো এটি মঙ্গলবাৰে এটা দৈবিক আদেশত পৃথিৱীখন সৃষ্টি হোৱা বুলি আজি আৰু আমি বিশ্বাস কৰিব নোখোজোঁ। জ্যোতিৰ্বিদ্যাই আমাৰ আকাশখন যেন ঠেলি দিলে অসীমলৈ, আজি তাৰ দূৰত্ব জোখা হয় পোহৰৰ বছৰেৰে, আমাৰ পৃথিৱীখন বিশ্বসংসাৰৰ কেন্দ্ৰস্থ বুলি যি মৰ্য্যাদা আমি দি আহি-ছিলোঁ, আজি সি নোহোৱা হৈ পৰিণত হলগৈ এখন সৌৰ-জগতৰ এটি নগণ্য গ্ৰহত মাথোন, আনকি সেই সৌৰ-জগতখনো আকৌ অনন্তকোটি সৌৰ-জগতে আগুৰা আছে আৰু ই বিয়পি আছে নীহাৰিকাপুঞ্জৰ অসীম শীত অঞ্চললৈকে। বিশ্বজগতখন আমি যিমান ডাঙৰ বুলি কল্পনাও কৰা নাছিলোঁ, তাতকৈয়ো বহুত ডাঙৰ হৈ পৰিল। আমাৰ পৃথিৱীয়ে যি বিৰাট সূৰ্যৰ ওপৰত নিৰ্ভৰ কৰে সেই সূৰ্য আজি হৈ পৰিল অনন্ত কোটি তাৰকামণ্ডলৰে গঠিত নীহাৰিকা পুঞ্জৰ এটি সামান্য বিন্দু বিশেষ, আনকি এই বিৰাট পুঞ্জও আকাশ পূৰ্ণ কৰি থকা অনন্ত-পুঞ্জসমূহৰ এটি পুঞ্জহে মাথোন। অৱশেষে এইটোহে আচৰিত হব লগীয়া যে এই মহাদিগন্ত বা আকাশো যেন অসীম আৰু যেন ইয়াৰ চাৰিওফালেদি পোহৰ এটি ঘূৰি আহি আকৌ যাত্ৰাৰ ঠাইত উপস্থিত হ'বহি পাৰে (৮)। এই বিচিত্ৰ জগতৰ ৰূপ এটা সম্পূৰ্ণ যান্ত্ৰিক ব্যাখ্যাৰেই বুজাব খোজা হয়। প্ৰকৃতিৰ ঐক্যই বিজ্ঞানক সঙ্কেত দিয়ে গোটেই স্থিতিৰে এটি ঐক্যৰ ভিত্তিৰ, ফঁহিয়াই চালে সকলো বস্তুৱেই ইয়াৰ লগত সংযুক্ত বুলি ক'ব পাৰি, কিন্তু এই একক সত্তাটোক প্ৰাজ্ঞ বা ধীমান বুলি ক'ব নোৱাৰি। নিৰ্জীৱ পদাৰ্থৰ ক্ষুদ্ৰ অংশসমূহে অনন্ত

(৮) Jeans—*The Universe Around Us* (1929)

কোটি বছৰ ধৰি ঘূৰোঁতে ঘূৰোঁতে তাৰ সজ্ঘৰ্ষৰ ফলত সৃষ্টি হ'ল অনন্ত নীহাৰিকা পুঞ্জৰ, অলেখ সূৰ্য। আৰু অন্তত হয়তো আমাৰ জল, বায়ুমণ্ডলেৰে ভৰা এই পৃথিৱীখন থকা আমাৰ সৌৰ-জগতখনো। চাৰ জেমচ্ জীনচৰ মতে আমাৰ সৌৰ-জগতখন কোনো এটি নগণ্য তাৰকা তেনে আন এটি নগণ্য নীহাৰিকা পুঞ্জৰ কাষেদি যাওঁতে হঠাৎ সৃষ্টি হোৱা প্ৰকৃতিৰ এটি লহৰী বিশেষ (৯)। এই সৌৰজগতত জীৱৰ অৰ্থ কি?

ইয়াৰ স্থিতি আছে পৃথিৱীতে, হয়তো শুক্ৰ বা মঙ্গলতো ইয়াৰ অস্তিত্ব থাকিব পাৰে; কিন্তু পৃথিৱীত ইয়াক যিমান মূল্য দিয়া হয় তাৰ ফলত গোটেই বিশ্ব-প্ৰকৃতি সম্বন্ধে আমাৰ সাধাৰণ ধাৰণা বিকৃত হ'ব পাৰে। বিশ্বপ্ৰাকৃতিক দৃষ্টিভঙ্গীৰে চালে জীৱনটো এটি উপ-সৃষ্টি মাথোন, এটি বৃহৎ পৰিকল্পনাৰ মাজত আমাৰ আশা আকাঙ্ক্ষা আৰু ভল-সংশৰ লগত কোনো স্পষ্ট বা পোনপটীয়া সম্বন্ধ নথকা এটি অসংলগ্ন বস্তুহে যেন। ইয়াৰ স্থিতি কেৱল আমাৰ সৌৰ-জগতখনতেহে, সিও বোধহয় আমাৰ পৃথিৱীখনতেই আৱদ্ধ। যি জীৱনটো এনেকুৱা এটা অতি স্থানীয় আৰু উপকণ্ঠ বিশেষত্ব মাথোন, আমাৰ নহ'লে বিশ্বাস কৰিব খোজাৰ দৰে সিয়ে বিশ্ব-সৃষ্টিখনৰ শেষ লক্ষ্য হ'ব নোৱাৰে (১০)। উদ্দেশ্য আৰু ফলাফলৰ, উপায় আৰু লক্ষ্যৰ এটা যুক্তি-যুক্ত সমন্বয় থাকিব লাগিব। নক্ষত্ৰসমূহৰ গতিবিধি দেখা যায় যে সিহঁত যেন প্ৰকৃততে অন্য কিবা কামত ব্যস্ত আছে।

বস্তুৰ ক্ষেত্ৰত যান্ত্ৰিক মতবাদ যিমানেই উপযুক্ত নহওক, ইন্দ্ৰিয়ময় জীৱন ক্ষেত্ৰত ই আমাক সহায় নকৰে। আমাৰ এই শৰীৰৰ সূক্ষ্ম ইন্দ্ৰিয়সমূহৰ লগত তাৰ কামৰ যি সূক্ষ্ম যোগাযোগ, দেখাৰ লগত চকুৰ, শুনাৰ লগত কাণৰ দৰে তাক বুজাবলৈ বেলেগ ব্যাখ্যাৰ প্ৰয়োজন হয়। পালি আৰু বাট্লাৰে ঈশ্বৰক এজন বিৰাট যন্ত্ৰশিল্পী বুলি কৰা অনুমান প্ৰমাণ কৰিবৰ বাবে যিবিলাক নক্সা, কৌশল আৰু সংযোজনৰ (adaptation) বহু বহু উদাহৰণ দাঙি ধৰিছে, তাৰে পৰিবেশৰ লগত নিজক খাপ খুৱাই কাম কৰা নীতিটোহে প্ৰমাণ হয়। প্ৰকৃতিৰ

---

(৯) যিসকলে জ্যোতিৰ্বিদ্যাৰ প্ৰধান কথাসমূহ জানে তেওঁলোকে Genesis ৰ ১-(১৬)ত থকা অজানিতে কৰা ৰহস্যটি বুজিব পাৰিব: "ঈশ্বৰে দুটি বিৰাট পোহৰৰ সৃষ্টি কৰিলে, দিনৰ শাসনৰ কাৰণে আটাইতকৈ ডাঙৰ পোহৰটো, আৰু ৰাতিৰ শাসনৰ কাৰণে তাতকৈ কম পোহৰটো, তেওঁ তৰাবিলাকো সৃষ্টি কৰিলে।

(১০) এই বিশ্বখন অকল আমাৰ নিচিনা জীৱ সৃষ্টি কৰিবলৈকে পৰিকল্পিত হোৱা বুলি বিশ্বাস কৰিবলৈ টান লাগে, সেয়ে হোৱা হলে এই বিৰাট যন্ত্ৰটোৰ আকাৰলৈ চাই তাৰ উৎপাদকৰ অনুপাত আৰু বহুত বেছি হব লাগিছিল। Jeans--
*The Mysterious Universe* (1930) Pp. 5-6

জীৱসৃষ্টিৰ বাবে হোৱা অঙ্কুৰজাত পৃথিৱী ভৰি পৰিছে অগণন প্ৰকাৰৰ জাৱ শ্ৰেণীৰে। "কিন্তু এই ইন্দ্ৰিয়ময় জীৱ শ্ৰেণীৰ পো-পোৱালি" বিলাকৰ কাৰো ক'তো মিল নাই। বাপেকৰপৰা পুতেকলৈ আৰু ইটো-সিটোৰ মাজত অলপ নহয় অলপ প্ৰভেদ আছে। যি প্ৰভেদ বা বিকাৰসমূহে ব্যক্তি সহজে জীয়াই থকাত সহায় কৰে, সেইবোৰ বৈ যায়, যিবিলাকৰ গাত এই প্ৰভেদসমূহ নাথাকে, সেইবিলাক মৰি যায়। বহুত দিন ব্যাপি লেখৰ নিচিগাকৈ ইটোৰ পিচত সিটো ক্ষুদ্ৰ ক্ষুদ্ৰ পৰিৱৰ্ত্তন গোট খাই খাই—নতুন এটি শ্ৰেণীৰ জীৱসৃষ্টি হোৱা বুলি ডাৰউইনে অনুমান কৰে। বিকাৰ বা প্ৰভেদসমূহ বেলেগে বেলেগে হোৱা আৰু ক্ৰমবৰ্দ্ধমান নহয়, বা অতি সূক্ষ্ম স্তৰে স্তৰে হোৱা আদি নানা সাল সলনি হলেও মূল মতটোৰ বিশেষ সাল-সলনি হোৱা নাই। সমগ্ৰ চেতন প্ৰকৃতি জুৰি হোৱা ক্ৰমবিৱৰ্ত্তনৰপৰা এটি স্বয়ংক্ৰিয় যান্ত্ৰিক বিধানৰ উমান পোৱা যায়। ইয়াক বুজাবলৈ এই জগত প্ৰকৃতিৰ অতীত কোনো নিয়ম বা সত্তাৰ আৱশ্যক নাই। সমৰূপ (uniform) নিয়মবদ্ধৰে চালিত বদ্ধ জগত এখনত কোনো আধ্যাত্মিক শক্তিয়ে হেতাওপৰা কৰিবহি নোৱাৰে। আমাৰ বহুতো পুৰণি শাস্ত্ৰত ঈশ্বৰৰ মুখ্য উদ্দেশ্যসমূহ বহুতো পতিত দেৱতাই ভ্ৰষ্ট কৰাৰ বিতং চিত্ৰ দাঙি ধৰা হৈছে; যুগে যুগে পাই অহা অগণন দুখ-নিৰ্য্যাতনৰ গুৰিতে কোনোবা এজন কল্পিত প্ৰভুৱে কৰা ভুল বিচাৰ আৰু ফলত পুৰুষানুক্ৰমে দুৰ্নীতি আৰু বিনাশত পৰি থকাৰ কাহিনী বৰ্ণোৱা আছে; কিন্তু অনন্ত শক্তিৰে জুৰি হৈ অহা জগতৰ ক্ৰমোন্নতিৰ বিশাল ধাৰণাসমূহৰ পৰিচয় থকাসকলে এই চিত্ৰ বা কাহিনীসমূহত কোনো সত্যতা থকা বুলি বিশ্বাস কৰিব নোৱাৰে। প্ৰণালীবদ্ধভাৱে ইটাপৰ পিচত সিটাপকৈ কোনো জীৱশ্ৰেণী বা জাতিয়ে উন্নতি কৰিবলৈ যোৱা বুলিও আমি নিশ্চিত হ'ব নোৱাৰোঁ। কিছুমানৰ শ্ৰেণী পতন হয়। কিছুমান আকৌ একেবাৰে মৰি যায়। কোনো এটি শ্ৰেণীয়ে ক্ৰমে ভাল হৈ এটা সংস্কৃত অৱস্থা পাবহি মানে নাশ হ'বলৈকে আৰম্ভ কৰে। আমি যি অৱস্থাত এতিয়া উপনীত হৈছোঁহি, সি উপৰ্যুপৰি হোৱা নানান ভুৰ আৰু ভয়ঙ্কৰ পৰীক্ষাৰ শেষতহে। জগতত আমি যিমান দুৰ্যোগ আৰু পৰিশ্ৰম, ৰোগ আৰু মৃত্যুৰ সন্মুখীন হৈ থাকিব লগীয়া হয়, তাৰপৰা অনুমান কৰিব পাৰি যে বিশ্ব-প্ৰকৃতিত যদি কোনো শাসক আছে, তেন্তে সেই শাসকজন অমনোযোগী দেৱতা বা ভাগ্য বা দৈৱচক্ৰ, কেতিয়াও দয়ালু বা মঙ্গলময়ী ভগৱান হ'ব নোৱাৰে। অগণন জীৱশ্ৰেণীৰ শেহাশেহত সৃষ্টি হোৱা জীৱ এই মানৱ। এই পৃথিৱীত একেবাৰে নিখুঁত আৰু সৰ্বাঙ্গসুন্দৰ হৈ মানৱৰ জন্ম হোৱা নাই; অৱস্থা আৰু পৰিবেশত যুঁজ খাই খাইহে লাহে লাহে এই আকাৰত পৰিণত হৈছেহি। প্ৰস্তৰ যুগৰ অৰ্দ্ধমানৱ Neanderthal আৰু Piltdown হাড়সমূহে আদিম যুগৰ মানুহ যে বান্দৰৰ কিমান ওচৰ আছিল তাকে সূচায়। মানৱৰ ক্ৰম-অভ্যুত্থান যেতিয়া এটা

আচৰিত ঘটনা বিশেষ আৰু বিশ্ব-প্ৰকৃতিৰ বুৰঞ্জীত ইয়াৰ জীৱন মাত্ৰ সামান্য কাহিনী এটা, তেতিয়া নৱধৰ্মীবাদ অৰ্থহীন হৈ পৰে। কল্পনাৰে আঁকোৱালি ল'ব নোৱৰা কালৰ সুদীৰ্ঘ পথত—মানৱ বুৰঞ্জী এটি চকুৰ পচাৰ মাথোন। সসাগৰা অনন্ত আকাশৰ এটি অতি ক্ষুদ্ৰ অংশত আবদ্ধ হৈ থকা মানৱ জাতি যেন বিশ্ব-প্ৰকৃতিৰ মুখ্য পৰিকল্পনাৰ ভিতৰত নাছিল। মানুহেই জীৱ-সৃষ্টিৰ চূড়ান্ত আৰু চৰম বিকাশ বুলি ডাঠি ক'ব নোৱাৰোঁ।

মানুহ যেনেকৈ জীৱ বীৰ্যৰপৰা একেবাৰেই প্ৰভেদ, তেনেকৈ অন্যান্য গ্ৰহত অন্য সৃষ্টিৰ লগতো ইয়াৰ অজানিত সম্বন্ধ থাকিব পাৰে। তুলনামূলকভাৱে চালে পৃথিৱীলৈ মানুহ অহানো কেইদিন হৈছে? জগতৰ স্থিতিকালৰ হেজাৰ ভাগৰ এভাগ কালো মানুহে পৃথিৱী ভোগ দখল কৰি শাসন কৰিছেনে নাই সন্দেহ। অতিকায় সৰীসৃপ আৰু জন্তুৱেই হয়তো লাখ লাখ বছৰ এই জগত শাসন কৰিছিল আৰু হয়তো চিৰদিন তেনেকৈয়ে চলি থাকিব বুলিও ভাবিছিল। মানুহে আজি নিজকে প্ৰাণীজগতৰ চৰম উৎকৰ্ষ বুলি আৰু চিৰকালৰ ইয়াত ৰৈ যাব বুলি কল্পনা কৰিছে।

উদ্দেশ্যহীন বাট ঠিককৈ ধৰিব নোৱাৰি অজ্ঞেয়জনে কৰা নানা পৰীক্ষামূলক কামৰ ভিতৰত মানুহ সৃষ্টিও এটা হ'ব পাৰে। পৃথিৱীত ক্ৰম-বিৱৰ্তনবাদে যদি মানুহ সৃষ্টিৰপৰা আৰু ওপৰলৈ নাযায়, তথাপি আমি একেবাৰে লোপ পাই যাব পৰা আশঙ্কা এটাও বিজ্ঞানে দাঙি ধৰে। আমাক কোৱা হৈছে যে সৌৰ-জগতখন ঘড়ী এটাৰ কাটাৰ দৰে তললৈ বুৰি বুৰি নামিবলৈ ধৰিছে আৰু তাৰ এই পদ্ধতি আৰু ওলোটাব নোৱাৰি। আমাৰ দিনতে ঘড়ীটো বন্ধ হৈ নাযাবও পাৰে, কিন্তু অন্তত গৈ যে সম্পূৰ্ণ নাশ হ'বগৈ, তাক বোধকৰোঁ কোনেও খণ্ডাব নোৱাৰিব (১১)।

---

(১১) চাৰ জেমচ জীনচে কয়.. সূৰ্যই হওক বা তৰাই হওক, তাৰ বস্তুপিণ্ড চিৰন্তন এনে গতিত আৰু উত্তপ্ত হৈ চলি থাকিব নোৱাৰিব ।.....প্ৰতি মিনিটত সূৰ্যৰ ২৫০ নিযুত টন বস্তুপিণ্ড হ্ৰাস হৈ গৈ থাকে আৰু ইয়াৰ অতি সামান্য অংশ পূৰণ কৰি গৈ থাকিব পৰা কোনোটোৰ উৎস ক'তো আছে বুলি ক'ব নোৱাৰি। এই হিচাপত আৰু ১৫ নিযুত বছৰ হ্ৰাস কৰি চলি থাকিব পৰা জোখাই সূৰ্যৰ বস্তুপিণ্ড আছে। অৱশ্যে সূৰ্য আৰু বেছিদিন জীৱিত থাকিব পাৰে, কাৰণ, তাৰকা এটিৰ যিমানেই বয়স হৈ গৈ থাকে তিমানেই ইয়াৰ শক্তি আৰু বস্তুপিণ্ড হ্ৰাসৰ নিৰিখ কমি আহে। এই কাৰ্পণ্যৰ পিনে লক্ষ্য ৰাখিলে আমি আশা কৰিব পাৰোঁ যে নক্ষত্ৰৰ দৰে আমাৰ সূৰ্যয়ো আৰু কোটি কোটি বছৰ হয়তো পোহৰ দি থাকিব। —*Astronomy & Cosmogony*, 2nd Ed. (1929) PP. 417—418

বৈজ্ঞানিক সাক্ষ্যপ্ৰমাণৰপৰা দেখা যায় যে বিশ্ব-প্ৰকৃতিখন খাপে খাপে লাহে লাহে বগুৱা বাইহে বৰ্তমানৰ আকাৰ পাইছেহি আৰু শেষত সি মৃত্যুৰ মুখত পৰিবলৈকে আগবাঢ়িছে।

যি মূল্য বা সম্পদৰ কাৰণে আমি হাবাথুৰি খাইছোঁ সি কেবাহীত উঠা এটা ঘূৰ্ণবুৰণি যেনহে আৰু আগত হওক পিচত হওক, সি নোহোৱা হ'বই। বিশ্ব-প্ৰকৃতিখন আকাৰসমূহৰ দীঘ-বাণিৰে বোৱা আৰু খহোৱা প্ৰক্ৰিয়া এটিহে যেন আৰু তাত আমাৰ আকাঙ্ক্ষিত মূল্য বা সম্পদসমূহে শঙ্কান্বিত আৰু ক্ষন্তেকীয়া স্থিৰণিহে লাভ কৰে। নৈতিক নীতিসমূহ মানুহৰ আচৰণৰ বাট দেখুৱাবৰ কাৰণে কিছুমান সাধাৰণ নিয়ম-বিশেষ, আৰু যি বৰ্তমান সমাজত উদ্ভৱ তাতেহে সিহঁতৰ মূল্য। আৰু কৰ্তব্যবোধ কথাটো জন্তুৰ মাজতো থকা এটা যৌথ প্ৰবৃত্তিহে মাথোন।

এই প্ৰবৃত্তিৰ কাৰণে আমাৰ ব্যক্তিগত স্বাৰ্থ দলীয় স্বাৰ্থৰ বশৱৰ্তী হ'ব লগা হয়। অন্তৰ্বোধ অধিকাৰৰ উৎপত্তি হৈছে সমাজৰপৰা। কোনো দৈৱিক বা অতি-প্ৰাকৃতিক শক্তিৰ লগত ইয়াৰ সম্পৰ্কৰ প্ৰয়োজন নাই। মানুহে কৰা এনে কোনো এটা কাম নাই, যিটো সমাজে এসময়ত অনুমোদন কৰা নাই আৰু আন সময়ত তাক গৰিহণা দিয়া নাই। মূল্যাঙ্কনৰ মানদণ্ডৰ পৰিৱৰ্তন হয় যদিও সেয়ে নোহোৱাকৈ জীৱন অৰ্থহীন যেন লাগে, সেই কাৰণেই উদ্ভৱ হয় নীতিবাদৰ সাৰুকথা। নীতি কেনেকৈ উৎপত্তি হয় বিজ্ঞানে আমাক দেখুৱাইছে। নীতি হ'ল কাম-কাজৰ এটা ব্যৱস্থা মাত্ৰ আৰু সামাজিক আৱশ্যকতাৰ বাবেহে তাক অনুমোদন কৰা হয়। যিহেতু নীতি হ'ল প্ৰচলিত নিয়মৰ কথাহে, নিজ স্বাৰ্থলৈ চাই আৱশ্যক হলে ইয়াক সলনি বা সংশোধন কৰাৰ অধিকাৰ সমাজৰ আছে। এনে কোনো ঈশ্বৰ নাই যি আমাক কিছুমান ধৰা-বন্ধা আচৰণ পালন কৰিবলৈ বাধ্য কৰাব পাৰে। কোনো বিশেষ ব্যক্তিৰপৰা স্বতন্ত্ৰ অৰ্থতহে নৈতিক নিয়মসমূহক বিষয়গত বুলি ক'ব পাৰি, ইহঁত সত্তাৰ চৰম বা ইষ্টত প্ৰোথিত। অবিশ্লেষণীয় আৰু চৰম গুণ বুলি ধৰি লোৱাৰ অৰ্থত বিষয়গত বুলিব নোৱাৰি।

নীতিবাদৰ পিনৰপৰা ঈশ্বৰবাদৰ অস্তিত্ব সন্দেহজনক। আমি যদি নৈতিক আকাঙ্ক্ষাৰ পিনৰপৰা তাৰ চৰম পৰিপূৰ্ণতাৰ ফাললৈ লক্ষ্য কৰোঁ, তেনেহলে আমি প্ৰমাণ কৰিব লগা কথাকেই স্বতঃসিদ্ধ বুলি ধৰি ল'ব লগা হয়, অৰ্থাৎ জগতখন যে যুক্তিপূৰ্ণ আৰু ইয়াত যে এটা উদ্দেশ্যপূৰ্ণ শৃংখলা আছে, তাকেই আমি প্ৰমাণো কৰিব লাগে আৰু ধৰিও লওঁ। মানুহৰ অন্তৰ্বোধদ্বাৰা প্ৰকাশিত হোৱা কৰ্তব্যবোধৰ কেৱল মান পাতি লোৱা সৰ্বাঙ্গসুন্দৰজনে এক নৈতিক সত্তা পৰমেশ্বৰ বা ঈশ্বৰ এজনৰ স্থিতি স্বীকাৰ কৰিব লগীয়া নহয়।

স্পেংলাৰৰ মতে সাংস্কৃতিক গোটসমূহক উদ্ভিদৰ গজনৰ লগত তুলনা কৰিব পাৰি। উদ্ভিদ গজন, ফুলন আৰু নাশ, এই তিনি স্তৰৰ মাজেদি পাৰ হৈ যায়।

ভাগ্যই বোলক বা সামূহিক আত্মাই বোলক, জাতিৰ আৰু সংস্কৃতিৰ উত্থান আৰু পতন নিয়ন্ত্ৰণ কৰে কোনো এক অপৰিৱৰ্তনীয় নিয়মে। ঠিক তৰাবিলাকৰ দৰেই এক সুনিৰ্দিষ্ট কক্ষপথেদি ইতিহাসৰো যেন আৱৰ্তন হয়।

বিশ্ব-প্ৰকৃতিৰ বিশালতা আৰু মানৱ বুৰঞ্জীৰ আমি এতিয়ালৈকে পোৱা জ্ঞানেৰে পৃথিৱীখনকে বা মানৱজাতি বা কোনো ঐতিহাসিক ব্যক্তিকে সকলোৰে কেন্দ্ৰস্থল বুলি অনুমান কৰিবলৈ যোৱাটো একেবাৰে অসম্ভৱ নহলেও খাপ নোখোৱা কথা যেন লাগে। আমাৰ পৃথিৱীখন তেনেই সংকীৰ্ণ আৰু ইয়াৰ নাগৰিকতা একেবাৰেই নগণ্য। সৃষ্টিতত্ত্বত ভূ-কেন্দ্ৰিয়তা, দৰ্শনত নৰকেন্দ্ৰিয়তা আৰু ধৰ্মৰ ক্ষেত্ৰত বৌদ্ধ বা খৃষ্ট-কেন্দ্ৰিয়তা (১২) একে পৰ্যায়ৰ। অধ্যাপক এডিংটনে কোৱাৰ দৰে মানুহ মুঠেই এটা অৰ্থত সকলোৰে কেন্দ্ৰস্থ. কাৰণ--আকাৰত এহাতে অণু আৰু আনহাতে তৰাৰ মাজত তেওঁ অৱস্থিত। তৰাটি মানুহতকৈ যিমান গুণে ডাঙৰ, মানুহো অণু এটিতকৈ তিমান গুণে ডাঙৰ। বিজ্ঞানৰ নতুন পোহৰে যাৰ মন-চকু ছাঁটি মাৰি ধৰিছে, তেওঁলোকে গোড়া ধৰ্মশাস্ত্ৰজ্ঞসকলক টোপনিতে কথা কোৱা মানুহ বুলি ভাবে।

মানুহ আৰু উচ্চস্তৰৰ বান্দৰৰ মাজত যি ব্যাপক ইন্দ্ৰিয়সম্বন্ধীয় সামঞ্জস্য পোৱা গৈছে আৰু তেজৰ পৰীক্ষাসূত্ৰে যি আচৰিত প্ৰমাণ পোৱা হৈছে, তাৰপৰা বান্দৰ আৰু মানুহৰ উৎপত্তিস্থল যে অতি ওচৰা-ওচৰি সি এক প্ৰকাৰ প্ৰমাণিত হৈছে। মানুহৰ উৎপত্তি, জন্মৰ আগৰ মাত্ৰ বিকাৰ। জন্ম, ক্ৰমোন্নতি, বাৰ্দ্ধক্য আৰু শেষত মৃত্যু, এই কথাবোৰ ফঁহিয়াই চালেই মানুহৰ জান্তৱ প্ৰকৃতি সম্বন্ধে নিঃসন্দেহ হ'ব পাৰি। এইবোৰ সকলো মাত্ৰ প্ৰবৃত্তিৰ বিবিধ লীলা বুলি কৈ প্ৰাণীবিদসকলক জোকাব পাৰি। কিন্তু সত্যতাৰ পিনৰপৰা ইয়াক দলিয়াই পেলাব নোৱাৰি। আমাৰ উৎপত্তি যে বান্দৰ বা তাৰে কোনো দদাই ভতিজাৰপৰাই, এই কথা আৰু এতিয়া প্ৰায় সুনিশ্চিতভাৱে প্ৰতিপাদিত হৈছে।

মানুহ যে পশুৰ মাজৰে এটি পশু, এইটো একো নতুন বা গভীৰ কথা নহয়। কিন্তু নতুন কথা এইটোহে যে মানুহ পশুতকৈ আৰু একো বেছি নহয়। অধ্যাপক

---

(১২) স্বৰ্গীয় অধ্যাপক ট্ৰলচে (Troeltsch) যীশুক মানৱ বুৰঞ্জীৰ কেন্দ্ৰস্থল বুলি গণনা কৰাৰ বিষয়ে কৈছে: "মানৱ বুৰঞ্জীৰ এই কেইহাজাৰ বছৰ আৰু এই বুৰঞ্জীৰ অন্তত যীশুৰ পুনৰাবিৰ্ভাৱ হ'ব বোলা কথাই আমাৰ পশুসুলভ ক্ষুদ্ৰতা আৰু অতীতৰ মধ্যযুগৰ জগৎ সম্বন্ধে ঠেক মনোভাৱৰহে পৰিচয় দিয়ে। ই আজিৰ মানৱৰ কাৰণে আচৰিত আৰু দুৰ্বোধ্য, কাৰণ, মানুহৰ সহজাত সম্ভাৱনা ইয়াৰ লগত খাপ নাখায়।" [ৰেভাঃ জে, এচ, বয়জস্মিথে *Modern Churchman* ত (অক্টোবৰ, ১৯২৮, পৃঃ ৩৪৬) কৰা উদ্ধৃতি]

ৱাটচনৰ আচৰণবাদী মনোবিদ্যাই ইয়াকে সমৰ্থন কৰে। তেওঁৰ মতে মনোবিদ্যাও শৰীৰবিদ্যাই; প্ৰভেদ মাথোন এয়েহে যে শৰীৰবিদ্যাই জীৰ্ণপ্ৰণালী, ৰক্তচলাচল প্ৰণালী, স্নায়ুতন্ত্ৰ—ইত্যাদি শৰীৰৰ বিভিন্ন অংশসমূহৰ ক্ৰিয়াৰ বিষয়ে লক্ষ্য ৰাখে আৰু আচৰণবাদী মনোবিদ্যাই এইগোট জন্তুটোৱেনো পুৱাৰপৰা ৰাতিলৈ আৰু ৰাতিৰপৰা পুৱালৈ কি কৰে, তাকেহে দকৈ লক্ষ্য কৰে (১৩)। মানুহ মাথোন "বিভিন্ন অংশসমূহ একত্ৰ কৰি কামৰ বাবে প্ৰস্তুত অৱস্থাত ৰখা সংগঠিত যন্ত্ৰ এটাহে"(১৪)। চিৰাচৰিত মনোবিদ্যামতে যি আত্মা আৰু চৈতন্যৰ কথা কোৱা হয়, তাক বুজিবলৈ ৱাটচনৰ ধৈৰ্য নাই (১৫)। মাংসপেশীবোৰ কোনো প্ৰণালীত ইচ্ছামতে ইফাল-সিফাল কৰাই ভাষা। অন্যান্য ঘটনা ঘটা দি চিন্তাও সংঘটিত হয়। সেইনিচ খেলাৰ দৰেই ভাষাও মাত্ৰ ক্ৰিয়াসংগঠনহে—ভাষাপেশীসমূহৰ তলত থকা নিৰ্বচনস্থানৰ (উপকণ্ঠাৰ) একপ্ৰকাৰ আচৰণহে। ই মাত্ৰ নিমাতী ভাষা, "গোপন পেশাৰে কোৱা কথা"। গৰ্ভডাইকে ৰেছৰ লগত এন্দুৰেৰে কৰা পৰীক্ষাৰ-

---

(১৩) *Behaviorism* : P 11 (1929)

(১৪) ইয়াৰে মই কোনো জটিল কথা বুজাব খোজা নাই। টাগাৰে সৈতে চকাচাকি, এক্সল ডিফাৰেন্সিয়েল গেচ-ইঞ্জিন আদি গোটি খুৱাই লোৱা আৰু সকলোৰে জোৰাই পেলালে লোৱা যায় এক প্ৰকাৰৰ এটি বাহন। এই বাহনখন কিবা নহয় কিবা কামত লাগে। ইয়াৰ গঠন অনুযায়ী ইয়াক বিভিন্ন কামত লগা পাৰি। যদি ফৰ্ডগাড়ী হয়—ইয়াৰে বজাৰ কৰিবলৈ বা কামত ফুৰিবলৈ যাব পাৰি। ৰলচ-ৰয়চ হলে আমোদ ভ্ৰমণৰ কাৰণে ভাল। ঠিক তেনেকৈ এই সঙ্গীভূত হাত ভৰি মূৰ-গা, মাংস-পেশী আৰু বিভিন্ন শিৰা-উপশিৰা গঠনৰ এটা নাম থকা মানুহটোৰ শিক্ষালাভৰ কাৰণে যথেষ্ট বয়স হৈছে আৰু বিনা-শিক্ষাৰেও ই কিছুমান কামৰ কাৰণে উপযোগী।—*Behaviorism* P--216

(১৫) 'মনস্তত্ত্বত আদিম কালৰপৰা এই অন্ধবিশ্বাস চলি আহিছে। কোনেও কেতিয়াও মানুহৰ আত্মাক চুই পোৱা নাই, টেষ্ট-টিউবতো দেখা নাই; বা আমাৰ দৈনন্দিন অভিজ্ঞতাৰ দৰে ইয়াৰ লগত কোনো প্ৰকাৰৰ সম্পৰ্কই কেতিয়াও সংঘটিত হোৱা নাই। যি হওক, ইয়াৰ অস্তিত্ব সন্দেহ কৰিব লাগিলে অধৰ্মী হ'ব লাগিব আৰু হয়তো মূৰ হেৰুৱাব লাগিব। আজিৰ যুগতো কোনো নেতৃস্থানীয় লোকে এনে মত পোষণ কৰিবলৈ সাহ নকৰে"। আকৌ "উণ্ডৰ দিনৰপৰা চৈতন্যই মনস্তত্ত্বৰ মূল কথা হৈ পৰিল। এয়ে আচৰণবাদৰ বাহিৰে আজিৰ যুগৰ সকলো মনস্তত্ত্বতে মূল সূত্ৰও হ'ল; ই মাত্ৰ সহজে ধৰি লোৱা কথাহে—আমাৰ আত্মাৰ ধাৰণাৰ দৰেই ই অপ্ৰতিপাদনীয়, অসম্পৰ্কস্থানীয়। তত্ত্বদৰ্শনৰ কালৰপৰা আচৰণবাদীৰ মতে দয়োটা পদেই মূলতঃ একে।"—*Behaviorism* P.4-5

পৰা ভেওঁ "বিজ্ঞানসন্মতভাৱে" প্ৰমাণ কৰিব খুজিছে যে বুদ্ধি মাথোন উদ্দীপক আৰু তাৰ প্ৰতিক্ৰিয়াৰ বাহিৰে একো নহয়। অনুভূতিসমূহো আন্তৰ্যন্ত্ৰীয় প্ৰতিক্ৰিয়াহে মাত্ৰ। ইচ্ছা বা সংকল্প বুলি কোনো এটা বস্তু নাই। মানুহৰ ক্ষমতা মাথোন সংজ্ঞাবাহী উদ্দীপনা গ্ৰহণ আৰু তাৰ স্বতঃস্ফূৰ্ত প্ৰতিক্ৰিয়াতেই সীমাবদ্ধ। প্ৰতিক্ৰিয়াসমূহ নিৰ্দ্ধাৰিত হয়—উদ্দীপনাসমূহ, মাংসপেশীৰ শক্তি আৰু তাৰে পৰিচালিত হোৱা স্নায়ুবিন্যাসৰ দ্বাৰা। মানুহ মাথোন এই উদ্দীপনা আৰু তাৰ প্ৰতিক্ৰিয়াসমূহৰ কেন্দ্ৰহে। অন্তৰ ভিতৰত মানুহেই আটাইতকৈ শিয়ান। মনটোৱেই শৰীৰ; আৰু মানুহ এটা যন্ত্ৰবিশেষ। আমাৰ চিন্তাৰ কোনো ফলাফল নাই, ইচ্ছাৰো কোনো ফলপ্ৰসূ ক্ষমতা নাই।

ৱাটচনৰ আচৰণবাদ সৰ্বসাধাৰণৰ বৰ প্ৰিয়। কাৰণ, জন্মতে সকলো মানুহ সমান বুলি কোৱা ধাৰণাটো বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠিত। মানুহৰ উচ্চ-নীচৰ প্ৰভেদ সমৰ্থনযোগ্য নহয়, কাৰণ, সকলো কথা এতিয়া নিৰ্ভৰ কৰে সামাজিক আৰু সাংস্কৃতিক পৰিবেশৰ ওপৰত (১৬)। জন্মকালীন প্ৰকৃতিৰ সংশোধন হয়, সপ্ৰতিবন্ধক প্ৰতিবৰ্তক (conditioned reflexes) আহৰণ কৰাৰ ওপৰত; নৈতিক নিৰ্দ্ধাৰণবাদে সকলোৰে মন যোগাব পাৰে, কাৰণ, যেয়ে যি ইচ্ছা তাকে কৰিবলৈ ই এটা অছিলা দিয়ে। ব্যক্তিত্ব হ'ল আমি চকুৰে চাব পৰা আৰু যি ৰূপকে ইচ্ছা তাকে দিব পৰা বস্তু। মানুহৰ ভৱিষ্যৎ অকল্পনীয়, মুক্ত আত্মা সাধুকথা বিশেষ। আমি যদি কৰোঁ বুলি লাগোঁ, পিয়া-উপশিৰাবেই ঈশ্বৰ এজন সৃষ্টি কৰি ল'ব পাৰোঁ।

ফ্ৰয়ড্ আৰু যুঙৰ (Freud and Jung) নামত জড়িত নতুন মনোবিজ্ঞানত (১৭)

---

(১৬) "সকলো স্বাস্থ্যবান লোকেই আৰম্ভ কৰে একেদৰে। আমাৰ বিখ্যাত স্বাধীনতাৰ ঘোষণাত একে প্ৰকাৰৰ শব্দই উচ্চাৰিত হয়। তাত চহী কৰোঁতাসকলৰ মনস্তত্ত্বৰ প্ৰতি অজ্ঞতাৰ কথা মনত ৰাখিও স্বীকাৰ কৰিব লাগিব যে, তেওঁলোকে সত্যৰ ওচৰ চাপিছিল। তেওঁলোকে যদি 'সমান' কথাষাৰৰ ঠিক আগতে 'জন্মতে' বুলি শব্দটো লগাই দিলেহেঁতেন, তেনেহলে একেবাৰে সত্য হ'লহেঁতেন। জন্মৰ পিচতহে কোনোবা খৰিকটীয়া হয়, কোনোবা পানী-ভাৰী হয়, কোনোবা ৰাজনীতিবিদ, কোনো চোৰ, কোনো বহুবিখ্যাত বৈজ্ঞানিক বা কোনো কৃতকৰ্মা পুৰুষ হয়।"—*Behaviorism* P. 217

(১৭) আচৰণবাদ আৰু মনঃসমীক্ষণকেই মনস্তত্ত্বৰ প্ৰধান পথ বুলি ধৰিলে বৰ শুদ্ধ নহব। মনস্তত্ত্বই প্ৰতিপাদন কৰা কথাসমূহৰ ওপৰত মনস্তাত্ত্বিকসকলেই একমত নহয়। *Psychologies of* 1925 (Published by Clark University, 1926) বোলা কিতাপত ছয় প্ৰকাৰৰ বিভিন্ন মনস্তত্ত্বৰ পথৰ বিষয়ে আলোচনা কৰা হৈছে। আৰু সেয়ে মনস্তত্ত্বৰ সকলোখিনি সামৰি লব পৰা নাই। উদাহৰণ স্বৰূপে ক'ব পাৰি যে সেইখন কিতাপত মনঃ-সমীক্ষকে আলোচনা কৰা নাই।

যদিও বেলেগ গুৰুত্ব দেখা যায়, তথাপি ইও একপ্ৰকাৰ মনোবৈজ্ঞানিক নিৰ্দ্ধাৰণ-বাদৰেই পোষকতা কৰে। ৰাট্‌চনৰ মতে ফ্ৰয়ডে "তেওঁৰ আগৰ বৈজ্ঞানিক প্ৰশিক্ষণ এৰি এতিয়া ভূদুবাদ (Voodooism)ত লাগিল।" ফ্ৰয়ড্‌ৰ জগৰ হ'ল যে তেওঁ চেতনাৰ অধ্যয়নত মনোবিদ্যাৰ স্থান সম্বন্ধে বেছি মূল্যৰ দাবী কৰিছিল। আমাৰ জীৱনৰ যিকোনো জাগ্ৰত মুহূৰ্ত্তত আমাৰ বিভিন্ন জ্ঞানেন্দ্ৰিয়সমূহেদি অহা উদ্দীপকৰ স্থিৰ ধাৰা এটিৰ আমি ভূ পাওঁ। চিন্তা আৰু তাৰ প্ৰতিবিম্বৰ সৈতে লগ লাগি এই জ্ঞানেন্দ্ৰিয় ছাপেই হৈ পৰে আমাৰ চেতনা। এই চেতনাৰ দুৱাৰ-ডলিৰ সিফালে থাকে ঘটনা আৰু ছাপসমূহৰ গুটি ভঁৰাল; আমাৰ ইচ্ছামতে আমি তাৰপৰা বাছি আনি থাকিব পাৰোঁ। ইয়াৰ কিছুমান অংশলৈ প্ৰৱেশ বৰ সহজ; কিছুমান কষ্ট-সাধ্য; কিন্তু আটাইতকৈ গুপ্ত হৈ থকাবোৰো আমি সজীৱ কৰিব পাৰোঁ। ইয়াকে আ-সজ্ঞান স্তৰ বোলে, আৰু ই প্ৰথমৰ সজ্ঞান স্তৰতকৈ বেলেগ। ইয়াৰ বাহিৰেও এটি তৃতীয় অঞ্চল বা অৱস্থা আছে, তাকে নিৰ্জ্ঞান স্তৰ বোলা হয়; তাত আমাৰ জীৱনৰ হেৰাই যোৱা অভিজ্ঞতাবোৰ, শৈশৱ আৰু কৈশোৰ অৱস্থাতে পোৱা ছাপবোৰ সঞ্চিত কৰি ৰখা হয়। যদিও আমি এইবোৰ সাধাৰণ চিন্তাৰ দ্বাৰা সজ্ঞান স্তৰলৈ আনিব নোৱাৰোঁ, তথাপি আমাৰ আচৰণৰ ওপৰত ইয়াৰ বিশিষ্ট প্ৰভাব আছে। অৱচেতন স্তৰত পোত গৈ থকা এই গূঢ় মানসিক বিকাৰসমূহক স্বপ্নৰ অধ্যয়ন আৰু অবাধ ভাৱানুষঙ্গৰদ্বাৰা মনঃ-সমীক্ষকসকলে ইয়াৰ বতৰা উলিয়াব খোজে। এই পোত খাই থকা গূঢ়ৈষা আৰু অৱদমিত অৱস্থাসমূহেই মনক চলাই থকা চলন্তিকা শক্তি, যি শক্তিৰ সহায়ত মন চালিত হয়।

ধৰ্মৰ ক্ষেত্ৰত এই মতসমূহৰ প্ৰভাৱ অতি গভীৰ। "শিখা যেনেকৈ জ্বলন্ত মমবাতিৰ আত্মাৰ প্ৰকাশ, সেইদৰে মন, প্ৰাণ আৰু আত্মা যদি জীৱন্ত মস্তিষ্কৰ আত্মপ্ৰকাশ বুলি ধৰা হয়, তেতিয়া হলে মস্তিষ্ক নাশ হোৱাৰ লগে লগে সক-লোৰে অন্ত পৰিব। প্ৰাকৃতিক শক্তিসমূহৰ প্ৰভাৱতে পৰিপুষ্ট হৈ বিৱৰ্ত্তন হৈ অহালৈ চাই মানুহ জাতিক প্ৰকৃতিৰ আনবিলাকৰ মাজৰে অংশ-বিশেষ বুলি ক'ব পাৰি। মানুহৰ ধৰ্ম-বিষয়ক স্বজ্ঞান বা প্ৰজ্ঞাসমূহো বান্দৰৰ উপৰি-পুৰুষৰপৰা উদ্ভূত আমাৰ এই জাতিটোৰো সপোনহে। ডাৰ্‌উইনৰ নিচিনা অতি সাৱধান লেখক এজনেও তেওঁৰ আত্মজীৱনীত লিখি থৈ গৈছে—"যি মনৰ উৎপত্তি আৰু ক্ৰমোন্নতি অতি নিকৃষ্ট জন্তুত থকা মনৰপৰাই হৈছে বুলি মই সম্পূৰ্ণ বিশ্বাস কৰো, সেই মানুহৰ মনে যেতিয়া ডাঙৰ ডাঙৰ সিদ্ধান্তবোৰত উপনীত হয়, তেতিয়াই মোৰ মনত সেই সম্বন্ধে সন্দেহ উপস্থিত হয়।" মানুহে বৰ্ত্তি থকাৰ কাৰণে কৰা যুঁজৰে ফল হ'ল মানৱমন। ই মাথোন হাথিয়াৰ (যন্ত্ৰপাতি) বনোৱা, আহাৰ-বিচৰা যন্ত্ৰ, আৰু নানা পৰীক্ষা আৰু ভুল-ভ্ৰান্তিৰ পিচতহে ই প্ৰকৃত সমন্বয় কৰিবগৈ পাৰে। ইয়াৰ ক্ৰিয়াসমূহ পৰীক্ষামূলক, পন্থা উপযোগিতামূলক (utilitarian) আৰু মতামতো সময়-সাপেক্ষ।

মনঃসমীক্ষকসকলৰ মতে অতি উৎকৰ্ষ সাধন কৰা জীৱৰ ক্ষেত্ৰতো সজ্ঞান চিন্তাই বৰ কম কামহে কৰে, আৰু মানৱ মনৰ বুনিয়াদী ক্ৰিয়াসমূহ দৰাচলতে অহৈতুক বা যুক্তিবিহীন। চিন্তা কৰা মানে বিচাৰ কৰা বোলাতকৈ যুক্তিসম্মত কৰা বা সমন্বয় কৰাহে বুলিব লাগে। আমি গ্ৰহণ কৰা মতামত কিছুমানৰ বাবে যুক্তি বিচাৰি উলিয়াওঁ। আৰু সেই মতামত পোষণ কৰোঁ আমি দিয়া যুক্তিতকৈ অন্য ভিত্তিতহে। মানুহৰ ব্যক্তিত্ব সহজ প্ৰবৃত্তি কিছুমানৰ খেলা-পথাৰহে; ধৰ্মীয় বিশ্বাসজনিত কিছুমানৰ অৱদমিত প্ৰভাৱে এই প্ৰবৃত্তিসমূহক হেঁচি ৰাখে। আ-সজ্ঞানৰ গভীৰতাতে যদি আমাৰ চলাত্মক (dynamic) শক্তি নিহিত আছে, তেন্তে নৈতিক উদ্দেশ্য আৰু ধৰ্মৰ আকাঙ্ক্ষা তেনেই ভ্ৰান্তিহে মাথোন।

বহুতো ক্ষেত্ৰত আমাৰ অতি দকৈ শিপাই থকা সহজ প্ৰবৃত্তি আৰু আকাঙ্ক্ষাৰ কৰ্মক সমৰ্থন কৰিবলৈকে যুক্তিৰ অৱতাৰণা কৰা হয়। কল্পিত দেৱতাৰ প্ৰতি আমাৰ যি ধৰ্মৰ ভাব সি আমাৰ নিৰ্বোধ প্ৰকৃতিৰ কিছুমান মানসিক ক্ৰিয়াহে মাথোন। ধাৰ্মিক ধাৰণাবোৰ অভিক্ষেপণ আৰু পশ্চাৎ গতিৰ যান্ত্ৰিক ব্যৱস্থাই সৃষ্টি কৰা কিছুমান মন তাপৰাবৰ কাৰণে কৰা ব্যৱস্থা মাথোন, আচলতে কোনো বাস্তৱ সত্তা নহয়। ঈশ্বৰ মাথোন আমাৰ নিৰ্জ্ঞান স্তৰৰ ক্ৰিয়া বিশেষ! সৰ্বযৌন-বাদৰ লগত মত মিলাই এনেকৈও কোৱা হয় যে, ধৰ্ম আৰম্ভণিতে "যৌন-উন্মাদনাৰ ভুল প্ৰকাশহে মাথোন; আনকি উচ্চ ধৰ্মসমূহো কাম-বৃত্তিৰ ভাব বিশেষেৰে পৰিপূৰ্ণ। অতীন্দ্ৰিয় অভিজ্ঞতাসমূহ মানসিক কাম-বিকাৰ-গ্ৰস্তসকলৰ অস্বস্থ লালসাৰ অভিক্ষেপণ মাত্ৰ। ঈশ্বৰক আমি এজন মৰমীয়াল পিতৃ বুলি ভবাটো আমাৰ এটি পশ্চাৎগামী মনোভাৱহে। শৈশৱ আৰু কৈশোৰত আমাৰ পিতা-মাতাই আমাৰ অভাৱ-অভিযোগ দূৰ কৰি বিপদ-আপদৰপৰা ৰক্ষা কৰি থকাটোকে আমি বিচাৰোঁ। আমি যেতিয়া ডাঙৰ হওঁ, তেতিয়া আমাৰ পিতৃ-মাতৃয়ে যৰ চলোৱাৰ দৰে আমি আমাৰ সকলো কথা জানি পিতৃ-মাতৃৰ দৰে আমাৰ যতন লৈ সকলো ল'ৰা-ছোৱালীৰে সুখৰ হকে কাম কৰিব বুলি মৰমীয়াল ৰজা এজনৰ কল্পনা কৰে।। এনেকৈয়ে যেতিয়া জীৱনৰ অতি বাস্তৱ ঘটনাবো আমি সন্মুখীন হওঁ, তেতিয়াও আমি এটা আবেগপ্ৰৱণ নিৰাপত্তাৰ অৱস্থাত বুৰ গৈ থাকোঁ। মোক তুমি মাৰিব পাৰা, কিন্তু তোমাৰ ওপৰত মই বিশ্বাস নেৰোঁ; আমি ডাঙৰ-দীঘল হোৱা কেঁচুৱা, আৰু ঈশ্বৰ যেন এই মানুহ জাতিৰ কাৰণে এগৰাকী ধাত্ৰীহে (১৮)।

---

(১৮) তুঃকঃ য়ং-পুৰুষ দেৱতাৰ ভাবটো বিশ্লেষণ আৰু যুবক্ৰীৰ ফালৰপৰা চালে মনস্তাত্ত্বিক কথা আৰু "পিতৃ ইমেগোৰ"পৰা উদ্ভূত; আৰু ইয়াৰ মুখ্য উদ্দেশ্য হ'ল পৰিত্যক্ত শিশু পিতৃৰ ঠাই পূৰাবলৈ পৰিয়ালৰ ক্ষুদ্ৰ গণ্ডীৰপৰা বিশাল মানৱ সমাজৰ ক্ষেত্ৰলৈ যাতে সহজে গতি কৰিব পাৰে, তাৰ চেষ্টা কৰা।" *Psychology of the Unconscious* (1922) P. 29

নৃ-তত্ত্ববিদ্ সকলৰ মতে অতি আদিম কালৰপৰাই মানৱ বুৰঞ্জীত ঈশ্বৰৰ ধাৰণাই প্ৰভাৱ পেলাই আহিছে; এতিয়া ইয়াৰ মনোবৈজ্ঞানিক ব্যাখ্যা দিয়া হৈছে। ঈশ্বৰক ভয় কৰা, পাপীক লাজ দিয়া, মোক্ষৰ অনুভূতি লাভ কৰা ইত্যাদি ধৰ্ম সংক্ৰান্ত কথাবোৰ এনেধৰণে ব্যাখ্যা কৰা হৈছে। মানুহৰ মানসিক উন্নতিৰ কোনো এক স্তৰত হোৱা ভ্ৰান্তিকেই ধৰ্ম বোলা হ'ল বুলি ফ্ৰয়ডে নিশ্চিত মত পোষণ কৰিছে। মানুহে যিমানেই জ্ঞানৰ অপৰিপক্কতাৰ অৱস্থা পাৰ হৈ ক্ষিপ্ৰতাৰে আগ বাঢ়ি যাবলৈ ধৰিছে, সমাজে তিমানেই ধৰ্মক লাহে লাহে এৰিবলৈ ধৰিছে (১৯)।

সম্প্ৰতি ধৰ্মৰ মনোবৈজ্ঞানিক দৃষ্টি-ভঙ্গীৰ ওপৰত বিশেষ জোৰ দিয়া হৈছে। Wundt এই যদিও বৰ্তমান ধৰ্মৰ মনোবিজ্ঞানৰ চৰ্চাৰ প্ৰতিষ্ঠাপক, উইলিয়ম জেমচ্ ষ্টান্‌লি হল, ষ্টাৰবাক, লিউবা, কো আৰু প্ৰেট্ আদি প্ৰধান পৃষ্ঠপোষকসকল আমেৰিকাৰহে; বৃটেইনৰপৰাও যথেষ্ট মূল্যৱান অৱদান আহিছে (২০)। ফ্ৰয়ডীয় মত পোষণকাৰীসকলে বিশেষকৈ ধৰ্মৰ বাস্তৱতাৰ বিৰোধী সিদ্ধান্ত কৰে। 'এ চাইকলজিকেল ষ্টাডি অৱ ৰিলিজন' কিতাপত লিউবাই কয় যে ধাৰ্মিক অভিজ্ঞতা মাথোন আত্মমুখী মানসিক অৱস্থা, আৰু ইয়াৰ প্ৰভাৱ যথেষ্ট শক্তিশালী হলেও ই ভ্ৰান্তিয়েই। বিভ্ৰান্ত আৰু অশিক্ষিতসকলে অন্তঃৰৰপৰা উৎপত্তি হোৱা সপোনকে দৈৱবাণী বুলি ভুল কৰে। যি ধ্বনি স্বৰ্গৰপৰা অহা বুলি ভাবোঁ, সি দৰাচলতে মানুহৰ মাতহে (২১)। আমি শুনা দৈৱবাণী স্বৰ্গীয় দেৱতাৰপৰা অহা নহয়; আত্মৰক্ষাৰ কাৰণে হতাশ হৈ পৰা আত্মা আৱাই কৰা মানৱীয় অনুমান

(১৯) এম্ ৰেনাকে (M. Reinach) স্বতন্ত্ৰভাৱে যুক্তি দি কৈছে যে ধৰ্মৰ বুৰঞ্জী ভুল আৰু ভ্ৰান্তিৰ বুৰঞ্জীৰ বাহিৰে একো নহয়, আৰু ইয়াৰ ফলত মানৱ জীৱনত বিশেষ লেখত লবলগীয়া, মাজে মাজে অন্যায়কাৰী কামো ঘটিছে, আৰু ভৱিষ্যতৰ গণতন্ত্ৰত ধৰ্মৰ কোনো কাম নাথাকিব।—*Orpheus E. T.* (1907) P. 102

(২০) Selbie: *The Psychology of Religion* (1924), Thouless: *An Introduction to the Psychology of Religion* (1924), Pym: *Psychology and the Christian life* (1921)

(২১) তু/ক—টমাচ্ হবস: "ঈশ্বৰে তেওঁক সপোনত কিবা কোৱা বুলি কোৱাৰ অৰ্থ হ'ল, ঈশ্বৰে তেওঁক কিবা কোৱা সপোনত দেখিছিল। তেওঁ কোনো দৃষ্টিলাভ কৰিছিল বা কিবা মাত এষাৰ শুনিছিল বুলি কোৱাৰ অৰ্থ হ'ল যে তেওঁ সুষুপ্তি আৰু জাগৃতিৰ মাজতে সপোন দেখিছিল।" —*Leviathan* BK 3, Ch. xxxii. Barrat Brown আৰু Harveryৰ *Naturalness of Religion* (1928) ৮৮ পৃঃত উদ্ধৃত।

মাত্ৰ। মানুহৰ স্বাভাৱিক উৎসাহ আৰু আন্তৰিকতা যেতিয়া চেঁচা পৰি অহা যেন লাগে, তেতিয়া এনেকুৱা দৈৱিক প্ৰতিশ্ৰুতিসমূহ বৰ ভাল লাগে। অতীন্দ্ৰিয় দৃষ্টিসমহৰ (স্বপ্নৰ) প্ৰতি যি নিশ্চয়তাৰ ভাব থাকে, সি সন্দেহজনক হৈ পৰে; কাৰণ, এনে স্বপ্নসমূহ পৰস্পৰ বিৰোধী হোৱা দেখা যায়। আমি যেতিয়া ভীষণ বিপদৰ সন্মুখীন হওঁ আৰু অনাগত অমঙ্গলৰ আশঙ্কাত ভয় খাই উঠোঁ, তেতিয়া ধৰ্মই আমাৰ মনলৈ এটা বিশ্বাস বা নিৰাপত্তাৰ ভাব আনি দিয়াটোৱেই তাৰ কাম। আৰু ধৰ্মই এই কাম কৰে—কল্পনা আৰু ব্যঞ্জনাৰ সহায়েৰে। প্ৰাচ্য আৰু পাশ্চাত্যৰ কোনো কোনো ধৰ্মাৱলম্বী দলে অনুভূতিশীল কল্পনা জাগৃত কৰিবৰ কাৰণে বিশেষ প্ৰচেষ্টা কিছুমানৰ সহায় লোৱা প্ৰায় দেখা যায়। আমি যদি কোনো এটি বস্তুৰ ওপৰত দকৈ মনোনিৱেশ কৰোঁ, ধৰা যাওক নৰকৰ অগ্নিকুণ্ডতে, তেনেহলে আমি অলপ সময়ৰ পিচতে আমাৰ হাতৰ তলুৱাত সেই উত্তাপ অনুভৱ কৰিব পাৰিম। ঠিক এই প্ৰকাৰেই আমি দেখি আহিছোঁ ঈশ্বৰকো, আনকি ভূত, প্ৰেত দানৱ আদিৰে ভৰা ঈশ্বৰৰ শত্ৰু চয়তানকো। "বিশ্বাস কৰোঁতাজনৰ কাৰণে সকলো কথাই সম্ভৱপৰ।" আমি জ্ঞান জ্যোতিষৰ শিখৰ পোৱালৈকে এনেকৈ কৰিব পাৰোঁ।

কল্পনাকে ঘটনা বুলি গ্ৰহণযোগ্য কৰিবৰ কাৰণে আৱশ্যকীয় পৰিবেশ উদ্ভাৱন কৰাতে মনোবৈজ্ঞানিকসকলে মনোনিৱেশ কৰে, তাৰ সত্য মূল্য নিৰূপণত নহয়। যি ভ্ৰান্তি ধৰা পৰিছে তাৰ সত্যতা লৈ আমি তৰ্ক নকৰোঁ। শাস্ত্ৰৰ প্ৰমাণ, ডাঙৰ লোকৰ কথা, সৰ্বসাধাৰণ মানুহৰ সহজে প্ৰত্যয় যোৱা মন—ইত্যাদিৰ কথা কৈ যেনেকৈ আমি সতী বা ডাকিনী-যোগিনীৰ কথা প্ৰমাণ কৰিব খোজোঁ, তেনেকৈ মনোবৈজ্ঞানিকসকলেও নানান প্ৰমাণেৰে মানুহে ধৰ্ম গ্ৰহণ কৰাৰ পৰিবেশ বা অৱস্থাসমূহ বুজাবলৈ চেষ্টা কৰে (২২)।

ধৰ্মই এই জগতত মানৱ প্ৰাণৰ কিছুমান স্বাভাৱিক দোষৰ ক্ষতিপূৰণ সাধে; আৰু আমাৰ এই অস্থায়িত্ব, অনিশ্চয়তা আৰু ছিদ্ৰপূৰ্ণ জগতৰ অৰ্থশূন্যতা দূৰ কৰি ঈশ্বৰৰ উপস্থিতিৰে ইয়াক পাহৰাব খোজে। সম্পূৰ্ণাঙ্গ জগত এখন কল্পনা কৰি, মানৱ মনত থকা সৰ্বাঙ্গসুন্দৰজনৰ ধাৰণা এটা বাহিৰত প্ৰকাশ কৰিবলৈ কৰা প্ৰচেষ্টাই হ'ল দৰাচলতে আৰু বাস্তৱ ক্ষেত্ৰত আমাৰ ধৰ্ম; ই আমাক ঘটনাৰ

---

(২২) ধৰ্মৰ মনোবৈজ্ঞানিক দৃষ্টিভঙ্গী অকল মনোবৈজ্ঞানিকসকলতে আৱদ্ধ নহয়। মিডলটন মূৰেই (*God*, 1929) লিখিছে: "ঈশ্বৰ নাই; তেওঁৰনো কিয় সৃষ্টি হৈছিল, তাৰ কাৰণ নজনালৈকে আমি ঈশ্বৰ নোহোৱাকৈ কেতিয়াও থাকিব নোৱাৰোঁ।" তেওঁৰ মতে শ্ৰেষ্ঠ দাৰ্শনিকসকলে ঈশ্বৰৰ প্ৰকৃতি উদ্ভাৱন নকৰে, কৰে নিজৰ প্ৰকৃতিহে।

বাস্তৱতাৰপৰা নিষ্কৃতি দি ভাৱবাদী অভিজ্ঞতালৈ যোৱাৰ উপায় দিয়ে। মানুহে নিজে যেনেকুৱা হ'বলৈ বিচাৰে, ঈশ্বৰ তাৰেই স্বৰূপ।

প্ৰকৃতিৰ ওচৰত মানুহৰ নিৰাশ্ৰয়তাই মানুহক অলৌকিক শক্তি আৰু আশীৰ্বাদ বিচাৰিবলৈ বাধ্য কৰায়। আমি জীৱনৰ কাৰ্যকাৰিতাৰ কাৰণেহে ধৰ্ম গ্ৰহণ কৰোঁ; দৰাচলতে পৰম সুন্দৰৰ প্ৰতিমূৰ্তি পৰমাত্মাৰ লগত আমাৰ যোগাযোগ স্থাপন কৰিবৰ কাৰণে নহয় (২৩)।

এমিল দাৰখীমৰ দলৰ ফৰাচী সমাজবিজ্ঞানবাদীসকলে ধৰ্মৰ ধাৰণাৰ উৎপত্তি আৰু ক্ৰমোন্নতিও সমাজৰ অৱদানৰ ওপৰতে জোৰ দিয়ে। অতীজৰেপৰা সামাজিক যাকোন আৰু জীৱনৰ ঐহিক মূল্য ৰক্ষা কৰিবৰ বাবে ধৰ্মৰ অৱতাৰণা কৰা হৈ আহিছে; কাৰণ, মানুহক ৰাজভক্ত আৰু আইন অনুগত কৰি ৰাখিবৰ বাবে ধৰ্মৰ যাকোন আদালত আৰু জেলতকৈ বেছি কাৰ্যকৰী। সমাজকুশল কামবোৰক এটা আবেগজনিত প্ৰেৰণা যোগাবৰ বাবে ধৰ্ম এটা ব্যৱস্থাহে মাত্ৰ। যি ব্যক্তিসমূহক লৈ সমাজখন ওপৰত আৰু ব্যাপক, ব্যক্তিৰ কাৰণে ইয়াৰ আকাৰ আপেক্ষিকভাৱে স্বতন্ত্ৰ বা বেছি বিষয়গত বুলিব পাৰি। সমাজৰ দ্বাৰা সৃষ্টি হোৱা বিশেষ বস্তু, যেনে,

---

(২৩)Dr. Bouquet এ লিখিছে: "তুলনামূলক ধৰ্ম-পুথিসমূহত লিখা ধৰ্মৰ বহুতো কথাই আচলতে ধৰ্ম নহয়, আদিম বিজ্ঞানহে; অৰ্থাৎ দৃশ্যমান বহুধা বিশ্বৰ নিয়ম আৰু ক্ৰিয়া-কলাপৰ কাৰণ উদ্ভাৱনৰ যন্ত্ৰ বিশেষ; এজন সৎ ঈশ্বৰৰ লগত নিৰপেক্ষ আৰু নিঃস্বাৰ্থ সম্বন্ধ স্থাপনৰ প্ৰচেষ্টা নহয়। নিম্ন খাপৰ বা উচ্চ খাপৰে হওক, সৰ্বপ্ৰাণবাদে প্ৰকৃতিৰ শক্তিৰহে বৰ্ণনা দাঙি ধৰে। অধ্যাপক লিউবাৰ ভাষাত প্ৰাণ, দৈত্য-দানৱ বা দেৱতা আদি শব্দহে ব্যৱহাৰ কৰা হয়। মানৱ-স্বাৰ্থ সাধাৰণতে ঐহিকহে। নৈতিক আৰু আধ্যাত্মিকতাৰ পৰম স্বৰূপ হিচাপে, লক্ষ্য হিচাপে দেৱতাৰ প্ৰতি মানুহৰ শ্ৰদ্ধা নায়েই বা অতি কমহে। আজি আধুনিক যুগত কৃষকে পথাৰত ৰাসায়নিক সাৰ দিয়াদি অতীজৰ কৃষকে যেনিবা কিবা বলি দান দিছিল; তাৰ বাহিৰে আৰু একো নহয়। ঠিক এই কাৰণেই ইউথাইফ্ৰোই (Euthyphro) তেওঁৰ বিখ্যাত তৰ্কবাদত চক্ৰেটিছে সোধা এই প্ৰশ্নৰ —"Cultusৰ পৰা লাভ কি?"—উত্তৰ দিবলৈ টান পাইছিল। কাৰণ চক্ৰেটিছে নৈসৰ্গিক ক্ষেত্ৰৰ লগত দৈৱ সম্বন্ধ আগতে চিঙি দিছিল। পেৰিচীয় কেথলিক আণ্ডাৰগ্ৰেজুৱেট এজনে পৰীক্ষাত ভাল কৰিবৰ কাৰণে নিৰ্বাক ভাৰ্জিন মেৰীৰ ওচৰত শৰাই দিয়ে, কিন্তু কেম্ব্ৰিজৰ প্ৰটেষ্টাণ্ট এজনে ভাল এজন শিক্ষকহে নিয়োগ কৰি লয়। দুই ক্ষেত্ৰতে মুখ্য উদ্দেশ্যৰ জানো কিবা প্ৰভেদ আছে?" Bouquet: *The Christian Religion and its Competitors Today* (1926) p. 14

ভাষা, ব্যক্তিয়ে সৃষ্টি নকৰে, ব্যক্তিয়ে আহৰণহে কৰে; অথচ ভাষা মানৱৰ সৃষ্টহে। সেইদৰে ধৰ্ম বিশ্বাসো বহুতো মনৰ পাৰস্পৰিক সংসৰ্গত উদ্ভৱ হয়; আৰু ঠিক ভাষাৰ দৰেই ইয়াক বিষয়গত সত্য বা ভ্ৰান্তি বুলিব পাৰি। এইমতে ঈশ্বৰো ব্যক্তিৰ আকাঙ্ক্ষাৰপৰা উদ্ভূত হোৱা ক্ৰিয়া নহয়—সমাজৰ সৃষ্ট বস্তুহে। আমাৰ অনুভূতি সমাজে আমাৰ ওপৰত কৰা প্ৰভাৱৰ ফল (২৪)। চলিত নীতি-বিদ্যাৰ সমৰ্থনৰ হেতুকে এজন অনুপলব্ধ ঈশ্বৰৰ অৱতাৰণা কৰা হয়।

## তুলনামূলক ধৰ্ম্ম

ধৰ্মৰ বিষয়ত বিজ্ঞানৰ চৰ্চাই সুসিদ্ধান্তত যেন উপনীত হ'ব পৰা নাই; গতিকে আপেক্ষিকভাৱে নকৈ ওলোৱা তুলনামূলক ধৰ্ম আলোচনা আৰু উচ্চ সমালোচনায়ো এই বিষয়ত কিছু অৱদান যোগাবলৈ ধৰিছে। তুলনামূলক ধৰ্মই আমাৰ নিজৰ ধৰ্মবিশ্বাসৰ বাহিৰে আনকো গৌৰৱ বা অৱজ্ঞাবোধ নকৰাকৈ চৰ্চা কৰিবলৈ সুবিধা দিয়ে। আমাৰ আদিম পূৰ্বপুৰুষৰ ৰহস্যাবৃত পৰিবেশত ধৰ্মৰ যি প্ৰথম অভিজ্ঞতা লাভ হৈছিল, তেতিয়া লাভ কৰা ঈশ্বৰৰ ধাৰণাকে ধৰি বৰ্ত্তমানৰ জীৱন্ত ধৰ্ম-বিশ্বাসলৈকে গোটেই কালৰে বুৰঞ্জীকে তুলনামূলক ধৰ্মই আমাৰ আগত দাঙি ধৰে। প্ৰত্যেকটো জাগতিক বস্তুতে যেন দেৱত্ব আৰোপ কৰা হৈছিল। নৈসৰ্গিক শক্তিসমূহ, জোন-বেলি-তৰা, জুই-পানী-মাটি, প্ৰজনন শক্তি সকলোকে ঈশ্বৰ বুলি ধৰা হৈছিল। বীৰ পূজা আৰু নৰদেৱতা পূজাৰ ফলতো ঈশ্বৰৰ সংখ্যা বাঢ়িছিল। আমি যেনে বহুৰকমৰ, আমাৰ মনৰ ঈশ্বৰৰ ছবিও তেনেকৈ বহুৰকমৰ। ইউৰোপত তুলনামূলক ধৰ্ম চৰ্চাৰ প্ৰথম বিখ্যাত ছাত্ৰ জেনোফেনিচে দিনে দিনে

(২৪) এই মতবাদৰ ভাল সমালোচনা পাব—Clement Webb: *Group Theories of Religion of the Individual* (1916)

অধিক সমৰ্থক লাভ কৰিবলৈ ধৰিছে (২৫)।

নৃতত্ত্ববিজ্ঞানে আমাদেৰে বিচৰণ কৰে আদিম গছপাত আৰু চৰাই-চিৰিকতিৰ মাজত, দৈবিক বজ্ৰ আৰু স্বৰ্গীয় যমজৰ মাজত, আৰু তাকে কৰোঁতে প্ৰমাণ পায়গৈ যে আমাৰ বহুতো জাগ্ৰত দেৱতাৰ উৎপত্তি অতি নীচস্থলত। যিবোৰ আচাৰ-বিধি আমাৰ ধৰ্মৰ নামত চলি আহিছে, নৃতত্ত্বই সেইবোৰৰ উৎস পাইছেগৈ আদিম কৰ্মকাণ্ড বা ক্ৰিয়া-পদ্ধতিত। আদিম মানুহে তেওঁলোকক সবল কৰিবৰ বাবে দেৱতাক খাইছিল; বোধহয় খৃষ্টীয়ান ধৰ্মাৱলম্বীসকলৰ মাজত খ্ৰীষ্টৰ শৰীৰ ভক্ষণ আৰু ৰক্তপান এনে কৰ্মকাণ্ডৰ লগতে জড়িত। ধৰ্মশাস্ত্ৰসমূহত থকা গল্প বা কাহিনীসমূহ দৈৱ প্ৰকাশিত নহয়' আৰু যদি আমি এতিয়াও তাতে বিশ্বাস কৰি থাকোঁ, তেন্তে জানিব লাগিব যে ভুলৰো বিনাশ নাই।

কোনো ঈশ্বৰেই পৰমেশ্বৰ নহয় আৰু কোনো ধৰ্মই সৰ্বশুদ্ধ নহয়। এসময়ত অসীম ক্ষমতা আৰু প্ৰভুত্বসম্পন্ন দেৱতা মালোচ আৰু বা-আলৰ অৰ্থে বিৰাট মঠ-মন্দিৰ তৈয়াৰ কৰা হৈছিল—তেওঁলোকক দলে দলে লোকে পূজা কৰিছিল, আৰু এওঁলোকে বহু দৈৱবাণী আৰু বাধা-নিষেধ ঘোষণা কৰিছিল আৰু বহু পূজাৰীয়ে দীৰ্ঘজীৱন ধৰি এইবোৰৰ ব্যাখ্যা কৰি কটাইছিল। তেওঁলোকৰ ক্ষমতা বা অস্তিত্ব কোনোবাই সন্দেহ কৰিলেও অধৰ্মী পাষণ্ড বোলা হৈছিল। এনে বহু লোকে বিচাৰত মৃত্যুবৰণ কৰিব লগীয়া হৈছিল। কিন্তু আজি পূজা-পাতল কৰা দূৰত থাওক, সেই দেৱতাসকলক চিনি পায় কোনে? লক্ষ লক্ষ মানুহে বিশ্বাস কৰা, শ্ৰদ্ধা আৰু ভয়ৰ কম্পনেৰে নাম উচ্চাৰণ কৰা ইজিপ্তৰ বা বেবীলনৰ শামাশ, আইচিচ্ আৰু এষ্টোৰেথ জীউস আৰু এথেন, বহু লক্ষ বছৰ আগতে যাৱেৰ সমকক্ষ বুলি কল্পনা কৰা জেনাৰ্চ আৰু ভেষ্টা আদি ঈশ্বৰসকলৰ অৱস্থা আজি কি হ'ল? তেওঁলোকৰ ভোগ উঠকলিল—আজি তেওঁলোকৰ বেদীত

(২৫) "এৰা! গৰু, ঘোঁৰা, সিংহৰ যদি মানুহৰ দৰে হাত থাকিলহেঁতেন আৰু মানুহৰ দৰে সেই হাতেৰে ছবি আঁকিব পাৰিলেহেঁতেন, তেন্তে ঈশ্বৰৰ ছবি গৰুৱে গৰুৰ দৰে, ঘোঁৰাই ঘোঁৰাৰ দৰে আঁকি নিজৰ নিজৰ ৰূপকে দি মূৰ্তি গঢ়িলেহেঁতেন। ইথিয়পীয়সকলে তেওঁলোকৰ ঈশ্বৰৰ ৰং ক'লা আৰু নাক ফেঁচা কৰি মূৰ্তি আঁকে। থ্ৰেচিয়ান ঈশ্বৰৰ অকো নীলা চকু আৰু ৰঙা চুলি থকা বুলি কয়।"—বৰ্ণেট: *Early Greek Philosophy* 3rd. Ed. (1920) P. 119. স্পিনোজাই কয়: "ত্ৰিভুজৰ যদি বাক শক্তি থাকিলহেঁতেন তেনেহলে নিশ্চয় ক'লেহেঁতেন যে ঈশ্বৰ স্বৰূপতে ত্ৰিভুজাকাৰৰ। সেইদৰে বৃত্তই ঈশ্বৰক মুখ্যতঃ বৃত্তাকাৰ বুলি আৰু এনেকৈ প্ৰত্যেকেই ঈশ্বৰক নিজ নিজ গুণবিশিষ্ট বুলি ধৰিলেহেঁতেন; এনেকৈ নিজকে ঈশ্বৰৰ প্ৰতিচ্ছবি বুলি কল্পনা কৰি আন সকলোবোৰ পশু বুলি ভাবিলেহেঁতেন।"—*Correspondence of Spinoza,* ed. by Wolf (1928) Pp. 288

আৰু ধূপৰ ধোঁৱা নুবে। যিসকল মানুহে ভাবে যে আন সকলো দেৱতাই শেষ হৈ যাব, আৰু নিজৰ দেৱতাসকলহে চিৰকাল থাকি যাব—তেওঁলোকৰ এই সৰলতাত আমাৰ হাঁহি উঠে। খণ্ড-বিখণ্ড হৈ যোৱা অতীতৰ দেৱতাসকলৰ মূৰ্তিয়েও এওঁলোকক কোনো শিক্ষা দিব পৰা নাই। ধৰ্মৰ বুৰঞ্জীত আমি পাওঁ পৰস্পৰ-বিৰোধী বিশ্বাসসমূহৰ দ্বন্দ্ব, প্ৰত্যেকেই নিজৰটোকে শেষ সিদ্ধান্ত আৰু চূড়ান্ত সত্য বুলি আঁকোৰ-গোজালিকৈ ধৰি থকা দাবী আৰু এনে দাবী কৰা লোকৰ সংখ্যাও বহুত হোৱাৰ কাৰণেই দেখাতেই ই অসম্ভৱ প্ৰতীয়মান হৈ পৰে।

তুলনামূলক ধৰ্ম চৰ্চাই আমাক মাত্ৰ ইয়াকে শিকায় যে, প্ৰত্যেক ধৰ্মকে গঢ় দিছে অসম্পূৰ্ণ আৰু ত্ৰুটীপূৰ্ণ মানৱ-যন্ত্ৰই ; যেতিয়ালৈকে ধৰ্ম জীয়াই থাকে, তেতিয়া-লৈকে ইয়াৰ ওপৰত পৰিবৰ্ত্তন হৈ থাকিবই। প্ৰাণ গতিশীল ; আনকি আমি যেতিয়া জীৱনৰ এটা ফাল মাথোন নিৰীক্ষণ কৰি আছোঁ, ইপিনে চকা ঘূৰিয়ে আছে আৰু অতীতৰ ছাঁ ইয়াৰ ওপৰত পৰি যেন মেৰ খাই গৈ আছে।

মানুহৰ নিজৰ ওপৰত এইটো দুখজনক দৃঢ় বিশ্বাস যে তেওঁলোকেইহে যেন বিশ্ব-প্ৰকৃতিৰ পথ প্ৰদৰ্শক আৰু প্ৰতীক চিনস্বৰূপ ; আৰু এনে বিশ্বাসৰ ওপৰতো নিৰ্ভৰ কৰি সৰ্ব জীৱতত্ত্বৰ দৰে অসংস্কৃত মতবাদৰো সৃষ্টি হৈ চেতন-অচেতন সকলো বস্তুতে নৰ-ধৰ্ম আৰোপিত হৈছে। শিলক আমি জীৱ দিছোঁ, গছক দিছোঁ কামনা-বাসনা। আমি যেতিয়া মানৱ ব্যক্তিত্ব সম্বন্ধে এটা বেছি স্পষ্ট ধাৰণাত উপনীত হৈছোঁগৈ, তেতিয়াও এই য'তে ত'তে নৰধৰ্ম আৰোপ কৰা মনোবৃত্তিয়ে আমাক এৰা দিয়া নাই। দেৱতাসকলৰ গাত আমি মানুহৰ কামনা-বাসনা জাপি দি ললোঁ আৰু তেওঁলোকেও আমাৰ প্ৰত্যেকটো অপাৰ কু-কৰ্মতে খঙত আৰু প্ৰতিশোধৰ ভাবত গৰজি উঠা কৰিলোঁ। বিশ্ব-প্ৰাকৃতিক সত্তাৰ লগত মানৱ মনৰ সংযোগ আছে বুলি ধৰি লোৱা বিশ্বাস এটা আছে।

## উচ্চ সমালোচনা

বেদ আৰু ত্ৰিপিটক, বাইবেল আৰু কোৰাণ আদি যি ধৰ্মশাস্ত্ৰসমূহ একেবাৰে নিৰ্ভুল আৰু ধৰ্মৰ চূড়ান্ত সিদ্ধান্ত বুলি পৰিগণিত হৈছিল, আজি সেইবোৰক প্লেটোৰ ডায়েলগ আৰু অশোকৰ শিলালিপিৰ দৰেই বুৰঞ্জীৰ আৰু সমালোচনাৰ দৃষ্টিভঙ্গীৰে ফঁহিয়াই চোৱা হয়। এই সকলোবোৰ মানুহৰ বিষয়ে মানুহে লিখা কথা আৰু ভুল-ভ্ৰান্তি ইয়াতো হ'ব পাৰে। অকল ধৰ্মশাস্ত্ৰই নহয়, আচৰণ বিধি আৰু সামাজিক নিয়মো দেৱতাৰপৰাই উদ্ভৱ হোৱা বুলি বহুতৰ অনুমান। ইহুদী হওক বা অনা-ইহুদী হওক, গ্ৰীক হওক বা বৰ্বৰ হওক, সকলো মানুহেই নিজ

ধৰ্মৰ প্ৰথম আনুষ্ঠানিক নিয়মৰ উৎস দেৱতা বুলিয়ে কয়। আমি এতিয়াহে জানি আহিছোঁ যে ইয়াৰ উৎপত্তি স্থল মানৱ মনৰ বেস্থৰীয়া কামনা-বাসনা আৰু খপ-জপাই কৰা যুক্তিহে। ধৰ্মশাস্ত্ৰসমূহো ইয়াৰ ব্যতিক্ৰম নহয়। অন্তৰ্দৃষ্টিসম্পন্ন পুৰুষসকলে চলিত বিধি-ব্যৱস্থা আৰু নিয়মসমূহ লিপিবদ্ধ কৰিছিল, মানুহে যাতে ভালকৈ বহলভাৱে জীৱন যাপন কৰিব পাৰে,—আৰু এয়ে হ'ল ধৰ্মশাস্ত্ৰ। শাস্ত্ৰসমূহো বুৰঞ্জীৰপৰাই উদ্ভৱ; আনকি ইয়াৰ কোনো কোনো অংশ জাল বা প্ৰক্ষিপ্ত, বা তাক যিমান পুৰণি বুলি ধৰা হয় সিমান নহয়। বাচিক অনুভূতিৰ (verbal inspiration) কথাত লেছি জোৰ দি আগ বঢ়োৱা নহয়। কোনো এখন শাস্ত্ৰকো ঈশ্বৰৰ মুখৰ বাণী বুলি আমি বিশ্বাস কৰিবলৈ টান পাওঁ। খৃষ্টীয় ধৰ্মশাস্ত্ৰ সম্বন্ধে কৰা উচ্চ আৰু নীচ সমালোচনাৰপৰা জনা যায় যে বাইবেলত সাধু কথা, পুৰণি কাহিনী আৰু উটি ফুৰা পাৰম্পৰ্যৰ কথাও সোমাই আছে; ক্ৰমোন্নতিৰ বেলেগ বেলেগ স্তৰৰ মাজেদি গৈহে বৰ্তমান অৱস্থা পাইছে। বুৰঞ্জীমূলক আখ্যান বুলি ইয়াক ধৰিলে ভুল হ'ব। হিন্দু আৰু বৌদ্ধধৰ্মীসকলৰ মাজত এটা সমালোচনাৰ মনোভাব আছে। তেওঁলোকে নিজ ধৰ্মশাস্ত্ৰ ফঁহিয়াই চাই যুগৰ আৰু তাৰ সম্বন্ধ নিৰ্ণয় কৰে। বেদ এখন পুথিয়েই নহয়, বিভিন্ন সময়ত বিভিন্ন ৰীতিৰে লিখা বিভিন্ন মূল্যৰ এটি সাহিত্য সম্পদ। ঈশ্বৰ প্ৰেৰিত অৰ্থ এই নহয় যে ঈশ্বৰে শ্ৰুত-লিপি দিছিল বা লেখকৰ স্বাভাৱিক শক্তি দমন কৰি থোৱা হৈছিল। ইয়াৰ বিভিন্ন অংশত সংগৃহীত আছে যুগ যুগ ধৰি চলি অহা বিভিন্ন স্তৰৰ মানুহৰ আশা আৰু বিশ্বাস, ভয় আৰু কল্পনা। গৌৰৱপূৰ্ণ প্ৰাচীনতাত বা তথাকথিত ঈশ্বৰ বচনৰ ওপৰত ভিত্তি কৰি ইয়াৰ মূল্য নিৰূপিত নহয়; মূল্য নিৰ্ভৰ কৰে ইয়াৰ বিষয়-বস্তুৰ ওপৰতহে। কাংয়ুৱেই যেতিয়া ঘোষণা কৰিলে যে ভৱিষ্যতৰ উত্তৰাধিকাৰীৰ বাবে সংগৃহীত আৰু প্ৰকাশিত ধৰ্মমতসমূহ পুৰুষানুক্ৰমে চলি অহা মতে কনফুচিয়াচৰে নহয়—ইয়াৰ বহুত কথা জাল, তেতিয়া গোটেই চীনদেশ অবাক হৈ পৰিল। তেওঁৰ 'The Reform of Confucious' বোলা কিতাপত প্ৰমাণ কৰিব খুজিছে যে পৰম্পৰানুক্ৰমে চলি অহা লেখাবোৰ আচলতে পূৰ্ব প্ৰচলিতও নহয় বা কনফুচিয়াচে সম্পাদন কৰাও নাই। সকলোবোৰ দৰাচলতে কনফচিয়াচে নিজে লিখি তেওঁৰ ধৰ্মশিক্ষাসমূহত ঐতিহাসিক পটভূমি দিবৰ বাবেহে এনে কৰিছিল; সেই সময়ৰ কাৰণে এনে কথা বৈপ্লৱিক ধৰণৰ আছিল। (২৬)

আধুনিক বৈজ্ঞানিক সমালোচনা আৰু ঐতিহাসিক জ্ঞানেৰে আমি দলিয়াই পেলাবলগীয়া বহুত কথা দৈৱোক্ত শাস্ত্ৰসমূহত আছে। আৰু আমি ইয়াক মনাৰ কোনো যুক্তি থাকিব নোৱাৰে। দৈৱবাণীতকৈ সত্য ডাঙৰ।

---

(২৬) Richard Wilhelm : *The Soul of China* E.T. (1928) P. 77.

## ঈশ্বৰৰ অস্তিত্বৰ প্ৰমাণ

জ্ঞানশক্তিসম্পন্ন মানুহে ঠিক গণিতৰ উপপাদ্যৰ নিচিনাকৈ স্বীকাৰ কৰি ল'ব পৰা যুক্তিকেহে যদি প্ৰমাণ বোলা যায়, তেনেহ'লে ঈশ্বৰৰ অস্তিত্ব সম্বন্ধে যিবিলাক তথাকথিত প্ৰমাণ আগবঢ়োৱা হয় সেইবোৰ দোষযুক্ত। সত্ত-বিদ্যাই প্ৰমাণ আৰম্ভ কৰে পৰমাত্মা বুলি ঈশ্বৰৰ ধাৰণা এটাৰে। এনে পৰমাত্মা এজন থাকিবই লাগিব, নাথাকিলে অসম্পূৰ্ণ হ'ব আৰু ইযাতকৈ বেছি সৰ্বাঙ্গসুন্দৰ সত্তা বা পৰমাত্মা এটি থকা বুলি কল্পনা কৰিব পৰা হ'ব। কিন্তু এনে এটা কথা ভাবিবলৈ গ'লে যি প্ৰথম যুক্তি ধৰি লৈ আমি আৰম্ভ কৰিছিলোঁ তাৰে বিৰুদ্ধাচৰণ কৰা হ'ব। সেই কাৰণেই ঈশ্বৰ আছে। কাণ্টে দেখুৱাইছে যে সততা বা জ্ঞানৰ দৰে স্থিতি এটা গুণ মাত্ৰ নহয় আৰু আমাৰ মনত যিবোৰ ধাৰণা কৰা হয় তাতেই ই নিহিত নাথাকিব পাৰে। বহুতো বস্তু আছে, যিবোৰৰ স্থিতি অকল আমাৰ কল্পনাতহে। আমাৰ মনত যেনিবা সৰ্বশুদ্ধ এটা বৃত্তৰ ধাৰণা আছে, কিন্তু সেইবুলি যে এনে এটি শুদ্ধ বৃত্ত প্ৰকৃততে আছেই, তাক নুবুজায়। তাৰ কোনো অৰ্থ নাই। ঈশ্বৰৰ ধাৰণা সম্বন্ধেও ইয়াৰ ব্যতিক্ৰম হ'ব নোৱাৰে আৰু ঈশ্বৰৰ ধাৰণা এটা আমাৰ মনত আছে বুলিয়েই তাৰপৰা ঈশ্বৰৰ অস্তিত্ব ধৰি ল'ব নোৱাৰি।

কাৰণবাদৰপৰা দিয়া প্ৰমাণো বিশেষ সন্তোষজনক নহয়, কিছুমান প্ৰতিপাদন কৰিব নোৱাৰা প্ৰতিজ্ঞাৰ ওপৰত নিৰ্ভৰ কৰি এই প্ৰমাণ আৰম্ভ কৰা হৈছে: কাৰণৰ ধাৰণা সঁচা, জগতৰ কোনো অংশবিশেষতে নহয়, গোটেই জগৎখন সামগ্ৰিকভাৱে ধৰিও এই কাৰণ আছে, পাৰম্পৰ্য নিয়মৰ ব্যতিক্ৰম কৰি হ'লেও এটি প্ৰথম কাৰণ আছে, আৰু সেই কাৰণেই হ'ল ঈশ্বৰ। কাৰ্য-কাৰণৰ সীমাহীন শ্ৰেণী এটা কল্পনা কৰাটো একো অসম্ভৱ নহয়। কাৰ্য-কাৰণৰ অৰ্থ যদি এনেকৈ কৰা হয় যে সম্ভাব্যতাৰেই নিশ্চয়তা বুজায়, তেনেহ'লে গোটেই কথাটো ওলোটা হৈ যায়; অৰ্থাৎ প্ৰমাণ কৰিবলগীয়া কথাটোকে ধৰি লোৱা হয়। আমি প্ৰথমতে ধৰিয়েই লওঁ যে জগৎখন সৃষ্টি হৈছে আৰু তেতিয়া কওঁ যে ইয়াৰ কাৰণে নিশ্চয় এজন সৃষ্টিকৰ্তা লাগিব। ঈশ্বৰক যদি অসীম, নিত্য আৰু নিশ্চিত বুলি কল্পনা কৰা হয়, তেনেহ'লে জগৎখনকো অসীম, নিত্য আৰু নিশ্চিত বুলি ধৰি ল'ব পাৰি। ইপিনে আকৌ কাৰ্য-কাৰণ বাদে প্ৰকৃতিৰ অন্তৰ্গত ঘটনাসমূহৰ মাজতহে সংযোগ স্থাপন কৰে; গতিকে ইয়াৰে আমি প্ৰকৃতিৰপৰা বাহিৰ ওলাই যাবগৈ নোৱাৰোঁ। সেই কাৰণে যি উৎসৰপৰা জগৎ সৃষ্টি হোৱা বুলিছোঁ সেইখিনিও পাবগৈ নোৱাৰোঁ। আমাৰ জগৎখন এটি অস্থায়ী ঘটনা মাত্ৰ। জগৎ একেবাৰে নাই বুলি অনুমান কৰাটো বা ইয়াক অমূলক বা অযুক্তিসঙ্গত আৰু আকস্মিক উৎপত্তি হোৱা বুলিও ধৰি ল'ব পাৰি। গতিকে ঈশ্বৰ একেবাৰে নাই

বুলিও অনুমান কৰিব পাৰি। কাৰ্য-কাৰণৰ ফালৰপৰা আছে যদিও ঈশ্বৰ মাথো এটি সম্ভাব্য বা অস্থায়ী সত্তাহে। কিন্তু ধৰ্মৰ যি ঈশ্বৰ, তেওঁ পৰমাত্মন্ আৰু কোনো অৰ্থতে আকস্মিক নহয়। আমি আগতে দেখি আহিছোঁ যে প্ৰাকৃতিক বাচ-বিচাৰ প্ৰক্ৰিয়া এটাৰ দ্বাৰা মানুহৰ নৈতিক অনুভূতি উদ্ভৱ হোৱা বুলি প্ৰমাণ কৰিবলৈ গৈ নীতিবাদী প্ৰমাণ (moral argument) ব্যৰ্থ হবলগীয়া হৈছে।

পৰিকল্পনাৰূপ। দিয়া প্ৰমাণে প্ৰাণীবিবৰ্তনবাদত ঠেকা খাই গভীৰ বাধা পাইছে। মানৱ জীৱনৰ উদ্দেশ্য আছে বোলা কথাটো একেবাৰে অপ্ৰাসঙ্গিক; অকল মানুহৰ জীৱনতহে যে উদ্দেশ্য থাকিব লাগে, পশুৰ জীৱনত নালাগে, তাৰ কি অৰ্থ আছে? বিশ্ব-প্ৰকৃতিখন কোনো এটা নিৰ্দিষ্ট উদ্দেশ্যত উপনীত হ'বৰ কাৰণে চেষ্টা কৰা যেন নালাগে। জন্ম হোৱা, জীয়াই থকা, মৰা—এনেকৈ জগতত কোনো কাৰ্যই সম্পূৰ্ণ সিদ্ধ হোৱা নাছিল, ঠিক তেনেকৈ চিন-চাব নোহো-ৱাকৈ সকলো অন্ত পৰি গৈ আকৌ প্ৰথমৰপৰা আৰম্ভ হৈ একে প্ৰক্ৰিয়াৰে ঘূৰি ঘূৰি থকাটোৱেই যেন এই বিশ্ব-প্ৰকৃতিৰ নিত্য প্ৰক্ৰিয়া, আৰু এইয়ে ইয়াৰ ভাগ্য। জগৎখনৰ উদ্দেশ্য সাধনৰ কিবা এটা থকা যেন পালেও তাৰপৰা আমি উদ্দেশ্য-বিধায়ক মন এটাৰ অস্তিত্ব অনুমান কৰিব নোৱাৰোঁ। আমি উফৰি গৈ পৰিবৰগৈ লগা হয় যান্ত্ৰিক নিৰ্দ্ধাৰণবাদ পোষণ কৰা প্ৰাকৃতিক মতবাদৰ ওপৰত আৰু তাত হেৰাই যায় মানুহৰ পৰিচয়, ব্যক্তিগত অমৰত্ব হৈ পৰে অপ্ৰাসঙ্গিক, ব্যক্তিৰ ইচ্ছা স্বাতন্ত্ৰ্যৰ আৰু নৈতিক মানদণ্ডৰ জাগতিক অধিকাৰৰ কথা পৰিহাৰ কৰিবলগীয়া হয়, আৰু অন্তৰৰ আহ্বানত সঁহাৰি দিয়া আত্মা এটিৰ অমনোযোগিতাও মানি লবলগীয়া হয়। বুদ্ধিমানসকলে ধৰ্মৰ ভিত্তিকে সন্দেহ কৰি অতি ধাৰ্মিক মানুহৰ মনতো আশাৰ সঞ্চাৰ হোৱাটো দুৰূহ কৰি তোলে; আনহাতে আদৰ্শবাদীয়ে ইয়াৰ কাৰ্যকৰী শক্তি আৰু মূল্য লৈ বাদানুবাদ কৰে।

## বাস্তৱক্ষেত্ৰত ধৰ্মৰ অকাৰ্যকাৰিতা

বিশ্ব-প্ৰকৃতিৰ শাসনৰ দায়িত্বভাৰ দি সৰ্বসিদ্ধ ঈশ্বৰ এজন স্বীকাৰ কৰি লৈ ধৰ্মই নৈতিক আকাঙ্ক্ষাৰ ভেঁটিকে প্ৰায় খহাই পেলালে। প্লেটোৰ মতে যি সৎ বা মঙ্গলময় সেয়ে সত্য আৰু বাস্তৱ, আৰু সেয়েই ওপৰৰ স্বৰ্গত সূৰ্যৰ দৰে চিৰন্তন পোহৰ কৰি থাকে। অজ্ঞতাৰ গুহাত নিজৰ স্বাৰ্থ আৰু মূঢ়তাৰ শিকলিৰে বান্ধ খাই মানুহে বাস কৰে আৰু ভাবে, দুৱাৰ বেৰত নিজৰ মনোবাসনাৰ পোহৰে যি ছাঁয়াপাত কৰিছে সেয়ে বাস্তৱ; মানুহে নুবুজে যে চিৰন্তন পোহৰ আৰু জীৱনৰ উৎস যি সৎ বা মঙ্গলময়, তেৱেঁ৷ তাতেই আছে। চকু যেতিয়া তেওঁৰ ভালকৈয়ে

মেল খাব তেতিয়াহে তেওঁ দেখিবলৈ পাব সেই সৎ বা পৰমাত্মনক। নিজৰ মনৰ সন্দেহ আৰু ভ্ৰান্তিৰ ছাঁয়াৰ বাহিৰে তেওঁ আনৰ লগত যুঁজ কৰিব নেলাগে। হেগেলে কৈছে, "অসীম অনন্তৰ সিদ্ধি নিৰ্ভৰ কৰে আমাৰ ভ্ৰান্তি বা মায়া দূৰ কৰাত; কাৰণ, ইয়েই সিদ্ধটোকে অসিদ্ধ যেন দেখুৱায়। সৎ বা পৰমসংজ্ঞনে এই জগততে চিৰন্তন নিজক উপলব্ধি কৰিবলৈ ধৰিছে আৰু ইয়াৰ ফল হৈছে, ই আমালৈ বাট চাব নেলাগে; কাৰণ, সম্বন্ধ-সূত্ৰে আৰু স্বৰূপতেও ই উপলব্ধি হৈ আছে।" (২৭) হুগেলৰ ( Hugel ) বেৰনে বাৰে বাৰে কৈ ভাল পাইছিল যে ধৰ্ম 'হৈ থকাটো'হে, ( isism ) 'হবলগীয়া' ( oughtess ) টো নহয়। আমি প্ৰকৃততে যি পৰিবেষ্টনৰ মাজত আছোঁ আৰু যি আমাৰ অন্তঃস্থললৈকে ভেদি আছে, সেই সকলোৰে লগতে ধৰ্মৰ সম্বন্ধ আছে; আমি এইখিনি ভালকৈ চিনিব পাৰিলেই ৰক্ষা পৰোঁ। যিটো সম্প্ৰতিকে আছে তাক উপলব্ধি কৰাটোকে ধৰ্মই বিচাৰে; যিটো নাই তাত সিদ্ধিলাভ কৰাটো নহয়। সৎ বা শ্ৰেয়সৰ উপলব্ধি ভৱিষ্যতৰ সম্ভাব্য কথা এটা নহয়, ই নিত্য অনিবাৰ্য বাস্তৱ। ধৰ্মৰ সৃষ্টিকাৰী মনোভাৱ পাহৰি অকল শ্ৰদ্ধা বা পূজাৰ ভাব এটাকে লৈ থাকিলে আমি বাস কৰা জগতখনৰ দুখ নিৰ্যাতনৰ প্ৰতি আমাক অচেতন কৰি পেলাব। কালৰ বুকুৰপৰা নিত্যতাক আৰু পাৰ্থিৱ জীৱনৰ-পৰা আধ্যাত্মিক উপলব্ধিক বিসৰ্জন দিয়া মানে যি নিত্যতা, গভীৰ জীৱনৰ বিশিষ্ট লক্ষণ আৰু যাৰ বিষয়েহে মাথোন আমি জ্ঞান লাভ কৰিব পাৰোঁ, তাকেই হত্যা কৰা হ'ব।

মোক্ষৰ অৰ্থ কৰা হয় পৰজগতৰ লগত সম্পৰ্ক বুলি, পৃথিৱীত ঈশ্বৰৰ ৰাজ্য স্থাপন কৰা বুলি নহয়। জগত ভেদ কৰা বা জগত অন্বেষণ কৰাতকৈ জগতৰ-পৰা পলায়ন কৰাকেহে ধৰ্ম বোলা হয়।

ধৰ্মই ঈশ্বৰৰ বস্তুক ছীজাৰৰ বস্তুৰপৰা প্ৰভেদ কৰি ল'বলৈ শিকায়। ইয়াৰ নীতিয়ে আমাৰ লৌকিক জগতত প্ৰচলিত আপোনপেটীয়া অনুভূতি বা আৱেগৰ মুকলিমূৰীয়া মেলত কোনো বাধা জন্মাব নালাগিব। ধৰ্মই যদি ভ্ৰাতৃপ্ৰেম গ্ৰহণ কৰিবলৈ শিকায়, শক্তি পৰিহাৰ কৰি অৰ্থক অশ্ৰদ্ধা কৰিবলৈ শিকায়, তেন্তে ধাৰ্মিক মানুহে যুদ্ধ, সফলতা বা কৃতকাৰ্যতা আৰু যোগ্যতাৰ ওপৰত বেছি জোৰ দিয়া যেন লাগে। লৌকিক বা ঐহিক আৰু পবিত্ৰ দুয়োটিকে এনে আঁহফলা প্ৰভেদ কৰিব খুজিলে দুয়োটাকেই নমাই পেলোৱা হয়। কোনো মতবাদৰ প্ৰতি শ্ৰদ্ধা দেখুৱা বা কৰ্মকাণ্ডৰ ক্ৰিয়া কৰাকে ধৰ্ম বুলিব নোৱাৰি; ধৰ্ম হ'ল আত্মত্যাগী প্ৰেম আৰু ত্ৰাণকাৰী শক্তি। যিসকলে ভাবে যে আমি যীশুৰ জাতি নহয়, আৰু তেওঁৰ আদৰ্শ অনুসৰণ কৰাৰ কোনো অৰ্থ নাই, আৰু সৈন্য বিভাগ ভাঙি

---

(২৭) Wallace's *Logic of Hegel*, E.T. (1892) Pp. 351-352

দি, নৌ বিভাগ তুলি দি আমি ধৰ্মৰ শ্বহীদ হ'ব নোৱাৰোঁ। আৰু ধৰ্ম সঁচাকৈয়ে অভ্যাস কৰিবৰ বাবে নহয়, তেওঁলোকে ধৰ্ম একেবাৰে ধ্বংস কৰি পেলোৱাতহে সহায় কৰে।

ধৰ্মৰ গভীৰতাৰ মাজত যেন নিহিত আছে জীৱনৰ প্ৰতি এটি অস্বীকাৰ আৰু এই ত্যাগৰ যেন অন্ত মৃত্যুত। জগতৰ সকলো ঠাইতে থকা বহুতো মহান দেৱতাই হেনো আমাৰ কাৰণে জীৱন দান দি গ'ল আৰু এতিয়া আমি তেওঁলোকৰ হকে প্ৰাণ দান দিয়াৰ পাল পৰিছে (২৮)। "আমি যিসকলে যীশুৰ দীক্ষা লৈছিলোঁ সেইসকলে প্ৰকৃততে মৃত্যুতে দীক্ষা লৈছিলোঁ, তাক তোমালোকে নাজানানে ?" যৌনসম্ভোগ সম্বন্ধে পলৰ অতি কঠোৰ মত এই কথাষাৰতে প্ৰকাশিত হৈছে : "সকলো মানুহ যেন ঠিক মোৰ দৰে হয়," অৰ্থাৎ চিৰকুমাৰ আৰু সংযমী হয়; অন্যান্য ধৰ্মশাস্ত্ৰতো এনে উদাহৰণ আছে। ঈশ্বৰে আমাক কিছুমান কামনাহীন নপুংসক আৰু অশৰীৰী ভূত কৰি সৃষ্টি নকৰি, তেজ মঙহ দি সৃজন কৰা বাবে জগতৰ সকলো ঠাইৰে সকলো ধৰ্ম গুৰুৱেই ঈশ্বৰক দায় দিয়া যেন লাগে। মানৱ-প্ৰকৃতি অতি অধম, গতিকে ঈশ্বৰৰ চকুত সহনীয় কৰিবৰ কাৰণে ইয়াক খুন্দি-পিতি ঘঁহি-মাজি ইয়াৰ আকাৰকে সলাই পেলাব লাগিব। ধাৰ্মিক মানুহবোৰে অনাহকতে অসুখী হোৱা মনোবৃত্তি এটা পুহি থকা যেন দেখা যায়। পাপৰ নতুন তালিকা সৃষ্টি কৰাৰ বাবে এটা বিকাৰগ্ৰস্ত যুক্তি উলিওৱাত পটু যেন দেখা যায় (২৯)। আমাৰ সকলো প্ৰধান-অপ্ৰধান ঋষি বা ধৰ্ম প্ৰৱৰ্তকে মানি লোৱা "তোমালোকে ত্যাগ কৰিবা" বোলা ধৰ্মমত নতুন বিধিৰ "তোমালোকে ভোগ কৰিবা" বোলা মতৰ সম্পূৰ্ণ বিপৰীত। (৩০)

---

(২৮) Sir James Frazer : *The Dying God*. (1912)

(২৯) বাৰ্ট্ৰাণ্ড ৰাছেলে কৈছে: "যি গুণবোৰৰ ফলত আনন্দ লাভ হ'ব পাৰে সেইবোৰ মানুহৰ ধৰ্মবিশ্বাসৰ লগত পৰস্পৰ বিপৰীতভাৱে হ্ৰাস-বৃদ্ধি হয়।" "মিঃ উডলৈ দিয়া প্ৰত্যুত্তৰ"—*Literary Guide*, March 1929.

(৩০) ১৯১৪ চনৰ আগষ্টত অধ্যাপক বেট্‌চনে দিয়া বৃটিছ এছোচিয়েচনৰ সভাপতিৰ অভিভাষণত জীৱনৰ এই নতুন দৃষ্টিভঙ্গী বেচকৈ দাঙি ধৰা হৈছে। "মানুহ নিজেনো কি তাক এতিয়াহে ক্ৰমে ভালকৈ উপলব্ধি কৰিবলৈ ধৰিছে : মানুহ দীৰ্ঘজীৱী জন্তু : নিজে যদি ইচ্ছা কৰি এৰি নেপেলায় তেন্তে ভোগৰ কাৰণে তেওঁৰ বহুত ক্ষমতা আছে। এতিয়ালৈকে অন্ধ বিশ্বাস পাপৰ পৌৰাণিক ভাব-বোৰে তেওঁৰ এই শক্তি বিশেষভাৱে দমন কৰি ৰাখিছিল। অতীন্দ্ৰিয়বাদ মৰিব নোৱাৰে; এই অদ্ভুত কল্পনাবোৰ জ্ঞানেৰে দূৰ কৰিব নোৱাৰি, কিন্তু তাৰ ৰূপৰ সলনি হয়; আৰু সুখৰ কথা যে সুখ দমনৰ শক্তি হিচাপে অতীন্দ্ৰিয়বাদৰ বল

ধৰ্মই ভাবে যে মানুহৰ কাৰণে আৱশ্যকীয় সকলো সত্য তাতেই আছে, আৰু তাৰ বাবে গৱেষণা আৰু পৰীক্ষা চলাবৰ কোনো প্ৰয়োজন নাই। ইয়াৰপৰা এনেকুৱা এটা ভ্ৰান্তি উৎপন্ন হ'ব পাৰে, যাৰ ফলত টাবতুলিয়ানে অহঙ্কাৰ কৰিছিল যে পৃথিৱীৰ আটাইতকৈ জ্ঞানী দাৰ্শনিকসকলক বিভ্ৰান্ত কৰা সমস্যাৰো সমাধান দিব পাৰে—খৃষ্টীয় বিশ্বকৰ্মাই। ধৰ্মই যিকোনো পৰীক্ষা আৰু সমালোচনাকে সন্দেহৰ চকুৰে চায়। জ্ঞানৰ ভয় ইডেনৰ উদ্যানৰ সমানেই পৰণি। যি প্ৰমেথিয়াছে দুঃসাহস কৰি জ্ঞান চুৰ কৰি আনি মানুহৰ মাজত প্ৰকাশ কৰিছিল, তেওঁক শিক-লিৰে বান্ধি ৰক্ষা হৈছিল শিলত। ফাউষ্টৰ কাহিনীয়ে জ্ঞানী পুৰুষ আৰু অন্ধকাৰৰ শক্তিৰ মাজত থকা মিত্ৰতা সম্পৰ্কে জনবিশ্বাসকে প্ৰমাণ কৰে। আমি যেতিয়া ধৰি লওঁ যে সকলো মানুহৰ সকলো কালৰ সকলো দিশৰ আধ্যাত্মিক জ্ঞানৰ আদি অন্ত মাথোন আমাৰ হাততহে, তেতিয়া আমি ভাবোঁ যে শক্তি প্ৰয়োগেৰে হওক বা সূক্ষ্ম কোনো উপায়েৰে হওক, আমি তাক অন্য মানুহৰ ওপৰত জাপি দিয়া-টোও আমাৰ কৰ্তব্যই। দুৰাত্মাই মানুহৰ শৰীৰত বাস কৰে বুলি বিশ্বাস নকৰাৰ কাৰণে, "ত্ৰিমূৰ্তিৰ" ৰহস্য ভুল বুজাৰ কাৰণে, শাস্ত্ৰসমূহক দৈৱিক অনুপ্ৰেৰিত নহয় বুলি সন্দেহ কৰাৰ কাৰণে আৰু গোড়া ধৰ্মমতৰ এনে দোষযুক্ত অমতৰ কাৰণে ধৰ্মৰ নামত বহুতো নৰ-নাৰীয়ে প্ৰাণ বিসৰ্জন দিবলগীয়া হৈছিল। অতি প্ৰাচীন কালৰ কেইজনমান অতি ধাৰ্মিক ব্যক্তিৰ আইনৰ বিচাৰত হোৱা মৃত্যুৰ কাৰণে দায়ী এনে আধ্যাত্মিক কেৱলবাদ, ই এনে নিকপকপীয়া গোঁড়ামীক জীৱনৰ পৱিত্ৰতাতকৈয়ো উচ্চ স্থান দিয়ে।

অৰ্থনৈতিক আৰু ৰাজনৈতিক শক্তিসমূহে বিভিন্ন মানুহক যেতিয়া ক্ৰমাৎ ওচৰ চপাই আনিবলৈ ধৰিছে, আনফালে সেই সময়ত ধৰ্মৰ মতবাদে মানুহ বিভাজন কৰা আৰু পৰস্পৰক শত্ৰু কৰি তোলা মানুহৰ মাজত ভেদৰ প্ৰাচীৰবোৰ ৰক্ষা কৰিবলৈ উঠি-পৰি লাগিছে। বহু ঈশ্বৰবাদী ৰোমানসকলৰ মনত আগৰ খৃষ্টানসকল যেনেকৈ নাস্তিক আছিল, হিন্দুসকলৰ মতে বৌদ্ধসকলো তেনেকৈ অধৰ্মী। কেথলিকসকলে এজন এঙ্গলিকানক দেখাতকৈ এজন নাস্তিক দেখাও ভাল বুলি ভাবিছিল। ধৰ্মই অত্যন্ত ঘৃণাৰ প্ৰতি এটি অত্যন্ত অনুৰাগ জগাই তোলে। প্ৰত্যেক ধৰ্মৰে নিজৰ ধৰ্মযাজক আছে, আৰু ধৰ্মৰ হকে যুদ্ধ কৰি প্ৰাণ বলি দিওঁতাও আছে। প্ৰত্যেকৰে মূৰ্তি পূজা আছে আৰু বিধৰ্মী বিচাৰো আছে। তাচ পাত আৰু খেল একে, নামহে মাথোন সুকীয়া। যি কথা নমনাৰ কাৰণে এঠাইত মানুহক আক্ৰমণ কৰা হৈছে,

---

আধুনিক জগতত কমি আহিছে। জীৱন আৰু মৃত্যু সম্বন্ধে অধিক মুক্ত, বা যদি ক'ব খোজে, সৰল ধাৰণালৈ উলটি গৈ ভৱিষ্যতৰ সতি-সন্ততিসকলে তেওঁলোকৰ পিতৃ-পিতামহতকৈ এই জগতত অধিক ভোগ লাভ কৰিবলৈ বদ্ধ পৰিকৰ।"

সেই কথাকে মনাৰ কাৰণেও আন ঠাইত আক্ৰমণ কৰা হৈছে। ধৰ্মনিষ্ঠাই মানুহৰ নৈতিক বিচাৰ-বুদ্ধি আৰু মানৱতাৰ অনুভূতি যেন ধ্বংস কৰি পেলাবলৈ ধৰিছে। এটা ধৰ্মই আন ধৰ্মক নাশ কৰিবৰ কাৰণে আগ বাঢ়ি আহে, জগতৰ শান্তিৰ বাবে বা কোনো সামাজিক উন্নতিৰ বাবে নহয়, নিজৰ হিংসুক ঈশ্বৰজনে এনে বিশেষ ভাল পায় বুলিহে। পূজা যিমানেই বেছি ভক্তিভৰ হয়, নামৰ নিষ্ঠুৰ পীড়নো যেন সিমানেই বাঢ়ি যায়। এটা মাৰাত্মক যুক্তি দি প্ৰমাণ কৰিবলৈ চেষ্টা কৰা হয় যে হিংসুক ঈশ্বৰজনে তেওঁক অন্য নামেৰে পূজা কৰিলে তক ধ্বংস কৰি পেলাবলৈ হেনো তেৰেঁই বিধান দিয়ে। ঈশ্বৰে যেন বুদ্ধ, যীশু বা মহম্মদ এনে কোনো এজন নবী বা ধৰ্মপ্ৰচাৰকৰ ওচৰতহে আচুতীয়াকৈ দৰ্শন দি ধৰ্মৰ ভাণ্ডাৰ দি গৈছে আৰু আন সকলোৱে যেন তাৰপৰাইহে ধাৰ কৰিব লাগে আৰু তাকে নকৰিলে আধ্যাত্মিক শূন্যতা ভুঞ্জিব লাগিব—এনে মনোভাৱ একেবাৰে পুৰণিও নহয়। (৩১)

ধৰ্মৰ দুৰ্ঘোৰ শত্ৰু আন ধৰ্ম। আমি কিছুমান নীতি-নিয়ম আৰু পতাকা লৈ নিজৰ ধৰ্মৰ প্ৰতি এবিধ প্ৰেম জগাই তুলিছোঁ, আন মানুহৰ নীতি-নিয়ম আৰু মতৰ প্ৰতি সম্পূৰ্ণ শত্ৰুতাৰ ভাব বঢ়াইছোঁ। মুক্ত মনে ঈশ্বৰ নিৰ্বাচন কৰি লোৱা জাতি আৰু তাৰ অৱতাৰী পুৰুষসকলৰ মতামতৰ প্ৰতিবাদ কৰিবলৈ যি সাহ কৰে আৰু ঈশ্বৰ সম্বন্ধে অবাধ চিন্তা পোষণ কৰা ভাল পায়, তেওঁক সমাজচ্যুত বুলি গণ্য কৰা হয়। কোনো কোনো সংযত বীৰ পুৰুষেও যে কেতিয়াবা ভাবিব খোজে যে ধৰ্মৰ ভয়, অভিমান আৰু ঘৃণা দূৰ কৰিবৰ একমাত্ৰ উপায় হ'ল সকলো ধৰ্মকেই নিশ্চিহ্ন কৰি পেলোৱা—ই একো আচৰিত কথা নহয়। তেওঁলোকে ভাবে যে জগতৰপৰা সকলো ধৰ্মকে নিশ্চিহ্ন কৰি আঁতৰাব পাৰিলে জগতখন আগতকৈ বেছি পৰিমাণে ধৰ্মৰ ঠাই হৈ পৰিব।

## ধৰ্ম আৰু ৰাজনীতি

আধুনিক সভ্যতাৰ ৰাজনৈতিক ফালটো আহিছে গ্ৰীক নগৰ ৰাষ্ট্ৰৰপৰা। ইয়াৰ অতুলনীয় অৱদান সত্ত্বেও গ্ৰীকসকলৰ মনত ধৰ্ম আৰু ৰাজনীতি, ৰাজছত্ৰ

---

(৩১) লণ্ডনৰ বিশ্বপে "মই কিয় খৃষ্টীয়ান" নামৰ (১৯২৯ চনত প্ৰকাশিত) কিতাপ এখনত লিখিছে—"বেথেলহেমত সেই শিশুটিয়ে আমাৰ হাতত অকণমান বস্তুগছি দিলে আৰু জগতৰ একমাত্ৰ বস্তু সেই গছিয়েই। মই এই কথা ক'ব পাৰোঁ, কাৰণ মই গোটেই পৃথিৱী ভ্ৰমি আহিছোঁ আৰু জগতৰ অন্য ধৰ্মসমূহ ভালকৈ নিৰীক্ষণ কৰিবলৈ সুবিধা পাইছোঁ, তেওঁলোকৰ পথপ্ৰদৰ্শক কোনো বস্তুৱে পোহৰ নাই।"

কৰ্তব্য আৰু ব্যক্তিগত নৈপুণ্যৰ কোনো সুস্পষ্ট ধাৰণা নাছিল। তেওঁলোকৰ কাৰণে এথেন্স আৰু এথেন্সবাসী আৰু পিচত, চীজাৰ আৰু ঈশ্বৰ একে পৰ্যায়বাচ্য আছিল। ৰাষ্ট্ৰৰ সেৱাইহে আছিল ব্যক্তিৰ চৰম মঙ্গলৰ কথা।

গ্ৰীক মনীষীসকলে ভাল মানুহ আৰু ভাল নাগৰিকৰ প্ৰভেদ উলিয়াবলৈ চেষ্টা কৰিছিল, আৰু নৈতিক বনিয়াদৰ ভেঁটিত ৰাষ্ট্ৰক থিয় কৰিবলৈ যত্নপৰ হৈছিল। কিন্তু তেওঁলোকে ব্যক্তিগত আত্মাৰ সম্পূৰ্ণ দাবী উপলব্ধি কৰিব পৰা নাছিল, গতিকেই ধৰ্মৰ লগত ৰাষ্ট্ৰিক একাকাৰ কৰি মিলাই দিছিল। অৱশ্যে ইও সঁচা যে চক্ৰেটিছে নিজৰ অন্তৰ্বোধ মানিবলৈ গৈ মৃত্যু বৰণ কৰিছিল আৰু এৰিষ্টটলে কেইজনমান প্ৰিয় ব্যক্তিক নগৰ ৰাষ্ট্ৰৰ বহুদূৰত মুক্তমনে জীৱন যাপন কৰিবলৈ সুবিধা দিছিল। যেতিয়া আমি নাগৰিক জীৱনত যোগদান নকৰা মানুহ হয় দেৱতা, নহয় পশু বুলি চলি অহা বিৰাট পৰম্পৰাৰ লগত তুলনাত্মকভাৱে চাওঁ, তেতিয়াই সকলোবোৰ অতি নগণ্য হৈ পৰে। শত্ৰুক ভালপোৱা, অৰ্থ সম্পত্তিক তুচ্ছ জ্ঞান কৰা, কাইলৈ কি হ'ব তাৰ কথা নাভাবি পৰজন্মৰ প্ৰতি বেছি মনোযোগ দিয়া আদি প্ৰাচ্যৰ আদৰ্শ গ্ৰীক পৰম্পৰাৰ লগত মিহলি হৈ পৰিল, তেতিয়া যেন সকলোবোৰ এনে ধুৱলি-কুঁৱলী হৈ গ'ল যে এতিয়ালৈকে একো পৰিষ্কাৰ হোৱাই নাই। (৩২)

ধৰ্ম আজি ৰাষ্ট্ৰীয় চাতুৰ্যৰ অংশ-বিশেষ তথা ৰাজনীতিৰ খেলাৰ বস্তু হৈ পৰিছে। আমাৰ পূজা-সেৱাৰ থলি পৰিৱৰ্তিত হৈ দেশখন হৈছেগৈ আৰু এয়েই হৈ পৰিছে আমাৰ বহুতৰ কাৰণে পবিত্ৰ প্ৰতীকস্বৰূপ। নিজা মতামত আৰু কৰ্মকাণ্ড আৰু তাৰ কাৰণে দাবী আহিছে আমি ত্যাগৰ জীৱন যাপন কৰাৰ। দেশপ্ৰেমৰ প্ৰগল্‌ভ দাবীৰ তুলনাত ধৰ্মৰ দাবী যে ক্ষীণ আৰু নগণ্য তাৰ বেচ পৰিচয় দাঙি ধৰিলে যোৱা মহাসমৰে। (৩৩)

---

(৩২) ষ্টিওবাৰ্গৰ নাটক এখনত খৃষ্টীয়ান নাৰ্চ এগৰাকীয়ে নাস্তিক কেপ্তেইন এজনক ধৰ্ম গ্ৰহণ কৰাবলৈ বৰ চেষ্টা কৰিছিল। নাৰ্চগৰাকীয়ে কেপ্তেইনজনক ঈশ্বৰ-প্ৰেমৰ কথা হৈছে। কেপ্তেইনে উত্তৰ দিছে: "বৰ আচৰিত কথা যে তুমি যেতিয়াই ঈশ্বৰ আৰু প্ৰেমৰ কথা ক'বলৈ আৰম্ভ কৰা, তেতিয়া দেখোন তোমাৰ মাতটো কঠুৱা হৈ পৰে আৰু চকু দুটাত ঘৃণা ভাব উপচি পৰে।"

(৩৩) কোনো কোনোৱে কেতিয়াবা কয় যে জাতীয়তাবাদৰ দোষৰপৰা মধ্যযুগক ৰক্ষা কৰিলে ধৰ্মই। পিচে ডাঃ কউল্‌টনে কি কৈছে চাওক: দ্বাদশ শতিকাত প্ৰথম জন্ম লাভ কৰা পেৰিচ বিশ্ববিদ্যালয়ে প্ৰথমতে হাতত লোৱা এটা কাম হ'ল—তাৰ ছাত্ৰসকলক জাতি অনুযায়ী ভাগ কৰি পেলোৱাটো। বোধ হয় তাৰো বহুত আগতে বোলোনা বিশ্ববিদ্যালয়ে কৰাদিয়েই এনে কৰা হৈছিল। অক্সফোৰ্ড জাতীয়তাবাদৰ দোষ কম নাছিল: মহাদেশৰ অন্য জাতিৰপৰা ইংৰাজক বিভেদ

য'ত ধৰ্মই নিজে হিংসাৰ দ্বাৰা অন্ধকাৰক ৰক্ষা কৰি উৎপীড়ন কৰা নাই, তাত উৎপীড়নকাৰীসকলক কৰ্তৃত্ব দিছে ধৰ্মইহে আৰু তাৰ কাব্যসমূহত পবিত্ৰতাৰ ছাপ দিছে ধৰ্মই। যুদ্ধৰ ডাৱৰে যেতিয়া আমাৰ মূৰৰ ওপৰত গৰজি ফুৰে আৰু শিল্পৰ খৰিয়ালে সামাজিক শান্তি নাশ কৰাত উদ্যত হয় তেতিয়া যদি ধৰ্ম পালোতা-সকলৰ বিবেক ক্ষুব্ধ হয়, তেনেহ'লে সেই ধৰ্মৰ কোনো মূল্য নাই। ধৰ্মই ঈশ্বৰ বস্তুৰপৰা চীজাৰৰ বস্তুক পৃথক কৰি সামাজিক বিবেক আৰু নৈতিক অনুভূতি দুৰ্বল কৰি পেলাইছে। এখন স্বৰ্গীয় ৰাজ্যত সকলো ঠিক কৰি দিয়া হ'ব বুলি আৰু মৰণোত্তৰ ভ্ৰাতৃত্বৰ আশাৰে সমাজৰ নিপীড়িতসকলক ফচুলনি দি থকা হৈছে। ধৰ্মক পুঁজিপতিৰ প্ৰচাৰ বিশেষ মাত্ৰ বুলিও অপৰাধী কৰা হৈছে। বনুৱা আৰু মজুৰসকলে নিজৰ পৰিচয় উপলব্ধি কৰিবৈলৈ ধৰিছে আৰু পূৰ্ণ আৰু গভীৰ জীৱন যাপনৰ কাৰণে সুবিধাৰ দাবী উত্থাপন কৰিছে; তেওঁলোকে স্থিতাৱস্থা আৰু সন্তুষ্টিৰ ভাব পোষণ কৰা ধৰ্মানুষ্ঠানসমূহৰপৰা আঁতৰি থাকিবলৈ বিচাৰে দেখি ন্যায় আৰু সৃষ্টিধৰ্মী প্ৰেমৰ ওপৰত নিৰ্ভৰশীল নতুন সমাজ এখন গঢ়াৰ বাবে ব্যগ্ৰ হৈ পৰে। সামাজিক বিপ্লৱবাদীসকলে ভাবে যে ধৰ্মই সকলো উন্নতিৰ পথতেই হেঙাৰ বান্ধে। ই মাথোন পুৰণিকলীয়া বুৰ্জোৱা কুসংস্কাৰ আৰু অতি ভক্তি, আৰু যিকোনো প্ৰকাৰে হওক, ইয়াৰ মূলোচ্ছেদ কৰিব লাগিব (১৪)। আধ্যাত্মিকতাৰ ফালৰপৰা বাহ্যিক বা উৎসৰ প্ৰধান ধৰ্ম অন্যায়ক নহয়, বাস্তৱতাৰ ফালৰপৰা চালে ই বলীয়ে নিৰ্বলী ভাইক শোষণ কৰা বন্ধ কৰিব পৰা নাই; মানসিক ফালৰপৰা ধৰ্মৰ ফলত উদ্ভৱ হৈছে সমাজবিৰোধী আৰু বিজ্ঞানবিৰোধী কিছুমান লক্ষণ। কান্তি ( aesthetics ) আৰু তত্ত্ব জ্ঞানৰ ফালৰপৰা চালেও কলা, বিজ্ঞানৰ প্ৰসাৰ, নীতি আৰু সমাজ-সেৱা, মানৱ ভ্ৰাতৃত্বত সক্ৰিয় বিশ্বাস--এইবিলাকেই দেখোন সহজে এইবোৰ দিব পাৰে। আজিৰ নতুন ধৰ্ম হ'ল সাম্যবাদ; লেনিন

---

কৰা নহয়, তাত নগৰ ইংৰাজকে উত্তৰ দক্ষিণ বা ট্ৰেণ্ট বা অক্সফোৰ্ডৰ বুলিয়ে ভাগ কৰা হৈছিল।

ডা: ৰচডেলে কৈছিল যে বোধকৰোঁ ইয়াৰ হাইষ্ট্ৰীটৰ কোনো ঠাইযেই এসময়ত নহয় এসময়ত কোনোবা ছাত্ৰৰ তেজেৰে ৰক্তাক্ত নোহোৱাকৈ থকা নাছিল। বোধকৰোঁ তেওঁ ভুল কোৱা নাছিল। -*Quarterly Review*. July 1931, P. 108.

(১৪) "বুৰ্জোৱা কু-সংস্কাৰ আৰু ভক্তিৰ শিতানত প্ৰথম কাম হ'ব ধৰ্মৰ বিৰুদ্ধে যুদ্ধ কৰা, আৰু এই যুদ্ধ অতি সাৱধান আৰু কৌশলেৰে চলাব লাগিব, বিশেষকৈ যি বনুৱাসকলৰ দৈনন্দিন জীৱনত ধৰ্মই দকৈ শিপাই আছে, সেই-সকলৰ ক্ষেত্ৰত আৰু সাৱধানৰে।" —*Towards a Communist Programme* (1921) *See* 2 ff.

ইয়াৰ ধৰ্মগুৰু (অৱতাৰী পুৰুষ) আৰু বিজ্ঞানেই হ'ল পবিত্ৰ প্ৰতীক (৩৫)। কাৰ্ল মাৰ্ক্সৰ সাম্যবাদ ৰ'চিয়াৰ ৰহস্যবাদী মাটিত পোতাৰ লগে লগে ইয়াৰ প্ৰচাৰৰ বিশুদ্ধ আচৰণ পন্থাৰ ফলেৰে ই হৈ পৰিল এটি ধৰ্ম। কমিউনিষ্ট পাৰ্টিৰ সক্ৰিয় প্ৰতিনিধিস্বৰূপ লালফৌজ, স্কুল, বাতৰি কাকত আৰু সভা-সমিতিবোৰে দেশখনক ধৰ্মৰ হাতৰপৰা ৰক্ষা কৰিবলৈ উঠি-পৰি লাগি গৈছে। বলছেভিজিমৰ সক্ৰিয় শক্তি হ'ল বিশ্বাস, ৰহস্যবাদ আৰু মৃত্যুলৈকে ত্যাগ কৰিবৰ কাৰণে সঙ্কল্প। ভৱিষ্যৎ বাণীত বিশ্বাস কৰোঁতা ইহুদী পণ্ডিতসকলৰ দৰে এওঁলোককো নতুন এখন স্বৰ্গৰ আৰু এখন নতুন পৃথিৱীৰ সপোনে যেন চলাই লৈ গৈছে। সমাজবাদীয়ে যদি কয় "আমি ধৰ্মৰ বিৰোধী নহয়। আমি ইয়াক সমৰ্থনো নকৰোঁ। আমি মাথোন ধৰ্মক হাবি কাটি মুকলি কৰি উলিয়াইছোঁ। আমাৰ সমাজবাদী ধাৰণা হ'ল যে বিশ্ব ভাতৃত্ব ঈশ্বৰ বা যীশুখৃষ্টৰ বা আন কোনো ধৰ্মতকৈ বেছি মূল্যবান" (৩৬), তেনে-হ'লে আমি বিশ্বাস কৰিব লাগিব যে ঈশ্বৰ বা খৃষ্ট পূজকতকৈ এওঁ সঁচাকৈয়ে প্ৰকৃত ধাৰ্মিক লোক। আমাৰ পুৰণি ধৰ্মশাস্ত্ৰসমূহতো এনে প্ৰশংসনীয় ভাবধাৰা আছে বুলিলেই নহ'ব, কাৰণ, ধৰ্মৰ মুখপাত্ৰসকলে এই আদৰ্শবিহীন জগতত এনে আদৰ্শ অত্যন্ত অলাযক বুলি নিঃসন্দেহ হৈ গৈছে। ধৰ্মৰ পৰীক্ষা বহুদিন ধৰি চলিল, আৰু সেই দেখিয়েই আজি সমাজবাদীয়ে বিচাৰিছে যে তেওঁলোকৰ মতকো পৰীক্ষা কৰিবৰ কাৰণে সমানে সুবিধা পোৱা উচিত। বিচাৰৰ কাঠগৰাত তোলাৰ আগেয়ে তেওঁ এবাৰ এই সুবিধা বিচাৰিছে। সমাজবাদীয়ে কৈছে যে ধৰ্মসংগঠনৰ হাতত যি বিৰাট ব্যৱস্থা আছে, মঠ মন্দিৰ, গীৰ্জা আৰু মছ্‌জিদ আছে, বেতন-ভোগী কৰ্মচাৰী আছে, হাজাৰ হাজাৰ অবৈতনিক স্বেচ্ছাসেৱী আছে আৰু লাখ লাখ জনসাধাৰণ তাৰ পিচত আছে, সমাজবাদীৰ হাতত যদি এই সকলোবোৰ থাকিলহেঁতেন তেনেহলে ধৰ্মৰ নেতাসকলক লাজত মূৰ তুলিব নোৱাৰা কৰিব পৰা গ'লহেঁতেন; কাৰণ, সকলো প্ৰকাৰৰ শোষণ আৰু পীড়ন যুদ্ধ আৰু পাপ, দাৰিদ্ৰ্য আৰু ৰোগৰ বিৰুদ্ধে যুদ্ধৰ সাহসিক ধ্বনি তুলি জগতৰ ইটো মূৰৰপৰা সিটো মূৰলৈকে বজনজনাই দিব পৰা গ'লহেঁতেন। এই আশা-আকাঙক্ষাৰ লগত আমাৰ মত মিলিব পাৰে বা নিমিলিব পাৰে, সংস্কাৰৰ নিৰ্মল প্ৰণালীৰ লগত আমি অমত হ'ব পাৰোঁ; কিন্তু সকলো বাস্তৱ আৰু সম্ভাব্য বৈভৱ লৈয়ো ধৰ্মৰ সংগঠন

---

(৩৫) মস্কোৰ ক্লাবঘৰৰ বেৰত এনে জাননী কিছুমান মাৰি থোৱা আছে: "জগত কেতিয়া সৃষ্টি হৈছিল, কোনেও ক'ব নোৱাৰে; কিন্তু ১৯১৮ চনৰ অক্টোবৰ মাহতযে নতুন জগত এখনৰ জন্ম হৈছিল তাক সকলোৱে জানে।"

(৩৬) বেচিল মেথিউৰ *The Commonwealth of Youth* (1928) ৬৫ পৃঃৰ-পৰা উদ্ধৃত।

আজি যে পৰাস্ত হৈ গৈছে, এই অপৰাধ আমি কোনো ৰকমে অস্বীকাৰ কৰিব নোৱাৰোঁ। ধৰ্মক যে আজিও সহ্য কৰা হয়, ইয়াৰ কাৰণ হ'ল অজ্ঞতা আৰু উদাসীনতা ; কিন্তু অজ্ঞ বা উদাসীন হৈ আমি আৰু বেছিকাল থাকিব নোৱাৰোঁ। (৩৭)। সত্যৰ যি প্ৰাণৱন্ত অনুভূতি এটি এসময়ত আছিল, আজিৰ যুগে তাক হেৰুৱাই পেলাইছে। যি প্ৰাণে ৰাজনীতিৰ ক্ষেত্ৰত উৎপীড়নৰ শুচিতা আৰু ঐশ্বৰিক অধিকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব পাৰিছিল, যি প্ৰচলিত আচৰণ আৰু সামাজিক অসামান্য অতিচাৰৰ বিপক্ষে প্ৰতিবাদ কৰিব পাৰিছিল, যি ধৰ্মশাস্ত্ৰ আৰু কৰ্মকাণ্ডৰ প্ৰকৃত মৰ্ম নিৰ্ণয় কৰিবলৈ দাবী কৰাৰ ফলত ধৰ্ম (reformaton) আন্দোলন-স্বৰূপে আত্ম প্ৰকাশ কৰিছিল, যি প্ৰাণে গ্ৰীক মনৰ জ্ঞানগৰ্ভ সমীক্ষা আৰু মুক্ত কৌতূহল আৰু ৰোমানসকলৰ সমতা ভাৱৰ বাস্তৱ ৰূপেৰে নৱ অভ্যুদয় বা ৰিনাচেন্সেৰে আধুনিক য়ুৰোপক জাগ্ৰত কৰিছিল, সেই প্ৰাণে আজি বিজ্ঞান আৰু সামাজিক আদৰ্শবাদৰ প্ৰসাৰৰ দাবীৰে আত্ম প্ৰকাশ লাভ কৰিবলৈ ধৰিছে। এই বস্তুৰ সত্যতা বুজিবলৈ সন্দেহজনক ধৰ্মশাস্ত্ৰ বা মানুহৰ ভ্ৰান্তিপূৰ্ণ কৰ্তৃত্বৰ ওপৰত নিৰ্ভৰ নকৰে, যাৰ নিৰীক্ষণ কৰিব পৰা বোধশক্তি আৰু বিচাৰ কৰিব পৰা সাধুতা আছে তেওঁ তাক মানি ল'ব। সুখ আৰু আনন্দপূৰ্ণ জীৱন সম্ভৱ হ'ব পাৰে মকল জ্ঞান আৰু বিজ্ঞানৰ ভিত্তিতহে।

## সাধাৰণ অশান্তি

বৰ্তমানৰ বেমেজালি আৰু সামাজিক বিশৃংখলা অকল য়ুৰোপ আৰু আমেৰিকাতেই আবদ্ধ নহয়। প্ৰাচ্য আৰু পাশ্চাত্যৰ মাজত যদিও কিছুমান মূলগত পাৰ্থক্য আছে তথাপি বিভিন্ন ঠাইৰ মানুহবে মাজত বৰ্তমান যি পৰিমাণে সাংস্কৃতিক ঐক্য গঢ়ি উঠিছে, তাক দেখিলে বিস্ময় মানিব লাগে। জাতীয় উন্নতি আৰু কাৰ্যদক্ষতাৰ কাৰণে তুৰ্কীয়ে ইছলাম ধৰ্মৰ ফালে পিঠি দিছে (৩৮)।

---

(৩৭) ধৰ্মৰ বৰ্তমান দৃষ্টিভঙ্গী আৰু ভৱিষ্যৎ সম্বন্ধে (বিশেষকৈ খৃষ্টীয় জগতত) বিশ্লেষণ পাবৰ হ'লে জোৱাডৰ *The Present and Future of Religion* (1930) পঢ়ক।

(৩৮) মুস্তাফা কামালে ১৯২৭ চনৰ হেমন্ত কালত জনতা দলৰ অভিবৰ্তনত কৈছিল: "আমাৰ সংবিধানত তুৰ্কীক মুছলিম ৰাষ্ট্ৰ বুলি যি বিধান দিয়া আছে, প্ৰথম সুযোগতে সি আঁতৰিবলৈ বাধ্য হ'ব।"

তুৰ্কীৰ দৰে পাৰস্য, ইজিপ্ত আৰু আফ্‌গানিস্থান আদি মুছলমান ৰাষ্ট্ৰসমূহৰ ক্ষেত্ৰতো কম-বেছি পৰিমাণে এই কথা সঁচা। অগণন কাল ধৰি অগণন পুৰুষৰ ধৈৰ্য আৰু চেষ্টাৰ ফলত চীন আৰু ভাৰতবৰ্ষত যি শ্ৰদ্ধাভাজন সৌধ নিৰ্মিত হৈছিল, আজি সি চাৰিওফালৰপৰা আক্ৰমিত হৈছে। আমাৰ মানসিক আৰু জাতীয় দাসত্বৰ কাৰণে, আমাৰ পৰাজয় আৰু বীৰ্যহীনতাৰ কাৰণে ধৰ্মকেই জগৰীয়া কৰা হৈছে। আমাৰ বহু ভাৰতীয় নেতাই নিঃসন্দেহ হৈছে যে আমাৰ সংখ্যা গৰিষ্ঠ জনসাধাৰণৰ ধৰ্মমতৰ মূলগত গোঁড়ামীয়ে আমাৰ নানান কষ্ট আৰু চেষ্টাৰ অপচয় সাধিছে, আৰু আমাৰ মানৱতা খৰ্ব কৰিছে আৰু আধ্যাত্মিক উন্নতিও পঙ্গু কৰি পেলাইছে। যেতিয়া আমি দেখিবলৈ পাওঁ যে ধৰ্মপ্ৰাণ মানুহো সাধাৰণৰ বোধ আৰু বৈজ্ঞানিক জ্ঞানৰ বিৰুদ্ধে সঙ্ঘবদ্ধ হৈছে, মানৱতাৰ নিৰ্দেশ ন্যায়ৰ দাবীৰ বিৰুদ্ধে থিয় দিছে, কেৱল মাত্ৰ নিৰ্ভুল বুলি মানিবলৈ গ'লে সাধুকথাত বিশ্বাস কৰাৰ নিচিনা হৈ তেনে নিয়মৰ অন্ধ বশৱৰ্তী হৈছে, তেতিয়া আমাৰ নেতাসকল ধৰ্মৰ ওপৰত বিৰক্ত হৈ পৰে আৰু ভাবে যে আমাৰ এতিয়া অতিৰিৱৰ হ'ল। আজিৰ জগতে পাপৰপৰা মুক্তি নিবিচাৰে, বিচাৰে সামাজিক উন্নতি, যাতে আমাৰ অৰ্দ্ধাহাৰী, অৰ্দ্ধবস্ত্ৰ পৰিহিত আৰু গৃহহীন জনতাক বিলাসৰ সামগ্ৰীৰে নহয়, সাধাৰণ সুখ-স্বাচ্ছন্দ্য মাত্ৰ দি কঠিন বা অস্বাস্থ্যকৰ প্ৰতিযোগিতাৰ মাজত নেপে-লোৱাকৈ সুসংগঠিত পৰিয়ালৰ পৰিবেশৰ মাজেৰে মুক্ত জাতি হিচাপে গঢ়ি তুলিব পাৰি। স্বাধীনতাই হৈছে আজিৰ সমবেত ধ্বনি। অৱশ্যে এইটোও ঠিক যে স্বাধী-নতাৰ আহ্বানে সাধাৰণতে পুৰণিৰ প্ৰতি মান সম্ভ্ৰমক কঠোৰ ব্যৱহাৰ কৰি আৰু মূৰ্তি পূজা আৰু উৎসৱৰ প্ৰতি থকা শ্ৰদ্ধাশীল বোধক তত্তালিকে নাশ কৰি পেলায়। কিন্তু স্বাধীনতাৰ হকে এই মূল্য দিবই লাগিব।

## বৰ্তমানৰ আৱশ্যকতা

এইটো নিশ্চিত যে বৰ্তমানৰ অশান্তিৰ বাবে নৈতিক অকাৰ্যকাৰিতা আৰু প্ৰকৃত জীৱন যাপন কৰিবৰ কাৰণে মানুহক উদ্বুদ্ধ কৰাত ধৰ্মৰ অক্ষমতা যেনে দায়ী, পৰম্পৰাগত বিশ্বাসসমূহৰ ওপৰত আধুনিক জ্ঞানৰ অবিৰাম হেঁচাও তাৰ বাবে কম দায়ী নহয়। কিছুমান পণ্ডিত বোলোৱা এনে লোক আছে যি ধৰ্মক ইতিকিং কৰাটোকে পাণ্ডিত্য বুলি ভাবে। ধৰ্মলৈ ভয় কৰাটো যেন পুৰণিকলীয়া কথা; ইয়াক সমালোচনা কৰাটোহে যেন অগ্ৰগতিৰ চিনাকি। আজিৰ তথাকথিত পঢ়া-শুনা কৰা জনতাই বিকলভাৱে শিক্ষিত হোৱা হেতুকে ভাবে যে পুৰণি সকলো শাসন একেবাৰে নাশ কৰি পেলোৱাটোৱেই কৰ্তব্য. কাৰণ, তেওঁলোকে

ইয়াৰ মূল্যৰ গুৰুত্ব উপলব্ধি কৰিব নোৱাৰে। সন্দেহবাদত আমাৰ কোনো খৰচ নহয়। আজিকালি ধৰ্ম বিশ্বাসৰ কাৰণেহে সাহ লাগে। এই সন্দেহবাদীসকলৰ উপৰিও আৰু বহুত আছে যি ধৰ্মবিশ্বাসো দেৱাই গৈছেগৈ; কিন্তু তাৰ ধৰ্মধ্বজসকলৰ ভয়ত মাৰ ভাঙি আহিব পৰা নাই। আমাৰ অৱশ্যে কথা হৈছে ইচ্ছা থকা অথচ বিশ্বাস কৰিবলৈও টান পোৱাসকলৰ বিষয়েহে। তেওঁলোকৰ আত্মা অতিশয় অনুভূতিশীল হৈ উঠিছে, সেই কাৰণে তেওঁলোকৰ বাধা অসুবিধা হৈ পৰিছে বহু গভীৰ আৰু তেওঁলোকৰ প্ৰশ্ন জাগিছে ওপৰা উপৰিকৈ। তেওঁলোকৰ সন্দেহো ধৰ্ম ভাৱৰে অভিব্যক্তি আৰু প্ৰতিবাদো ভক্তিনিষ্ঠাৰে পৰিচয় মাথোন। আমাৰ আত্মাৰ অতি গভীৰ স্থলত এনে কিবা আছে যাক আমি সত্যৰ অন্বেষণ বুলি, ন্যায়ৰ দাবী বুলি, সততাৰ প্ৰতি আগ্ৰহ বুলি বিবেচনা কৰোঁ। সত্য আৰু ন্যায়ৰ বাবে আমাৰ এই অহৰহ সন্ধান আমাৰ জীৱনৰ অতি আৱশ্যকীয় কথা। আমাক এৰিষ্টটলে আহি ক'বহি নালাগে যে, জ্ঞানৰ অন্বেষণেই আমাৰ চৰম কৰ্তব্য আৰু অতিচাৰ যদি ক'ৰবাত অনুমোদন কৰিব পাৰি তেনেহ'লে তাক এই জ্ঞানৰ ক্ষেত্ৰতে পাৰি বুলি আমাৰ এই মানসিক আলোড়নৰ কাৰণে যি গণ্ডগোলৰ সৃষ্টি হয় সি মানৱ-প্ৰাণৰ এই বন্ধনতকৈ উত্তম। জগতৰ বুৰঞ্জীত এইবাৰেই প্ৰথমে আমাৰ এই যুগটো সংক্ৰান্তিৰ যুগ বুলি আৰু যুক্তিৰ ভিত্তিত ধৰ্মক অপ্ৰতিপাদনীয় বুলি কোৱা হোৱা নাই। যদিও সত্যাসত্যৰ কোনো দায়িত্ব লব নোৱাৰোঁ, তথাপি কোৱা শুনিছোঁ যে ইডেন উদ্যানৰপৰা বাহিৰ ওলাই আহিয়েই আদামে বোলে ইভক কৈছিল, "আমি পৰিবৰ্তনৰ কালত বাস কৰিছোঁ।" প্ৰত্যেক যুগেই পৰিবৰ্তনৰ যুগ। বিৰোধ আৰু গণ্ডগোলৰ মাজেৰেই আছে উন্নতি। নিম্ন মানৱস্তৰত ঘটনা ঘটে; মানৱস্তৰত ই সঙ্কল্পিত হয়। মানৱাত্মাই গতিপথ সলাই দিব পাৰে। কোনো এক মুহূৰ্তৰ কাৰণে আবিষ্কাৰ কৰা ব্যৱস্থাই আমাক সেই পৰিবেশৰ লগত খাপ খুৱাই চলি যোৱাত সহায় কৰে, পৰিবৰ্তিত পৰিবেশত এই ব্যৱস্থাও পৰিবৰ্তন কৰি ল'বৰ কাৰণে উপযুক্ত সময় হয়। যি কালত মানৱে কৰ্তৃত্বৰ অনুশাসনৰপৰা মুক্ত হৈ এটা সুন্দৰ আত্ম নিৰ্দ্ধাৰণ সম্ভাৱনাৰ অৱস্থালৈ উঠিবৰ কাৰণে চেষ্টা কৰিছে, তেতিয়া আমাৰ আৱশ্যক হৈছে সৃজনক্ষম মনৰ সহায়-সহযোগিতা। আমাৰ বৰ্তমান যুগৰ পথভ্ৰষ্ট মানুহবোৰক গোট-পিত খুৱাই এটি লক্ষ্য স্থান নিৰ্ণয় কৰাত সহায় কৰিবৰ কাৰণে আজি আৱশ্যক মহাত্মা পুৰুষৰ, পুৰোহিত মনৰ নহয়, তত্ত্বদৰ্শী মানুহৰ, পুৰণি আচৰণকে অন্ধ অনুকৰণ কৰি থকা যন্ত্ৰস্বৰূপ লোকৰ নহয়। ধৰ্মোপদেশ অন্তৰ্দৃষ্টি, ই দৰ্শন। সি হ'ল অভিজ্ঞতাক প্ৰৱেক্ষণ কৰিব পৰা ক্ষমতা। ভৱিষ্যতক নিৰূপণ কৰিব পৰাকৈ বৰ্তমানক পৰিপাটীকৈ নিৰীক্ষণ কৰাই হ'ল ধৰ্মৰ দৈৱবাণী।

## দ্বিতীয় অধ্যায়
# ধৰ্মৰ ঠাই পূৰণ

প্ৰাকৃতিক নাস্তিকবাদ—অজ্ঞেয়তাবাদ—সন্দেহবাদ—মানৱতাবাদ—প্ৰযোগবাদ—আধুনিকতাবাদ—স্বৈৰাচাৰবাদ—আধ্যাত্মিক মনোভাৱৰ অভাৱ।

ধৰ্মবিষয়ত সন্দেহান্বিত হোৱা লোকসকলে এই অনিশ্চয়তাৰপৰা নিষ্কৃতি পাবৰ কাৰণে নানান তৰহৰ পথ উলিয়াবলৈ ধৰিছে। এই বিষয়ত নেতৃস্থানীয় লোকসকলে কোনো স্থিৰ সিদ্ধান্ত দিব পৰা নাই; গতিকে এনে মানুহে আচৰিত ধৰণৰ আৰু অসংস্কৃত মতবাদ কিছুমানকে মানি ল'বলৈ ধৰিছে। ব্ৰহ্মবিদ্যা, নৃতত্ত্ব, খৃষ্টীয় ধৰ্মবিজ্ঞান আৰু নবচিন্তাবাদ (new thought) আদি মানৱ মনৰ নতুন নতুন অভিযানেৰে ধৰ্মৰ ঠাই পূৰাবৰ কাৰণে আগ বাঢ়িছে; কিন্তু বেছি চিন্তাশীল ব্যক্তিসকলে এনেধৰণৰ আৱেগময় উপকল্পনাৰে সন্তুষ্ট হ'ব পৰা নাই, সেই কাৰণেই তেওঁলোকৰ সাংগঠনিক মনোভাৱে বিচাৰিছে আঁকোৰগোঁজ অবিশ্বাসতকৈ অনুৰূপ বিশ্বাসহে।

## প্ৰাকৃতিক নাস্তিকবাদ

লুক্ৰেচিয়াচে আশ্ৰয় লৈছিল নিত্য নিয়মৰ বশৱৰ্তী হৈ শূন্যত আবৰ্তমান অণু পৰমাণুৰ চৰম উদাসীনতাত; আজি তেওঁৰ মত পোষণ কৰা লোক বহুত (১)। অসংস্কৃত বস্তুবাদৰ বিৰুদ্ধে হোৱা প্ৰতিক্ৰিয়াৰ কথা অতিৰঞ্জিত কৰি আৰু লাভ নাই। যিসকল মানুহে অলপ দকৈ চিন্তা কৰিবলৈ ধৰে সেইসকলে এই মতবাদতে বিশ্বাস কৰিবলৈ ধৰে; আৰু যিসকলে বিজ্ঞানৰ আবিষ্কাৰত আপ্লুত হৈ উঠে তেওঁলোকে এইমত এৰি যাবলৈ টান পায় (২)। মুক্তবুদ্ধিজীৱীসকলে (মই অভিজাত শব্দটোক ঘৃণা কৰোঁ।) বিশ্বজগতখনক অচেতন, যান্ত্ৰিক শক্তিৰ দ্বাৰা

---

(১) "ধৰ্ম সম্পৰ্কে মোৰ নিজৰ মত হ'ল লুক্ৰেচিয়াচৰ মতেই। মই ইয়াক ভয়ৰপৰা উৎপত্তি হোৱা বেমাৰ বুলি ভাবোঁ, ইয়েই আৰু মানৱ জাতিয়ে অসীম দুখ ভোগ কৰাৰ মূল।" বাৰ্ট্ৰেণ্ড ৰাছেল : (*Rationalist Press Association Annual*, 1930)

(২) জুলিয়ান হাক্সলিৰ বৈজ্ঞানিক "মানৱতাবাদ" প্ৰবন্ধ চাওক (*Contemporary Review*, July, 1973)

উৎপাদিত বুলি ভাবে, আৰু সেয়ে হ'লে তাৰ প্ৰতি কোনো ৰকমৰ শ্ৰদ্ধা বা পূজাৰ অনুভূতি হ'ব নোৱাৰে। মানুহ দৰাচলতে প্ৰকৃতিৰ অংশবিশেষ ; আৰু চিন্তা কৰাটোৰেই তেওঁৰ বৈশিষ্ট্য হ'ল বুলিয়েই তেওঁ বিশেষ সুবিধাপ্ৰাপ্ত শ্ৰেণীৰ জীৱ হ'ব নোৱাৰে। বিভিন্ন জীৱশ্ৰেণীৰ মাজত তেওঁ এটা বিশিষ্ট শ্ৰেণীবিশেষ, আৰু হয়তো প্ৰকৃতিয়ে কেতিয়াবা ইয়াতকৈও বেছি আশ্চৰ্য ৰকমৰ অধিক উচ্চ ক্ষমতা-সম্পন্ন কোনো জীৱ এক শ্ৰেণীৰো সৃষ্টি কৰিব পাৰে ; নাইবা সকলো জীৱকে সম্পূৰ্ণ নিৰ্মূল কৰি পেলাব পাৰে। যিয়েই নহওক, একোৰেই প্ৰকৃতিৰ বুকুত কিবা আলোড়ন তুলিব পাৰিব বুলি বিশ্বাস নহয়। মানুহ এবিধ অকস্মাৎ উৎপত্তি হোৱা জীৱ ; আৰু সৰ্বগ্ৰাসী মহাপ্ৰলয়ে জগত ধ্বংস কৰাৰ লগে লগে মানুহো নিশ্চিহ্ন হৈ যাব। আমাৰ নাড়ীৰ স্পন্দনে স্পন্দনে আমি অনুভৱ কৰি আছোঁ জগতৰ দুখ-দুৰ্গতি ; কিন্তু ঈশ্বৰৰ প্ৰেম আৰু প্ৰসাদ আমাৰ কাৰণে এতিয়াও সাপোন হৈয়েই আছে ; দুখ আৰু লজ্জাৰ পিয়লাৰপৰা নিকৃতি লাভৰ কাৰণে 'গেথচিমেনৰ' উদ্যানত যীশুৱে প্ৰাৰ্থনা জনাই যি নিৰ্বাক উত্তৰ পাইছিল, জগতৰ শেষ বিচাৰৰ কালত আমাৰ সাধুৰো সাধুজনে তাতকৈ বেছি একো আশা কৰিব নোৱাৰে। আমি প্ৰকৃতিৰ হাতৰ মুঠিত ; আমি ইয়াত থাকিবলৈ বিচাৰোঁ নে নিবিচাৰোঁ তেওঁতো তাৰ খবৰ লোৱা নাছিল। আমাক লাগে নে নালাগে তাক নোসোধাকৈয়ে তেওঁ দিলে আমাক ক্ষয়িষ্ণু শৰীৰ আৰু বিকাৰ যাতনা ভুঞ্জা অন্তৰ। কিন্তু এই-বোৰনো কি তাক বিচাৰি উলিয়াবলৈ থ'লে আমাৰ কাৰণে ; আৰু কেনেবাকৈ যদি অজ্ঞাতসাৰেও আমি আমাৰ উদেশ্যক চেৰাই যাওঁ, তেনেহ'লেও তৎমুহূৰ্ততে আমাক ধ্বংস কৰি পেলাবলৈকো তেওঁ সাজু। ধৰ্মৰ সত্য যদি আমি পৰীক্ষা কৰি চাওঁ —তাত এই গূঢ় তত্ত্বটোৱেই ধৰা পৰে। উদাহৰণ স্বৰূপে, খৃষ্ট ধৰ্মৰ মুক্তি হ'ল মাথোন সাধু কথাৰ দৰে। নিজৰ অন্ধতা আৰু প্ৰকৃতিৰ নিয়মৰ আগত মানুহ বলি বিশেষ, তাক কোনোপধ্যেই ৰক্ষা কৰিব নোৱাৰি। মানুহে যেতিয়া এই সত্যৰ সন্মুখীন হবলৈ টান পায়, তেতিয়া অসংযত জগতৰ ওপৰত থকা এটা দৈৱিক-শক্তিৰ কল্পনা কৰি লয় আৰু সেই শক্তিৰপৰা নিতান্ত কৃপাৰ ফলত প্ৰসাদ স্বৰূপে আমি পাওঁ মুক্তি। প্ৰকৃতপক্ষে ক'বলৈ গ'লে আমি মুক্তি পাব নোৱাৰোঁ আৰু পোৱাৰ যোগ্যতাও আমাৰ নাই। যি অদৃশ্য শক্তিৰ ভয়াবহ চিন্তাই নিজক আৰু পৰক হত্যা কৰিবলৈ মানুহক প্ৰৰোচিত কৰে আৰু যি ধৰ্মই আমাক দিব খোজে আড়ম্বৰপূৰ্ণ সান্ত্বনাহে মাথোন, তাক ত্যাগ কৰিবলৈ লুক্ৰেচিয়াচৰ লগতে সুৰ মিলাই বাৰ্টেণ্ড ৰাছেলেও আমাক উপদেশ দিছে। তেওঁৰ মতে ভাবী ধৰ্মৰ দুটা ভাগ থাকিব : আদৰ্শক মাত্ৰ আদৰ্শ হিচাপে ধাৰণা কৰি পূজা কৰা আৰু বাস্তৱক অকল বাস্তৱ বা স্থিতি বুলিয়েই পূজা কৰা। প্ৰথমটোত বস্তুটোৰ শ্ৰেয়স্‌টো আছে, কিন্তু অস্তিত্ব হলে নাই ; দ্বিতীয়টোত অস্তিত্ব আছে, কিন্তু শ্ৰেয়স্‌টো

নাই (৩)। বিশ্ব-প্ৰকৃতিখন ঠিক যেনেকৈ আছে, আমি তেনেকৈয়ে তাক গ্ৰহণ কৰিব লাগে আৰু তাৰপৰা আমি একো আশা কৰা উচিত নহয়। অসন্তৰক লৈ আনন্দ কৰাতকৈ বাস্তৱক বিশ্বাস কৰি, তাৰ বাবে নিৰ্যাতন ভোগ কৰাটোহে যেছি পুৰুষালি।

এই জিতেন্দ্ৰিয়তাবাদত যে উচ্চ গাম্ভীৰ্য এটিও আছে আৰু ই কোনো সৰু-স্বৰা সান্ত্বনা নিবিচৰাকৈ আকস্মিক হওক নিৰ্দ্ধাৰক হওক এই জগতৰ প্ৰধান নিয়মসমূহৰ বশৱৰ্ত্তী হৈয়ে যে চলে, তাক আমি অস্বীকাৰ কৰিব নোৱাৰোঁ। কিন্তু যি বিশ্ব-প্ৰকৃতিয়ে আমালৈ কোনো ভ্ৰুক্ষেপকে নকৰে তাৰ প্ৰতি উদাৰ হতাশা এটা লৈ থকাও টান। গাম্ভীৰ্যপূৰ্ণ জিতেন্দ্ৰিয়তাবাদৰপৰা নৰমূৰ্ত্তিপূজাবাদলৈ বাগৰি যোৱা পথ অতি সুগম। বিশ্ব-প্ৰকৃতিখন যদি এটি বিৰাট যন্ত্ৰই হয় আৰু ই যদি মানুহৰ আশা আৰু আকাঙ্ক্ষাৰ প্ৰতি কোনো ভ্ৰুক্ষেপকে নকৰে আৰু যদি বিশ্বজাগতিক দৃষ্টিভঙ্গীৰপৰা চালে মানুহ মাথোন এটি দুৰ্বলগা সামান্য আকস্মিক ঘটনাহে হয়, তেনেহ'লে আমি জীৱনত সঙ্কটৰ মাজেদি পোৱা আমোদ-আহ্লাদ-কণো ভোগ নকৰি মানুহৰ দুখ-নিৰ্যাতন বঢ়াই লোৱাৰ কি যুক্তি থাকিব পাৰে? জিতেন্দ্ৰিয়তাবাদে আগবঢ়োৱা আশা অতি সাধাৰণ; কিন্তু ইয়াৰ আচৰণ অতি টান। গতিকে সৰহ লোকে ইয়াক গ্ৰহণ কৰিবলৈ আগ নাবাঢ়ে; কিন্তু নৰমূৰ্ত্তি-পূজাবাদে আমাৰ যগৰ প্ৰধান আশা-আকাঙ্ক্ষাবোৰ যুক্তিযুক্ত বুলি বিচাৰ কৰি তাক লাভ কৰিবৰ কাৰণে উদগনি দিয়ে; গতিকেই ইয়াৰ ভক্তৰ সংখ্যা অগণন। কিন্তু যেতিয়া আমি জীৱনৰ ওপৰত আস্থা হেৰুৱাও, নৰমূৰ্ত্তিপূজাবাদ আৰু জিতেন্দ্ৰিয়তাবাদ, দুয়োটা উপায়কে গ্ৰহণ কৰোঁ; গতিকে দুয়ো পথেই জীৱনৰপৰা পলায়নৰ উপায় মাথোন। চেনেকাই কোৱা মতে এটা মাথোন গুণে আমাৰ জীৱনৰ সন্মান বচাইছে, সেয়া হ'ল: জীৱনলৈ প্ৰৱেশ-পথ মাত্ৰ এটা; কিন্তু ওলোৱা বাট বহুত আৰু যাৰ যেতিয়াই আৰু যি পথেদি ইচ্ছা তাকে বাছি লৈ তেওঁ তেতিয়াই ওলাই যাব পাৰে। (8) যি মুহূৰ্ত্ততে আমি অনুভৱ কৰোঁ যে খেলাখন দাম চাই কাম হোৱা নাই, তেতিয়াই আমি ঈশ্বৰৰ হাতত, আইভান কাৰামাজোবৰ ভাষাত, "প্ৰৱেশ টিকট"খন ওলোটাই দিব পাৰোঁ। অন্ধকাৰৰ মাজত আমাৰ কোনো হতাশা বা নৈৰাশ্য নাথাকে। নৈৰাশ্যবাদ অত্যন্ত শক্তিশালী মত আৰু ইয়াৰ বহু

(৩) "*Essence of Religion*," Hibbert Journal, (Oct. 1912).

(8) এপিক্টেটাচে তেওঁৰ শিষ্যসকলক সোঁৱৰাই দিছিল যে দুৱাৰ মুকলি আছে; ল'ৰা-ছোৱালীবিলাকৰ দৰে খেলি-বুলি ভাগৰ লাগিলে আমি তাক শেষ কৰি থব পাৰোঁ, এই সুবিধা যেতিয়া আছে আমি আৰু অনুযোগ কৰাটো উচিত নহয়।

বিস্মৃতিয়ে বুজায় যে আমি সঁচাকৈয়ে নৈৰাশ্য ৰোগত ভুগিব লাগিছোঁ। মেকিদনিয়নৰ দিনত গ্ৰীক স্বতন্ত্ৰতা যেতিয়া লোপ পাই গৈছিল, তেতিয়া দাযোজেনিছে লগৰ দেশপ্ৰেমীসকলক কৈছিল একোকে ভয় নকৰিবলৈ, একোকে আকাঙ্ক্ষা নকৰিবলৈ আৰু একো বস্তুৰে অধিকাৰী নহ'বলৈ, কাৰণ, তেতিয়া হ'লে জীৱনৰ কোনো পাপাশয় বুদ্ধিয়ে আমাক হতাশ কৰিব নোৱাৰে।

কেতিয়াবা ধৰ্মৰ সলনি কলা আৰু চিন্তাক গ্ৰহণ কৰিবলৈ কোৱা হয়। ৰাছেলে উপদেশ দিছে, "শেষ আঘাত পৰাৰ আগতে আমাৰ এই ক্ষুদ্ৰ দিনবোৰ সুমাৰ্জিত কৰিবলৈ সৎচিন্তাকে বাঞ্চা কৰিবা।" ভাৰতবৰ্ষত বুদ্ধৰ যুগত আৰু য়ুৰোপত মূৰ্তি পূজাবাদৰ শেষ কালত যেতিয়া পুৰণি ৰীতি-নীতি আৰু বিশ্বাসৰ ওপৰত আক্ৰমণ চলিবলৈ ধৰিলে, তেতিয়া মানুহ ওচৰ চাপিল দৰ্শনৰ আৰু যি সান্ত্বনা চলিত পথে দিব নোৱাৰিলে, তাক দিলে এই দৰ্শনে। নিৰ্বিকাৰ চিত্তে যদি আমি চিন্তা কৰি পাওঁ যে জীৱনটো দৰাচলতে লুকাই থকা বস্তুহে, তেতিয়া অন্ততঃ আমি আমাৰ মনোমন্দিৰত আমাৰ আদৰ্শক পূজা কৰিবলৈ ল'ব পাৰোঁ, আৰু হয়তো দুই-এটা কল্পনাও কৰিব পাৰোঁ। আমাৰ অপূৰণ আকাঙ্ক্ষাৰ তেতিয়া কাল্পনিক সন্তুষ্টি লাভ কৰিব পাৰোঁ আৰু বাস্তৱ জীৱনত যি ভাও আমি দিব পৰা নাই তাক অন্ততঃ কল্পনাত ল'ব পাৰোঁ। কলাই বাস্তৱৰ ভয়ঙ্কৰ অভিজ্ঞতাৰ-পৰা আমাক আঁতৰাই লৈ গৈ এক প্ৰকাৰ মানসিক আত্মসংযমৰ তৃপ্তি দিব পাৰে। আজিৰ যুগৰ বুদ্ধিবাদী অভিজাতসকলে স্বভাৱবাদ, জিতেন্দ্ৰিয়তাবাদ, মূৰ্তি-পূজাবাদ আৰু নৈৰাশ্যবাদ আদি বিভিন্ন বাদৰ সংমিশ্ৰিত নতুন বাদ এটিকে মানি চলা যেন লাগে।

ধৰ্মৰ সলনি স্বৰূপে গ্ৰহণ কৰিব খোজা জিতেন্দ্ৰিয় মূৰ্তি পূজাবাদো বৰ দুৰ্বল। আমাৰ বিশ্বজগতৰ ওপৰত আৰু আমাৰ জীৱনৰ ওপৰতে আমি যদি আস্থা ৰাখিব নোৱাৰোঁ, তেনেহ'লে আমি জীয়াই থাকিবও নোৱাৰোঁ। যি অসত্যই আমাৰ মনক পঙ্গু কৰি পেলায় তাৰ প্ৰতি নিষ্কাম নিৰ্মায়া ভাবক প্ৰতিৰোধ কৰিব লাগে সঁচা। যুক্তিবাদ অতি আৱশ্যকীয়, কিন্তু জীৱনৰ ভাওণ ৰোধ কৰিবৰ হ'লে ধৰ্মও তেনেকৈয়ে আৱশ্যক। অৱশ্যে ধৰ্ম সম্পূৰ্ণভাৱে একেবাৰে কাল্পনিক নহ'বও পাৰে। কিন্তু সকলো কথা তৰ্কৰ ফালৰপৰা চালেও নহ'ব। আমি যুক্তি-যুক্ততাৰ ফালেও চকু ৰাখিব লাগিব। জীৱনৰ প্ৰতি অনুগত হ'ব লাগিলে আমি সৃষ্টিৰ ৰহস্য জানিব লাগিব। আমি এই বিশ্বজগতত নিজকে যেতিয়া অলাগতিয়াল যেন অনুভৱ কৰোঁ তেতিয়া আমাৰ এই অন্তৰ্দ্বন্দ্ব নাগৰিক কৰ্তব্য বা পৰিয়ালৰ প্ৰতি আকৰ্ষণেৰে লুকুৱাই ৰাখিব খোজোঁ; কিন্তু আত্মাৰ এই নিৰ্জনতা অকলশৰে বন্দী হৈ থকাতকৈয়ো ভয়ঙ্কৰ। আমি যে আত্মাৰ অসহায়তা অনুভৱ কৰোঁ, অজ্ঞেয় জগৎ এখনৰ মাজত আমি যে নিঃসঙ্গতা অনুভৱ কৰোঁ, তাৰ ফলত জগত চলি

থকা জীৱন স্পন্দন নাশ হৈ যাব খোজে; মায়াবাদী গুৰুসকলে আমাক সত্যৰ সন্ধান কৰিবলৈ কয়, সৌন্দৰ্য সৃষ্টি কৰিবলৈ আৰু শ্ৰেয়স্ লাভ কৰিবলৈ কয়, কিন্তু আমি যদি নিঃসন্দেহে জানো যে দেখদেখকৈ শত্ৰু নহ'লেও আমাৰ প্ৰতি উদাসীন জগত এখনত আমি আকস্মিক ঘটনা বিশেষ মাথোন, তেনেহ'লে এই আদৰ্শসমূহ উপলব্ধি কৰিবৰ কাৰণে—আমি প্ৰযত্ন কৰাৰ ভৰসা থাকে ক'ত? জগতৰ প্ৰকৃতি যদি আমাৰ প্ৰতি ঈৰ্ষাপূৰ্ণ হয়, তেনেহ'লে আমাৰ কৰ্তব্য হ'ল তাক উলংঘা কৰাটোহে।

সৎ কাম কৰিবৰ বাবে আমাৰ মনলৈ ক'ৰপৰানো অনুপ্ৰেৰণা আহে বুলি হয়তো কোনোৱে সুধিব পাৰে। সত্য, শিৱ আৰু সুন্দৰৰ উপলব্ধি কৰাৰ আকাঙ্ক্ষা যদি এই বিশ্ব-প্ৰকৃতিৰ পৰিকল্পনাৰ অন্তৰ্গত হয়, তেনেহ'লেতো জগতখন আমাৰ প্ৰতি অমিত্ৰ নহয়। ৰাছেলে স্বীকাৰ কৰিছে, "এই এটা সঁচাকৈয়ে আচৰিত ৰহস্যৰ কথা যে সৰ্বশক্তিমান অথচ অন্ধ প্ৰকৃতিয়ে আকাশৰ অতল তলেদি ঘূৰোঁতে ঘূৰোঁতে তেওঁৰেই শক্তিৰ বশ এনে এটি শেষ সন্তানকে জন্ম দিলে যাৰ সৎ আৰু অসৎ জানিব পৰা জ্ঞান আৰু দৃষ্টি আছে আৰু তাৰ চিন্তা-চচাবিহীন মাতৃৰ সকলো কামকে বিচাৰ কৰিব পৰা ক্ষমতাও আছে (৫)।" আমি এই বিৰাট কথাটো 'আচৰিত ৰহস্য' বুলিয়েই উৰুৱাই দিব নোৱাৰোঁ। প্ৰকৃতিক আমি মানুহৰ জীৱন-নাটৰ ভাওনা কৰা নাটঘৰৰ দায়িত্বহীন শক্তিৰ নিৰ্জীৱ আৰু চেপেটা পটভূমি বা পৰ্বতি বুলিয়েই ধৰি লওঁ, অথচ তেতিয়াই তাৰ বিপৰীতটো কৰিব খোজোঁ! বিজ্ঞানে যদি আমাক কিবা শিকাইছে তেনেহ'লে সি হ'ল এই বিশ্ব-প্ৰকৃতিৰ এককেন্দ্ৰীয় স্বৰূপ। যি জগতে আমাক সৃষ্টি কৰিছে আৰু যাৰ প্ৰত্যেক দৃশ্য আমাৰ চকুৰ আগত মুকলিকৈ ধৰি থোৱা হৈছে, সেই জগতৰ লগত আমি এক। উপনিষদ আৰু প্লেটোৱে দিয়া সাধাৰণ উপমা এটাৰ মতে প্ৰকৃতিৰ প্ৰত্যেকটো বিন্দুয়েই সমগ্ৰ বিৰাট বিশ্বৰ সূক্ষ্ম প্ৰতিবিম্ব মাথোন। এই বিশ্বত যদি নিয়ম আছে, শৃঙ্খলা আছে, তেনেহ'লে আমাৰ জীৱন আৰু চৈতন্য আকস্মিক দুৰ্ঘটনা নহয়; আমি জগতৰ সৈতে একগোট আৰু আমি ইয়াত বদ্ধমূল হৈ নিহিত আছোঁ। আমি জগতৰ দৰ্শক মাথোন নহয়, আমি ইয়াৰ অঙ্গীভূত অংশ-বিশেষ।

ইয়াৰ বাহিৰেও বাস্তৱৰ ছবিখন আমাক যিমান অসন্তোষজনক বুলি বিশ্বাস কৰিবলৈ কোৱা হয়, প্ৰকৃতপক্ষে ই তেনে নহয়। পোহৰখিনি একেবাৰে ঢাকি ধৰি অন্ধকাৰক গভীৰ কৰি দেখুওৱাটো উচিত নহয়। জগতত মানুহৰ বীৰত্ব আৰু সৌন্দৰ্য-কল্পনা আৰু আৱিষ্কাৰৰ আশ্চৰ্য অৱদানসমূহ গচ্ছিত আছে। যদিও আমাৰ মনেইহে এই জগতখনৰ শৃঙ্খলা লগালে, তথাপি মনো সেই জগতৰে অংশবিশেষ।

---

(৫) "*Mysticism and Logic*", (1918) p. 48.

আমি সি আদর্শ মনত পোষণ কৰোঁ, সি হয়তো বহুত দূৰত আৰু অনুপলব্ধ হ'ব পাৰে; কিন্তু এইটো ঠিক যে আমাৰ আদৰ্শ আছে আৰু সেই আদৰ্শক আমি ইমানেই ভাল পাওঁ যে আমাৰ জগতখন সেই আদৰ্শ অনুযায়ী নোহোৱা কাৰণে আমি জগতখনকে নিন্দা কৰোঁ (৬)। জগতৰ মূল্য সম্বন্ধে আমাৰ যি বিচাৰ, সত্য সম্বন্ধে আমাৰ যি দৃঢ়মত, সৌন্দৰ্যৰ প্ৰতি আমাৰ যি প্ৰশংসা আৰু প্ৰেমৰ যি আমাৰ অভিজ্ঞতা—এই সকলোৱে মাত্ৰ ইয়াকে প্ৰমাণ কৰে যে আমি মাথোন অকল কিছুমান পদাৰ্থ শক্তিৰে ফল নহয়। যিসকল লোকে অৰ্থ ৰক্ষাৰ হকে বৰ বেছিকৈ ওকালতি কৰে, তেওঁলোকৰ মনতো এটা ক্ষীণ আশা থাকে যে মানুহ কেৱল শাৰীৰিক আৰু নৈতিক বাদ-বিসম্বাদেৰে জড়িত আৰু তাৰ ধৰাবন্ধা কাৰ্য-ক্ৰমৰদ্বাৰা আবদ্ধ, আৱশ্যকতা বা অভাৱসমূহৰ আগত বশিৱেই নহয়, মানুহ নিজৰ ভাগ্য-বিধাতা আৰু সকলো কথাতে অনিবাৰ্যতাকো নিয়ন্ত্ৰণ কৰা জগত-নাটৰ এজন নাট্যকাৰো। জগতৰ চপলতাই মানুহক কেতিয়াবা পৰাজয় কৰিলেও মানুহে নিজৰ নিহিত গৌৰৱবোধ আৰু প্ৰকৃতিৰপৰা উচ্চতা কেতিয়াও অস্বীকাৰ কৰিব নোখোজে।

সুখেই মানুহৰ জীৱনৰ চৰম লক্ষ্য বুলি অজ্ঞাতসাৰে ধৰি লৈ আমি জগত সম্বন্ধে সিদ্ধান্ত গ্ৰহণ কৰোঁ। সীমাৰ ভিতৰতে থাকিলে অহমিকাটো বৰ অন্যায় নহয়; কিন্তু এয়ে যেতিয়া বিশ্বজগতৰ নিজে পতা বিচাৰক বুলি ধৰি লোৱা অভ্যাসত পৰিণত হয়গৈ, তেতিয়া ই ভুল পথে লৈ যায়। জগতখনৰ বিৰুদ্ধে যেতিয়া আমি কোনো অভিযোগ কৰোঁ, তেতিয়া আমি প্ৰকৃততে সত্যৰ অন্বেষণ নকৰোঁ, আৰু জগতখনৰ বিশাল অৱদানৰ প্ৰতি ক্ৰান্তি কৰোঁ। আমি যদি জগতখনৰ

---

(৬) এমাৰ্চনে লিখিছিল: "ধৰি লোৱা যে মানৱ জীৱন অতি নীচ, কিন্তু ইয়াক নীচ বুলি জানিলোঁ কেনেকৈ? আমাৰ এই অস্বস্তিৰ, পুৰণিকলীয়া অসন্তুষ্টিৰ গুৰি ক'ত? আমাৰ আত্মাই যি সমগ্ৰতা দাবী কৰে তাৰ সূক্ষ্ম ব্যঞ্জনাৰ বাহিৰে আমাৰ অভাৱ আৰু অজ্ঞতাৰ সৰ্বময় অৰ্থ কি?" এমাৰ্চনে ইয়াতে ডেকাৰ্টে কোৱা 'আমি যদি সকলো সমগতে আমাৰ ভিতৰত থকা অসীমৰ ধাৰণাৰ গম নেপালোঁ-হেঁতেন, তেনেহ'লে আমাৰ সসীমতাৰ কথা কেতিয়াও নেজানিলোহেঁতেন'—কথাষাৰৰ ব্যাখ্যা কৰিছে। পৰমাত্মাৰ লগত আমাৰ সম্বন্ধৰ সাক্ষ্য দিয়ে আমাৰ পাৰমাৰ্থিক তৃষ্ণাই। The Brother Karamazovত ডষ্টয়ভস্কিয়ে লিখিছে: "ঈশ্বৰ সঁচাকৈয়ে আছে বোলা কথাটো আচৰিত আৰু চমকপ্ৰদ কথা নহয়; চমকপ্ৰদ কথা এইটোহে যে আদিম বৰ্বৰ জন্তুৰ দৰে মানুহৰ মনত ঈশ্বৰৰ আৱশ্যকতা সম্পৰ্কে ধাৰণা কেনেকৈ সোমাইছিল। ইমান পবিত্ৰ, এনে অনুভূতিশীল, ইমান জ্ঞানী আৰু ইমান মহৎ, ইয়াৰপৰা মানৱক অতি উচ্চ প্ৰশংসাযোগ্য কৰি তুলিছে।"

কোনো এটি প্ৰৱাহক অৱজ্ঞা নকৰাকৈ বা অতিৰঞ্জন নকৰাকৈ আমাৰ জীৱনটোৰ ফালে চাই পঠিয়াওঁ, তেনেহ'লে আমি দেখিবলৈ পাম যে জগতখনৰ এই বিশাল গতি কাৰোবাৰ অকলশৰীয়া হিতৰ কাৰণে নহয়। ইয়াৰ ভিতৰত এখনি বিশাল পৰিকল্পনা লুকাই আছে আৰু সি নিজক উপলব্ধি কৰিবৰ কাৰণে যত্ন কৰিব লাগিছে, তাৰ তুলনাত আমাৰ শ্ৰেষ্ঠতম লক্ষ্যও অতি নগণ্য।

জগতখন যে এখন প্ৰমোদ-কানন নহয়, ই যে দুখ-নিৰ্যাতনে ভৰা, এই কথাটো নতুনকৈ আৱিষ্কাৰ হোৱা নহয়। ধৰ্মপ্ৰৱৰ্তকসকলে এই কথা স্বীকাৰ কৰে আৰু তেওঁলোকে অবিদ্যা বা আমাৰ পূৰ্বকৃত পাপকেই ইয়াৰ কাৰণ বুলিও দৰ্শায়, মানুহে কেনেবাকৈ এই পাপত লিপ্ত হৈছিল। তেওঁলোকে এই কথাও কয় যে মানুহৰ ব্যক্তিত্বৰ প্ৰকৃত ব্যৱহাৰৰদ্বাৰা সুখ, আনন্দ লাভ হ'ব পাৰে। এই আনন্দক ইন্দ্ৰিয় সুখৰ লগত ভুল কৰিব নেলাগে। আত্মাৰ ঐক্য, জীৱনৰ অস্তিক দৃষ্টিভঙ্গীৰ চেতনা আৰু আত্মাত নিহিত থকা শান্তি, সকলোৰে সমন্বয়েই হ'ল এই আনন্দ। প্ৰকৃতিয়ে প্ৰত্যেক বস্তুকে বা প্ৰত্যেক শ্ৰেণীকে ঠিক নিজৰ দৰে সম্পূৰ্ণ সুন্দৰকৈ গঢ়ি তুলিব খোজে। এই প্ৰক্ৰিয়াত দুখ আৰু নিৰ্যাতন থাকিব পাৰে, কিন্তু আমি যদি জ্ঞানী হওঁ, তেনেহ'লে আমি তাক আনন্দেৰে গ্ৰহণ কৰিব লাগিব আৰু আমাৰ প্ৰত্যেকৰে প্ৰকৃত সত্তা সিদ্ধিৰ কাৰণে কাম কৰি যাব লাগিব। মানুহে যেতিয়া অকল দুখ এৰি সুখকেহে বিচাৰে, তেতিয়া মানুহ তললৈ নামে। সত্যৰ সন্ধানত আৰু শ্ৰেয়স্ লাভৰ প্ৰযত্নত মানুহে বহুত শান্তি আৰু নিকাৰ ভুঞ্জিব পাৰে, এই শৰীৰৰ বিনাশ পৰ্যন্ত হ'ব পাৰে। কিন্তু সেয়ে আকৌ অন্তৰ আত্মাৰ মহত্ত্ব বিকাশত সহায়ক হ'বও পাৰে আৰু প্ৰকৃত সুখ এই মহত্ত্ব লাভতহে।

দৰাচলতে জগতখন একেবাৰে প্ৰেমহীন বা নিঃসঙ্গ নহয়। জীৱনৰ কঠিন যুদ্ধত লাগি থকাসকলেও পৰস্পৰৰ দুখানুভূতিত সমবেদনাশীল হৈ বন্ধুত্ব গঢ়ি তুলিব পাৰে। দুখৰ দিনৰ মৈত্ৰীয়ে মানুহৰ দুখ দূৰ কৰে।

ৰাছেলে কৈছে যে ভয় বা শঙ্কাইহে সকলো ধৰ্মৰ উৎপত্তিৰ কাৰণ। ইয়াৰপৰা অনুমান কৰিব পাৰি যে মানুহ আৰু তাৰ পৰিবেষ্টিত জগতখনৰ মাজত বুজাবুজিৰ অভাৱ হৈছে। জীৱনক বুজিব লাগিলে চিন্তাৰ ঐক্যৰদ্বাৰা আমি তাক সমগ্ৰভাৱে গ্ৰহণ কৰিব লাগিব। আদিম মানৱে প্ৰকৃতিৰ লগত আত্ম অচেতন হিচাপে এক হৈ মিলি বসবাস কৰিছিল। কিন্তু যেতিয়া মানুহৰ বিচাৰ বুদ্ধিৰ শক্তিৰ দুৱাৰ ক্ৰমে মুকলি হ'ল, তেতিয়া মানুহ আৰু বাকী বাস্তৱ জগতৰ মাজত দ্বৈতবোধৰ উদয় হ'ল। এই দ্বৈতবোধেই ভয়ৰ উৎস। ধৰ্মই মানুহ আৰু প্ৰকৃতিৰ মাজত হেৰোৱা ঐক্য ঘূৰাই আনি প্ৰকৃতিৰ সৰ্বস্বৰ লগত এটা যোগাযোগ স্থাপন কৰি ভয় দূৰ কৰি আমাক নিৰ্ভয় দান কৰিব খোজে। প্ৰকৃতিবাদে সত্যক সহ্য কৰি বাস্তৱতাৰ প্ৰতি শ্ৰদ্ধাশীল হ'বলৈ কয়; কিন্তু মানুহ আৰু প্ৰকৃতিৰ মাজত যদি ফাঁট মেলে

তেনেহলে ই সম্ভৱ নহয়। প্ৰাকৃতিক জগৎ আৰু সৎ অৰ্থ বা মূল্যৰ জগতৰ লগত অংগাঙ্গি সম্বন্ধ স্থাপন কৰি হে আমাৰ নিঃসঙ্গতা আৰু অনিত্যতা দূৰ কৰিব পাৰে। এই প্ৰকৃতিবাদে সেই কাৰণে আমাক বুদ্ধিতকৈয়ো বহুত গভীৰলৈ লৈ গৈ তাত মানুহ আৰু প্ৰকৃতিৰ মাজত কাম কৰি থকা নিত্য ক্ৰিয়াশীল সম্বন্ধক পুনৰ স্থাপন কৰিব খোজে।

নাস্তিকবাদ হ'ল মেধাৰ (বুদ্ধিশক্তি) কথা। আমি যেতিয়া আমাৰ জীৱনৰ অন্তৰতম গভীৰলৈ দূৰ দি যাওঁ, আমি তেতিয়া ভালেই পাওঁ বা বেয়াই পাওঁ, এই জগতখনক গ্ৰহণ কৰিবলৈ বাধ্য হওঁ। নাস্তিকবাদ আমাৰ জীৱনৰ চৰম প্ৰবৃত্তিসমূহৰ বিৰোধী। আমাৰ জীৱন যে সুন্দৰ, আমি যে ইয়াৰ পৰম ব্যৱহাৰ কৰিব লাগে, ই হ'ল এটি বিশ্বাসৰ কথা। আৰু এই চৰম অবিশ্লেষণীয় বিশ্বাসক বুজাবলৈ কোনো যুক্তিৰেই অৱতাৰণা কৰিব নোৱাৰি। সকলো তৰপৰ নাস্তিক-বাদেই মানৱ মনৰ উপৰুৱা অৱস্থাৰহে কথা। আমাৰ জীৱন এনে ৰহস্যপূৰ্ণ আৰু আহ্লাদময় যে বুদ্ধি-বৃত্তিয়ে তাক উপলব্ধি কৰিব নোৱাৰে। ৰাছেলৰ দৰ্শনে মানুহৰ পৰাজয়ৰ প্ৰমাণ নকৰে, কৰে আমাৰ নাড়ীৰ প্ৰতি স্পন্দনত আমি উপলব্ধি কৰি থকা সত্যক প্ৰমাণ কৰিবৰ কাৰণে আমাৰ বুদ্ধি-বৃত্তিৰ অক্ষমতাহে।

যি পশু প্ৰবৃত্তিয়ে আমাক জীয়াই থাকিবলৈ আৰু জগতখন গ্ৰহণ কৰিবলৈ সঁকিয়াই থাকে, সেয়েই মানুহৰ মনত হৈ পৰে যুক্তিযুক্ত বিশ্বাস আৰু আমাৰ চাৰিওফালৰ প্ৰকৃতি আমাৰ কাৰণে নিৰ্ভৰশীল হয় আৰু আমাৰ সকলো কাৰ্যতে সঁহাৰি দিয়ে।

ৰাছেল আৰু তেওঁৰ মতাৱলম্বীসকলে অলৌকিক জগতখনৰ বিৰুদ্ধে প্ৰতিবাদ জনাইছে। জগতখনক যদি আমি অকল তৰ্কৰ খাতিৰতে ধৰি নলৈ প্ৰকৃততে থকা বুলিয়েই ধাৰণা কৰোঁ, তেনেহ'লে যিখন জগতত আমি বাস কৰোঁ, তাৰ লগত নিশ্চয় ইয়াৰ সক্ৰিয় সম্বন্ধ থাকিব লাগিব। অলৌকিক আশ্চৰ্য কথা, অৱতাৰ আৰু স্বৰ্গাৰোহণ আদি কথাৰ অৱতাৰণা কৰা হয় ঐহিক আৰু পাৰলৌকিক জগতৰ মাজত এটা ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰিবৰ কাৰণে। এই দুইখন জগত যদি কিছুমান নিৰ্দিষ্ট নিয়মৰদ্বাৰা বন্ধা আছে, তেনেহ'লে আমি বাস্তৱ আৰু ঐহিক আৰু পাৰ-লৌকিক জগত বুলি দুখন কৰি ভাগি পেলোৱাৰ যুক্তি কি থাকিব পাৰে। সকলোৰেইতো প্ৰকৃতি, অসম্পূৰ্ণ বিজ্ঞানে ধৰিব পৰা শক্তিসমূহ আৰু ঘটনা-চক্ৰৰ মাজতেই এই ৰূপটো আমি আৱদ্ধ ৰখা উচিত নহ'ব। প্ৰাকৃতিক আৰু অতি-প্ৰাকৃতিক, এই বিভেদ একেটা বাস্তৱতাৰ ভিতৰতহে নিহিত, অতি জনা আৰু নজনা দুখন বেলেগ জগতৰ মাজৰ ব্যৱধান নহয়। অতি-প্ৰাকৃতিক বা পাৰলৌকিক জগতখন যদি প্ৰাকৃতিক জগতৰ বিৰোধী হয়, তেনেহ'লে বিশৃঙ্খল অৱস্থা এটাক সুশৃঙ্খলিত জগত এখন বুলি ভুল কৰা হয়। ই হ'ল আশ্চৰ্যজনক আকস্মিক ঘটনা আৰু

অগণন দুৰ্ঘটনাৰে পৰিপূৰ্ণ। বিজ্ঞানে এনে এখন অতি প্ৰাকৃতিক অৱস্থাৰ অপ্ৰমাণ কৰে। অতি-প্ৰাকৃতিকৰ প্ৰকৃত ধাৰণাটো অৱশ্যে অলপ বেলেগ। প্ৰকৃতিৰ নিজৰ নিয়ম-শৃঙ্খলা আছে। প্ৰকৃতিৰ সত্যতা, গভীৰতা আৰু অসীমত নিহিত থকাখিনেই হ'ল অতি-প্ৰকৃতি। ই প্ৰকৃতিতকৈ বেলেগ একো নহয়।

## অজ্ঞেয়তাবাদ

অজ্ঞেয়তাবাদে এই ৰহস্য স্বীকাৰ কৰে আৰু কয় যে আমি ইয়াক নেজানো আৰু জানিবও নোৱাৰোঁ। আমাক ডেৱাই যোৱা কথাবোৰ আমাৰ সমস্যা নহয়। পুৰণি ৰূপক এটাত জীৱনক এটা চৰাইৰ লগত তুলনা কৰা হৈছে: চৰাইটো অন্ধকাৰৰপৰা ওলাই গৈ সোমাই পৰে এটা পোহৰ কোঠাত আৰু তাত কিছুমান পৰ চপচপাই থাকি ওলাই গৈ আকৌ সেই অন্ধকাৰৰ মাজত বিলীন হৈ পৰে। আমি কোনো কথাৰে উৎপত্তি ক'ত তাক নেজানো, কোন উদ্দেশ্য-পথেৰে গতি কৰে তাকো আমি নেজানো, আমি মাথোন জানো মাজৰ বাটচোৰৰ কথা। তেনেহ'লে আমি গোটেইবোৰকে লৈ মূৰ ঘমাই মৰিব লাগে কিয় ? (৭) বিশ্ব-প্ৰক্ৰিয়াৰ কিবা যদি উদ্দেশ্যও আছে আমি তাক জানিব নোৱাৰোঁ। অজ্ঞেয়তা-বাদীয়ে অস্বীকাৰ নকৰে যে এই দৃশ্যমান জগতৰ ভিতৰত এখনি প্ৰকৃত জগত আছে। তাক অস্বীকাৰ কৰিলে তেওঁ আৰু অজ্ঞেয়তাবাদী হৈ নেথাকে; কাৰণ, তাত থকা গোটেই সত্তাটোকেই আমি জানো বুলি তেওঁ জানে। আনহাতে যদি তেওঁ বিশ্বাস কৰে যে এই দৃশ্যমান জগতৰ ভিতৰত এনে কিবা এটা আছে যাৰ প্ৰকৃতি সম্বন্ধে আমি একো নিশ্চয় কৰিব নোৱাৰোঁ, তেনেহ'লেও অজ্ঞেয়তাবাদীৰ কথাৰ অসঙ্গতি ধৰা পৰে। কাৰণ, তেতিয়া হ'লে তেওঁ এইখিনি জানে যে এনে এটা বস্তু আছে, যাৰ প্ৰকৃতি সম্বন্ধে আমি একো জানিব নোৱাৰোঁ। আমি অন্ততঃ বস্তুটো সম্বন্ধে এইখিনি জানো যে এই অজ্ঞেয়টোৰ বিষয়ে জনা কথাখিনিৰপৰা বস্তুটোৰ অজ্ঞেয়তাৰ সম্বন্ধে আমি নিশ্চিত হ'ব নোৱাৰোঁ, অজ্ঞ হৈ থকাটো মানুহৰ বিশেষ অধিকাৰ। পিচৰটোৰ অৰ্থ হ'ল এয়ে যে মানুহৰ জ্ঞানৰ এটা আদৰ্শ আছে আৰু সেই আদৰ্শই মানুহৰ অজ্ঞতাৰ আৰু জ্ঞানৰো সীমা নিৰ্দ্ধাৰণ কৰি দিয়ে। তাৰ বাহিৰেও মানুহক সত্য বা তত্ত্বৰ অন্বেষণৰপৰা আঁতৰাই আনিবলৈ যোৱাটো বৃথা।

---

(৭) তুঃকঃ ভগৱতগীতা ২ (১৮)

## সন্দেহবাদ

বিভিন্ন দাৰ্শনিক মতবাদত মুগ্ধ হোৱাসকলৰ কিছুমানে সন্দেহবাদৰ ফাললৈ ঢাল লয়। সকলো মতবাদেই তেওঁলোকৰ ভাল লাগে; কিন্তু তেওঁলোক ইমান সভ্য আৰু জ্ঞানী যে তেওঁলোকে এটাৰ বিষয়েও কোনো দৃঢ়মত পোষণ কৰিব নোৱাৰে। তেওঁলোকৰ কাৰণে কি দৰ্শন, কি ৰাজনীতি, কি ধৰ্ম একোৱেই গুৰুত্ব নাই। জগতখনৰ কোনো উদ্দেশ্যই নাই, কাৰণ, জগতখনৰ পৰস্পৰ বিৰোধী ইমানবোৰ উদ্দেশ্য আমি উলিয়াব পাৰোঁ যে সমগ্ৰ জগতখনৰ একো উদ্দেশ্য নাই বুলিয়েই আমি ধৰি ল'ব পাৰোঁ। বিনোৰ হৈ ঘূৰি ফুৰাটো, আটাইতকৈ ভালটোকে আকাঙ্ক্ষা কৰি, একেবাৰে সামান্য আশা কৰাটো আৰু একোতে বেছিকৈ বিশ্বাস নকৰাটোৱেই হ'ল আচল জ্ঞানৰ কাম।

পৰিবৰ্তনৰ কালছোৱাত সন্দেহবাদে বেছিকৈ বৰ্তি থাকে। বিশাল সভ্যতা এটাৰ আগমনৰ কালত যেতিয়া গ্ৰীক সংস্কৃতি আৰু নীতি ভাগি পৰিবলৈ ধৰিছিল, তেতিয়া আৱিৰ্ভাৱ হৈছিল চোফিষ্টসকলৰ। ভাৰতবৰ্ষতো বুদ্ধ আৰু শঙ্কৰৰ যুগেই আছিল সন্দেহবাদৰ প্ৰগতিৰ কাৰণে অতি উত্তম কাল। সকলো গুণকে অপহৰণ কৰি ৰিক্ত কৰা এই জগতখনৰ ভিতৰৰ অকলশৰীয়া মনোভাৱটো উদঙাই দিয়ে এই সন্দেহবাদে। অবিচলিতভাৱে সদায় সন্দেহবাদী হৈ থকাটো অসম্ভৱ কথা। হিউমে নিজেই কৈছে তেওঁ কেনেকৈ সন্দেহবাদক পঢ়া কোঠালিতে এৰি নিজৰ জীৱনক তাৰপৰা আঁতৰত ৰাখিছিল। সন্দেহবাদীয়ে যদিও জ্ঞানৰ সম্ভাৱ্যতাকে সন্দেহ কৰিব লাগে, তথাপি দেখা যায় যে তেওঁলোকে নিজৰ মতৰ সত্যতা হ'লে স্বীকাৰ কৰে। সন্দেহবাদীৰ নিজ মতত আন্তৰিকতা থাকিলে তেওঁলোকে সন্দেহবাদকে লৈ সন্তুষ্ট থাকিব নোৱাৰে। ই সন্দেহক আৰু সন্দেহ দুয়োটাকেই স্বীকাৰ কৰে। ইয়াৰ নিশ্চয়তা সম্বন্ধে আদৰ্শ এটা আছে কাৰণেই ই সন্দেহ কৰিব পাৰে। প্ৰণালী হিচাপে সন্দেহবাদ এক ৰকমৰ আৰু তত্ত্বজ্ঞান হিচাপে ই তেনেই বেলেগ। জগতৰ বিখ্যাত সন্দেহবাদীসকলে ইয়াক এটা প্ৰণালী হিচাপেহে গ্ৰহণ কৰিছিল। ডেকাৰ্টে সন্দেহবাদতে আৰম্ভ কৰি বৈছিলগৈ যুক্তিহীন বিশ্বাসত (Dogma)। হিউমে জ্ঞানৰ বিৰোধিতা কৰা নাছিল। বেলফুৰে 'বিশ্বাসৰ ভিত্তি' স্থাপনৰ কাৰণে 'দাৰ্শনিক সন্দেহ' প্ৰতিপাদন কৰিছিল। বিজ্ঞানৰ প্ৰণালীত ৰাছেলৰ বিশ্বাস আছে (৮)। অন্ধ-সংস্কাৰ নথকা সন্দেহবাদী লোক বিচাৰি পাবলৈ বিৰল। প্ৰটেষ্টাণ্ট ধৰ্মই আৰম্ভ কৰিছিল ধৰ্মৰ বিৰোধিতা কৰি; কিন্তু পিচত সেয়ে হৈ

---

(৮) তেওঁৰ Sceptical Essays (1928) খনেই হ'ল আমাৰ জীৱনৰ সমস্যাসমূহত বৈজ্ঞানিক দৃষ্টিভঙ্গী প্ৰয়োগৰ আৱশ্যকতাৰ উজ্জ্বল নিদৰ্শন।

পৰিলগৈ ধৰ্ম। আজিও ঈশ্বৰক বিশ্বাস নকৰা এনে বহুত মানুহ আছে, যি ভূতৰ ভয়ৰপৰা নিজক মুক্ত কৰিব পৰা নাই। অত্যন্তাভাৱ (Negation) বা অস্বীকাৰ বুলিলে অকল অস্বীকাৰ কৰাকে নুবুজায়। আমি বিশ্বাস কৰা কিবা এটা কথাৰ লগত এই কথাৰ অসঙ্গতি আছে কাৰণে আমি ইয়াক অস্বীকাৰ কৰোঁ। যি বিষয়ৰ আমি কোনো জ্ঞান পোৱা বুলি দাবী কৰোঁ, তাৰ তুলনাতহে অন্য জ্ঞানৰ ভ্ৰমাত্মক প্ৰকৃতি আমি আৱিষ্কাৰ কৰোঁ। সাধাৰণতে সন্দেহবাদীয়ে তেওঁৰ কালৰ বিশ্বাস বা আস্থাৰ বিৰোধিতা কৰে। সন্দেহবাদৰ কাম সমালোচনা কৰা মতৰ সম্পৰ্কতহে (৯)। কিন্তু সন্দেহবাদ মানৱ চিন্তাৰ শেষ জিৰণিৰ ঠাই হ'ব নোৱাৰে। পুৰণি ধৰ্মবিশ্বাস অসম্ভৱ হৈ পৰিলে তেতিয়া নতুন এটা বিচাৰি উলিয়াব লাগিব। সন্দেহবাদীয়ে বিচাৰিছে জীৱনৰ এটি সুন্দৰ পন্থা, সহজভাৱে মানি ল'ব পৰা এটি বিশ্বাস আৰু আশ্ৰয় পাব পৰা এখন সমাজ। সন্দেহ গভীৰ হোৱাটো আধ্যাত্মিক উন্নতিৰ লক্ষণ।

## মানৱতাবাদ

"মানৱতা" বোলা মতবাদ এটাই বেছি সুনিশ্চিত দৃষ্টিভঙ্গী গ্ৰহণ কৰা যেন লাগে। ইয়াৰ মতে আমি যদি হক কামটো কৰিবলৈ সদায় সাজু থাকোঁ, তেনেহ'লে সত্তা বা বস্তুৰ পৰম প্ৰকৃতি কি তালৈ ভ্ৰূক্ষেপ নকৰিলেও হ'ব। ধৰ্মৰ মতবোৰ মাথোন মনৰ কল্পনাহে। কোনটো সঁচা বা সঁচাকৈয়ে কিবা আছে নে নাই, সেই বিষয়ে আমি নিঃসন্দেহ হ'ব নোৱাৰোঁ। কিন্তু আমাৰ জীৱন হ'লে নিশ্চিত আৰু নিঃসন্দেহ; সেই কাৰণে আমি জীৱনৰ উন্নতিত মনোনিৱেশ কৰাই যুগুত। মানৱতাবাদ হ'ল এহাতে প্ৰকৃতিবাদ বা স্বভাৱবাদৰ আৰু আনহাতে ধৰ্মৰ বিৰোধী মতবাদ। মানুহৰ আত্মা প্ৰকৃতিৰ বস্তু নহয়; ই ঈশ্বৰৰ সন্তানো নহয়। মানুহ যদি প্ৰকৃততে প্ৰকৃতিৰে সৃষ্ট বস্তু হ'লহেঁতেন, তেনেহ'লে আমি জীৱনৰ মূল্যৰ প্ৰতি অনুৰক্ত হৈ থকাৰ অৰ্থ উলিওৱা টান হ'লহেঁতেন। ধৰ্মৰ বিপৰীতে মানৱতাবাদে ভাবে যে

---

(৯) চক্ৰেটিছক যেতিয়া অধৰ্মী বুলি অভিযুক্ত কৰা হ'ল—তেতিয়া কৈছিল: "মই দৃঢ়ভাৱে বিশ্বাস কৰোঁ যে দেৱতা আছে, আৰু মোক অভিযুক্ত কৰাসকলে কৰা অৰ্থতকৈ আৰু বহুত গভীৰ অৰ্থত।" বুদ্ধই তেওঁৰ সমসাময়িক লোকসকলে বিশ্বাস কৰা সাধাৰণ ঈশ্বৰতকৈ বেলেগ বিশ্বাস কৰিছিল। আমি পূজা কৰি ঈশ্বৰৰ মূৰ্তি ভঙা মানেই অবিশ্বাসৰ কথা নহয়: ই ঈশ্বৰ সম্বন্ধে উচ্চ ধাৰণা এটাৰ ঘোষণা স্বৰূপহে।

এই জগতখনেই আমাৰ প্ৰধান উপলক্ষ্য আৰু আমাৰ একমাত্ৰ আদৰ্শ হ'ল মানৱতাক পৰিপূৰ্ণ কৰাটো। বয়চে কোৱাৰ দৰে এই বিৰাট জাতিটোৰ প্ৰতি অনুগত হৈ থকাটোৱেই আমাৰ প্ৰধান কৰ্তব্য। ধৰ্মৰ যিবিলাক কুসংস্কাৰে আমাৰ শিৰা-উপশিৰাৰপৰা তেজকে উলিয়াই পেলাই দিব খোজে, তাৰ প্ৰতি মানৱতাবাদৰ কোনো সহানুভূতি নাই। নৈতিকতা মাথোন আত্মপৰ্বকাৰী কথা এটা নহয়; ধৰ্মই বৈৰাগ্যৰ আতিশয্য পোষকতা কৰে, কিন্তু মানৱতাই বিশ্বাস কৰে তাৰ ভাৰসাম্য আৰু সমতা ৰক্ষা কৰাত। গ্ৰীক মতবাদৰ অন্তঃসমন্বয় আৰু ৰোমানসকলৰ শিষ্টাচাৰী ভাবৰ ওপৰতে ই প্ৰতিষ্ঠিত।

সি মতবাদক কেতিয়াবা সুখৰ দিনৰ বাণী বুলি কোৱা হয়, তাৰ লগত মানৱতাবাদক একে বুলি ভুল কৰিব নালাগে। সকলো চিন্তাপ্ৰণালী আৰু ক্ৰিয়াৰে স্থিতি আছে বুলিয়েই সি প্ৰমাণিত বুলি এই মতবাদে স্বীকাৰ নকৰে। আমাৰ এই আত্মা বিভিন্ন প্ৰকাৰৰ বস্তুৰ এটি অস্থিৰ সংগ্ৰহ বিশেষ আৰু আমি ইয়াক সম্পূৰ্ণাঙ্গ সম্যক গোটি এটালৈ ৰূপান্তৰিত কৰিব লাগিব। বস্তুৰ স্বভাৱ এনেকুৱা: আমি যদি আমাৰ কিছুমান প্ৰকৃতিৰ সম্পূৰ্ণ আত্মগামী হ'বলৈ এৰি দিওঁ, তেনেহ'লে সিহঁতে এনে কিছুমান অৱস্থাৰ সৃষ্টি কৰিব যে আত্মপ্ৰকাশৰ স্বতন্ত্ৰতা খৰ্ব হৈ যাব। তাৰ উপৰি মানুহ একোটা সামাজিক পৰিবেশত ৰোপিত হয় আৰু সেইবাবেই জীৱনত তাৰ কিছুমান বাধা-নিষেধ আহি পৰে। ইয়াৰ বিনিময়ত শান্তি আৰু সন্তুষ্টিৰ ভাব এটা লাভ কৰাৰ কাৰণে এইবোৰক মানুহে বাধা-নিষেধ বুলি অনুভৱ নকৰে। হাৰ্বাৰ্ট বিশ্ববিদ্যালয়ৰ আভিং বেবীত আমেৰিকান মানৱতাবাদৰ এজন মুখ্য প্ৰতিনিধিয়ে তেওঁৰ 'ৰুচো আৰু ৰোমান্টিচিজিম' (১৯১৯) বোলা কিতাপত স্বীকাৰ কৰিছে: মানুহৰ সমাজ আৰু তাৰ উন্নতি নিৰ্ভৰ কৰিছে মানুহে নিজৰ ইচ্ছাৰদ্বাৰা স্বাভাৱিক মানৱ প্ৰবৃত্তিসমূহৰ ওপৰত কেনে নিয়ন্ত্ৰণ কৰিব পাৰিছে তাৰ ওপৰত। অন্তৰ সংযমৰ (Inhibition) দৰেই তেওঁ উপলব্ধি কৰিছে এবিধ অন্তৰৰ নিৰোধ। ধৰ্মৰ লগত তেওঁৰ বিৰোধ এই বুলিয়েই যে ধৰ্মই সংযমৰ চাবি-কাঠী থয় মানুহৰ বাহিৰত, কিন্তু মানৱতাই ৰাখে অন্তৰত। আমি কোনো অলৌকিক শক্তিৰ অৱতাৰণা নকৰাকৈয়ে অকল অন্তৰ সংযমৰদ্বাৰাই মানৱতাৰ আদৰ্শত উপনীত হ'ব পাৰোঁ।

মানৱতাবাদ দৰ্শনৰ কোনো বাদ বা তন্ত্ৰ নহয়; ই এটি প্ৰবাহ বিশেষ আৰু ইয়াৰো এক দীঘলীয়া বুৰঞ্জী আছে। প্ৰাচ্যত কনফিউচিয়াচে কৈছিল যে শ্ৰেষ্ঠ শ্ৰেয়স্‌টো হ'ল মানৱ সম্বন্ধৰ মাজত সম্যক সমন্বয় ৰক্ষা কৰাটোৱেই। "আমাৰ নৈতিক সত্তাটো হ'ল সকলো স্থিতিৰ মূল সত্তাটো (ধাইশিপা), আৰু নৈতিক নিয়ম-তন্ত্ৰই হ'ল এই জগতৰ সৰ্বময় নিয়ম।"(১০) ব্ৰাহ্মণ্য ধৰ্মত বৈৰাগ্যৰ আতি-

(১০) Rufus Jonesৰ *New studies in Mystical Religion* (1927 pp. 180)ত উদ্ধৃত কনফুচিয়াচ।

শয্য হোৱাৰ ফলত ই নিজে নিজেই তল পৰি যাবলৈ ধৰিছিল, সেই সময়ত বুদ্ধই জোৰ দিছিল নৈতিক নিয়মৰ আৰু সকলো জীৱৰ প্ৰতি দয়াৰ ওপৰত। গ্ৰীচৰ জীৱন দৰ্শনো মুখ্যতঃ মানৱতাবাদেই আছিল, এওঁলোকে জোৰ দিছিল মান, ক্ৰম আৰু অনুপাতৰ ওপৰত (measure, order and proportion)। ৰিনাচেন্স বা পুনৰভ্যুদয়ত মানৱতাবাদে বিস্তাৰিতভাৱে পুনৰুজ্জীৱন লাভ কৰিলে। কাণ্টে ৰহস্যময়ী ধৰ্মতকৈ জ্ঞানবাদী আৰু নীতিবাদী জীৱনকহে পোষকতা কৰিছিল বেছি (১১)। তেওঁৰ মতে নীতি হ'ল একাৰ্থক আজ্ঞা বিশেষ (categorical imperative—পৰম বিধি)। এই আজ্ঞা সময় সাপেক্ষ বা অৱস্থানুৱৰ্তী নহয়। আমাৰ নৈতিক দায়িত্বৰ প্ৰতি থকা চেতনা অন্যান্য অভিজ্ঞতাতকৈ সম্পূৰ্ণ বেলেগ আৰু ই চৰম আৰু স্বয়ং অৰ্থবাচক। কৰ্তব্যৰ প্ৰতি দায়িত্ব একেটা আৰু সকলো বুদ্ধিসম্পন্ন জীৱৰ কাৰণেই একে। এই নৈতিক বিধিক আমি মানিব লাগে বুলি যি চূড়ান্ত দাবী কৰা হৈছে, তাৰ ফলত সকলোৱে সমতা স্বীকাৰ কৰি লোৱা হৈছে আৰু এই সকলোৱেই নিজৰ এই দাবীৰ প্ৰতি সচেতন। এই সকলোকে নৈ চৰম উদ্দেশ্যসমূহৰ একোখন ৰাজ্য হয় আৰু এই ৰাজ্যসমূহেৰে সংগঠিত হয় এখন আধ্যাত্মিক কমনওৱেলথ্ আৰু নৈতিক নিয়মেই হ'ল ইয়াৰ পৰম শাসনবিধি। এই নৈতিক বিধিৰ প্ৰতি কাণ্টৰ মনোভাৱ গভীৰ ধৰ্মানুভূতিসুলভ, ইয়াত আছে ধৰ্মৰ বিস্ময় আৰু আত্ম-নিপাত, অথচ ই ধৰ্ম নহয়। প্ৰত্যক্ষবাদীসকলে ধৰ্মক মানৱ সেৱাৰ লগত একে বুলিয়েই ধৰিছে। নীতিবাদী মনোভাৱে ঈশ্বৰক নৈতিক আদৰ্শৰ লগত সমান কৰাৰ মত পোষণ কৰিছে। এমিল ডাৰ্খিমৰ ফৰাচী পন্থ আৰু তেওঁৰ পন্থীসকলে ধৰ্মক এটি সামাজিক অনুষ্ঠান বুলিহে ধৰে(১২)। বস্তুতো

---

(১১) "ঈশ্বৰৰ লগত তথাকথিত সংযোগ স্থাপন কৰিব পাৰোঁ বুলি আমাৰ যি ভ্ৰম, সি ধৰ্মৰ উগ্ৰতাৰ ফল। পৰম পুৰুষৰ এই প্ৰত্যক্ষ উপস্থিতিৰ অনুভূতি, আৰু এই অনুভূতিৰ লগত আনকি আমাৰ নৈতিক বোধকে ধৰি অন্য সকলো অনুভূতিক পৃথক কৰা ভাৱে আমাৰ এটি স্বজ্ঞানৰ ক্ষমতা থকা বুজাব, কিন্তু মানৱ প্ৰকৃতিত তেনে কোনো বৃত্তি নাই।" *Psychology of Religion* (1924) ২৪৭ পৃষ্ঠাত চেলবিৰ দ্বাৰা উদ্ধৃত।

(১২) "খেলৰ ঈশ্বৰ, অৰ্থাৎ বংশ চিহ্নৰ মূলটো খেলৰ বাহিৰে একো নহয়, ইয়াক ব্যক্তিত্বৰ ছাপ দি জন্তু বা উদ্ভিদৰ ৰূপ দি আমাৰ আগত দৃশ্যমান কৰি ধৰা হয় মাথোন, আৰু সেয়ে বংশ-চিহ্নৰ (totem) কাম কৰে।" (Durkheim: *Elementary forms of Religious Life*, E.T. pp. 206) এমৃচৰ মতে, ধৰ্ম পৰম সামাজিক মূল্যৰ চৈতন্যৰ বাহিৰে একো নহয়। (*Psychology of Religious Experience ch. vii.*)

সন্দেহবাদী দাৰ্শনিকে মানৱতাক সৰ্বসাধাৰণৰ মতবাদ বুলি গ্ৰহণ কৰিছে। মানুহ যেতিয়া জীৱনৰ উৎস আৰু প্ৰকৃতি সম্বন্ধে অনিশ্চিত অৱস্থাত, তেতিয়া মানৱ মনত ইয়াৰ প্ৰতি আকৰ্ষণ হোৱাটো স্বাভাৱিক। আমেৰিকাতেই ইয়াৰ প্ৰতিনিধিসকল অত্যন্ত বলিষ্ঠ; বৈজ্ঞানিক ভাবসমূহৰ অত্যাচাৰত জুৰুলা হোৱা আৰু আত্মাৰ যান্ত্ৰিকতাই বিপন্ন কৰি তোলা জগতখনত এই মতবাদেই হ'ল একমাত্ৰ মুক্তিৰ আশা। আমেৰিকাৰ মানৱতাবাদ গ্ৰীক, বৌদ্ধ আৰু কনফুচীয় যুগৰপৰা প্ৰচলিত ভাবধাৰা সমৃদ্ধ। (১৩)

মানৱতাবাদক ব্যৱহাৰিক ধৰ্ম যেন লাগে। স্বাভাৱিক মানুহজনৰ আত্মনিষ্ঠা আৰু মানৱ মূল্যই যে জগতৰ একমাত্ৰ কাৰ্যকৰী মূল্য, এই বিশ্বাসেই হ'ল মানৱতাবাদীসকলৰ কেন্দ্ৰস্থ ভাব। এই বিশ্বাস প্লেটো আৰু এৰিষ্টটলৰদ্বাৰা অনুপ্ৰাণিত হৈছে আৰু এওঁলোকে স্পষ্টভাৱে অনুভৱ কৰিছে যে মানৱ আত্মাৰ গভীৰ আকাঙ্ক্ষাসমূহ উপলব্ধি কৰিব লাগিব (১৪)। আমি যদি সসীম আৰু বোধগম্য-জনৰ অতীত কিবা এটাৰ লগত আমাৰ সম্বন্ধ অনুভৱ কৰিব নোৱাৰোঁ তেনেহ'লে আমি প্ৰকৃততে মানুহেই নহয়। আমি অকল জগতৰ উন্নতি হোৱাটোকেই নিবিচাৰোঁ, আমি বিচাৰোঁ জগতৰ এক আদৰ্শ অৱস্থান্তৰ। মানৱতাবাদীসকলে যদি ব্যক্তিত্বৰ উন্নতিকে জীৱনৰ প্ৰধান লক্ষ্য বুলি ভাবে, তেনেহলে আমাৰ এই ব্যক্তিত্বক অকল শৰীৰধাৰী মানুহ এটা বা অৰ্থনৈতিক স্বচ্ছতা বা শিক্ষিত মন এটা বা অনুভূতিশীল বিবেকমাত্ৰ বুলি গণ্য কৰিলেই নহ'ব। আমি আমাৰ গভীৰতম সম্পদৰাশিক উলিয়াই নোলোৱাকৈ আমাৰ এই সম্ভাব্য ব্যক্তিত্বৰ পৰম পূৰ্ণতা লাভ কৰিব

---

(১৩) "মই মহান হিন্দু প্ৰত্যক্ষদৰ্শীজনৰ প্ৰতি ঋণী বুলি কৃতজ্ঞতা জ্ঞাপন কৰাটো উচিত হ'ব; উদাহৰণ স্বৰূপে মোৰ 'এক' আৰু 'বহু'ৰ বিচাৰ আলোচনা প্লেটোতকৈ বুদ্ধমতৰহে বেছি ওচৰ সম্বন্ধীয়।" (*Rousseau and Romanticism* 1919, P. XX) অধ্যাপক পি, ই, মুৰ প্লেটো আৰু উপনিষদৰ ছাত্ৰ। তেওঁৰ *Shelburne Essays* (1904–1928) আৰু *Greek Tradition* (1904–1928) চাওক। আমেৰিকাৰ ঐক্যবাদী (unitarian) সকলে মানৱতাবাদ নীতি গ্ৰহণ কৰি নিজকে গোঁড়া সভ্যসকলৰপৰা পৃথক কৰি লৈছিল। *Reese*ৰ *Humanist Sermons* (1927) চাওক।

(১৪) "যেতিয়ালৈকে মোৰ জীৱন থাকে আৰু শক্তি থাকে, তেতিয়ালৈকে মই কেতিয়াও এই দৰ্শন শিক্ষা দিয়াৰ স্বভাৱ নেৰোঁ; যাকে য'তে লগ পাওঁ তাকে মই মোৰ ৰীতি অনুযায়ী ক'ম—হেৰা বন্ধু, বিৰাট এথেন্স নগৰীৰ নাগৰিক, তুমি ধন, মান আৰু যশস্যাৰ বিৰাট সৌধ গঢ়ি থাকি জ্ঞান, সত্য আৰু আত্মাৰ পৰম বিকাশৰ কাৰণে সামান্য যত্নও নকৰি তাক একেবাৰে আওহেলা কৰিবলৈ লাজ

নোৱাৰেঁ। মানৱ সত্তাৰ মূল নিহিত আছে অদৃশ্য আৰু শাশ্বতজনত আৰু মানুহৰ ভাগ্য এই পৃথিৱীত থকা কালছোৱাতেই সীমাবদ্ধ নহয় (১৫)। মানৱতাবাদ প্ৰকৃততে হেতুবাদী। আৰু জীৱনৰ যিবোৰ কথা জ্ঞানবোধৰ কথাৰে বুজাব নোৱাৰি তাক ই আওহেলা কৰি যায়। ভাৰতীয় দাৰ্শনিক এজনে চক্ৰেটিছক দৰ্শন কৰিবলৈ যোৱাৰ সাধু এটা আছে। এৰিষ্টক্সেনিচে লিখিছে যে যেতিয়া চক্ৰেটিছে ভাৰতীয় অভ্যাগতজনক ক'লে যে তেওঁ কেৱল মানুহৰ এই জীৱন লৈয়েইহে অন্বেষণ কৰি আছে, তেতিয়া ভাৰতীয়জনে মিচিকিয়াই হাঁহি এটি মাৰি ক'লে যে যি মানুহে ঐশ্বৰিক কথা বুজিব নোৱাৰে তেওঁ মানৱীয় কথা কি বুজি পাব?

মানৱতাবাদে বিচাৰে এটা সংযমিত জীৱন আৰু জীৱনৰ সমগ্ৰতা আৰু সমন্বয়, কিন্তু ই মানুহৰ স্বাভাৱিক আৰু নৈতিক অৱস্থাসমূহো সম্পূৰ্ণ পৃথক কৰি ৰাখে। মানুহৰ স্বাভাৱিক আৱেগ আৰু আকাঙ্ক্ষাসমূহৰ বিমুক্ত-স্ফুৰণত বাধা দিয়াই হ'ল নৈতিক সঙ্কল্পৰ ( will ) প্ৰধান সাৰ কথা। মানুহ আৰু প্ৰকৃতিৰ মাজত দ্বৈতবাদ মূলগত হ'লে সমন্বয়ৰ আদৰ্শ কেতিয়াও উপলব্ধি কৰিব নোৱাৰি ; তাৰ বাহিৰেও এই নিয়ামক সঙ্কল্প বা ইচ্ছাটোৰ কেৱল মাথোন নঞাৰ্থক বাধাহে আছে নে সদৰ্থক অস্তিত্বও আছে? যদি প্ৰথমটো হয়, ইয়াৰ পূৰক বস্তু একো নাই ; যদি দ্বিতীয়টো হয়, ইয়াৰ এই পূৰকখিনি আহিল ক'ৰপৰা? মানুহৰ ভিতৰত

---

নোপোৱানে?" (*Apology* 29) চক্ৰেটিছৰ ডায়েলগৰ অলপতে উদ্ধাৰ হোৱা সামান্য অংশ এটাত অকল আৰ্থিক উন্নতিয়েই যে যথেষ্ট নহয়, তাক বিশদকৈ দেখুওৱা হৈছে। "নিশ্চয়কৈ জানিবা যে মানুহৰ মঙ্গল অকল সম্পত্তিৰে দ'ল বান্ধিলেই নহয়, তাৰ অন্তৰৰ গুণৰ ওপৰতহে নিৰ্ভৰ কৰে। জাকজমকীয়া সাজ-পাৰ পিন্ধিলেই শৰীৰৰ সুখৰ অৱস্থা বুলিব নোৱাৰি, ধুনীয়া কাপোৰ-কানি নেথা-কিলেও সুঠাম আৰু স্বাস্থ্যবান দেহ হ'লেহে সুখী বুলিব পাৰি। ঠিক তেনেকৈ নিজৰ কোনো মূল্য নোহোৱা মানুহে বাহিৰৰ সা-সম্পত্তিৰে চহকী হ'লেই ভাগ্য-বান বুলিব নোৱাৰি ; যাৰ আত্মা নৈতিকতাৰে পৰিপুষ্ট, তেওঁহে ভাগ্যবান। ঘোঁৰা এটাকো তাৰ আচল গুণেৰেহে বিচাৰ কৰা হয়। মুখত সোণৰ টুকুৰা আৰু পিঠিত দামী জীন এখন থাকিলেও অকামিলা ঘোঁৰা এটা ভাল হ'ব নোৱাৰে।" *International Journal of Ethics* (January 1929 Pp.302)ত এম, চি, অটোৱাৰা উদ্ধৃত।

(১৫) তু/ক : এৰিষ্টটোল : "যিসকলে আমাক অকল মৰণশীল বুলি ভাবিবলৈ কয় তাৰৈ আমি মন কৰা অনুচিত ; আমি যিমানদূৰ পাৰোঁ নিজক অমৰ কৰিবলৈ চেষ্টা কৰা উচিত, আৰু তাৰ বাবে আমাৰ শ্ৰেষ্ঠ নীতিৰ লগত খাপ খোৱা জীৱন নিৰ্বাহৰ বাবে সকলো কাম কৰিবলৈ যত্ন কৰা উচিত।" (*Nichomachean Ethics*—1177b)

থকা উচ্চ সঙ্কল্প বা ইচ্ছা মানুহৰ ভিতৰৰ আত্মাৰ সৈতে একীভূত হৈ পৰে। এনে এটি পাৰমাৰ্থিক কেন্দ্ৰক বুজিব পাৰিলে মানৱ-প্ৰকৃতিত থকা বিৰোধী অংশসমূহ একত্ৰ কৰাত সহায়ক হ'ব; আৰু যদি সেয়ে নহয়, তেনেহ'লে আমাৰ জীৱনৰ কোনো পূৰ্ণতা নাথাকিব।

এৰিষ্টটোলে তেওঁৰ 'নিকমেকিয়ান এথিক্স'ত দুযোটা সম্পূৰ্ণ বিৰোধী মতৰ ভাৰসাম্য ৰক্ষা কৰি জীৱনৰ নীতি হিচাপে এটি মধ্যৱৰ্তী সোণালী পন্থা দি থৈ গৈছে। যি মানুহে পুণ্য কাৰ্য কৰে তেওঁ সাংসাৰিক সুখ-সম্ভোগৰো অংশ পাব বুলি তেওঁ প্ৰতিশ্ৰুতি দিছে। আধুনিক মানৱতাবাদীসকলেও প্ৰায় একে মতকে পোষণ কৰে। অত্যন্ত বেছি আৰু নিচেই কম, এই দুযোটাৰ মাজত কোনটোনো প্ৰকৃততে মধ্যৱৰ্তী মান, তাক স্থিৰ কৰা টান। নীচ অতন্ত্ৰাকুলতা আৰু অহঙ্কাৰী মনোভাৱৰপৰা নিজক আঁতৰাই ৰাখিব পৰা আত্মমৰ্যাদাপূৰ্ণ পথ কোনটো? বৈৰাগী পৰিব্ৰজ্যা আৰু ইন্দ্ৰিয়ৰ অসংযমতা, এই দুটাৰ মাজত শালীনতাৰ ঠাই কোনখিনিত? হিংসাই বল নুবুজায় কেতিয়া? ভাল আৰু বেয়াৰ মাজত অকল এটা পৰিমাণগত প্ৰভেদেই নাই। এৰিষ্টটোলে নিজেই স্বীকাৰ কৰিছে যে এই মধ্যৱৰ্তী সমতাক নোপোৱাটো যিমান সহজ, পোৱাটো সিমান টান। ইয়াত অকল যান্ত্ৰিক নিয়মকে খটুৱাব নোৱাৰি। আমি ইয়াত জীৱন্ত বা বাস্তৱ সমাধান উদ্ভৱ কৰিব লাগিব—যি সমাধান যি কোনো বাস্তৱ ক্ষেত্ৰতে প্ৰয়োগ কৰিব পৰা হয়। যান্ত্ৰিক নৈতিকতা আৰু প্ৰকৃত ধৰ্মৰ প্ৰভেদ নিৰাকৰণ কৰিব পাৰি বাস্তৱ অৱস্থাসমূহৰ মাজত কৰা সূক্ষ্ম অন্তৰ্দৃষ্টিৰদ্বাৰাহে। এৰিষ্টটোলে উপলব্ধি কৰিছে যে জীৱনৰ চলমান অভিজ্ঞতা-সমূহৰ তলত নিহিত থকা একক আৰু স্থাপক কিবা এটাৰ ভাবেহে যিকোনো অৱস্থাত আমাক সত্যটো দেখাত সহায় কৰিব পাৰে। আমি যদি এই পৃথিৱীত এই জগতৰ অতীত সাম্ৰাজ্য এখন গঢ়ি তুলিব খোজোঁ তেনেহ'লে প্ৰথমতে সেই ৰাজ্যত প্ৰৱেশ কৰি ল'ব লাগিব। দীপ্ত মানৱতাই প্ৰকৃত আধ্যাত্মিক জীৱনৰ যি আচল পাৰমাৰ্থিক তত্ত্ব (অতি-জাগতিক স্বভাৱ) তাকেই আওহেলা কৰিব খোজে। সামাজিক নৈতিকতাক ধৰ্মৰে সৈতে একেটা বুলি ধৰি ডাঙৰখিনি ৰৰ ন্যায় কৰা নাই। সকলো ধৰ্মতে সমাজ-অতিগত কথা আছে। অকল সামাজিক হৈয়েই কোনো ধৰ্মই সামাজিক কামবোৰ নিয়াৰিকৈ সম্পূৰ্ণ কৰিব নোৱাৰে।

সূক্ষ্ম হিচাপ কৰি বা অকল ভাৰসাম্য ৰক্ষা কৰি চলাটোৱেই পুণ্য নহয়। প্ৰাচীন সমালোচক এজনে এৰিষ্টটোলক 'অতিপাত মিতাচাৰী' বুলি কৈছিল। তেওঁ আমাক ভাল ৰূপ বা আকাৰ দিলে, কিন্তু ধৰ্মৰ উষ্মা দিব নোৱাৰিলে; শীতল কাৰ্য-ক্ষমতা দিলে কিন্তু নিৰ্মাণকাৰী অনুৰাগ দিব নোৱাৰিলে। সম্যক মানৱতাবাদীৰ মতে যথেমথে হিংসাৰ প্ৰয়োগ কৰা যেনে, অহিংসাও ঠিক তেনেই সমাজ-বিৰোধী আৰু অকাৰ্যকৰী। ইয়াৰ মধ্য পন্থা হয়তো প্ৰতিহিংসা নীতি। নৈতিক বীৰত্ব

হ'ল ঈৰ্ষাপৰায়ণ দেৱতা; তেওঁ সুবিবেচক নকামিলা নিৰ্বিচাৰে। সিদ্ধ পুৰুষ-সকলৰ লক্ষ্য হ'ল পুণ্যহে, সন্মান নহয়। তেওঁলোকৰ অন্তৰত এনে অনুৰাগৰ জুই জ্বলে যে জীৱনকো ভ্ৰূক্ষেপ নকৰি তেওঁলোক আগবাঢ়ে দুঃসাহসিক উদ্যমেৰে। ধৰ্মৰ ভিতৰত থকা যি উল্লাস বা তেজ সেয়ে মানুহক দিব পাৰে এক মহিমাময়ী বিশ্বাস—যাৰ সৃষ্টি শক্তি অক্ষয় অব্যয়, যি জগাব অমৰ আশা আৰু যাৰ ফলত আমাৰ দুঃসাহসিক কাৰ্যতো প্ৰকাশ পায় প্ৰতাপ, মানৱতাবাদে সেই অনিৰ্বচনীয় অনুভূতিটো আমাক দিব নোৱাৰে। যি মানুহে তললৈ মূৰ কৰি চকু মুদি চলে তেওঁ হয়তো 'নগৰৰ আচাৰ মানি চলিবা' বুলি দিয়া দেলফিক দৈৱ বাণীৰ উপদেশহে শুনে। তেওঁলোকে হয়তো মানৱতাবাদৰ নীতি মানি চলিব পাৰে; কিন্তু তেওঁলোক নৈতিক বীৰ হ'ব নোৱাৰে। এজন ভদ্ৰলোক হোৱা আৰু ধাৰ্মিক লোক হোৱাৰ মাজত প্ৰভেদ বহুতো। এজন খৃষ্টান হোৱাতকৈ এজন ভদ্ৰলোক হোৱাটো সহজ, পুণ্য লাভৰ কাৰণে ক্ষুধাৰ্ত আৰু তৃষ্ণাতুৰ হোৱাতকৈ যথেষ্ট আত্মসন্মানী আৰু আত্মসংযমী হোৱা, বিনয়ী আৰু সৎ হোৱা সহজ। (১৬)

সিদ্ধ পুৰুষসকলে সদায় সীমা চেৰাই যায়। সীমা চেৰাই যোৱাটোৱেই তেওঁ-লোকৰ ধাৰ্মিকতাৰ লক্ষণ। চক্ৰেটিচ আৰু যীশুৱে এনেকৈয়ে সীমা চেৰাই গৈছিল। সত্য আৰু ন্যায়ৰ কাৰণে তেওঁলোকে মৃত্যু বৰণ কৰিছিল যদিও তেওঁলোক চিৰ-জীৱিত, তেওঁলোকৰ প্ৰতিধ্বনি আৰু জ্যোতি অনন্তকাল ধৰি থাকিব। তেওঁলোকে মানুহৰ মনৰ পৰিবৰ্তন সাধন কৰে আৰু মানৱ বুৰঞ্জীৰ অন্ধকাৰ পাতকেইটাও আলোকিত কৰি তোলে। ভচৰ চুবুৰীয়াৰ হকে আত্ম বলিদান কৰাৰপৰা আমাক নিৰ্মমভাৱে শত্ৰুতা কৰাসকলকো আপোন বুলি গ্ৰহণ কৰালৈকে, বিভিন্ন ৰূপত প্ৰকৃত প্ৰেমে বা মঙ্গলৰ প্ৰতি ইচ্ছাই আত্মপ্ৰকাশ কৰে। এই সকলোবোৰ সম্ভৱ হ'ব পাৰে আমি যদি অকল নৈতিকতাৰ কাৰণে ৰহস্যময়টোক বলি নিদিওঁ। প্ৰকৃত ধাৰ্মিক মানুহ আত্মাৰ এক স্বাভাৱিক গাম্ভীৰ্যভাৱে পৰিচালিত হয়, অনায়াসে তেওঁ যি লাভ কৰে, তাৰ মুখ্য উদ্দেশ্য জগতখনক পৰিবৰ্তন কৰাটো নহয়। তেওঁ-

---

(১৬) অলপতে ডীন ইঞ্জে (Dean Inge) কৈছিল, "বিছপ এজনকো যদি কোৱা হয় যে তেওঁ খৃষ্টীয় আচৰণ কৰা নাই, তেন্তে তেওঁ খৃষ্টীয় বিনয় প্ৰকাশ কৰিব; কিন্তু তেওঁক যদি ভদ্ৰলোক নহয় বুলি কোৱা হয়, তেওঁ একেবাৰে বিনয় নেদেখুৱাব।" অষ্টাদশ শতিকাতে ভদ্ৰলোকৰ যি সংজ্ঞা দিয়া হৈছিল সি আমাৰ ভাল নালাগিবও পাৰে; ভদ্ৰলোকে "এই জগতৰ সুখ-সুবিধাৰ যুক্তিযুক্ত উপভোগৰ লগতে পৰ জগতৰ সুখ ভোগৰো আশা মিলাই চলে।" লগতে তুলনা কৰক চেষ্টাৰফিল্ডে দিয়া শালীনতাৰ সংজ্ঞা: পুণ্যৰ ব্যৱহাৰিক দৃশ্যমান ৰূপটো ৰাখি মূৰ্তক পাপৰ সন্তুষ্টি ভোগ কৰা।

লোকৰ বিশ্বাসে স্বভাৱতে অতিক্ৰম কৰি যায় জীৱনক আৰু ফলত জীৱন ৰূপান্তৰিত হৈ পৰে।

আমি যিমান চাতুৰিৰে আঁচনি কৰোঁ আৰু সমাজ সংগঠন কৰোঁ আৰু মানুহৰ মাজৰ সম্বন্ধ সুসমাহিত কৰোঁ লাগিলে, জগৎখন যেতিয়ালৈকে এইদৰে থাকিব আমাৰ ভালৰো ভালজনেও ইয়াৰ দুখ আৰু নির্যাতনৰপৰা হাত সাৰিব নোৱাৰে। সমাজবাদে মানুহৰ স্বার্থপৰতা দূৰ কৰিব নোৱাৰে। আমি যদি কেনেবাকৈ কিবা কপালৰ গুণত জীৱনত সাধাৰণতে ঘটি থকা বিড়ম্বনাৰ হাত সাৰিবও পাৰোঁ, তথাপি মৃত্যুপৰা নিষ্কৃতি লাভ কৰিব নোৱাৰোঁ। আমাৰ এই শাৰীৰিক সংগঠনৰ মাজতে নিহিত আছে ধ্বংসৰো বীজ। মৃত্যু যেন এই জগতৰ সহজাত কথা। মানৱতাবাদে এই মৃত্যুক নগণ্য কৰি সেইটোক অর্থপূর্ণ কৰিব পাৰেনে? ধৈর্য আৰু বীৰত্বৰ শক্তি-সামর্থ্য গোটাই লৈ সদর্পে, অকলশৰে আৰু বিজয়ী হৈ এই জগৎ উপত্যকাত আমাক সোমাই পৰিবলৈ কোৱাটো বৰ সহজ; কিন্তু এই জগতৰ অর্থ যেতিয়া অনিশ্চিত, তেতিয়া এনে উপদেশ নির্বুদ্ধিতাৰ পৰিচায়ক। 'ৰিপাব্লিক'ৰ দ্বিতীয় খণ্ডত প্লেটোৱে এজন অত্যন্ত ন্যায়বান পুৰুষৰ কথা কৈছে যে মানুহে তেওঁক সদায় অধাৰ্মিক বা অন্যায়শীল লোক বুলিয়েই গণ্য কৰিছিল আৰু তেওঁ এই জীৱনত কোনো প্ৰতিকাৰৰ আশা নোহোৱাকৈ অত্যন্ত দুখ-নির্যাতন ভোগ কৰিছিল, পৰজন্মতো ইয়াৰ কোনো প্ৰতিফল পাব বুলি আশা কৰা নাছিল। চক্ৰেটিছক যেতিয়া সোধা হ'ল যে যাতনা-যন্ত্ৰত নির্যাতন ভোগ কৰা আৰু ক্ৰুচবিদ্ধ হোৱা এনেকুৱা লোকো কেতিয়াবা সুখী হ'ব পাৰেনে, তেতিয়া তেওঁ ইতিবাচক উত্তৰ দিলে। ইয়াৰ অতি সহজ কাৰণ হ'ল যে চক্ৰেটিছ মানৱতাবাদী নাছিল, অথচ তেওঁ বিশ্বাস ৰাখিছিল মানৱ আত্মাত আৰু এই জগতৰ তাৎপর্যত। যিবিলাক মানুহে ভগ্ন আশাৰ ভাৰ বৈ নির্যাতন সহিবলগীয়া হয়, দুখ আৰু অৱজ্ঞা ভোগ কৰিব লগা হয়, সেইবিলাক মানুহক দিবলৈ মানৱতাবাদৰো কোনো সান্ত্বনাৰ সম্ভাৱ নাই। সৎ পুৰুষেও সময়ত এই পৃথিৱীত পৰাজয় বৰণ কৰিব লাগে আৰু সেই দেখি পুণ্য আৰু সুখ সম্যকভাৱে যোগান ধৰিবলৈ আমি বিচাৰোঁ এটি অতিমানৱীয় শক্তি, আৰু এয়েই আছিল কাণ্টৰ ঈশ্বৰবাদৰে প্ৰধান যুক্তি। জীৱনৰ ভেঁটিটোৱেই যেতিয়া খৰক-বৰক হৈ পৰে, আমাৰ চৰম সমস্যাসমূহে সমাধান বিচাৰি যেতিয়া আমাৰ সন্মুখত থিয় হয়, মানৱতাবাদেই তেতিয়া যথেষ্ট নহয়। আমাৰ জীৱন এটি মহৎ দান; আমি ইয়াৰ কাৰণে বিশেষ মনোবৃত্তিৰ সৃষ্টি কৰিব লাগিব। অকল মানৱতাবাদেই এই ক্ষেত্ৰত অনুপ্ৰাণিত কৰি তুলিব নোৱাৰে।

মানৱতাবাদীয়ে অর্থৰ (values) পৰম সত্তা স্বীকাৰ কৰাৰ ফলত তেওঁ অজ্ঞাতে এই জগতৰ আধ্যাত্মিক দৃষ্টিভঙ্গীও গ্ৰহণ কৰিছে। আমাৰ ব্যক্তিগত মানসিক

অৱস্থাৰ বশৱৰ্তী হৈ চলিব লাগে যদিও আমাৰ সকলো মানুহৰে যি সাধাৰণ সত্তা আছে, মানৱতাবাদীৰ মতে নৈতিক সত্তা ইয়াৰো ওপৰৰ এটা শক্তি। নৈতিক আদৰ্শটো কেৱল এটা সপোন নে ইয়াৰ লগত বিশ্বশক্তিৰো যোগ আছে, এই প্ৰশ্নটো স্বভাৱতে উদয় হয়। মানুহে অন্ধকাৰৰ মাজেদি অকলশৰে হাল টানি লৈ গৈছে নে আদৰ্শৰ সন্ধানত ফুৰোঁতে তেওঁক উদ্দেশ্যৰ শেষ বিপৰ্যয়ৰপৰা ৰক্ষা কৰিবৰ বাবে কোনো বিশ্বাতিগ উদ্দেশ্যই সহায় কৰিছে? জীৱনৰ অৰ্থ অকল ব্যৱহাৰিক জীৱনৰ যদৃচ্ছা বিশেষ নে মানৱ মনৰ কিছুমান অভিনৱ সৃষ্টিহে? নে ইয়াৰ মাজেদি প্ৰকাশিত হৈ উঠে এনে এটি সুশৃঙ্খল ব্যৱস্থা, যি অকল মানৱীয়েই নহয় পাৰমাৰ্থিক সত্য আৰু যাক অনিত্য জগতত ঘটি থকা ঘটনাৰ তাৎপৰ্যৰ উহ বুলিবও পাৰি? আমাৰ মানৱ জীৱনে ব্যৱহাৰিক জগতৰ অতীত এনে কোনো এখন জগতলৈকো আঙুলিয়াবনে যি মানৱ সংসৰ্গত থাকিও পৰম শাশ্বত আৰু যি আমাৰ এই জগতৰ ওপৰত ৰূপ সলাই দিব পৰা প্ৰভাৱ বিস্তাৰ কৰিব পাৰে? অধ্যাপক আলেকজেণ্ডাৰৰ মতে আমাৰ এই অৰ্থ বা তত্ত্বৰ জগৎখন এখন সৰল পৰম স্থিতিশীল জগতৰপৰা অকস্মাৎ উদ্ভৱ হোৱা গৌণ ফল মাথোন। তেওঁৰ মতে অৰ্থ (value) হল "ব্যৱহাৰিক জগতৰ বস্তুৰ উদ্ভাৱনাৰ মাজতে থকা ঘটনা, আৰু ইয়াৰ ভিতৰতেই প্ৰকৃততে আছে—আকাশ-কালৰ মুখ্য সত্তা।"(১৭) আলেকজেণ্ডাৰে মূল্য বা অৰ্থৰ অগ্ৰতা স্বীকাৰ নকৰে; কিন্তু এটা Nisus ধৰি নোলোৱাকৈ আকাশ-কালৰ উৎপত্তিৰ হেতু দৰ্শন কৰাবলৈয়ো টান পায়। এই Nisusটো আকাশ বা কাল নহয়। সেয়ে হোৱা হ'লে যি উদ্দেশ্যে ইয়াক ধৰি লোৱা হৈছে তাক পূৰণ কৰিব নোৱাৰিলেহেঁতেন আৰু আন হাতেদি ই যদি আকাশ-কালক আৰু উচ্চ ৰূপলৈ পৰিচালন কৰা কিবা এটাও হ'লহেঁতেন তেনেহ'লে ই আকাশ-কালতকৈ বেলেগ আৰু আগতীয়া কিবা এটা হ'লহেঁতেন। এই ব্যাখ্যাৰ মূলত পোৱা যায় আকাশ, কাল আৰু Nisus। Old Testamentৰ ভাষাত শূন্য আৰু ঈশ্বৰ। কাণ্টৰ নৈতিক মতবাদে আমাক দেখুৱাইছে যে নৈতিক চৈতন্যৰ সহায়ত মানৱাতীত পাৰমাৰ্থিক সত্যটোৰ জিলিঙনি আমি ধৰিব পাৰোঁ। যদিও কাণ্টে নৈতিকতাৰ অলপ বশৱৰ্তী হিচাপে হ'লেও ধৰ্মক মানৱাত্মাৰ এটি স্বতন্ত্ৰ ক্ৰিয়া বুলিয়েই নীতিতকৈ পৃথক কৰি দেখুৱাইছে, তথাপি তেওঁৰ গোটেই দৰ্শন সামগ্ৰিকভাৱে চালে তাত এটি ভাৱসাম্যও পোৱা যায়। পুণ্য যদিও নিজ গুণেই শ্ৰেয়স্, তথাপি ইয়েই সম্পূৰ্ণ শ্ৰেয়স্ বা ইষ্ট নহয়; কাৰণ, এই শ্ৰেয়স্ পুণ্য আৰু আনন্দৰ সংহতি বিশেষ। **পৰম পুণ্য আৰু পৰম সুখ হ'ল ব্যৱহাৰিক যুক্তিহে। পৰম পুণ্য আৰু পৰম সুখ হ'ল ব্যৱহাৰিক যুক্তিয়ে তাৰ সন্মুখত দাঙি ধৰা**

(১৭) *Space*, Time and Deity (Vol. II 1920 Pp. 314)

নিৰুপাধিক শ্ৰেয়সম দুটা ফাল। দুটাৰ মাজত ব্যৱধান কমিবলৈ গ'লে আমাৰ নৈতিক বোধৰ বিৰোধিতা কৰা হয়। পৰম আনন্দ স্বাভাৱিক কাৰণৰ ওপৰত নিৰ্ভৰশীল, আৰু এই কাৰণসমূহৰ পুণ্যৰ লগত পোনপটীয়া সম্বন্ধ থকা যেন নালাগে। স্বৰ্গীয় দেৱতা এজন কল্পনা কৰি ল'লেহে এই আনন্দ আৰু পুণ্যৰ মাজত যুক্তিযুক্ত সমন্বয় ঘটোৱা সম্ভৱপৰ হয়, তেওঁ তেতিয়া এই বিশ্ব-প্ৰপঞ্চক নৈতিকতাৰ লগত খাপ খুৱাব পাৰে আৰু আনন্দ আৰু পুণ্যৰ সংযোগ নিয়ন্ত্ৰিত কৰিব পাৰে। আমাৰ নৈতিক চৈতন্যই এজন ঈশ্বৰ ধৰি লয় আৰু জীৱনৰ চৰম ইষ্ট উপলব্ধিৰ কাৰণে সেয়ে যথেষ্ট। এই জগতখনেই যে সকলো নহয় আৰু পুণ্যৰ ফল স্বৰূপে পাব-লগীয়াখিনি আৰু জীৱনত দেখা প্ৰতিফলৰ মাজত থকা অসামঞ্জস্যখিনি দূৰ হ'বই বুলি কাণ্ট নিঃসন্দেহ। আমি যদি ঈশ্বৰক ধৰি নলওঁ তেনেহ'লে আমাৰ সন্মুখত আছে পবিত্ৰ এক দ্বৈতবোধ—আমাৰ বশ্যতা বিচৰা নৈতিক নিয়ম, আৰু এই নৈতিক দাবীৰ প্ৰতি একেবাৰে শত্ৰু নহ'লেও দেখাত উদাসীন যেন জগতখনৰ মাজত এক দ্বৈতবোধ। নৈতিক নিয়মৰ অধিকাৰ আমি প্ৰমাণ কৰিবলগীয়া হ'লে আৰু নৈতিক সত্তাৰ চূড়ান্ত প্ৰকাশ মানুহক বুলি প্ৰতিপাদন কৰিব লাগিলে যি জগত প্ৰক্ৰিয়াৰ ফলত এই মানৱ ব্যক্তিত্বৰ সৃষ্টি সম্ভৱপৰ হৈছে, সিও অৰ্থপূৰ্ণ হব, আৰু এই জগত সংস্থানত আধ্যাত্মিকতা থকাটোও আমি স্বীকাৰ কৰিব পাৰোঁ। তেতিয়া হ'লে মানৱতাবাদৰ ভিত্তি যে অতি গভীৰ আৰু বহুদূৰ সম্প্ৰসাৰী, আৰু তাতেই পূৰ্ণতা লাভ কৰে বুলি মত এটাত উপনীত হ'ব পাৰোঁ। মানৱতাবাদৰ কথা হ'ল মূল্য বা অৰ্থৰ লগত, ধৰ্মই বস্তু বা সত্তাৰ লগত এই অথব সম্পৰ্ক ঘটায়, মানৱ জীৱনৰ লগত ই প্ৰতিষ্ঠিত হোৱা চৰম পটভূমিৰ সৈতে সংযোগ ঘটায়। অতি চহা আৰু ভুল ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত হ'লেও ধৰ্মই অসভ্য বৰ্বৰজনকো এনে এটি নিৰা-পত্তাৰ ভাব দিয়ে যে বাস্তৱ বা সত্যটো তেওঁ ধৰা মূল্য বা অৰ্থ প্ৰতি মৈত্ৰী ভাবাপন্ন আৰু তেওঁৰ মঙ্গলৰ প্ৰতিও উদাসীন নহয়। অসভ্যজনৰ প্ৰতীক পূজাৰ কথাকে ধৰি দাৰ্শনিকৰ পৰমাত্মাৰ ধাৰণালৈকে সকলোৱে মাজেদি দ্বিধাহীন বিশ্বাসৰ এনে এটি প্ৰবাহ বৈ গৈছে যে মানুহৰ জীৱনৰ সাৰ আৰু পৰিবেশ নিহিত থকা এটি বিৰাট পৰিকল্পনাৰে মানুহো এটি সামান্য অংশ বিশেষ, আৰু এয়ে মানুহৰ ভাগ্যৰ ওপৰত এক অদৃশ্য ৰহস্যময়ী শক্তি বিস্তাৰ কৰি থাকে।

প্ৰধান মানৱতাবাদীয়ে বছৰ অনন্ত প্ৰবাহৰ মাজেদি বৈ যোৱা এটি নিত্য বস্তু দেখিবলৈ পায়। প্লেটোৱে ইয়াক 'অপৰিবৰ্তনীয় ধাৰণা' বুলিছে আৰু এৰিষ্টটোলে ইয়াক শেষ 'অবান্তৰ আকাৰ' বুলিছে। আদি বৌদ্ধধৰ্মত শাশ্বত ঈশ্বৰ এজনত বেছি জোৰ দিয়া আমি দেখিবলৈ নাপাওঁ; অথচ পাপৰ প্ৰতি চৈতন্য, পৱিত্ৰতাৰ আৱশ্যকতা, লোভ আৰু কামনা জয়ৰ প্ৰতি বিশেষ আকৰ্ষণ এটা হ'লে আমি ইয়াত পাওঁ। এই জগত সৃষ্টিৰ মাজত নিহিত থকা এটি শাশ্বত সত্যৰ ওপৰত আন্তৰিক

আত্মাও আদি বৌদ্ধ ধৰ্মত আছিল। এই জগতৰ সংগঠন নীতিমূলক, ই ধৰ্মভূত; যি মেথিউ আৰ্ণল্ডে ধৰ্মক মাথোন আবেগ-সনা নীতি বুলি ভাবিছিল, তেওঁ বিশ্বাস কৰিছিল, "আমাৰ প্ৰতি সঁহাৰি দিয়া আমাৰ ধাৰ্মিকতাৰ কাৰণ স্বৰূপ আমাতকৈয়ো বেছি কিবা এটাৰ লগত আমাৰ সম্বন্ধ আছে" বুলি আৰু তাৰপৰা আমি সঁহাৰিও পাওঁ বুলি: ই হ'ল আমাৰ অতীত আৰু মাৰ্জিত; এই সত্তাৰ প্ৰতি আমাৰ আনুগত্যৰপৰাই আহে শান্তি। আমেৰিকান মানৱতাবাদী বেবীত আৰু মূৰে ধৰ্মক একেটা পন্থৰে দুটা স্তৰ বুলি আভহিত কৰিছে। স্বভাৱবাদে মানুহক শৰীৰ বুলিয়েই জোৰ দিয়াটো ঠিকেই হৈছে, মানৱতাবাদেও মানুহক মন বুলিয়েই ওপৰলৈ তুলি দিয়াটোও শুদ্ধই হৈছে, কিন্তু মানুহ অকল 'শৰীৰ' বা 'মনেই' নহয়, মানুহ আত্মাও। এই কাৰণে মানৱতাবাদে ঈশ্বৰৰ মনৰ লগত এক বুলি দেখুওৱা শ্ৰদ্ধাপূৰ্ণ জীৱন এটাৰ প্ৰতি কৰ্তব্য কৰিব নোৱাৰে আৰু আত্মত্যাগৰদ্বাৰা ই বিকশিত হ'বও নোৱাৰে।

ধৰ্ম আৰু যুক্তিসঙ্গত মানৱতাবাদৰ মাজত কোনো বিৰোধ নাই। প্ৰকৃত লোকে এইখন জগততেই কাম কৰে, ঈশ্বৰ আৰু মানুহৰ মাজত থকা সম্বন্ধৰ আন্তৰিক অনুভূতিৰপৰাই মানৱ সেৱাৰ উদ্ভৱ হ'বই। যদিও ধাৰ্মিক জীৱনৰ বিশেষ লক্ষণীয় কথা হ'ল ফলাফল আৰু সামাজিক কাৰ্যকাৰিতা, তথাপি সমাজৰ অতি কৰ্মক্ষম সেৱক হ'ল যিসকলে আগ্ৰহেৰে নিজৰ অন্তৰ্জীৱনৰ উৎকৰ্ষ সাধন কৰে। যি ধৰ্মৰ কেন্দ্ৰ ঈশ্বৰ নহয়, অকল মানুহহে, সেই ধৰ্ম কেতিয়াও শক্তিমান হ'ব নোৱাৰে।

## ধৰ্ম আৰু মানৱতাবাদ

মানৱতাবাদ আৰু সামাজিক আদৰ্শবাদৰ মাই লক্ষ্য হ'ল জীৱনৰ সাৱধানী আৰু ভৱিষ্যতৰ অৱস্থাৰ প্ৰতি সকিয়নি দিয়া পুৰোহিতালি মতৰ প্ৰতিক্ৰিয়াশীল শক্তিৰ প্ৰতি বিৰোধ। মানৱতাবাদীৰ এই বিদ্ৰোহৰ প্ৰসাৰৰ ফল স্বৰূপেই ধৰ্ম লাহে লাহে সমাজ সংস্কাৰৰ এটি প্ৰধান আহিলা হৈ পৰিছে। খৃষ্ট ধৰ্মৰ মাজতো আমি এনেকুৱা ধৰ্ম-সংস্কাৰক পাওঁ যি মস্কোৰ আঁচনি কাৰ্যকৰী কৰাৰ কাৰণে যীশুৰ ধৰ্মৰ দোহাই দিয়ে। আমাক মাজে মাজে সোঁৱৰাই দিয়া হয় যীশুৱে দিয়া সংজ্ঞাৰ যে, যি তেওঁৰ নাম লয় অথচ ইপিনে ক্ষুধাতুৰক আহাৰ দিয়াত আওহেলা কৰে আৰু তেওঁৰ বাণীৰ যে অতি নিকৃষ্ট ভাতৃজনৰ প্ৰতি কাম কৰে সেয়ে হ'ল যীশুৰেই প্ৰতি কৰা কাম; আমাক আৰু সোঁৱৰাই দিয়া হয় পৱিত্ৰ আৰু নিষ্কলুষ ধৰ্মৰ বিষয়ে চেণ্ট জেমচে কোৱা কথাবোৰ আৰু মনত পেলাই দিয়া হয় চেণ্ট জনৰ প্ৰতিবাদ যে, "যি চকুৰে দেখা ভাইজনক মৰম নকৰে, তেওঁ নেদেখা ঈশ্বৰজনৰ প্ৰতি

সৰম কৰিব নেনেকৈ ?" হাৰ্ণাকৰ ৰচনাৱলী আৰু চিলিৰ 'Ecce Home' কিতাপত মানৱতাবাদী খৃষ্টান ধৰ্মৰ কথাকেই ঘোষণা কৰা হৈছে। খৃষ্টীয় ধৰ্ম বিজ্ঞানৰ প্ৰসাৰৰ এটা কাৰণ হ'ল খৃষ্টৰ লক্ষ্য মতে ব্যৱহাৰিক জীৱনৰ ওপৰত দিয়া গুৰুত্ব। ভাৰতবৰ্ষতো দয়ানন্দ সৰস্বতী আৰু বিবেকানন্দ, গান্ধী আৰু ঠাকুৰ, এই চিন্তাশীল লোকসকলৰ প্ৰভাৱত ধৰ্মৰ সামাজিক দৃষ্টিভঙ্গী অধিকতৰ জনপ্ৰিয় হৈ পৰিছে। ভাগৱতগীতাই কৰ্মৰ ওপৰত জোৰ দিয়া হেতুকেই অতি আৱশ্যকীয় হিন্দু ধৰ্মশাস্ত্ৰ হৈ পৰিছে; ধৰ্মত কি কথাত বেছি জোৰ দিয়া হয় সেইটোৱেই হ'ল প্ৰধান কথা আৰু আজি-কালি এইবোৰৰ ঠাই দখলি কৰি দিয়া হৈছেগৈ সমাজ-সংস্কাৰৰ ওপৰত। আমি এই কথাও পাহৰি যাব নালাগিব যে ধৰ্মৰ সাৰবস্তু আধ্যাত্মিক মুক্তিহে, সমাজ সংস্কাৰ নহয়। পবিত্ৰতাই আৰু ধাৰ্মিকতাই সেৱা আৰু মৈত্ৰীও বুজাব পাৰে, কিন্তু সেৱাৰ লগত তাক সমান কৰিব নোৱাৰে (১৮)। ধৰ্মই আজি অকল অবিশ্বাস আৰু লৌকিকতাৰ বিৰুদ্ধেই নহয়, সমাজ-সংস্কাৰ ৰূপী সূক্ষ্ম প্ৰতিদ্বন্দীৰ লগতো যুঁজিব লগা হৈছে।

## প্ৰয়োগবাদ

কেতিয়াবা কেতিয়াবা ধৰ্মৰ প্ৰতি কৰা আধুনিক প্ৰত্যাহ্বানক প্ৰযোগবাদৰ নিচিনা মতেৰে খণ্ডাব খোজা হয়। প্ৰয়োগবাদে পৰম সত্যক সাধুকথা বুলি উৰাই দিব খোজে আৰু সকলো সত্যক মানৱীয় আৰু আপেক্ষিক বুলি ভাবে। পৰিণামৰ ফলাফলেৰেহে সত্যৰ মূল্য পৰীক্ষা কৰা হয়। উদাহৰণ স্বৰূপে, বিজ্ঞানত আমি অপৰীক্ষিত আৰু অপ্ৰমাণিত অথচ উপযুক্ত প্ৰকল্প কিছুমানকে লৈ কাম কৰোঁ। ঠিক তেনেকৈ ধৰ্মৰ ক্ষেত্ৰতো আমি আধ্যাত্মিক পৰীক্ষা চলাব পাৰোঁ। আমি ধৰ্মৰ মূল্যাঙ্কন কৰোঁ বিষয়গত সত্যেৰে নহয়; তাৰ নৈতিক আৰু আধ্যাত্মিক ফলেৰেহে। যেতিয়ালৈকে সমাজে অৱতাৰবাদক জীৱন্ত সত্য বুলি বিশ্বাস কৰি থাকে, তেতিয়ালৈকে যীশুতে সেই অৱতাৰ প্ৰতিফলিত হৈছিল নে নাই বা তেনে ধৰণৰ আন অৱতাৰবাদত থকা আস্থালৈ আমি মূৰ নঘমাওঁ। অভিজ্ঞতাৰ যীশুখ্ৰীষ্ট বা দৰ্শন আৰু ধৰ্মৰ যীশুখ্ৰীষ্টই বুৰঞ্জীৰ যীশুখ্ৰীষ্টৰ ওপৰত কোনো প্ৰকাৰে বিকাৰ কৰিব নোৱাৰে। আমি যেতিয়া ঈশ্বৰ আমাৰ পিতা বুলি কওঁ, তেতিয়া দৰাচলতে ঈশ্বৰৰ স্বৰূপ প্ৰকাশক কোনো সত্য প্ৰকাশ কৰাতকৈ আমিনো পৰস্পৰে কেনে

---

(১৮) তুল: ৰেনানৰ *Life of Jesus* পঢ়ি ফৰাছী ছোৱালী এজনীয়ে সমালোচনা কৰিছিল: "কি দুখৰ কথা যে গল্পটো বিয়া এখন হৈ শেষ নহ'লগৈ।"

ব্যৱহাৰ কৰিব লাগে, তাৰেহে ইঙ্গিত দিওঁ। আমি বিশ্বাস নকৰিলেও বিশ্বাস কৰাৰ দৰে দেখুৱাই কাম কৰিব লাগে। ঈশ্বৰ এজন থাকিলে কৰাৰ দৰেই আমি জীৱন নিৰ্বাহ কৰাটোহে ফলদায়ক, সামাজিক কৰ্ম ক্ষমতাৰ গুৰিতে এটা ঈশ্বৰ বিশ্বাস লগা যেন লাগে। এই মত কাণ্টৰ নীতিৰপৰাই উদ্ভূত যেন লাগে ; কাণ্টৰ মতে ঈশ্বৰৰ ধাৰণাটো এটা নিয়ামক কথা, নিয়ম-নিষ্ঠাৰ উপকথা-স্বৰূপ যি আমাক আমাৰ চিন্তাৰ বিষয়সমূহ এক প্ৰণালীবদ্ধ সমগ্ৰতাৰ অন্তৰ্গত অংশ হিচাপে বুজাত সহায় কৰে ।

প্ৰয়োগবাদে আমাৰ অভিজ্ঞতাৰ উদ্দেশ্য বা ইচ্ছা ধৰ্মৰ ওপৰত বেছি জোৰ দিয়ে আৰু জ্ঞানক আমাৰ বাস্তৱ মনোজীৱনৰ ব্যৱহাৰৰপৰা আঁতৰ কৰি লোৱাৰ বিৰুদ্ধেও থিয় দিয়ে ; পৰম্পৰাগত আদৰ্শবাদ আৰু আদৰ্শৰ অগ্ৰতামূলক নীতিৰ লগত এই ক্ষেত্ৰত প্ৰয়োগবাদৰ মিল আছে। ইয়াৰ দোষটো হ'ল, ই গ্ৰহণ কৰা উদ্দেশ্যটো ধৰ্মৰ সংকীৰ্ণ ভাবটোহে। আমি সমগ্ৰ অভিজ্ঞতাৰ বহল পৰিপ্ৰেক্ষিত কৰ্মৰ নীতি অনুসৰণ কৰিব পৰা লক্ষণ থাকিব লাগিব। আমাৰ ধাৰণাই যদি কোনো বিশেষ কাৰণৰ আকাঙ্ক্ষাত বা অস্থায়ী উদ্দেশ্য পূৰণত সহায় নকৰি গোটেই অৱস্থা প্ৰসঙ্গতে সহায় কৰে, তেনেহ লেহে তাৰ মূল্য আছে। ই সমালোচক বুদ্ধিকো সন্তুষ্ট কৰিব লাগিব। আমাৰ আত্মাৰ গভীৰ অভাৱসমূহ কেতিয়াবা ভয়ঙ্কৰ ভ্ৰান্তিয়ে পূৰণ কৰা যেন দেখা যায়। আমাৰ মানসিক স্বাস্থ্য আৰু সুখ বঢ়োৱাত সহায় কৰে বুলি যদি আমি কিছুমান বিশ্বাস ধৰি থাকোঁ, তেনেহ'লে বহুতো অন্ধবিশ্বাসেই যুক্তিযুক্ত হৈ পৰিব। মনঃসমীক্ষকে ভবাৰ দৰে প্ৰয়োগ-বাদীসকলেও একে সুৰতে ধৰা যেন লাগে যে আমাৰ বাস্তৱ জীৱনৰ কঠোৰতাক ধৰ্ম বিশ্বাসে যেন উপশম কৰে। আমাৰ এই বিশ্বাস যদি কেৱল কোনো প্ৰয়োজনৰ খাতিৰত সৃষ্টি কৰা কাল্পনিক বিশ্বাসহে, তেনেহ'লে সময় পৰত এই বিশ্বাস তেনেই মৰহি যাব। আমি ঈশ্বৰ বুলিলে সাধাৰণতে ঈশ্বৰৰ ধাৰণাতকৈয়ো কিবা আৰু বেছি বুলি ধৰোঁ। আমাৰ ধৰ্ম-বিশ্বাসৰ প্ৰাণ হ'ল এয়ে যে ই মাথোন অকল এটা ধাৰণাই নহয়। যদি কিছুমান উপকথাইযো পুৰুষানুক্ৰমে আমাক সহায় কৰি আহিছে তেনেহ'লে বুজিব লাগিব এইবোৰক অকল উপকথা বুলিয়েই জনা হোৱা নাছিল। যি মুহূৰ্তত এইবিলাকৰ প্ৰকৃত চৰিত্ৰ জনা হয়, সেই মুহূৰ্ততে তাৰ শক্তিও লোপ পায়। অসত্য বুলি জনা কিবা এটাক কোনো মানুহে চিৰতিকাল পূজা কৰি থাকিব নোৱাৰে। যেতিয়া আমি কওঁ যে বিশ্বাসৰ মূলতেই হ'ল তাৰ প্ৰতি মানুহৰ আকাঙ্ক্ষা বা প্ৰয়োজনহে, তেতিয়া আমি প্ৰকৃততে চৰম অবিশ্বাস এটিকেহে প্ৰকাশ কৰোঁ। আমাৰ কাৰণে যিমানেই অস্বস্থ আৰু অস্থিৰ হওক, সত্য অন্বেষণ কৰাটো আমাৰ কৰ্তব্য ; অমূলক সাধুকথা কিছুমানে আমাক সান্ত্বনা দি তুলি ধৰি থাকিলে বুলিয়েই আমি সদায় তাতে ধৰি লাগি থাকিব নোৱাৰোঁ। মানুহে হেলাৰঙে

চলিবৰ কাৰণে, মানুহে সত্যটো যেনে হোৱা বিচাৰে, ঈশ্বৰ তেনে নহয়। ত্যাগ আৰু আত্মত্যাগৰ প্ৰয়োজন হ'লেও মানুহে যিটোক সত্য বুলি জানে, সেয়েহে ঈশ্বৰ।

## আধুনিকতাবাদ

আমি যাক আধুনিকতাবাদ বোলোঁ সি এটি অতি প্ৰাচীন মানসিক দৃষ্টিভঙ্গী আৰু সকলো ধৰ্মতে ইয়াক পোৱা যায়। প্ৰত্যেক পুৰুষতে অভিজ্ঞতাসমূহক সুসংবদ্ধ কৰি প্ৰণালীবদ্ধ আচৰিত খাপ খুৱাই ল'বলগীয়া হয়। উন্নতিৰ প্ৰক্ৰিয়াৰ মাজত যি নতুন প্ৰয়োজনৰ উদ্ভৱ হৈছে তাৰ লগত চলিত ধৰ্ম পৰম্পৰাক আজিৰ আধুনিকসকলে খাপ খুৱাবৰ চেষ্টা চলাইছে। খ্ৰীষ্ট-জগতত খৃষ্টধৰ্মৰ মূল সত্য-বিলাকো এনে বিৱৰ্তনৰে ফল বুলি আধুনিকসকলে দেখুৱাবৰ চেষ্টা কৰিছে। ইহুদীৰ মেছায়া, গ্ৰীকৰ লগছ বা প্ৰোটেষ্টাণ্ট যীশু খ্ৰীষ্টতকৈ ধৰ্মশাস্ত্ৰৰ যীশু বেলেগ। বিংশ শতিকাৰ যীশুৰ গাত ইহুদীৰ কৰুণা, গ্ৰীকৰ দৰ্শন, ৰোমৰ আইন, জাৰ্মানীৰ বাস্তৱবাদ আৰু ফৰাচীৰ তৰ্কবিদ্যাৰ ছাপ আছে। আমাৰ আজিৰ কৰ্তব্য হ'ল ধৰ্ম-বিশ্বাসৰ স্থায়ী বস্তুটোক অস্থায়ীটোৰপৰা পৃথক কৰি অনাটো, আৰু নতুন ব্যাখ্যাৰদ্বাৰা এই স্থায়ী বস্তুটোক আমাৰ নতুন জ্ঞান আৰু আশা-আকাঙ্ক্ষাৰ লগত খাপ খুৱাই দিয়াটো। অন্ধ সংস্কাৰবোৰ ৰহস্য বিশেষত, অলৌকিক কাৰ্যসমূহ সাধুকথাত, যজ্ঞ, পূজা আদি প্ৰতীকত, আৰু ধৰ্মশাস্ত্ৰসমূহ সাহিত্যত পৰিণত হ'ল। আধুনিকবাদী সকলো পৰ্যায়ৰে আছে আৰু এই সকলোৰে কথাৰ বিচাৰ লোৱাটো অসম্ভৱ। আমি এটা বা দুটা মাথোন চকুত লগা উদাহৰণ দাঙি ধৰিম। 'যীশুৰ ধৰ্ম' আৰু 'যীশুৰ বিষয়ে ধৰ্ম' বোলা হাৰনাকে কয়। বিখ্যাত পাৰকাই নৰমপন্থী প্ৰটেষ্টাণ্ট ধৰ্মৰ এটি সূত্ৰ দিয়ে। যীশুক এজন নিৰ্যাতন ভোগী মানুহ বুলি ধৰি ল'লেহে, যীশুৰ যন্ত্ৰণা তাৎপৰ্যপূৰ্ণ হয়। জীৱনৰ অন্যান্য কাৰ্যতকৈ মানুহৰ প্ৰতি প্ৰেমৰ কাৰণে যীশুৱে যন্ত্ৰণা ভোগ কৰি বেছিকৈ ঈশ্বৰক প্ৰকাশ কৰিছে। "ঈশ্বৰে পৃথিৱীক ইমান ভাল পায় যে তেওঁৰ একমাত্ৰ পুত্ৰকো জগতক দি দিলে"—এই বাণীআষাৰ 'প্ৰেম মানেই শাস্তি' বোলা আমাৰ সৰল অন্তৰ্জ্ঞানৰে কাব্যিক প্ৰকাশ মাথোন। আমি যিমান ভাল পাওঁ তিমান বেছি যন্ত্ৰণা ভোগ কৰিব লাগিব। অসীম প্ৰেম মানে অনন্ত যন্ত্ৰণা। এই মতবাদৰ মতে যীশুখ্ৰীষ্টই কেৰিছিবাদতকৈ উচ্চ শ্ৰেণীৰ নীতিজ্ঞান দিছিল। তেওঁ প্ৰকৃততে মানুহলৈ ৰূপান্তৰিত হোৱা ঈশ্বৰ নহয়, ঈশ্বৰ হোৱা মানুহহে। আজিৰ ধৰ্ম-প্ৰচাৰকৰ কাৰণে অতীতৰ ছাঁয়াবাজী যেনে, তেনেকৈয়ে আজিৰ শিক্ষিত আধুনিকৰ কাৰণেও প্ৰথমবটো ফোপোলা।

ডীন ইঞ্জে খৃষ্টধৰ্মমতক আত্মাৰ ধৰ্ম বুলিছে, অঙ্কমতৰ নহয়, আৰু ইয়াক ৰক্ষা কৰিবও পাৰি আৰু প্ৰৱৰ্তন কৰিবও পাৰি। ধৰ্ম হ'ল প্ৰেম আৰু পূজা, ঈশ্বৰে কি কৰিলে বা কি কৰিব তাৰ কথা নহয়, আজি কি কৰিছে আৰু আগৰ দৰে আজিও যি আলোক বিস্তাৰ কৰিছে—যি পোহৰ নিজৰ অনুভূতি আৰু বোধ ক্ষমতা অনুযায়ী আত্মাই গ্ৰহণ কৰি আকৌ কম-বেছি পৰিমাণে প্ৰতিভাত কৰিব পাৰে, সেয়ে ধৰ্ম। যীশুৱেই নিজৰ ব্যৱহাৰিক জীৱনৰ মাজেদি এই জ্যোতিৰ চূড়ান্ত প্ৰকাশ কৰি থৈ গৈছে। ধৰ্মৰ সত্য প্লেটোৰ ৰচনা আৰু উপনিষদত পোৱা হয়। ইয়াৰ চৰম বিকাশ যীশুৰ জীৱনত প্ৰতিফলিত হৈছে। সেই দেখি ডীন ইঞ্জে কৈছে যে তেওঁ খৃষ্টধৰ্মমতৰ প্লেটোবাদী (১৯)। ইয়াৰ লক্ষণ হ'ল—"পৰমাত্মা আৰু পৰমাৰ্থই এই বিশ্বজগতৰ আটাইতকৈ সত্য বস্তু বুলি কৰা ধাৰণা এটাৰ ওপৰতে কৰা দৃঢ় বিশ্বাসৰ ওপৰত এই আধ্যাত্মিক ধৰ্ম প্ৰতিষ্ঠিত; এই পৰমাৰ্থসমূহ মানুহে জানিব পাৰে বুদ্ধি, ইচ্ছা আৰু অনুভূতিক সৰ্বান্তঃকৰণে একাগ্ৰভাৱে সেই চৰম অনুসন্ধানত নিয়োগ কৰি, বিজ্ঞানৰ সকলো আৱিষ্কাৰৰ প্ৰতি মন মুকলি থাকিব লাগিব—বিশ্বস্ৰষ্টাৰ মন আৰু লক্ষণৰ প্ৰকাশ-স্বৰূপ এই জগতৰ সৌন্দৰ্য, জ্ঞান আৰু সৌম্যতাৰ প্ৰতি শ্ৰদ্ধাশীল আৰু গ্ৰহণশীল মনোভাব লাগিব আৰু লাগিব ক্ষুদ্ৰজগতখনৰ আপেক্ষিক মূল্যাঙ্কনৰ প্ৰতি একেবাৰে উদাসীন মনোভাব এটা জীৱন্ত, মহিমান্বিত আৰু অন্তঃস্থ যীশুৰ প্ৰাণৰ লগত অন্তৰৰ আলোক একীভূত হৈ পৰিলেই প্ৰধানতে এই খ্ৰীষ্টধৰ্মৰ মূলবস্তু লাভ কৰিব পৰ হয়" (২০)।

অধ্যাপক কিৰচপ্ লেকে (২১) আত্মাৰ নিভাঁজ ধৰ্মৰ স্থায়ী লক্ষণসমূহৰ ওপৰতে বেছি গুৰুত্ব দিছে আৰু তেওঁ যীশুৰ গাত এইবোৰ বিকশিত হোৱা কথাৰ প্ৰতি উদাসীন। তেওঁৰ ব্যাখ্যাত খ্ৰীষ্টধৰ্মপৰা খ্ৰীষ্টমতৰ বিশেষত্ব আঁতৰাই পেলোৱা হৈছে আৰু তেওঁ তাক নিভাঁজ ৰহস্যবাদৰ (mysticism) লগত এক কৰি পেলাইছেগৈ। আধুনিকতাবাদে বৰ্তমানৰ জ্ঞানৰ লগত ধৰ্ম-বিশ্বাসৰ কথাৰ সম্বন্ধ স্থাপন কৰিবলৈ চেষ্টা কৰাৰ ফলত গোঁড়া ধৰ্মসমূহৰ বিশেষত্ব হানি কৰা হৈছে৷ আৰু ফলস্বৰূপে অগণন লোকৰ অধিকাৰ থকা ধৰ্মমতাৱলম্বী লোকসকলৰ সহানুভূতি আধুনিকতাবাদীসকলে হেৰুৱাইছে। ইয়াক এতিয়া উচ্চ জীৱনৰ প্ৰতি অনুচ্চ আৰু অস্পষ্ট আকাঙ্ক্ষা বুলিহে ধৰা হয়—ই যেন নেতিবাচক আৰু অকল বিদ্যা-

---

(১৯) *The Platonic Tradition in English thought* (1927). P.9.

(২০) *Dean Inge—Ibid* P. 33, 34.

(২১) *The Religion of Yesterday and Tomorrow.* (1925)

লযোপযোগী দগাছে (২২)। আধুনিকতাবাদীসকলে এটা মধ্যম পন্থা অৱলম্বন কৰাৰ কাৰণে উভয় পক্ষৰপৰাই আক্ৰমিত হ'ব লগা হয়। আধুনিকতাবাদীসকলৰ চেষ্টাৰ ফলত ধৰ্মই আৰু নতুন জীৱন লাভ কৰিছে বুলি স্বভাৱবাদীসকল অসন্তুষ্ট হৈছে। পৰম্পৰানুগত ধৰ্মবাদীসকলে ভাবে যে আধুনিকতাবাদীয়ে অন্তৰ্হিত হৈ থকা কথাবোৰ আধা পোহৰলৈ টানি আনি ধৰ্মকে বিপদাপন্ন কৰি তুলিছে। হয় আমি তাক একেবাৰে অজ্ঞান আন্ধাৰতে ৰাখি এটা অন্ধবিশ্বাসত পেলাই ৰাখিব লাগিব, নহয় সম্পূৰ্ণ জ্ঞানৰ পোহৰলৈ উলিয়াই আনি ব্যৱহাৰিক নিৰপেক্ষতা অৱলম্বন কৰিব লাগিব। আধুনিকতাবাদীয়ে অপ্ৰতিপাদনীয় মধ্যৱৰ্তী ঠাই এডোখৰ অধিকাৰ কৰিবলৈ বিচৰা যেনহে লাগে।

## স্বৈৰশাসনবাদ

নতুন ধৰ্মসমূহৰ প্ৰৱৰ্তকসকলে কাচিৎহে শ্ৰোতা পায়। অনুগমনকাৰী আৰু কম। তেওঁলোকক একত্ৰ কৰিবৰ বাবে সাধাৰণ অবিশ্বাস এটাৰ বাহিৰে কোনো ঐক্যসূত্ৰও নাই। উপদেশৰ খেলি-মেলিত অনুগমনকাৰী নিজেই হেৰাই পৰে। তেওঁ বিচাৰে জীৱন নিৰ্বাহৰ মানদণ্ড এটা, তেওঁক অতিক্ৰম কৰি যাব পৰা আদৰ্শ এটা, যাতে তেওঁ তাৰ অনুগামী হ'ব পাৰে—কিন্তু ক'তো নাপায়। অৰাজকতাই স্বৈৰশাসনবাদৰ (authoritarianism) প্ৰধান সহায়। অৰাজকতাৰ কাষৰ দুৱাৰখনেই হ'ল স্বেচ্ছাচাৰিতাৰ। অনিৰ্দিষ্ট ভাবৰ খেলি-মেলিয়ে আমাক ঠেলি দিয়েগৈ নিৰ্দিষ্ট ধাৰণাৰ মাজলৈ। ভাবি ভাবি ভাগৰ লাগি, সন্দেহৰ বিপদ-লোৰত ভয় খাই উঠি, আমি স্বৈৰশাসনবাদত উপনীত হৈ গৈ নিকৃতিৰ নিশ্বাস পেলাওঁ। সন্দেহবাদৰ প্ৰতি-পূৰক (substitute) নহ'লেও ই সন্দেহবাদৰপৰা আমাক আশ্ৰয় দান কৰে। স্বতন্ত্ৰতা আৰু যুক্তিবাদ মহৎ আদৰ্শ—সন্দেহ নাই; কিন্তু শৃঙ্খলা নোহোৱাকৈ যুক্তিও হ'ব নোৱাৰে। কেথলিক আৰু প্ৰটেষ্টাণ্ট, খ্ৰীষ্ট-মতবাদৰ এই দুয়োটা ঠালেই অধিকাৰীৰ ওপৰত নিৰ্ভৰ কৰে। পোপেই হওক, সংসদেই হওক বা ধৰ্মশাস্ত্ৰ বাইবেলেই হওক, এওঁলোকে সেই অধিকাৰীকে

---

(২২) তুলক ফাদাৰ ৰোণাল্ড নক্সৰ্ আধুনিকতাবাদীৰ প্ৰাৰ্থনা :

"হে ঈশ্বৰ, তুমি নোহোৱাকৈ,
আমি নোৱাৰোঁ কৰিব সন্দেহো তোমাক,
গোটেই জাতিকে যাতে পাৰোঁ শিকাব
একোকেই নেজানো বলি তোমাৰ বিষয়ে।"

মহিমান্বিত জ্ঞান কৰে। ৰোমে গেলিলিওক বিৰুদ্ধাচৰণ কৰিলে। কেলভিনাৰে জেনেভাই তেওঁক হয়তো পুৰিলে। কৈনেচীয়ে হয়তো তেওঁক বন্দীশালত ৰাখিলেহেঁতেন (২৩)। ধৰ্মশাস্ত্ৰৰ কৰ্তৃত্বত যি স্বতন্ত্ৰ বিচাৰধাৰাৰ নীতি নিহিত আছে, সেই আদৰ্শ আজিও অনপনেয় হৈয়ে ৰৈছে। ধৰ্ম-শাস্ত্ৰৰ মাজেৰেহে যি ক্ষণজন্মা পুৰুষে নিজে ধৰ্ম বিচাৰি উলিয়াব পাৰে, তেনে লোক লাখৰ ভিতৰত হয়তো এজন। সৰহভাগ মানুহেই উপাসনা নিৰ্ভয় মঠ-মন্দিৰ এটা বিচাৰে যাতে তাতে আঁঠু লৈয়েই সান্ত্বনা লাভ কৰিব পাৰে। তেওঁলোকে ভাবে হয় কোনো আপ্তজনৰ কৰ্তৃত্ব স্বীকাৰ কৰিব লাগিব—নহ'লে একেবাৰে ধৰ্ম নোহোৱাকৈয়ে চলিব লাগিব। হয় সৰ্বসাধাৰণৰ ধৰ্ম ধৰিব লাগিব—নহয় সম্পূৰ্ণ বিভ্ৰান্ত হ'ব লাগিব। ঐতিহাসিক ধৰ্মপন্থই উপাসনাৰ যি সৌন্দৰ্য আৰু সম্পদ, পৰম্পৰাৰ নিয়ম আৰু প্ৰাচীনত্ব, আৰু সেৱা আৰু প্ৰভাৱৰ যি সুবিধা আগবঢ়ায়, তাক নেতাসকলে আৰু বিস্তাৰিত কৰি দেখুৱায়। আমি যদি আধ্যাত্মিক যাযাবৰী হৈ অনাই-বনাই ঘূৰি ফুৰিব নালাগে, তেন্তে আমাক এটুকুৰা আশ্ৰয়স্থল লাগে, ধৰ্মমত, ক্ৰিয়াকাণ্ড শৃংখলা আৰু ভাষাৰ ক্ষেত্ৰতো যি গীৰ্জা বা ধৰ্মমণ্ডলী সৰ্বজনীনভাৱে এক, যি সংগঠনত জাতি উপজাতিৰ বাধা বিলোপ হৈ গৈছে, যি সাম্ৰাজ্যৰ কোনো সীমা নাই, তালৈকে অধিক সংখ্যক লোক আকৰ্ষিত হয়।

অধিকাৰীৰ গুৰুত্ব আৰু ঐতিহ্যৰ মূল্য বহুত। আমি যদি ব্যক্তিবাদী যুক্তিবাদত আৰু শেহান্তত একেবাৰে অত্যন্তাভাৱত পতিত হ'ব নালাগে, জাতিৰ সঞ্চিত জ্ঞান-ভাণ্ডাৰৰদ্বাৰা যদি আমাৰ ব্যক্তিগত স্বজ্ঞান প্ৰভাৱিত হ'ব লাগে, তেনেহ'লে

---

(২৩) ধৰ্মৰ বাবে ভুল-নকৰা ধৰ্মপন্থ ভাল নে, ভুল নকৰা ধৰ্মশাস্ত্ৰহে বেছি উপযোগী,—ই সন্দেহৰ কথা। ধৰ্মপন্থ যিমানেই দুৰ্নীতিগ্ৰস্ত হওক লাগিলে, নতুন প্ৰভাৱসমূহতো সোঁহাৰি দিয়া ই এটি জীৱন্ত সংগঠন। শাস্ত্ৰ এখনত এবাৰ অৱতাৰৰ কথাকে চিৰকালৰ কাৰণে লিপিবদ্ধ কৰি আৰু নতুন কোনো মূল্যবান পাৰমাৰ্থিক অভিজ্ঞতাও তাত ভুক্ত কৰিব নোৱাৰাটো বৰ পৰিতাপৰ কথা। লুথাৰে অৱশ্যে শাস্ত্ৰ পৰীক্ষা কৰিবৰ কাৰণে সকলো ব্যক্তিকে অধিকাৰ দিছিল, আৰু সাধাৰণ সভা (*General Council*) একেবাৰে নিৰ্ভুল নহয় বুলি কৈছিল; ই সঁচা। কিন্তু লুথাৰৰ যুক্তি গৈ শেষত পৰিণত হ'লগৈ—নিজৰ মতটোকে সত্য বুলি প্ৰতিপন্ন কৰাত। কেথলিকৰ কৰ্তৃত্ব আৰু প্ৰটেষ্টাণ্টৰ গোঁড়ামি উভয়ৰ ভিতৰত বাছি লবলৈ একোৱে নাই। প্ৰটেষ্টাণ্ট সংস্কাৰৰ অৰ্থ যুক্তিসন্মত বিশ্বাস প্ৰতিষ্ঠা বুলিও আমি নিশ্চিত হ'ব নোৱাৰোঁ। মধ্যযুগীয় পণ্ডিতসকলৰ মাজত থকা যৌক্তিক শক্তি লুথাৰ বা কেলভিনৰ আবেগময় কথাত পোৱা শক্তিতকৈ বেছি বলবান নে কি সি বিচাৰ্য।

আমাৰ সহায় একমাত্ৰ ঐতিহ্য। অকণমান বুৰঞ্জী ৰচনাৰ কাৰণে শ শ জীৱনৰ প্ৰয়োজন, আৰু এনেকুৱা শ শ বুৰঞ্জীয়ে সৃষ্টি কৰে অকণমান ঐতিহ্য, আমি তাক উপলুঙাকৈ লৈ দলিয়াই পেলাব নোৱাৰোঁ। প্ৰত্যেকজন মানুহতে মানৱজাতি সম্পূৰ্ণ নতুনকৈ আৰম্ভ নহয়। মৌলিক তত্ত্বসমূহ আমি প্ৰত্যেকেই নতুনকৈ প্ৰমাণ কৰি ল'ব নালাগে। সৰ্বজন গৃহীত জ্ঞানৰ ভাণ্ডাৰ আছে আৰু সৰ্বজন বিশ্বাসৰো সঞ্চিত ন্যাসো আছে; আমি তাৰপৰা সকলোৰে আহৰণ কৰিব পাৰোঁ। এক অৰ্থত অৱশ্যে ধৰ্ম প্ৰত্যেক ব্যক্তিৰ নিজা কথা; তথাপিও ই পুৰণি ঐতিহ্যৰ ওপৰত নিৰ্ভৰশীল আৰু তাৰপৰাই উদ্ভৱো হয়। কিন্তু ঐতিহ্যৰ প্ৰতি নিষ্ঠা থকাটো এটা কথা আৰু তাৰদ্বাৰা শৃংখলিত হোৱাটো বেলেগ কথা। সম্পূৰ্ণভাৱে মিলাই চলিবলৈ যোৱাটো জীৱনৰ বিপৰীত ধৰ্ম। এক মাত্ৰ মৃতসকলেহে সম্পূৰ্ণভাৱে মিলাই চলিব পাৰে। প্ৰগতিয়েই জীৱনৰ নিয়ম আৰু সংস্কাৰ কাৰণে পৰিবৰ্তনৰ শক্তি আৱশ্যকীয়। কোনো ঐতিহ্যই সম্পূৰ্ণ আৰু চূড়ান্ত নহয়। অতীতে আমাক উচ্চ স্তৰলৈ গতি কৰাত সহায় কৰে, আৰু যুগৰ গতিৰ লগে লগে আমি ঈশ্বৰ আৰু মানুহৰ মাজত থকা সম্বন্ধৰ এটা স্পষ্ট দৰ্শন লাভ কৰিব পাৰোঁ।

বৈজ্ঞানিক বিদ্যাৰ দাবীৰ বিৰুদ্ধে স্বৈৰশাসনবাদ এটা সাৱধানী স্বৰূপে ফলদায়ক। সত্তাৰ কিছুমান ফাল বুজাবৰ বাবে বিজ্ঞানেই যথেষ্ট নহয়। অৱশ্যে ইয়াৰ অৰ্থ এইটো নহয় যে ধৰ্ম আৰু বিজ্ঞান দুয়োটা বিপৰীত আৰু এটাই যিটো হয় বুলি কয় আনটোৱে সেইটো নুই কৰে। গ্যেটেই কৈছিল, "এই জগতৰ জ্ঞান যদি ঈশ্বৰৰ কাৰণে মাথোন মূৰ্খতাহে, তেনেহ'লে আমি এই জগতত তিনিকুৰি দহ বছৰ কাল থকাটোৰ কোনো অৰ্থ নাই।" (২৪)

স্বৈৰশাসনতন্ত্ৰবাদে যুক্তিৰ ওপৰত বিশ্বাস নকৰে আৰু সেই দেখিয়েই ইয়াৰ পাতনিৰেপৰা অন্ধ-সংস্কাৰবোৰ সবল হৈ উঠিছে। ভয় আৰু অজ্ঞতাৰপৰা ওপজা সকলোবোৰ অযুক্তিকৰভাৱেই লোকাচাৰত পৰিণত হ'বলৈ ধৰিছে। সৌভাগ্যৰ তাবিজ বিক্ৰী, জ্যোতিষৰ প্ৰতি আগ্ৰহ আৰু 'মাধ্যম'সমূহত কৰা বিশ্বাস আদিয়ে আমাক বেচ পৰিষ্কাৰকৈ দেখুৱায় যে, আমি কেনেকৈ প্ৰাচীন ঔষধ বেপাৰী আৰু ভোজবাজীবিদসকলৰ ওচৰ চাপিবলৈ ধৰিছোঁ। কোনো কোনো ঠাইত ধৰ্ম অন্ধ-সংস্কাৰলৈ ৰূপান্তৰিত হৈছে, ফলত প্ৰকৃত ধাৰ্মিক আৰু নিষ্ঠাৱান লোক ইয়াৰ-

---

(২৪) *Maxims and Reflection, p.* 618; *Goethe & Faust, by Stawell & Dickinson* (1928) P. 6.

পৰা আঁতৰি পৰিবলগীয়া হৈছে (২৫)। আচৰিত ধৰণৰ অলৌকিক সম্প্ৰদায়সমূহৰ নেতাসকলে ভাবে যে তেওঁলোকেই হে ঈশ্বৰ দৰ্শন লাভ কৰিছে, আৰু সেই কাৰণে এনে সম্প্ৰদায়ৰ প্ৰতি সহজে প্ৰত্যয় যোৱা লোকসকল আকৰ্ষিত হৈছে (২৬)।

আজি আমাৰ সন্মুখত সমস্যা হ'ল যে নিজৰ ওপৰতে আমাৰ বিশ্বাস আছে নে নাই? যদি আছে তেনেহ'লে আমাৰ অনুসন্ধান কৰিবৰ কাৰণেও স্বাধীনতা আছে। অৱশ্যে ইয়াত একমাত্ৰ বাধা এইটোৱেই থাকিব পাৰে যে এনে ধৰণৰ অন্যান্য অন্বেষণকাৰীসকলৰ কাৰ্যতো আমি যেন ব্যাঘাত নজন্মাওঁ। ব্যক্তিয়ে যদি নিজৰ যুক্তি আৰু বিবেকৰদ্বাৰা সত্য আৱিষ্কাৰ কৰিব পাৰে বুলি আমি সুনিশ্চিত হ'ব নোৱাৰোঁ, তেনেহ'লে আমাৰ বিশ্বাসৰো বিশেষ কোনো মূল্য নাই। এমাৰ্চনে কৈছিল, "সত্য আৰু বিৰামৰ মাজত স্বেচ্ছাই বাচি ল'বলৈ ঈশ্বৰে সকলো মনকে সুবিধা দান কৰিছে; তোমাৰ যি ইচ্ছা তাকেই ল'ব পাৰা, কিন্তু দুয়োটাকে কেতিয়াও ল'ব নোৱাৰা।" মানুহৰ প্ৰতি শ্ৰদ্ধাই আমাক এই বিশ্বাসকণ ৰাখিবলৈ দাবী জনায় যে অতীতৰ অভিজ্ঞতাৰদ্বাৰা প্ৰদৰ্শিত পথেদি পৰিচালনা কৰা আমাৰ চিন্তা আৰু আধ্যাত্মিক আৱিষ্কাৰৰ শক্তিয়ে আমাক কেতিয়াও ভুল আৰু ভ্ৰান্তিৰ মাজলৈ যেন লৈ নাযায়। আমি স্বাধীনভাৱে চিন্তা কৰাৰ ফলত কেতিয়াবা ভুলত নিপতিত হোৱাৰ আশঙ্কাও আছে; কিন্তু যি বিশ্বাসে এই আশঙ্কাৰ সন্মুখীন হ'বলৈ নিশিকায়, সি প্ৰকৃত বিশ্বাস হ'ব নোৱাৰে। ধৰ্মতে হওক বা ৰাজনীতিতে হওক, স্বেচ্ছাচাৰবাদ আৰু অৰাজকতাবাদ, অভ্ৰান্ত কৰ্তাবাদ আৰু বিভেদকাৰী আত্মবাদ, অকল এই কেইটাই একমাত্ৰ কল্প-বিকল্প নহয়। সিহঁত একেজোপা গছৰে দুটা ডাল বিশেষ, অভিজ্ঞতাৰ পৰিপূৰক ঠাল; কিন্তু তাকে উন্মত্তভাৱে এটাকে অকলশৰীয়াকৈ উন্নত কৰিবলৈ লাগিলে পৰস্পৰ-বিৰোধী হৈ পৰে। মানৱ প্ৰকৃতিৰ সম্পূৰ্ণতা লাভৰ কাৰণে যেই সেই এটাই যথেষ্ট নহয়। নতুন স্বৈৰশাসনতন্ত্ৰবাদী মানুহে বিশ্বাস আৰু আনন্দেৰে গ্ৰহণ কৰিব পৰা কোনো ৰূপকে আগবঢ়াব পৰা নাই। পথ প্ৰৱৰ্তক আৰু প্ৰদৰ্শকসকলে এই স্বৈৰশাসনৰ কৰ্তৃত্ব বা অধিকাৰীক দলিয়াই পেলাই তেওঁ-

(২৫) তুঃক: অধ্যাপক জে. এচ্. হলদেনে কৈছে: "বৰ্তমানত গোঁড়া ধৰ্ম-জ্ঞানত বস্তুবাদ ওতঃপ্ৰোতভাৱে সোমাই পৰিছে, কিয়নো বৰ্তমানৰ বিজ্ঞানৰ সন্মুখত ধৰ্ম বিশ্বাস আৰু বিজ্ঞানৰ মাজত দ্বন্দ্ব, ফলত সেয়ে বৰ্তমানৰ ধৰ্মবিশ্বাসৰ দুৰ্বলতাৰো মূল।" (*The Science and Philosophy*, (1929) Pp. 311-312) নৱমপন্থী-সকলেও অৱতাৰ, হস্তক্ষেপ আৰু এনে অলৌকিক কাৰ্য আদি অতি-প্ৰাকৃতিক কথাৰ অন্ধ সংস্কাৰৰ মাজত সোমাই থকা ধৰ্ম-বিদ্যাৰ লগত জড়িত বস্তুবাদ দূৰ কৰিবলৈ অনিচ্ছুক।

(২৬) *Ray Strachey* : *Religious Fanaticism* (1928).

লোকৰ নিজৰ গূঢ় সত্তাই যিহকে সত্য বুলি আৱিষ্কাৰ কৰিব পাৰিছিল, তাকেই বাহিৰত প্ৰকাশ কৰিছিল। আমাৰ প্ৰত্যেকৰেই এটা উপৰুৱা বৌদ্ধিক সত্তা আৰু এটা সুগভীৰ ব্যক্তিত্ব আছে। গতিশীল বা জীৱন্ত ধৰ্মই এই ব্যক্তিক উদ্ধাৰ কৰি উলিয়াব পাৰে আৰু তাক অন্তৰ্নিহিত সত্তাৰ কাৰ্যত নিয়োগ কৰিবও পাৰে। আমাৰ তেতিয়া তাৰ প্ৰতি হোৱা সঁহাৰি কেৱল গতানুগতিক ধৰণৰেই নহ'ব। স্বৈৰশাসনতন্ত্ৰবাদীয়ে সংখ্যাৰ নামত আমাক এটি সন্তুষ্টিৰ ভাব জগাবৰ চেষ্টা কৰে। প্ৰকৃত ধৰ্মই আমাক সাধাৰণ পশু-প্ৰকৃতিৰপৰা ওপৰলৈ তুলি লৈ যায়। আমাক জনসমাজৰ মাজৰ একোটা একক বুলি গণ্য নকৰি একোটি ব্যক্তি হিচাপেই পৰিচিত কৰাই দিয়ে। যিসকল লোকে স্বাধীন আৰু ব্যক্তিগত ধৰ্মৰ ওপৰত সন্দেহ ৰাখি, যুক্তিহীন বিশ্বাসৰ ধৰ্মমতকে ঈশ্বৰ প্ৰদত্ত বুলি সকলোৰে ওপৰত জাপি দিব খোজে, যি সত্য আৰু শান্তিৰ ৰক্ষা কৰাৰ কাৰণে তেওঁলোক আগ্ৰহান্বিত বুলি কয়, তাকেই তেওঁলোকে বিপদাপন্ন কৰি তোলে। পৰস্পৰ অত্যন্ত বিৰোধীৰো মিলন হয়। স্বৈৰশাসনতন্ত্ৰবাদে এক প্ৰকাৰ সন্দেহবাদকে সূচায়, মানৱ-যুক্তিৰদ্বাৰা যে ধৰ্মক ৰক্ষা কৰিব নালাগে, বিশ্বাস ৰাখি যে ঈশ্বৰৰ ওচৰ চাপিব লাগে, আৰু ইয়াৰ মতবাদক যে অত্যন্ত নিৰূপকৰ্ণীয়াকৈ ধৰিব নালাগে, এনে মত ধাৰণা কৰি স্বৈৰশাসনতন্ত্ৰবাদে এটি গুপ্ত সন্দেহবাদকে আশ্ৰয় দিয়া যেন লাগে। যি যুগৰ বৈশিষ্ট্য হ'ল সকলো প্ৰকাৰৰ ধৰ্ম মতৰে মুক্ত সমালোচনা কৰা, সেই যুগত এই মতে কাকো বিশেষ আকৰ্ষণ কৰিব নোৱাৰে।

অকল যিসকলে কোনো দিনে সন্দেহৰ অৰ্থ বুজা নাই তেওঁলোকেহে স্বৈৰ শাসনতন্ত্ৰবাদ গ্ৰহণ কৰিব পাৰে। যিসকল চিন্তাশীল লোকে এতিয়াও পুৰণি অন্ধ ধৰ্ম মতে দিব নোৱাৰা বিশ্বাসৰ সপক্ষে যুক্তি আৱিষ্কাৰ কৰাৰ আশা কৰি আছে, তেওঁলোকে কেতিয়াবা ৰূপক আৰু ব্যাখ্যাৰ ভয়ঙ্কৰ ভ্ৰান্তিৰ সন্মুখীন হ'বলগীয়া হ'লেও এটা বাহ্যিক কৰ্তৃত্বাধীনত দুৰ্দম্য হৈ পৰিব পাৰে। স্বৈৰশাসনবাদীসকলৰ বাস্তৱ জগতৰ লগত সম্পূৰ্ণ পৰিচয় থকা যেন নালাগে। জন উইক্লিফ আৰু তেওঁৰ মতাৱলম্বীসকলে ১৩৮২ চনত যেতিয়া বাইবেল ইংৰাজীলৈ অনুবাদ কৰিলে, তেতিয়া আৰু এই ধৰ্মশাস্ত্ৰ অকল লেটিন জনা পুৰোহিতসকলৰ মাজতেই আৱদ্ধ নাথাকিল; ইংৰাজী জনা সকলো মানুহৰ মাজতেই ই প্ৰসাৰিত হৈ পৰিল। ইয়াৰ পিচৰ প্ৰত্যেকটো ঘটনাই ঈশ্বৰৰ দৃষ্টিত সকলো মানুহ যে সমান আৰু সকলো মানুহৰেই যে পোপ বা পুৰোহিতৰ বিধান নোলোৱাকৈ ঈশ্বৰক সেৱা কৰাৰ অধিকাৰ আছে, এই কথাৰ ওপৰত গুৰুত্ব দিবলৈ ধৰিলে। আনকি পিচ পৰি থকা ভাৰতবৰ্ষতো অতীত কালত পুৰোহিতেই হে আছিল গাঁৱৰ ভিতৰত একমাত্ৰ শিক্ষিত লোক; আজি সেই দিন উকলিল। আজি ক্ৰমে ক্ৰমে অধিক সংখ্যক মানুহে বিভিন্ন ধৰ্মৰ উচ্চ ভাবসমূহৰ আৰু বিজ্ঞানৰ মহৎ অৱদানৰ লগত পৰিচিত

হৈ পৰিছে। শিক্ষিত শ্ৰেণীয়ে সাধাৰণতে বহুত কথা জানে, আৰু এই পুৰোহিত বা ধৰ্মযাজকসকলে এই মানুহবিলাকক যদি আধ্যাত্মিক জীৱনৰ বিৰাট সত্য উপলব্ধি কৰাব লগা হয় তেনেহ'লে তেওঁলোকে এই লোকসকলৰ বিচাৰ বুদ্ধিলৈ আবেদন কৰিব লাগিব, আৰু যিসকলৰ মন সন্দেহেৰে থকা-সৰকা হৈ আছে, তেওঁলোকক আকৰ্ষণ কৰিব লাগিলে তেওঁলোকক গ্ৰহণ কৰিবলৈ কোৱা ধৰ্মমত যে যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত, তাক বুজাব পাৰিব লাগিব। ধৰ্মৰ ক্ষেত্ৰতো আমি সকলোকে যন্ত্ৰ কৰি পেলাব নোৱাৰোঁ। অযুক্তিসংগত দৃঢ় উক্তি যেনেকৈ এক পক্ষে অযুক্তিকৰ, অযুক্তিসংগত অস্বীকাৰো তেনে।

## আধ্যাত্মিক মনোভাবৰ অভাৱ

অতি-মানৱতাবাদ, সনাতন (শাশ্বত) নাৰীপূজা, অধ্যাত্মবাদ আদি যিবোৰ মত গ্ৰহণ কৰি বৰ্তমান যুগে পলায়নৰ বুদ্ধি গ্ৰহণ কৰিছে সেইবোৰৰ কথা কৈ আৰু পাঠকসকলক আমনি দিব নোখোজোঁ (২৭)। ঈশ্বৰক বৰ্তমান মনৰ আৱশ্যকতাৰ লগত খাপ খুৱাবৰ কাৰণে যিবোৰ বিভিন্ন প্ৰচেষ্টা চলোৱা হৈছে, সেইবোৰ উদ্দেশ্য লাভত কৃতকাৰ্য হ'ব পৰা নাই। এইবিলাকৰপৰা এটা মাত্ৰ শিক্ষা পাব পাৰি যে জীৱনৰ ৰূপান্তৰ সত্ত্বেও নৈতিক মূল্যাঙ্কনৰ পৰিৱৰ্তন হ'লেও, অন্যান্য পূৰ্ব কাৰ্যত আমাৰ সময় অতিবাহিত হ'লেও, চিৰ শাশ্বত আৰু চিৰস্থায়ী কিবা এটাৰ প্ৰতি যি আদিম স্পৃহা, সি কেতিয়াও নিৰ্বাপিত নহয়—চিৰ অবিশ্বাস অসন্তুষ্ট। চলিত ধৰ্মসমূহৰ ওপৰত মানুহৰ গভীৰ অসন্তুষ্টি এটি অভাৱ লগে লগে এই বিষয়ে মানুহৰ গভীৰ চিন্তাও বাঢ়ি যাব লাগিছে। ধৰ্মৰ ৰূপবোৰ লোপ পাইছে হয়, কিন্তু অভাৱ ৰৈ গৈছে; যি কোটি কোটি জনতাই ধৰ্ম গ্ৰহণ কৰিবলৈযো ভয় কৰে অথচ নোহোৱাকৈয়ো যে চলিব নোৱাৰে, তেওঁলোকে পথ বিচাৰি ইফাল সিফালকৈ হাহাকাৰ কৰি ফুৰিব ধৰিছে। স্বভাৱবাদ, নাস্তিকবাদ, অজ্ঞতাবাদ, সন্দেহবাদ, মানৱতাবাদ আৰু স্বৈৰশাসনতন্ত্ৰবাদ আদি দাৰ্শনিক ৰূপবোৰ সহজ আৰু সুস্পষ্ট; কিন্তু এইবোৰে মানৱাত্মাৰ স্বাভাৱিক গভীৰতা যেন ভালকৈ উপলব্ধি কৰিব পৰা নাই এনে অনুমান হয়। প্ৰাচ্যৰ ধৰ্মসমূহত আত্মাৰ অন্তস্থ যি শক্তিৰ কথা কোৱা হৈছে তাৰ আগত বাহ্যিক স্থিতি যেন একেবাৰেই নগণ্য হৈ পৰে। অন্তৰাত্মাই একমাত্ৰ লেখত ল'বলগীয়া বস্তু বুলি আৰু আত্মাৰ এই জীৱনক সম্পূৰ্ণ মায়া বুলি কৰা ধাৰণা এটাৰ ওপৰত জোৰ দিয়াটো যেনে একপক্ষীয় কথা, তেনেকৈ

(২৭) See Ferguson : *The Confusion of Tongues* (1929)

আধ্যাত্মিক জীৱনক আওহেলা কৰা আৰু ইয়াক শাৰীৰিক বা জৈৱিক জীৱনৰ লগত সমাৰ্থক বুলি গণ্য কৰিবলৈ যোৱাটোও তেনে একপক্ষীয়। আমাৰ নৈতিক সংস্কৃতি আৰু বৌদ্ধিক সমালোচনা সত্ত্বেও যদি আমাৰ জীৱনে দিক্ জ্ঞান হেৰু-ৱাইছে বুলি ভাবোঁ তেন্তে আমি নিজকে সম্পূৰ্ণ জাগতিক বা ব্যৱহাৰিক কৰি পেলোৱাটোৱেই তাৰ কাৰণ। মানৱ চৰিত্ৰ বৌদ্ধিক পদেৰেহে জুখিবলৈ নৈছোঁ। আমি আমাৰ প্ৰকৃত সত্তাক উপলব্ধি কৰিব পৰা নাই, আৰু আমি জানো যে আমি পৰা নাই। আমি যি যুগত বাস কৰিছোঁ সেই যুগটো আত্ম-সচেতনতাৰ যুগ। দাৰ্শ-নিক আৰু দৰ্শনৰ অধ্যাপকসকলে কেইজালিং বা স্পেংলাৰৰ বিৰাট গ্ৰন্থসমূহত আৰু 'Today and Tomorrow Series'ৰ ক্ষুদ্ৰ ক্ষুদ্ৰ পুস্তিকাসমূহত আমাৰনো ক'ত কি ভুল আছে তাকেহে মাথোন দেখুৱাই দিয়ে। জীৱনৰ লগত মানুহৰ এটা বুজাপৰা হোৱাৰ আৱশ্যকতা এতিয়াতকৈ আৰু কোনো কালেই বেছি হোৱা নাছিল—আমি ধন-সম্পত্তি, ক্ষমতা আৰু উত্তেজনা বিচাৰি হয়তো বৰ ব্যস্ত হৈ থাকিব পাৰোঁ, কিন্তু এইবোৰ কৰি যে কিবা লাভ হয়, সেই বিষয়ে আৰু আমি নিশ্চিত হ'ব নোৱাৰোঁ। আমাৰ কোনো নিশ্চিত উদ্দেশ্যও নাই আৰু নিৰ্দিষ্ট লক্ষ্যও নাই। আমাৰ জীৱন ক্ষণভঙ্গুৰ আৰু অসাৰ। একোৰেই বিশেষ অৰ্থ নাই বা একোৱেই আমাৰ খুব কামৰ বস্তু নহয়। ব্যগ্ৰ আৰু অনুসন্ধিৎসু মনে সন্দেহ কৰিছে, আলোচনা কৰিছে—আৰু জীৱনৰ বহমূলীয়া অৰ্থ, গভীৰ সত্য আদি বিচাৰি খপজপাই ফুৰিছে, যাতে সন্দেহবাদীসকলৰ আৰু সমসাময়িক মানুহৰ নিশ্চিত কথাবোৰ, সন্দেহবোৰ আৰু সত্যবাদক একত্ৰ কৰি দেখুৱাব পৰা এটা সুসমাহিত মত উলি-য়াব পাৰি। আমাৰ বিভেদ বৰ গভীৰ হৈ পৰিছে আৰু কোনো চলিত ধৰ্মই আমাৰ এই হেৰোৱা ঐক্য ঘূৰাই আনিবলৈ সক্ষম হ'ব নোৱাৰে। আমি এনে এটি জীৱন্ত ধৰ্মলৈ, এটি সজীৱ দৰ্শনলৈ উদ্বিগ্ন হৈ বাট চাব লাগিছোঁ, যাতে আমাৰ বিশ্বাসৰ ভিত্তি পুনৰ সংগঠন হ'ব পাৰে আৰু মানুহে আত্মসন্মান আৰু সৃষ্টিশীল আনন্দ লৈ ইয়াক পালন কৰিবৰ বাবে জীৱনৰ আঁচনি গ্ৰহণ কৰিব পাৰে (২৮)। মোক্ষ হ'ল আত্ম-উদ্ধাৰ, চিত্তবিক্ষেপৰপৰা মুক্তি। ভগৱৎ গীতাই আমাক কয় যে প্ৰশিক্ষণ, বোধ, জ্ঞান, বিস্তাৰিত বিৱৰণী বা উদ্দেশ্যৰ বিভিন্নতাৰ দ্বাৰা বিক্ষিপ্ত

(২৮) তুঃ/কঃ "মানুহে ধৰ্ম নোহোৱাকৈয়ে চলিব পাৰে বুলি ভাবে ; তেওঁ-লোকে নাজানে যে ধৰ্ম অবিনাশী, মাত্ৰ প্ৰশ্নটো হৈছে যে তোমাক কোনটো লাগে?" (এমিয়েল)। জৰ্জ বাৰ্ণাৰ্ড শ্বই *Back to Methusaleh* (১৯১১)ত কৈছেঃ "জীৱন মৰণৰ কথা এটা হিচাপেই সভ্যতাৰ কাৰণে এটা ধৰ্মৰ প্ৰয়োজন।"

নহয় (২৯)। ইয়াত এটা সমগ্ৰতাৰ ভাৱ আছে—জীৱনৰ গভীৰতা আৰু স্থায়ী দৃঢ় বন্ধন আদিৰ সহায়ত আমি যাতে অতি সাংঘাতিক বিপদৰো সন্মুখীন হ'ব পাৰোঁ। তেনে ভাব এটা ইয়াত আছে। দৰ্শনৰ কাম হ'ল আমাৰ মাজত এটি আধ্যাত্মিক সন্মিলনৰ কেন্দ্ৰ স্থাপন কৰা, যি কেন্দ্ৰক প্লেটোৱে সামগ্ৰিক দৃষ্টি বুলি আখ্যা দিছিল, হিন্দু দাৰ্শনিকসকলে যাক সমন্বয় বুলিছিল—ই এনে এটি দৰ্শন--যি দৰ্শনে আধ্যাত্মিক ঐক্য সাধন কৰিব পাৰে, যি দৰ্শনে ধৰ্মৰ প্ৰাণক সন্দেহবাদৰ বিভাজনৰ-পৰা ৰক্ষা কৰিব পাৰে আৰু যি বিভিন্ন ধৰ্ম সম্প্ৰদায় আৰু ধৰ্মমতৰ মাজত থকা যুদ্ধবিগ্ৰহ অতীতৰ কথা কৰি তুলিব পাৰে।

---

(২৯)] ২/৪১ ; তু/কঃ "তোমাৰ চকু যদি এটা হয়, তোমাৰ গোটেই শৰীৰ জ্যোতিৰ্ময় হৈ উঠিব।"

## তৃতীয় অধ্যায়

# ধৰ্মৰ অভিজ্ঞতা আৰু ইয়াৰ প্ৰমাণ

ধৰ্মৰ দৰ্শন কি—ধৰ্মৰ মূল কথা—ঈশ্বৰৰ ব্যক্তিগত অভিজ্ঞতা—ইয়াৰ প্ৰকৃতি আৰু বিষয়-বস্তু—অভিজ্ঞতা আৰু তাৰ বিভিন্ন প্ৰকাশ—ঈশ্বৰ আৰু আত্মা—জগতত সমন্বয়—আত্মবোধ আৰু তাৰ পথ—পুনৰ্জীৱিতৰ জীৱন—পুনৰ্জন্ম—মুক্তি আৰু সান।

## ধৰ্মৰ দৰ্শন

ধৰ্মৰ দৰ্শন হ'ল নিজৰ বিষয়ে বোধ লাভ কৰা ধৰ্ম। প্ৰত্যক্ষভাৱে আধ্যাত্মিক স্বজ্ঞা বা অভিজ্ঞতা লাভ কৰা ধাৰ্মিক লোকসকলৰ আৰু পৰোক্ষভাৱে যিসকলৰ এনে অভিজ্ঞতা নাই অথচ এনে অভিজ্ঞতা হ'ব পাৰে—ভ্ৰমাত্মক নহয় বুলি যথেষ্ট বিশ্বাস আছে, দৰ্শনে তেওঁলোকৰ সমস্যাৰ সুবিবেচিত সমিধান এটি দিবলৈ চেষ্টা কৰে। কিছুমান লোকৰ কাৰণে ঈশ্বৰৰ প্ৰত্যক্ষ দৰ্শনো সত্য। ঋষি বা সন্তসকলৰ ঈশ্বৰৰ লগত সংযোগ আৰু তাৰ ফলত যি আশ্চৰ্যবোধ আৰু পূজা-ভাৱ উদ্ৰেক হয়, এইবোৰ আমাৰ কাৰণে খণ্ডেকীয়া দৃষ্টি বা অন্তৰ্দৃষ্টি হ'লেও, তেওঁলোকৰ কাৰণে স্বাভাৱিক আৰু সৰ্বব্যাপক। ধৰ্মৰ দৰ্শন যদি বৈজ্ঞানিক হ'ব লাগে, তেনেহ'লে ই ব্যৱহাৰিক হ'ব লাগিব আৰু ধৰ্মৰ অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগিব।

চিন্তা আৰম্ভ হোৱাৰ আগতে চিন্তাৰ বিষয়-বস্তু এটা লাগিব। চিন্তাই তাৰ বিষয়-বস্তুৰ উদ্ভাৱন নকৰায়, তাক ই প্ৰদত্ত তথ্য হিচাপেহে পায়। চিন্তা যেতিয়াই ঘটনা বন্ধনৰপৰা আঁতৰি যায় তেতিয়াই সি চিন্তা হ'বলৈ এৰি কল্পনা হয়। স্থানৰ অৱগতি নোহোৱাকৈ যেনেকৈ জ্যামিতি হ'ব নোৱাৰে, তেনেকৈ ধৰ্মৰ ঘটনাসমূহ বাদ দি ধৰ্মৰ দৰ্শনো হ'ব নোৱাৰে।

আমি পাই আহিছোঁ যে ধৰ্মৰ মনস্তত্ত্বই কেতিয়াবা দৰ্শনৰ সলনি ব্যৱহৃত হ'ব খোজে আৰু ধৰ্মৰ স্ব-জ্ঞানৰ সত্যতাক আমাৰ অ-সজ্ঞান আকাঙ্ক্ষাৰ মনস্তাত্ত্বিক কাৰ্য বুলি মাথোন ব্যাখ্যা কৰি উৰাই দিব খোজা হয়। কোনো এটা বিশ্বাসৰ মনস্তাত্ত্বিক অৱস্থাসমূহ বিচাৰি উলিয়ালেই তাৰ সত্যতা নিৰূপণ কৰা নহয়। আমাৰ জ্ঞানেন্দ্ৰিয়ৰ বোধ বা দৃষ্টিসমূহহে সঁচা, আধ্যাত্মিক স্বজ্ঞাসমূহ মিছা, মনস্তত্ত্বই এনে ধাৰণা কৰাটো ধৃষ্টতা বিশেষ। মনস্তত্ত্বৰ কালৰপৰা আমি পোৱা এই জগতৰ অভিজ্ঞতা বা বুদ্ধিছ সংবিধানৰ বা কৰ্তব্যৰ একাৰ্থক লক্ষণৰ বিবোৰ অভিজ্ঞতা,

তাৰ লগত চেণ্ট পলে ডামস্কচ্ৰ বাটত লাভ কৰা বা অগষ্টিনে ইটালীৰে উদ্যানত লাভ কৰা দৰ্শন সমপৰ্যায়ৰ। অভিজ্ঞতা লাভ কৰোঁতে এইটো বাস্তৱ নে অবাস্তৱ এনে কোনো প্ৰশ্ন উত্থাপন নহয়। অধ্যাপক আলেকজেণ্ডাৰে কৈছে: "নিৰপেক্ষ দৰ্শক এজনৰ কাৰণে কেঁচা গছ-পাত এটা বা সূৰ্যটো যেনে বাস্তৱ, পূজাৰীজনৰ অভিজ্ঞতাও তেনে সত্য। ধৰ্মৰ অনুভূতি আৰু বিষয় একেটা অভিজ্ঞতাতেই লাভ কৰা হয়" (১)। ধৰ্মৰ দৰ্শনে বিচাৰি উলিয়াব লাগিব ধৰ্মৰ ঋষিসকলৰ বিশ্বাসসমূহ এই বিশ্ব-জগতৰ মূলনীতি আৰু পৰীক্ষিত নিয়মসমূহৰ লগত খাপ খায়নে নাখায়।

কেতিয়াবা এনে কথাও কোৱা হয় যে মনস্তাত্ত্বিক অভিজ্ঞতাসমূহ বিজ্ঞানে যুক্তি-সমুচিত কৰি তোলাৰ ফলত কম-বেছি পৰিমাণে সকলো দৰ্শকৰ কাৰণে প্ৰায় একে, কিন্তু ধৰ্মৰ দৰ্শনৰ উৎপত্তি বিভিন্ন আৰু অসঙ্গত। সকলোৰে কাৰণে শিল টান আৰু আকাশ নীলা। কিন্তু ঈশ্বৰ হ'ব কিছুমানৰ কাৰণে বুদ্ধ আৰু কিছুমানৰ কাৰণে যীশুখ্ৰীষ্ট। এই বিভেদে ইয়াকে বুজায় যে ইয়াৰ ঘটনাসমূহ বেছি জটিল আৰু সেইবাবে সূক্ষ্ম অধ্যয়নৰ প্ৰয়োজন। আমি প্ৰাকৃতিক বিজ্ঞানত যেনেকৈ সংক্ষিপ্ত শব্দৰ প্ৰয়োগৰদ্বাৰা জ্ঞানেন্দ্ৰিয়ৰ অভিজ্ঞতাসমূহ বুজিবৰ চেষ্টা কৰোঁ, তেনেকৈয়ে আমাৰ ধৰ্মৰ অভিজ্ঞতাৰ জগতখনক ধৰ্ম-দৰ্শনে সংজ্ঞাবদ্ধ কৰিবলৈ চেষ্টা কৰে। প্ৰাকৃতিক বিজ্ঞানৰ ক্ষেত্ৰত আমি যি মনোভাৱ বা প্ৰণালী কৃতকাৰ্যতাৰে অৱলম্বন কৰি আহিছোঁ, পৰম তত্ত্বৰ ক্ষেত্ৰত মানৱ আত্মাই লাভ কৰা সজ্ঞানৰ বেলিকাও তাতকৈ বেলেগ ভাব বা প্ৰণালী গ্ৰহণ কৰাত কোনো যুক্তি থাকিব নোৱাৰে। আমি যেতিয়া কোনো পদাৰ্থ, জীৱন বা মনৰ কথা কওঁ তেতিয়া আমি কোনো বিশেষ অভিজ্ঞতাৰ কথাকে কওঁ। পদাৰ্থ মানে কোনো নিৰ্দিষ্ট লক্ষণবিশিষ্ট এক শ্ৰেণীৰ অভিজ্ঞতা। বিজুলী শক্তি বা আন কোনো বাধকৰ প্ৰকল্পৰদ্বাৰা আমি ইয়াক বুজাবৰ চেষ্টা কৰোঁ। জীৱন আৰু মন সম্পৰ্কেও একে কথা। ধাৰ্মিক অভিজ্ঞতাৰো নিজা বৈশিষ্ট্য আছে আৰু আমি তাত পদাৰ্থ, জীৱ বা মনতকৈ বেলেগ কিবা সত্তা এটাৰ স্পৰ্শ অনুভৱ কৰোঁ। পদাৰ্থ জীৱন বা মনক জনা বুলি আমি ক'ব নোৱাৰোঁ আৰু তেনেকৈয়ে নোৱাৰোঁ ঈশ্বৰক বা পৰম আত্মাক। দৰাচলতে পদাৰ্থ বা জীৱন কি তাক আমি শুদ্ধকৈ নাজানো। আমি জানো যে এইবোৰ অভিজ্ঞতাৰ বস্তু, কিন্তু তাৰ প্ৰকৃত স্বৰূপ আমাৰপৰা লুকাই থাকে। ঠিক তেনেকৈয়ে ঈশ্বৰৰ পৰম অৰ্থ আমি নাজানিব পাৰোঁ, অৱশ্যে আমাৰ ধাৰ্মিক অভিজ্ঞতাৰদ্বাৰা ঈশ্বৰ সম্বন্ধে বা ঈশ্বৰ বাস্তৱত কেনেকৈ প্ৰতিফলিত হয় সেই বিষয়ে অলপ কিবা জানিব পাৰোঁ। ধৰ্মৰ পন্থাসমূহো বিজ্ঞানৰ একোটা

---

(১) *Hibbert Journal* (Jan. 1928, Pp. 251)

মতবাদৰ দৰেই। পদাৰ্থ-বৈজ্ঞানিকে দৃশ্যমান পদাৰ্থ-জগতক ইলেক্ট্ৰনৰ প্ৰকল্পৰ-দ্বাৰা বুজাবৰ চেষ্টা কৰে আৰু ভাবে যে তেওঁৰ এই মানসিক ছবি ঠিক প্ৰকৃত বস্তুটোৰ দৰেই। অৱশ্যে আমি লাহে লাহে উপলব্ধি কৰি আহিছোঁ যে এই পদাৰ্থ জগতৰ পৰম স্বৰূপাত্মক ছবি এটা আমি ধাৰণা কৰি নোৱাৰাটো একেবাৰেই অসম্ভৱ। মতবাদবোৰ প্ৰতীক বা ব্যাখ্যামূলক আৰু তাৰে কম হয় দেখি আমি তাক ধৰি লওঁ। ঠিক তেনেকৈয়ে আমাৰ কিছুমান অভিজ্ঞতা আছে আৰু তাক ঈশ্বৰৰ অনুমান এটাৰদ্বাৰা বুজাবৰ চেষ্টা কৰোঁ। আমাৰ কল্পনাৰ ঈশ্বৰ ইলেক্ট্ৰনৰ দৰেই বাস্তৱ হ'ব পাৰে, কিন্তু আমি সহজে উপলব্ধি কৰা বাস্তৱটো নহ'বও পাৰে। ঈশ্বৰৰ ধাৰণা বা প্ৰত্যয় আমাৰ অভিজ্ঞতাৰ ব্যাখ্যা বিশেষ।

ধৰ্মৰ ঐতিহ্য আৰু বাস্তৱ অভিজ্ঞতাৰপৰা বিচ্ছিন্ন, অকল সাৰ্বজনীন সত্য বুলি অনুমান কৰা প্ৰতিজ্ঞা কিছুমানৰ ওপৰত নিৰ্ভৰ কৰি কাম কৰা চিন্তাবাদী ধৰ্মবিজ্ঞানে উপযুক্ত ধৰ্মদৰ্শন হিচাপে কাৰ্য সাধন কৰিব নোৱাৰে। সাধাৰণ ধৰণৰ কিছুমান প্ৰতিজ্ঞাৰপৰা ঈশ্বৰৰ অস্তিত্ব প্ৰমাণ কৰিবলৈ গ'লে ধৰ্মৰ ঈশ্বৰক পোৱা নাযায়, বৰং আমি ইয়াকে ধৰি লৈ যদি আৰম্ভ কৰোঁ তেনেহ'লে ধাৰ্মিক অভিজ্ঞতা-সমূহৰ লগত খাপ খুৱাব পৰা প্ৰথম বা চৰম কাৰণটিকে পাবগৈ পাৰোঁ (২)। ঘটনাৰ লগত কোনো ভিত্তি নাথাকিলে চিন্তা পদাৰ্থক অভিজ্ঞতাজনিত সত্য বুলিব নোৱাৰি। অকল দ্বন্দ্ববাদৰদ্বাৰা স্থায়ী প্ৰত্যয় বা বিশ্বাস জন্মোৱা সম্ভৱপৰ নহয়। চিন্তাধৰ্মী-ধৰ্মবিজ্ঞানে ঈশ্বৰক সম্ভাব্য বস্তু বুলি অনুমান কৰিব পাৰে, ঈশ্বৰক সত্য বুলি প্ৰতিষ্ঠা কৰিব পাৰে ধৰ্মইহে।

আন হাতেদি অযুক্তি-সংগত ধৰ্ম বিজ্ঞানত ধৰ্মবেত্তাই পৰম্পৰানুক্ৰমে চলি অহা ধৰ্মমতকে ঈশ্বৰ প্ৰকাশিত বুলি ধৰি লৈ ব্যাখ্যা মাত্ৰ কৰে আৰু বিৰোধাভাস দূৰীকৰণতেই তেওঁলোকৰ কাম সীমাবদ্ধ থাকে। তেওঁলোকে এক শ্ৰেণীৰ ঘটনা বিশেষকে ভিত্তি কৰি লৈ, তেওঁলোকে নমনা অন্য কথাত থকা সত্যতাক সম্পূৰ্ণ আওহেলা কৰে। এই ধৰ্মবেত্তাসমূহে মত ব্যাখ্যা কৰাৰ আৰু তাৰ তাৎপৰ্য বিচাৰ কৰাৰ স্বাধীনতা আছে যদিও সি সীমাবদ্ধ। তেওঁলোকৰ অনুসন্ধান বা

---

(২) কাণ্টে প্ৰশ্ন কৰিছে "সম্পূৰ্ণাঙ্গ উদ্দেশ্যবাদে অন্তত গৈ কি প্ৰমাণ কৰেগৈ? এজন যে পৰম জ্ঞানী পুৰুষ আছে সেই কথা প্ৰমাণ কৰেনে? নকৰে। ই **মাত্ৰ ইয়াকে প্ৰমাণ কৰে যে আমাৰ বোধ-বৃত্তিৰ সংগঠন অনুযায়ী আমি এনে এখন জগতৰ সম্ভাৱনা সম্বন্ধে কোনো ধাৰণাকে কৰিব নোৱাৰো; পাৰোঁ মাত্ৰ তাৰ পৰম কাৰণ এটিয়ে পৰিকল্পনা অনুযায়ী কাম কৰা বুলি ধৰি লৈহে।**"
(*Critique of Judgement* E. T. P. 311)

গৱেষণাই সেই ধৰ্মমতকেই সদায় প্ৰতিষ্ঠা কৰি চলিব লাগিব। প্ৰণালীসমূহ ইচ্ছাধীন হ'লেও তাৰ সিদ্ধান্ত বাধ্যতামূলক।

অযুক্তিসংগত ধৰ্মবিজ্ঞানক বাদ দি ধৰিলে, ধৰ্মদৰ্শনে কোনো সীমাবদ্ধ ক্ষেত্ৰ স্বীকাৰ কৰি নলয়; বৰং মানৱ প্ৰকৃতিৰ দৰেই বিশাল আৰু বিস্তীৰ্ণ অভিজ্ঞতাৰ ওপৰতেইহে ই নিৰ্ভৰ কৰে। চিন্তাধৰ্মী ধৰ্মবিজ্ঞানৰ উচ্চ অভিজ্ঞতা-অতিচাৰী বা বুদ্ধিগত (*a priori*) পথো ই গ্ৰহণ নকৰে আৰু অযুক্তিসংগত ধৰ্মবিজ্ঞানৰ পক্ষপাতী দৃষ্টিভঙ্গীও ইয়াৰ নাই; ই ধাৰ্মিক অভিজ্ঞতাৰ এটি বৈজ্ঞানিক দৃষ্টিভঙ্গী গ্ৰহণ কৰে আৰু নিৰপেক্ষ আৰু নিষ্কামভাৱে সকলো ধৰ্মমতাৱলম্বী বা অনাৱলম্বী লোকৰে আধ্যাত্মিক ঐতিহ্যসমূহ বিশদভাৱে পৰীক্ষা কৰে। ধাৰ্মিক অভিজ্ঞতাৰ বিষয়-বস্তু আৰু দাবীৰ এনে পৰীক্ষাৰ পটভূমিত আছে গোটেই মানৱ জাতিৰে আধ্যাত্মিক বুৰঞ্জী; আৰু ইয়াৰ ভিতৰত নিহিত আছে এনে এটি আধ্যাত্মিক আদৰ্শবাদৰ প্ৰতিশ্ৰুতি যে সি এহাতেদি বৈজ্ঞানিক স্বভাৱবাদৰ ভাঙনশীল শক্তি আৰু আন হাতেদি ধৰ্মৰ অযুক্তিসংগত মতবাদৰো সম্পূৰ্ণ বিৰোধী।

## ধৰ্মৰ মূল কথা

ধৰ্মক অনুভূতি, আৱেগ, বাসনা, প্ৰবৃত্তি, প্ৰথা আৰু ক্ৰিয়াকাণ্ড, প্ৰত্যক্ষ দৃষ্টি, বিশ্বাস আৰু ভক্তি আদিৰ লগত সমাৰ্থক হিচাপে লোৱা হৈছে; এই মতসমূহে প্ৰতিপন্ন কৰিব খোজা কথাৰ ক্ষেত্ৰত এইবোৰ শুদ্ধ হয়, কিন্তু তাৰে যি কথা অস্বীকাৰ কৰিব খুজিছে সেই ক্ষেত্ৰত এইবোৰ অশুদ্ধ। ধৰ্মৰ চৈতন্যৰ মাজত অনুভূতিৰ প্ৰভাৱ আছে বুলি শ্লায়াৰমেকাৰে কোৱা কথা একেবাৰেই ভুল নহয়। অৱশ্যে এই ধৰ্মানুভূতি অন্যান্য অনুভূতিতকৈ বেলেগ। ইয়াক আকৌ জীৱসমূহৰ নিৰ্ভৰশীলতা ভাবৰ লগত একে কৰাও উচিত নহয়; তেতিয়া হ'লে হেগেলে এনে টিপ্পনীৰে উত্তৰ দিব যে শ্লায়াৰমেকাৰৰ কুকুৰটো তেওঁৰ গৃহস্থতকৈ বেছি ধাৰ্মিক। কাণ্টে কৰিব খোজাৰ দৰে আমি যদি ধাৰ্মিক অভিজ্ঞতাক নৈতিক চৈতন্যৰ লগত লীন নিয়াই লওঁ, তেনেহ'লে আমি এই দুয়োটা ক্ৰিয়াৰে বিশিষ্ট লক্ষণসমূহক উপেক্ষা কৰা হ'ব। ধৰ্ম অকল মূল্য-সচেতনতাই নহয়, ধৰ্মত এটি অতীন্দ্ৰিয় ৰহস্য সোমাই আছে, আৰু সত্তাৰ অৱগতি আৰু তাত লাভ কৰা আত্মানন্দ এটিও ইয়াত নিহিত আছে; কিন্তু অকল নৈতিক-চৈতন্যত সেইটোৰ অভাৱ। হেগেলে কেতিয়াবা কোৱাৰ দৰে ধৰ্ম অকল জ্ঞানৰ এটা প্ৰকৰণেই নহয়। ধৰ্মত-বিশ্ব-সৃষ্টিৰ তত্ত্বদৰ্শন এটি নিহিত আছে যদিও ইয়াক দৰ্শন বুলি ভুল কৰিব নালাগে।

অধ্যাপক হোৱাইট্‌হেডে ধৰ্মৰ সংজ্ঞা দিছে, "মানুহে অকলশৰে থাকোঁতে নিজৰ সত্তাৰ লগত যি কৰে," তাকে বুলি; তাৰ মানে তেওঁ ধৰ্মক অকল এটা

সামাজিক অৱস্থা বুলিয়েই ধৰা নাই (৩)। ই সমাজৰ চলিত নীতিৰ হকে পক্ষপাত-দুষ্ট নহয়, ই সামাজিক মোক্ষ লাভৰ অৰ্থে অকল যন্ত্ৰ বিশেষো নহয়; ই মানৱ জীৱনৰ মাজত নিহিত থকা সত্তাৰ আদৰ্শ আৱিষ্কাৰৰ কাৰণে চেষ্টা, আমাৰ সৰু-সুৰা আৰু নিষ্ফল মনোভাৱৰ পৰিবেশৰ বান্ধোনৰপৰা মুক্তি পাবলৈ বিচৰা এক সন্ধান। পৰম্পৰানুগত ধৰ্মমত এৰি নিজৰ ব্যক্তিগত অভিজ্ঞতা লাভ কৰিব নোৱাৰিলে সি প্ৰকৃত ধৰ্ম হ'ব নোৱাৰে। ই মানৱ মনৰ স্বতন্ত্ৰ ক্ৰিয়া, স্বতন্ত্ৰ লক্ষণ-বিশিষ্ট একক কিবা এটা। ই এনে এটি অন্তৰ্মুখী আৰু ব্যক্তিগত ভাৱ যে ই সকলো মূল্যবোধৰ ঐক্য সাধন কৰে আৰু সকলো অভিজ্ঞতাকে সুসমাহিত কৰে (৪)। আমি আমাৰ সমগ্ৰ শক্তি আৰু সামৰ্থ্যৰে ধৰ্মৰ বিষয়-বস্তুক অন্বেষণ কৰোঁ। সমগ্ৰ মানুহটোৰে এনে ঐক্যবদ্ধভাৱে কৰা কাৰ্যকেই আমি আধ্যাত্মিক জীৱন বুলিব পাৰোঁ, ই কেৱল বৌদ্ধিক বা নৈতিক বা কান্তিক (aesthetic) ক্ৰিয়া নহয় আৰু এই আটাইকেইটাৰে সংমিশ্ৰণতকৈয়ো বেলেগ। সত্যৰ প্ৰতি যি প্ৰবৃত্তি, সি সেই আধ্যাত্মিক অনুভূতি পৰম সত্য বা পৰমাত্মা আৰু অনন্ত জনতকৈ কিবা কম পাই কেতিয়াও সন্তুষ্ট নহয়। ই সসীমৰ সসীমতাত আৰু অনিত্যৰ অনিত্যতাত আমাৰ অপ্ৰশমিত অসন্তুষ্টিৰ কথাকে বুজাই দিয়ে। এনে অভিন্ন বা অখণ্ড স্বজ্ঞানেই হ'ল আমাৰ ধৰ্মৰ কথা, এই স্বজ্ঞানসমূহে আমাৰ সন্মুখত এনে এটি পৰম আত্মাক প্ৰকাশ কৰে যে নিজে নিজেই এই স্ব-জ্ঞানৰ মাজেদি আমাক জানিবলৈ দিয়ে আৰু সকলো ঊননিত্যৰ প্ৰতি বিদ্ৰোহ আৰু অসন্তুষ্টিৰ ভাৱ সৃষ্টি কৰে।

## ঈশ্বৰৰ ব্যক্তিগত অভিজ্ঞতা

সকলো ধৰ্মৰে অনুপ্ৰেৰণাৰ স্থল হ'ল সেই ধৰ্মৰ প্ৰৱৰ্তক ঋষিসকলৰ ব্যক্তিগত অন্তৰ্দৃষ্টি। উদাহৰণ স্বৰূপে হিন্দু ধৰ্মৰ বৈশিষ্ট্য হ'ল ঘটনাৰ বা সত্যৰ ওপৰত বথা

---

(৩) Religion in the Making (1926) P. 6.

(৪) ক্ৰোচেই ধৰ্মক এটি স্বতন্ত্ৰ অভিজ্ঞতা বুলি স্বীকাৰ কৰিবলৈ অমান্তি আৰু তেওঁৰ মতেই মাথোন দৰ্শনৰ এটি অপৰিণত আৰু ভ্ৰান্ত ধাৰণা। জেণ্টাইলৰ মতে আমাৰ আধ্যাত্মিক উন্নতিৰ বাটত ই এটি আৱশ্যকীয় স্তৰহে মাত্ৰ:—এই মতবাদৰ অৰ্থ হ'ল যে তেওঁলোকে ঈশ্বৰৰ চলিত বিশ্বাতিগ ৰূপ স্বীকাৰ নকৰি বৰং বিৰোধিতাহে কৰে। যি ঈশ্বৰৰ মাহাত্ম্যৰ আগত আমি সামান্যতা অনুভৱ কৰোঁ, যা যাৰ প্ৰতি ভক্তিত আমি আত্মনিবেদন কৰোঁ, তেওঁ সম্পূৰ্ণ বিশ্বানুগ, মানৱ অন্তৰত থকা আত্মাৰ বিষয়ী প্ৰকাশ।

নিষ্ঠা। অন্যান্য ধৰ্মসমূহৰ দৰে হিন্দু ধৰ্মই, অন্ততঃ ইয়াৰ শুদ্ধ স্বৰূপত, কেতিয়াও কৰ্তৃত্বৰ ওপৰত অধিক ভেঁজা দিয়া নাই। ই "প্ৰৱৰ্তিত" ধৰ্মও নহয়; ই কোনো ঐতিহাসিক ঘটনাক কেন্দ্ৰ কৰিও গঢ়ি উঠা নাই। ইয়াৰ বিশিষ্ট লক্ষণ হ'ল, ই সদায় মানৱ-আত্মাৰ অন্তৰ-জীৱনৰ ওপৰতহে গুৰুত্ব দিয়ে। এই পাৰ্থিৱ গঠনৰ মাজতে আত্মাক জনা, লাভ কৰা আৰু আত্মোপলব্ধি কৰাটো, এই খপজপাই ফুৰা অদৃশ্য মনোবৃত্তি এটাক স্পষ্ট আধ্যাত্মিক খ্যাতি এটালৈ ৰূপান্তৰ কৰা, আৱেগ-অনুভূতিৰ সন্তুষ্টি আৰু নিৰ্যাতনৰ মাজেদিও শান্তি আৰু আত্মস্থ স্বতন্ত্ৰতা এটা সৃষ্টি কৰি লোৱা, ব্যাধি আৰু মৃত্যুগ্ৰস্ত এই শৰীৰৰ মাজেদিয়েই ঐশ্বৰিক জীৱন আৱিষ্কাৰ আৰু উপলব্ধি কৰা—এয়ে হ'ল হিন্দুধৰ্ম প্ৰচেষ্টাৰ সনাতন মুখ্য উদ্দেশ্য। হিন্দুসকলে বৈদিক যুগক তেওঁলোকৰ প্ৰৱৰ্তকসকলৰ যুগ বুলি ধৰি লয়। মানৱ মনে উপলব্ধি কৰিব পৰা পৰম আধ্যাত্মিক সত্যাকে বেদ বা জ্ঞান বুলি নামকৰণ কৰা হৈছে। ই হ'ল ঋষি বা দ্ৰষ্টাসকলৰ কৃতকৰ্ম। ঋষিসকলৰ এই সত্য কোনো যৌক্তিক বিচাৰ বা দাৰ্শনিক মতবাদৰ ফল নহয়; ই তেওঁলোকৰ আধ্যাত্মিক স্বজ্ঞা বা প্ৰত্যক্ষানুভূতিৰ ফলহে। ঋষিসকল বেদত লিপিবদ্ধ সত্যসমূহৰ ৰচক নহয়, তেওঁলোক জীৱাত্মাক পৰমাত্মাৰ শাৰীলৈ উন্নীত কৰি নিত্যসত্যক নিৰীক্ষণ কৰিব পৰা দ্ৰষ্টাহে। তেওঁলোক জগতত সমসাময়িক লগৰীয়াসকলতকৈ অধিক দৃষ্টি-পটু, পৰমাৰ্থ ক্ষেত্ৰত অনুসন্ধানী দলৰ অগ্ৰগামী। তেওঁলোকৰ উক্তিসমূহ ক্ষণস্থায়ী দৃষ্টিৰ ভিত্তিত কৰা নহয়, বাস্তৱ-জীৱন আৰু শক্তিদ্বাৰা নিৰন্তৰ অভিজ্ঞতাৰ ভিত্তিত কৰাহে (৫)। বেদক পৰম আপ্ত বুলি কোৱাৰ অৰ্থ হ'ল যে সকলো যথাৰ্থ প্ৰমাণৰ ওপৰত হ'ল ঘটনাৰ প্ৰমাণ।

অভিজ্ঞতাই যদি ধৰ্মৰ প্ৰাণ হয়, তেন্তে প্ৰকাশ তাৰ শৰীৰ, যাৰ জৰিয়তে ই ভাগ্যৰ সিদ্ধি লাভ কৰে। আধ্যাত্মিক অভিজ্ঞতা আৰু তাৰ এই ব্যাখ্যাসমূহৰ-দ্বাৰা অৰ্থাৎ শ্ৰুতি বা যি শুনা হৈছে, স্মৃতি বা যি মনত ৰখা হৈছে, তাৰে আনৰ লগত সংযোগ স্থাপন কৰা হয়। শঙ্কৰে ইয়াক প্ৰত্যক্ষ বা স্বজ্ঞা আৰু অনুমানৰ লগত সমাৰ্থক হিচাপে লৈছে। ই তৎ-কালিনতা আৰু চিন্তাৰ মাজৰ পাৰ্থক্য বিশেষ। প্ৰত্যক্ষ বা স্বজ্ঞা হৈ যায়, কিন্তু ব্যাখ্যাৰ পৰিবৰ্তন হয়। ঘটনাৰ প্ৰমাণ আৰু ব্যাখ্যাৰ প্ৰমাণ হিচাপে শ্ৰুতি আৰু স্মৃতিৰ মাজত প্ৰভেদ আছে। ঘটনাসমূহৰ বিষয়ে ক্ৰমাৎ বেছি অৱগতি লাভ হ'লে মত, চিন্তা আৰু অসংগত ভাবৰ সময়ে সময়ে পৰিবৰ্তন হৈ গৈ থাকে। ইয়াৰ মূল্য নিৰূপিত হয় অভিজ্ঞতাৰ বাবে ইয়াৰ যথোপযুক্ততা অনুসৰি। আকাৰ বা ৰূপ যেতিয়া বিলোপ হৈ যায় আৰু ব্যাখ্যাৰ ওপৰত যেতিয়া সংশয় ওপজে তেতিয়া আকৌ অভিজ্ঞতালৈ ঘূৰি গৈ তাৰ বিষয়-বস্তু

(৫) সদা পশ্যন্তি সূৰয়ঃ।

উপযুক্ত পদেৰে পুনৰ নিবন্ধন কৰিবলগীয়া হয়। যদিও হিন্দু ধৰ্ম মতেহে ধৰ্মৰ অভিজ্ঞতাৰ লক্ষ্যৰ ওপৰত গুৰুত্ব আৰোপ কৰা হয়, তথাপি প্ৰত্যেক ধৰ্মই ইয়াৰ চৰম অৱস্থাত ইয়াৰ ওপৰতেই নিৰ্ভৰ কৰে।

বুদ্ধধৰ্মৰ সকলো কথাৰে কেন্দ্ৰ হ'ল বুদ্ধৰ বোধি লাভ। মোজেছে পুৰি থকা জোপোহাটিতে ঈশ্বৰক দেখিছিল আৰু এলিজাই অকণমান স্থিৰ মাতটি শুনিছিল। জেৰেমিয়াত আমি পাওঁ: যিহোৱাই কৈছে, "সেই দিনৰ পাচে ইজৰাইল বংশৰ লগত মই যি নিয়ম কৰিম, সেই নিয়মটি এই—'মই সিবিলাকৰ অন্তৰত মোৰ ব্যৱস্থা স্থাপন কৰিম, আৰু সিবিলাকৰ হৃদয়ত তাক লিখিম।" (৬) ঈশ্বৰ সম্বন্ধে যীশুৰ অভিজ্ঞতাই খৃষ্ট ধৰ্মৰ মূল কথা: 'তেওঁ যেতিয়া নদীৰপৰা উঠি আহিল তেতিয়া দেখিলে, তেওঁৰ ওপৰত স্বৰ্গ ফাঁট মেলিছে আৰু আত্মাই কপৌ চৰাইৰ দৰে তেওঁৰ পিনলৈ নামি আহিছে: আৰু তেওঁ শুনিবলৈ পালে সৰগৰপৰা ধ্বনিত হোৱা এটা মাত, যি কৈছিল: 'তুমিয়ে মোৰ প্ৰিয় পুত্ৰ, মই তোমাকেই বাছিছোঁ'।" চেণ্ট মাৰ্কৰ মতে জৰ্ডানত জনে যীশুক দীক্ষা দিয়া উপলক্ষ্যটো এনে গভীৰ আৰু স্পষ্ট ধাৰ্মিক অভিজ্ঞতা আছিল যে তেওঁ অনুভৱ কৰিছিল যে তেওঁ অলপ সময়ৰ কাৰণে সম্পূৰ্ণ নিজস্থান ঠাইলৈ গৈ তাত পুনৰ চিন্তা কৰিবলগীয়া হৈছিল (৭)। তেওঁৰ কথাত যি নতুন শান্তি আৰু আনন্দ আমি পাইছোঁ, তাৰপৰা স্পষ্ট বুজিব পাৰি যে তেওঁ হঠাৎ হোৱা আবিৰ্ভাৱৰ অনিৰ্বচনীয় ঘটনাৰ কথাকেই কৈছিল। পুনৰ্জন্ম লাভ কৰা আত্মাৰ নতুনত্বৰ ওপৰত জোৰ দি তেওঁ দেখুৱাইছিল যে মাত্ৰ পৰোক্ষভাৱে ধাৰ্মিক হোৱাসকলতকৈ তেওঁ কেনেকৈ পৃথক হৈ পৰিছিল। "মই তোমালোকক স্বৰূপকৈ কওঁ, তিৰোতাত জন্ম পোৱাবিলাকৰ মাজত, জোহন বাপ্তাইজতকৈ মহান কোনো উৎপন্ন হোৱা নাই, কিন্তু স্বৰ্গৰাজ্যত সৰুতকৈ সৰু-জনেই তেওঁতকৈ মহান।"(৮)

ডামাস্কাচৰ বাটত চৌলে যি দৰ্শন লাভ কৰিলে আৰু ফলত অভিদ্ৰোহী কেনেকৈ ঈশ্বৰ প্ৰেৰিত দূত হ'ল, ইও তেনে এটি উদাহৰণ (৯)। চেণ্ট জেম্‌চৰ মতে ধৰ্ম মানে নিৰ্বিচাৰে কোনো মতবাদ গ্ৰহণ কৰা, চেণ্ট পলৰ মতে অন্তৰ আৰু মন যীশুৰ ওচৰত সমৰ্পণ কৰা, কিন্তু ছিক্ৰুৰ প্ৰতি দিয়া উপদেশত মনৰ অতিচাৰৰদ্বাৰা আমি যি অদৃশ্য জগতৰ বিষয়ে সচেতন হওঁ—তাকেহে ধৰ্ম বুলি সংজ্ঞা দিয়া হৈছে (১০)। মহম্মদৰ জীৱনী অতীন্দ্ৰিয় অভিজ্ঞতাসমূহেৰে ভৰপূৰ।

---

(৬) ৩১—৩৭
(৭) Mark ১।১০ (বাইবেল: মাৰ্কে লিখা শুভবাৰ্তা—পৃ: ৩৩)
(৮) মেথিউ ১১।১১।
(৯) এক্‌টিয়াচ ৯: ১-৯
(১০) কৰিন্থিয়া ১: ১০।১২; ৰোমান ৮: ১৮-২৫; ৰেভাৰিয়া ২১।২২

ঈশ্বৰৰ লগত ব্যক্তিৰ প্ৰত্যক্ষানুভূতিৰ কথা অকল প্ৰাচ্যতেই আৱদ্ধ নহয়। চক্ৰেটিচ আৰু প্লেটো, প্লটিনাচ আৰু পৰ্ফিৰি, অগষ্টিন আৰু ডাণ্টে, বুনিয়ান আৰু ৰেচ্‌লি আৰু বহুতো অগণন লোকে অনুভূত ঈশ্বৰ-সত্তাৰ বিষয়ে প্ৰমাণ দাঙি ধৰিছে। এনে অভিজ্ঞতা মানৱ জাতিৰ সমানেই পুৰণি আৰু ই অকল কোনোবা শ্ৰেণীৰ মানুহৰ মাজতেই আৱদ্ধ নহয়। এনে প্ৰমাণ ইমান বিশাল আৰু বিস্তৃত যে আমি তাৰপৰা আঁতৰি যাবৰ কোনো উপায় নাই।

## অভিজ্ঞতাৰ লক্ষণ

এই অভিজ্ঞতাৰ প্ৰকৃতি অধ্যয়ন কৰাটো যথাৰ্থতে টান কাম। মাত্ৰ কিছুমান কথাবদ্বাৰা সাধাৰণ ধাৰণা এটাহে দাঙি ধৰিব পাৰি। ই এনে ধৰণৰ অভিজ্ঞতা যাক বিষয়-বিষয়ী অৱস্থাবদ্বাৰা স্পষ্টকৈ পাৰ্থক্য কৰি দেখুৱাব নোৱাৰি; ই এনে অভিন্ন অবিভাজ্য চৈতন্য যে ইয়াত যে অকল মানুহৰ এইটো বা সেইটো প্ৰকৃতি নিহিত আছে, তেনে নহয়, ইয়াত মানুহৰ সমগ্ৰ সত্তা উদ্ভাসিত হৈ উঠে। ই চৈতন্যৰ এনে এটি অৱস্থা য'ত অনুভূতিসমূহ বিলীন হৈ যায়। ইটোৰ ধাৰণা সিটোৰ মাজত দ্ৰৱীভূত হৈ যায়, সকলো সীমা পাৰ ভাঙি যায় আৰু সাধাৰণ ভেদাভেদ অতিক্ৰম কৰি যায় (১১)। কালহীন সত্তা এটাৰ অনুভূতিত অতীত আৰু বৰ্তমান বিলোপ হৈ যায়। চৈতন্য আৰু সত্তাৰ মাজত কোনো প্ৰভেদ আৰু তাত নাথাকে। সকলো সত্তাই চৈতন্য আৰু সকলো চৈতন্যই সত্তা। চিন্তা আৰু সত্তা সংযুক্ত হৈ পৰে আৰু ফল স্বৰূপে উদ্ভূত হয় বিষয় আৰু বিষয়ীৰ এটি সৃষ্টিশীল বিলীনতা।

---

(১১) Enneads V. 8 4 "এই জ্ঞেয় জগতত সকলোৱেই স্বচ্ছ। কোনো ছায়াই দৃষ্টিৰ বাধা নজন্মায়। এই সকলোবিলাক মূল বস্তুৱেই পৰস্পৰে দেখে আৰু সিহঁতৰ অতি গভীৰ স্বভাৱ অৱস্থাত পৰস্পৰে ইটোৱে সিটোৰ মাজত সোমাই পৰে, পোহৰে সকলো ঠাইতে পোহৰৰ লগত সংযোগ হয়। প্ৰতি সত্তাই নিজৰ ভিতৰত জ্ঞেয় জগত ধাৰণ কৰে। আৰু যি কোনো সত্তাৱে ইয়াৰ সমগ্ৰ সত্তাৰ দৰ্শন লাভ কৰে।........তাতেই থাকে শুদ্ধ গতি; কাৰণ গতিৰ স্ৰষ্টাজন ইয়াৰপৰা বিভিন্ন নহয়, গতিকে ইয়াৰ কাৰ্যত কোনো অপায় সৃষ্টি নকৰে। বিশ্ৰাম এটি সিদ্ধ অৱস্থা, কাৰণ ই কোনো বিচ্যুতিৰ (disturbance) লগত জড়িত নহয়। সুন্দৰ তাত সম্পূৰ্ণ সুন্দৰ, কাৰণ ই কোনো অসুন্দৰত বাস নকৰে।"

অপৰিসীম গভীৰতাৰ বিষয়ে জীৱন সচেতন হৈ পৰে। জীৱন আৰু স্বতন্ত্ৰতাৰ এই অনুভূত সমগ্ৰতাত জ্ঞাতা আৰু জ্ঞেয়ৰ প্ৰভেদ নোহোৱা হৈ পৰে (১২)। জীৱাত্মাৰ গোপন কক্ষ ভাঙি প্ৰৱেশ কৰে পৰমাত্মা অথচ জীৱাত্মাই অনুভৱ কৰে তাকেই আপোন বুলি।

এই অভিজ্ঞতা যথেষ্ট আৰু সম্পূৰ্ণাঙ্গ বুলি অনুভূত হয়। ই আংশিকভাৱে বা আন কিহবাই পূৰ্ণ কৰিবলগীয়াকৈ খণ্ড-খণ্ডভাৱে নাহে। ইয়াৰ প্ৰমাণ বা অৰ্থৰ কাৰণে ই বাহিৰৰ একোলৈকে অপেক্ষা কৰিব নালাগে। ই তৰ্কশাস্ত্ৰ বা তত্ত্বশাস্ত্ৰৰ কোনো বাহ্যিক মানদণ্ডৰ প্ৰমাণ নিবিচাৰে। ই নিজৰ ক্ষমতাত নিজেই একচ্ছত্ৰী আৰু নিজৰ প্ৰমাণ নিজেই বহন কৰে। ই স্বতঃসিদ্ধ, স্ব-সংবেদ্য, স্বয়ং-প্ৰকাশ। ই কোনো যুক্তি বিচাৰ বা ব্যাখ্যা নকৰে, কিন্তু ই আছে আৰু জানে। ই প্ৰমাণৰ সীমাৰ বহিৰ্ভূত, আৰু সেই কাৰণেই ই সম্পূৰ্ণতাৰ সান্নিধ্য লাভ কৰে। ই এনে বাধ্য-বাধকতাৰে আহে যে ইয়াক অস্বীকাৰ কৰাৰ উপায় নাই। ইয়েই শুদ্ধ উপলব্ধি, সমগ্ৰ অৰ্থ আৰু সম্পূৰ্ণ প্ৰমাণ। যোগসূত্ৰৰ ৰচক পাতঞ্জলিয়ে কৈছে যে, এই অন্তৰ্দৃষ্টি বা প্ৰত্যক্ষ সত্যই পূৰ্ণ-সৃষ্টা (১৩)।

এই অভিজ্ঞতাত স্বাভাৱিক জীৱনৰ দ্বন্দ্ব সাঁতৰি যায়। সি ঠাই এৰি দিয়ে আন্তৰিক শান্তি, শক্তি আৰু আনন্দৰ কাৰণে। গ্ৰীকসকলে এই অৱস্থাক নাম দিছিল *Ataraxy*, কিন্তু এই পদটো হিন্দুসকলে ব্যৱহাৰ কৰা শান্ত আৰু বিশ্বাসৰ সদৰ্থক অনুভূতি এটাৰ প্ৰকাশক "শক্তি" শব্দতকৈ নঞাৰ্থক। এই শব্দই বাহিৰৰ নিৰ্যাতন আৰু পৰাজয়, লোকচান আৰু হতাশা----এইবিলাকৰ মাজতো আনন্দ আৰু শক্তি বুজায়। এই অভিজ্ঞতা এনে গভীৰ সন্তুষ্টিৰে অনুভূত হয় যে মৃত্যু এন্ধাৰ পোহৰ হৈ পৰে, দুখে আনন্দৰ ৰূপ লয় আৰু হতাশাইও আশ্বাস আনি দিয়ে। এনে এটি অবিচ্ছিন্ন অনুভূতিয়েই স্বৰ্গবাস, স্বৰ্গ ঈশ্বৰ থকা বেলেগ ঠাই এখন নহয়, কিন্তু সত্তাৰ এনে এটি অৱস্থাহে যিটো সম্পূৰ্ণ আৰু পৰিপূৰ্ণভাৱেই বাস্তৱ।

---

(১২) Enneads VI. 9-10 "সেই দৃষ্টি লাভ কৰিলে আৰু যুক্তি নাথাকে। ই যুক্তিতকৈ বেছি, ই যুক্তিৰ অগ্ৰবৰ্তী, পশ্চাদ্‌বৰ্তী আৰু ই দৃশ্যমান দৃষ্টি। আৰু আমি বোধকৰোঁ ইয়াত দৃষ্টিৰ কথা কোৱাও যুগুত নহ'ব, আমি যদি দ্ৰষ্টা আৰু দৃষ্ট দুইটাকে এটা বুলি নকৈ দুটা বুলিয়েই ক'ব লাগে, তেন্তে ক'ব লাগিব দৃষ্টটো দ্ৰষ্টাৰদ্বাৰা এটা দ্বিতীয় (পৃথক) বস্তু হিচাপে দৃষ্ট বা সংবেদিত নহয়। সেই দেখি এই দৃষ্টিৰ বিষয়ে কোৱা বৰ টান: কাৰণ, মানুহে দেখা বা বুজা বস্তুটো যে আন নহয়, নিজৰ সৈতেই একেবাৰে একে—তাক বৰ্ণনা কৰে কেনেকৈ?"

(১৩) ঋতম্ভৰা তত্ৰ প্ৰজ্ঞা (যোগসূত্ৰ ১।৪৮)

এনেকুৱা অভিজ্ঞতাৰ অৰ্থলৈ যিমানেই হাই-কাজিয়া নকৰোঁ, আমি কিন্তু এই অভিজ্ঞতাৰ বাস্তৱতাৰ সম্বন্ধে কোনো সন্দেহ কৰিব নোৱাৰোঁ। গভীৰ স্বজ্ঞা বা প্ৰত্যক্ষানুভূতি সাধাৰণতে নহ'ব পাৰে, কিন্তু সকলোৱে অভিজ্ঞতাতে ইয়াৰ এটা নৰম অৱস্থা অনুভূত হয়; যিসকলে গভীৰ ভক্তিৰ ফলস্বৰূপে ইয়াক লাভ কৰে বা মহান শিল্পই বা কলাই আমাৰ ওপৰত যি প্ৰভাৱ বিস্তাৰ কৰে তাৰ মাধুৰ্যৰো ভাগী হয়। আমি যেতিয়া নতুন জ্ঞানৰ পোহৰ অনুভৱ কৰোঁ, যেতিয়া কাব্যৰ সম্মোহিনী শক্তিত মুগ্ধ হওঁ, বা আমাৰ ব্যক্তিক পৰিয়াল বা জাতিৰ বশৱৰ্ত্তী অনুভৱ কৰোঁ, প্ৰেমত যেতিয়া আত্মত্যাগ কৰোঁ, তেতিয়া এইবিলাকৰ মাজেদি আমি সেই অতীন্দ্ৰিয় অনুভূতিৰ এটা সামান্য ৰেঙণি অনুভৱ কৰিবলৈ পাওঁ। মানৱ প্ৰেমেই বোধ হয় এই অতীন্দ্ৰিয় অভিজ্ঞতাৰ অতি ওচৰ চাপে। ই অতি সুগভীৰ আৰু সুগহীন অভিজ্ঞতা। ই উচ্চতম ৰাজ্য প্ৰৱেশৰ দুৱাৰডলি। চেফোৱে ফিলেনিক কৈছিল, "মোৰ জীৱন, মোৰ সকলো, মোৰ আৰু বহুত।" মানুহৰ অন্তৰ আৰু মন প্ৰেমত সম্পূৰ্ণ নিমজ্জিত হৈ থাকিলে এই বিশ্ব সংসাৰৰ ৰহস্যৰ দুৱাৰ মুকলি হৈ পৰে। আমি দিগন্ত প্ৰসাৰী সৌন্দৰ্যৰ লগত যোগাযোগ ৰাখিবলৈ যাওঁতে বহি-ৰ্জগতখনক একেবাৰেই পাহৰি পেলাওঁ। ধাৰ্মিক অতীন্দ্ৰিয় অনুভূতি কেতিয়াবা দুৰ্দমনীয় প্ৰেমৰ ভাষাত প্ৰকাশ পায়। উপনিষদ আৰু ভগৱদ্ গীতাৰ কালৰেপৰাই এনে দেখা হৈছে।

এই স্বজ্ঞাত অনুভূতি সদায় পোৱা নাযায়, কাচিৎহে পোৱা যায়; আৰু তেতিয়া তাৰ স্বৰূপ ঐশদৰ্শনৰ দৰে (ঈশ্বৰৰ প্ৰত্যাদেশ)। আমাৰ ইচ্ছা-মতে বা আমাৰ দাবী মতে তাক আমি ৰাখি থ'ব নোৱাৰোঁ। আমি নাজানো, কেতিয়া, কিয় এনে অভিজ্ঞতা ঘটে। কেতিয়াবা আমাৰ ইচ্ছাৰ বিৰুদ্ধেও এনে ঘটে। ইয়াৰ উপলব্ধিৰ প্ৰক্ৰিয়া সাধাৰণবোধৰ অতীত আৰু এই সাধাৰণৰ অতীত ক্ৰিয়াৰ গুৰি নিশ্চয় অতি-প্ৰাকৃতিক। যিসকলে এই অন্তৰ্দৃষ্টি লাভ কৰিছে তেওঁ-লোকে নিজকে নিৰ্বাচিত আৰু সুবিধাপ্ৰাপ্ত লোক বুলি জ্ঞান কৰা দেখা যায়। আনে নোপোৱা জ্যোতি এটা তেওঁলোকে পোৱা বুলি জানি এনেকৈও ভাবিব খোজে যে এই জ্যোতি তেওঁলোকক উদ্দেশ্য কৰিয়েই দিয়া হৈছে আৰু তেওঁ-লোকেই অকল বিচৰা নাই, তেওঁলোককো কোনোবাই বিচাৰিছে। "যাক পৰমাত্মাই বাছি লৈছে অকল তেওঁহে তেওঁক উপলব্ধি কৰিব পাৰে।"(১৪)

আমাৰ সকলোবিলাক অভিজ্ঞতাই যদি স্বতঃ-প্ৰামাণ্য হ'লহেঁতেন, তেনেহ'লে সত্য-মিথ্যা বিচাৰৰ কোনো প্ৰশ্ন নুঠিলহেঁতেন। আমাৰ অভিজ্ঞতাই কিহবাৰ লগত মিল ৰখা বা সংযোগ ৰাখিবলগীয়া কোনো বস্তু ক'তো নাথাকিলহেঁতেন।

(১৪) যমৈবেষ বৃণুতে তেন লভ্যঃ।

আমাৰ অভিজ্ঞতাৰ মূল্যাঙ্কনৰ কাৰণে কোনো আৱশ্যকতা বা আকাংক্ষাৰেই কথা নুঠিলহেঁতেন। আমাৰ সকলো অভিজ্ঞতাই স্ব-প্ৰমাণিতই হ'লহেঁতেন; সকলো স্বজ্ঞাই তাৎকালিক স্ব-প্ৰমাণৰ (স্বতঃসিদ্ধতাৰ) ওপৰতে নিৰ্ভৰ কৰি উপস্থিত হ'লহেঁতেন, কিন্তু অতি সাধুৰো সাধু পুৰুষেও এনে স্ব-প্ৰমাণ্য অভিজ্ঞতাৰ সামান্য জিলিঙনিহে মাথোন অনুভৱ কৰিব পাৰে। অন্তৰ্দৃষ্টিৰ কাল অতি ক্ষণস্থায়ী আৰু বিচ্ছিন্ন। যি অব্যৱহিত প্ৰমাণৰদ্বাৰা বাস্তৱসত্তাৰ উপস্থিতি আমি পাব পাৰোঁ। তেনে স্থায়ী আৰু অবাধিত অন্তৰ্দৃষ্টি এটা লাভ কৰিব নোৱাৰোঁ। কিন্তু এনে এটি আদৰ্শ যে অসম্ভৱ নহয়, এই বিষয়ে আমি সুনিশ্চিত।

যিমানপৰ এই অভিজ্ঞতা থাকে সিমানপৰলৈকে এই ব্যক্তি ধ্যানমগ্ন হৈ থাকে, কিন্তু কোনো মানুহেই সেই অৱস্থাত চিৰদিনলৈ থাকিব নোৱাৰে। জীৱন এটি অশান্ত উৰ্মি। দ্ৰষ্টাজনে তেওঁৰ অভিজ্ঞতাৰ একক লক্ষণ লাভ কৰোঁতে-নো-কৰোঁতেই তেওঁ মেৰ খাই পৰে আশা-আকাংক্ষাৰ লোভ, দ্বন্দ্ব আৰু প্ৰযত্নৰ পাক-চক্ৰত। এই দৃষ্টিৰ মুহূৰ্তত ইয়াৰ প্ৰভাৱ এনে প্ৰবল আৰু সৰ্বগ্ৰাসী হৈ থাকে যে ইয়াক বিশ্লেষণ কৰিবলৈ দ্ৰষ্টাৰ তেতিয়া কোনো ক্ষমতা বা আকাংক্ষাও নাথাকে। যি মুহূৰ্তত এই দৃষ্টিৰ অন্ত পৰে, দ্ৰষ্টাই তেতিয়া তাক পুনৰ ধৰিবৰ কাৰণে যত্ন কৰে আৰু যি ঘটনা উপলব্ধি কৰিব পৰা নহ'ল তাক স্মৃতি পটত ৰাখিবৰ কাৰণে চেষ্টা কৰে। লগে লগে আৰম্ভ হয় ধ্যান ক্ৰিয়া। তেওঁ সেই শুভ মুহূৰ্তক পাহৰিব নোৱাৰে, সেই মুহূৰ্তই তেওঁৰ গোটেই পিচৰ জীৱন দকৈ প্ৰভাৱান্বিত কৰি তোলে আৰু তেওঁৰ বিশ্বাসত এনে এটি শক্তি আৰু স্পষ্টতা আনি দিয়ে যে তাক একোৱেই লৰচৰ কৰিব নোৱাৰে। সেই ব্যক্তিয়ে ধৰ্মবিশ্বাসৰ এনে এটি দৃষ্টিভঙ্গী গ্ৰহণ কৰে, যাৰ ফলত তেওঁ বিশ্বাতিগ সত্তা এটাৰ উপস্থিতি স্বীকাৰ কৰি লোৱাৰ আৱশ্যকতা অনুভৱ কৰে। আমাৰ ইন্দ্ৰিয়বোধ্য জগত এখনতকৈ বেলেগ সত্তাৰ ৰাজ্য এখনৰ লগত আমাৰ আত্মাৰ যে প্ৰত্যক্ষ অন্তৰঙ্গ আৰু জ্যোতিৰ্ময় সংযোগ আছে আৰু সেই জগৎ যে আমাৰ এই জগতখনতকৈ অধিক দেদীপ্যমান অথচ ইয়াতকৈ কম সত্য নহয়, এই কথা স্পষ্টভাৱে এনে দ্ৰষ্টাই প্ৰতিষ্ঠা কৰে। এই অভিজ্ঞতা অনুভূত হয় এটা আবিষ্কাৰ বা প্ৰত্যক্ষ দৰ্শনৰ দৰে, ই অকল অনুমান বা সৃষ্টি নহয়। এই সত্য আমাৰ সন্মুখতেই প্ৰত্যক্ষভাৱে থকা মনৰ সম্পদৰাজিক ঐন্দ্ৰজালিক বিদ্যাৰদ্বাৰা সংগঠিত কৰি সৃষ্টি কৰা হোৱা নাই (১৫)। দ্ৰষ্টাজনে পৰম সত্তাৰ এনে অব্যৱহিত আৰু অন্তৰ্দৃষ্টিসম্ভূত নিশ্চিত জ্ঞান লাভ কৰে যে সেই জ্ঞান কোনো যুক্তি-বিচাৰে ঢুকি পাবগৈ নোৱাৰে। আন কোনো অভিজ্ঞতা বা যৌক্তিক সমালোচনাই তেওঁৰ এই নিশ্চিতবোধ লৰচৰ কৰিব নোৱাৰে। সংশয়

---

(১৫) ভূতম্ ব্ৰহ্মণ পুৰুষ ব্যাপাৰ তন্ত্ৰম্ (ব্ৰহ্মসূত্ৰ : শঙ্কৰ ১. ১. ১.)

আৰু বিশ্বাস তেওঁৰ কাৰণে অসম্ভৱ হৈ পৰে। তেওঁ বিনাদ্বিধাই আৰু চূড়ান্ত সিদ্ধান্তৰ সৌমতাৰে ইয়াক ঘোষণা কৰে। এনে আচৰিতভাৱে সবল আৰু কৰ্তৃত্বপূৰ্ণ ঘোষণা আমি পাওঁ উপনিষদৰ ঋষিসকলৰ বাণীত, বুদ্ধ, প্লেটো, যীশুখৃষ্ট, ডাণ্টে, একহাৰ্ট, স্পিনোজা, ব্লেক আদিৰ ভাষাত। তেওঁলোকে এই সত্তা সম্বন্ধে কোনো লেখকে কোৰাদি নকয়; কয়, "যি আছিল, আছে আৰু চিৰন্তন কাল থাকিব," সেইজনৰ প্ৰত্যক্ষ উপস্থিতিৰ অনুভৱৰদ্বাৰা। চেণ্ট থেৰেছাই কৈছে: "আত্মাৰ লগত পৰমেশ্বৰৰ সংযোগ কালত তাৰ কোনো দৃষ্টি বা বোধশক্তি যদি নাথাকে তেনেহ'লে জীৱাত্মাই পৰমেশ্বৰক দেখা আৰু তাতে বিচৰণ কৰা বুলি বুজিব পৰাটো কেনেকৈ সম্ভৱ হ'ব পাৰে বুলি যদি তুমি সোধা তেনেহ'লে তাৰ উত্তৰত মই ক'ম যে তেওঁ তেতিয়াই পৰমেশ্বৰক নেদেখে, কিন্তু যেতিয়া প্ৰকৃতিস্থ হয় তেতিয়া তেওঁক স্পষ্টকৈ দেখিবলৈ পায়, কোনো দৃষ্টি শক্তিদ্বাৰা নহয়, তেওঁ দেখে তেওঁৰ অন্তৰ-ৱৰ্তী এনে দৃঢ়তা বোধেৰে, যিটো ঈশ্বৰেই মাত্ৰ তেওঁক দিব পাৰে।" (১৬)

এই দৃঢ়তাবোধৰ অনুভূতিৰ উপৰিও তাত আছে অভিজ্ঞতাৰ এটি অনিৰ্বচ-নীয়তা, ই যেতিয়া উদ্দীপ্ত হয়, তেতিয়াই ই প্ৰকাশৰ অতীত হৈ পৰে। ই যিটো, ঠিক সেইটোনেই মাত্ৰ, আৰু আন একোৰে সৈতে ইয়াৰ মিল নাই। আমাৰ এনে কোনো অভিজ্ঞতা নাই যাৰদ্বাৰা আমি ইয়াক সীমিত কৰিব পাৰোঁ, এনে কোনো ধাৰণা নাই যাৰে ইয়াক সংজ্ঞাবদ্ধ কৰিব পাৰোঁ। কেন উপনিষদত কৈছে যে "ই জ্ঞাতজনতকৈ বেলেগ আৰু অজ্ঞাতজনৰো ওপৰত (১৭)।" লাওট্‌জেই তেওঁৰ 'টাউতে কিং' নামৰ কিতাপৰ আৰম্ভণিতে কৈছে: "যি টাওক প্ৰকাশ কৰিব পাৰি সেই টাও অপৰিৱৰ্তনীয় টাও নহয়, যি নামক নামকৰণ কৰিব পাৰি সি অপৰিৱৰ্তনীয় নাম নহয়।"

যি অভিজ্ঞতাৰ বিষয়-বস্তু সন্দেহাতীত, তাৰ বিষয়ে একো বেছি ক'ব নোৱাৰি (১৮)। ভাৰতীয় ধৰ্ম শাস্ত্ৰত এই প্ৰসঙ্গত গুৰুৱে শিষ্যৰ সংশয় দূৰ কৰিবৰ

(১৬) James : *Varieties of Religious Experience* (1906) p. 406

(১৭) ১।৩

(১৮) "হে ভাই আছে এক অসীম জগত
আছে তাতে নামহীন সত্তা এক
অব্যক্ত স্বৰূপ তাৰ।
সেই দেশ হয় লব্ধ যাৰ
জানে মাথোঁ তেৱেঁ তাক
(ই) শ্ৰুত আৰু ব্যক্তৰ অতীত।
সিদেশত নাই দীৰ্ঘ, নাই প্ৰস্থ,
আকাৰবিহীন আৰু সবে অশৰীৰী,
কেনেকৈ তোমাক কওঁ কোন তেওঁ বুলি।"
(কবীৰ—ৰবীন্দ্ৰনাথ ঠাকুৰে কৰা ইংৰাজী ভাঙনিৰপৰা পৃঃ ৭৬)

বাবে মৌনতা অৱলম্বন কৰা উদাহৰণ বহুত আছে (১৯)। আমি যেতিয়া পৰম সত্তাৰ বিষয়ে মানুহে দিয়া অতি উৎসাহপূৰ্ণ বিৱৰণী শুনো, তেতিয়া লাওট্‌জেৰ এই উপদেশ যেন মনত ৰাখোঁ যে, টাওক জনাজনক আমি চিনিব পাৰোঁ। তেওঁ সেই বিষয়ে কোনো কথাকে ক'বলৈ অমান্তি হোৱাৰপৰা।

আমাৰ অনিৰ্বচনীয় অভিজ্ঞতাৰ ধাৰণামূলক প্ৰতীক মাথোন দিলেই যথেষ্ট হ'ব নোৱাৰে, ই হ'ল আমাৰ বৌধিক চিন্তাৰ ফল। শঙ্কৰৰ মতে সকলো আকাৰৰ মাজতে অসত্য এটি নিহিত আছে, আৰু পৰম সত্য হ'ল নিৰাকাৰ। অন্তৰ্দৃষ্টি অভিজ্ঞতাক প্ৰকাশ কৰিবলৈ চেষ্টা কৰিলেই সি কিছুদূৰ অসত্য হৈ পৰে। এই অভিজ্ঞতাৰ আত্মা পৰমাত্মাৰ লগত সম্পূৰ্ণ বিলীন হৈ পৰে। গতিকে সেয়েই জ্ঞেয় আৰু জ্ঞাতা দুয়ো হয়, কিন্তু এই অভিজ্ঞতাৰ বৌধিক বৰ্ণনাত তেনে হ'ব নোৱাৰে। মানুহৰ পৰমসত্তাক মানসিক কল্প ছবিৰদ্বাৰা বা তৰ্ক বস্তুৰদ্বাৰা প্ৰকাশ কৰিব নোৱাৰি (২০)। ঈশ্বৰ এনে বিৰাট যে ভাষাৰে তাক বৰ্ণাব নোৱাৰি, তেওঁ এটি জ্যোতিৰ দৰে, যি নিজে অদৃশ্য হৈ আনক আলোকিত কৰি তোলে।

---

(১৯) মৌন-ব্যাখ্যা-প্ৰকটিতা পৰব্ৰহ্মতত্ত্বম
গুৰোস্তু মৌনম্ ব্যাখ্যানম্ শিষ্যাস্তু চিন্ন সংশয়ঃ।

তুঃ/কঃ লাওট্‌জেঃ "শব্দ নোহোৱাকৈ শিকোৱা, ক্ৰিয়া নোহোৱাকৈ কাৰ্যকৰী হোৱা, অতি কম সংখ্যক মানুহে এনে কৰিব পাৰে।"

(২০) তুঃ/কঃ ২ কৰিন্থিয়া, XII ২-৪ত চেণ্টপলৰ নিজৰ অভিজ্ঞতাৰ বৰ্ণনা, আৰু মিড্‌ল্‌টন মূৰেৰ *God* (1929) পৃঃ ৩৬ দ্ৰষ্টব্য : "তেতিয়া কি হ'ল? মই যদি তাক ক'ব পাৰিলোঁহেঁতেন, তেনেহলে ৰহস্য এটাকে উদ্‌ঘাটন কৰিব পাৰিলোঁহেঁতেন। কিন্তু এনে এটা মুহূৰ্ত আছিল যেতিয়া সেই সাগৰৰ অন্ধকাৰ জ্যোতিলৈ আৰু শীত উষ্ণতালৈ ৰূপান্তৰিত হৈ পৰিল, তেতিয়া ইয়াৰ বিৰাট জোৱাৰ উঠি ইয়াৰ পাৰ আৰু মোকো উটুৱাই লৈ গ'ল, মোক যেতিয়া স্নান কৰাই দিলে মই তেতিয়া পুনৰ্জীৱিত হ'লো; কোঠাটো তেতিয়া কাৰোবাৰ উপস্থিতিৰে ভৰি গ'ল আৰু মই অনুভৱ কৰিলোঁ যে মই অকলশৰীয়া নহয়—মই কেতিয়াও অকলশৰীয়া হ'ব নোৱাৰোঁ। আমাৰ অতীত জগতখন আমাৰ কাৰণে কোনো ভয়ৰ বস্তু নহয়; কাৰণ, মইও তাৰ অংশ—মই যেন আজি বহুবছৰ ধৰি তাকেই বিচাৰি হাবাথুৰি খাই আছিলোঁ। মই তাৰ অন্তৰ্ভুক্ত হ'লোঁ, আৰু অন্তৰ্ভুক্ত হোৱা বাবেই মই আৰু মই হৈ নাথাকিলোঁ, মই বেলেগ হৈ পৰিলোঁ, যাৰ ফলত মই আগৰ ধৰণে আৰু ভীত হৈ নপৰা হ'লোঁ, পুৰণি কাপুৰুষালিত আৰু কাপুৰুষ নহওঁ।"

কিন্তু সেইবুলি আমি একেবাৰে নিৰ্বাক হৈতো থাকিব নোৱাৰোঁ। যদিও আমাৰ ইন্দ্ৰিয় আৰু জ্ঞানেন্দ্ৰিয় যন্ত্ৰৰদ্বাৰা ইয়াক আমি যথোপযুক্তভাৱে প্ৰকাশ কৰিব নোৱাৰোঁ, তথাপি আমাৰ সৃষ্টিশীল কল্পনাৰ প্ৰতীক আৰু ব্যঞ্জনাই এই বিষয়ত কিছু সহায় কৰিব পাৰে। আমাৰ অতীতৰ মহৰ্ষিগকলৰ গভীৰ জ্ঞান-ভাণ্ডাৰ আমালৈ প্ৰেৰিত হৈছে কিছুমান সাধুকথা আৰু ৰূপকৰ জৰিয়তে; কিন্তু ইয়াৰ কোনো ধৰাবন্ধা অৰ্থ নাই আৰু সেয়ে আমাৰ জীৱনৰ প্ৰয়োজন অনুসৰি তাৰ অৰ্থ কৰি ল'ব পাৰোঁ। এই ঋষিসকল অন্ততঃ আমাৰ দৰেই জ্ঞানী আৰু সূক্ষ্মবুদ্ধিসম্পন্ন আছিল, কাৰণ, তেওঁলোকে অভিজ্ঞতাৰ ওপৰত কল্পনাক ক্ৰিয়া কৰিবলৈ দিছিল, সংসাৰ সাগৰ পাৰ হোৱাৰ, স্বৰ্গযাত্ৰা কৰাৰ আৰু ঈশ্বৰৰ লগত মুখামুখিভাৱে মিলিত হোৱাৰ কিছুমান প্ৰতীকমূলক ধাৰণা তেওঁলোকে উলিয়াইছিল। প্লেটোৱে তেওঁৰ প্ৰমাণৰ অতীত গভীৰতম দৃঢ় বিশ্বাসসমূহক কাব্যৰ ভাষাত প্ৰকাশ কৰিবলৈ গৈ কৈছিল, "বোধকৰোঁ এইটো নহয়, কিন্তু এইটোৰ দৰেই কিবা এটা সত্য হ'ব লাগিব।" আমি যদি এই প্ৰতীকসমূহক ভাষিক ব্যাখ্যা দিব খোজোঁ, তেনেহ'লে বিপদ উপস্থিত হয়, কিন্তু যদি আমি এই শব্দৰ ভিতৰত নিহিত থকা প্ৰতীকৰ ধাৰণা উপলব্ধি কৰিব খোজোঁ, তেনেহ'লে মীমাংসা সম্ভৱপৰ হয়।

প্ৰতীক আৰু ব্যঞ্জনাসমূহ স্থানীয় বা সাময়িক আৰু অতীতৰ ঐতিহ্যৰপৰা গ্ৰহণ কৰা হয়। অফিকত চেৰন আৰু বসন্তক আলিবাটৰ দুয়োফালে আৰু অতি ওখ চাইপ্ৰেছ্ গছ ( Cypress ) বুলি বুজাইছে। বৈষ্ণৱসকলে আমাক গোপসকল, বৃন্দাবন আৰু যমুনাৰ কথা কয়। এই গল্পসমূহে সময়ৰ লগে লগে তাৰ পুৰণি অৰ্থ হেৰুৱাই পেলায় কাৰণে পৰিবৰ্তনৰ প্ৰয়োজন হয়, সেইবুলি এইবিলাকক একেবাৰে আখৰে আখৰে সঁচা বুলি কেতিয়াও গ্ৰহণ কৰা নহয়। এৰিষ্টোটলে এম্‌পিডকোল্‌চৰ বিষয়ে কওঁতে উল্লেখ কৰাৰ দৰে, এই আখ্যানসমূহ, "তাৰ অৰ্থ অনুযায়ী আৰু পদ পদ প্ৰকাশ ভঙ্গীৰদ্বাৰা," ব্যাখ্যা কৰিব নালাগে। বহুতো ধৰ্মশাস্ত্ৰৰ বৌধিক সমালোচনাৰ গুৰিতেই হ'ল প্ৰতীকমূলক বিবৃতি আৰু প্ৰকৃত সত্যৰ মাজত থকা গোলমাল। জগতখন যে সাত দিনতে সৃষ্টি হোৱা নাই বা ইভক যে আডামৰ কামি হাড়ৰপৰা তৈয়াৰ কৰা নাই, এই কথাটো প্ৰমাণ কৰা অতি সহজ। এনে কথাবোৰ বৈজ্ঞানিক সত্য নহয়; কিন্তু তাৰ অৰ্থ হৈছে বেলেগ। অলপতে Green Pastures বোলা কিতাপ সম্বন্ধে যি উত্তেজনাৰ সৃষ্টি হৈছিল, সি উচিত নাছিল। ঈশ্বৰে যদি অফিচ ঘৰত বহি বান্দী-বেটী লৈ চিগাৰ হুপি বহি থকা বুলি কোৱা হয়, তেনেহ'লে তাক ৰূপক বুলিহে ল'ব লাগিব—অৱশ্যে আয়নাৰ দৰে সাগৰ বা বহুভৱন বুলি কোৱা ই নিকৃষ্ট ৰূপক।

## অভিজ্ঞতা আৰু তাৰ বিভিন্ন প্ৰকাশ

আমাৰ সকলো অভিজ্ঞতাই যথোপযুক্তভাৱে একেলগে অন্তৰ্জ্ঞাত হোৱা হ'লে এনে অব্যৱহিত অন্তৰ্জ্ঞানক কোনো অৱস্থাতেই সন্দেহ কৰিব পৰা নহ'লহেঁতেন, কিন্তু যিহেতু আমি আমাৰ অন্তৰ্জ্ঞাত অভিজ্ঞতাসমূহকো আনৰ লগত সম্পৰ্কিত কৰিবলৈ বাধ্য, আমি সূত্ৰ বা সঙ্কেত ব্যৱহাৰ নকৰি নোৱাৰোঁ। সৰ্বসাধাৰণে কৰাদি সংগঠন আৰু পুনৰ মূল্য নিৰূপণ কৰাটো আৱশ্যকীয় হৈ পৰে। আমাৰ অভিজ্ঞতা আনক বিলোৱাটো আৰু আমাৰ পিচৰ জীৱনত এইসমূহৰ তত্ত্ব ব্যাখ্যা কৰি লোৱাটো আৰু ইয়াৰ সম্পূৰ্ণ বিৰোধী মতামতৰ বিৰুদ্ধে সত্যতা ৰক্ষা কৰাটো একমাত্ৰ সম্ভৱ যুক্তি বা তৰ্কশাস্ত্ৰৰ যোগেদি। আমি যেতিয়া আমাৰ অভিজ্ঞতাৰ সত্যতাৰ দাবী পৰীক্ষা কৰোঁ, তেতিয়া আমি প্ৰকৃতপক্ষে আমাৰ অভিজ্ঞতাৰ প্ৰকৃতি প্ৰকাশ কৰাৰ পক্ষে আমাৰ অভিজ্ঞতাৰ প্ৰকৃতি প্ৰকাশ কৰাৰ আকাৰ বা বচনৰ যুক্তিযুক্ততাকেই আলোচনা কৰোঁ। ঋষি বা দ্ৰষ্টাসকলৰ বাণীত আমি দত্ত আৰু ব্যাখ্যাত বস্তুৰ প্ৰভেদ নিৰ্ণয় কৰিব লাগে। যিটোক আমি অব্যৱহিত দত্ত বুলি গ্ৰহণ কৰোঁ, সি হয়তো আমাৰ অনুমানৰ ফলহে হ'ব পাৰে। অব্যৱহিত বুলিলে মনস্তাত্ত্বিক মাধ্যমৰ অভাৱ নুবুজায়, মাত্ৰ সজ্ঞান চিন্তাৰ মাধ্যমৰ অভাৱহে বুজায়।

যি ভাবসমূহ আমি অন্য কোনো মানসিক প্ৰক্ৰিয়াৰ মাধ্যমেৰে নাহিও এটা বাধ্য-বাধকতাৰ জোৰেৰে আমাৰ মনত উপস্থিত হয়, সেইবোৰ সাধাৰণতে আমি সৰুকালিতে চলিত প্ৰথা বা পৰম্পৰাৰদ্ধাৰা লোৱা শিক্ষাৰ ফল মাথোন। আমাৰ পুৰণি অভিজ্ঞতাই বিষয়-বস্তুৰ যোগান ধৰে আৰু নতুন অন্তৰ্জ্ঞানে তাত নতুন অৰ্থৰ সংযোগ কৰে। কৃষ্ণ বা বুদ্ধ, যীশু বা মহম্মদ—এইবিলাকৰ ত্ৰাণকাৰী শক্তি জীৱাত্মাই নিজৰ জীৱনত অনুভৱ কৰা বুলি যেতিয়া কোৱা হয়, আমি তেতিয়া আমাৰ হয়তো নিৰ্ভুল বুলিও ভাবিব পৰা অব্যৱহিত অভিজ্ঞতা বা অন্তৰ্জ্ঞান তাৰ লগত মিহলি হৈ থকা তাৰ ব্যাখ্যাৰপৰা পৃথক কৰি ধৰিব পাৰিব লাগিব। চেণ্ট থেৰেছাই কৈছিল যে তেওঁ ত্ৰিমূৰ্তিক তেওঁৰ এই অভিজ্ঞতাৰ পিচৰপৰাহে বুজিবলৈ শিকিলে। সঁচাকৈয়ে যদি থেৰেছাই ত্ৰিমূৰ্তি সম্বন্ধে আগেয়ে কিবা অলপ নাজানিলেহেঁতেন, তেন্তে তেওঁৰ এই অভিজ্ঞতা বা আবিভাৱ ত্ৰিমূৰ্তিৰ বুলি কেতিয়াও গম নাপালেহেঁতেন (২১)। তেনেকৈয়ে পলে যদি যীশুৰ বিষয়ে অলপমান নাজানিলেহেঁতেন, তেনেহ'লে ডামষ্কচৰ বাটত শুনা মাতশাৰ যীশুৰ বুলি ধৰিব নোৱাৰিলেহেঁতেন। আমি পাৰমাৰ্থিক পূৰ্বজ্ঞানৰ গভীৰতাৰ জৰিয়তে যি বিৱৰণী পাওঁ, ধৰ্মৰ সৰল

(২১) এভেলিন আণ্ডাৰহিল: Mysticism P. 132. 5th. edn.

কথাবোৰ তাৰপৰা পৃথক কৰিব পাৰিব লাগিব। আমাৰ চিদাত্মা আমাৰ এই সচৰাচৰ আত্মাতকৈ বেলেগ- বিৰাট পাৰমাৰ্থিক শক্তি এটাৰ লগত জড়িত আছে আৰু ই তাতেই নিহিত আছে আৰু এই সম্পৰ্কই যে এটা নতুন আত্মাৰ সৃষ্টিৰ পাতনি, ইও সত্য; কিন্তু এই অন্তৰ-উপলব্ধ মহান শক্তিক, ঐতিহাসিক পুৰুষ বুদ্ধ বা যীশুৰ লগত একে কৰিবলৈ গ'লে আমাৰ অন্তৰত পৰমাত্মাক উপলব্ধি কৰা সহজ কথাটোকে বাহিৰৰপৰা অকস্মাতে কিবা এটা আহি আবিৰ্ভাব হোৱা বুলি ক'লে ভুল কৰা হ'ব। ই মাত্ৰ ব্যাখ্যা বিশেষ, এটা ব্যক্তিমাত্ৰ, আৰু প্ৰকৃততে বিষয়গত সত্য হ'ব নোৱাৰে। কিবা এটাৰ আমি প্ৰত্যক্ষ অভিজ্ঞতা পাওঁ, কিন্তু লগে লগেই আমি যি পৰম্পৰানুগত মতবাদত শিক্ষা গ্ৰহণ কৰি আহিছোঁ, অজ্ঞাতে তাৰে অৰ্থ ইয়াত জাপি দিওঁ। আমি কেনে প্ৰসঙ্গ গ্ৰহণ কৰোঁ তাক নিৰ্ধাৰণ কৰি দিয়ে— আমাৰ উত্তৰাধিকাৰীসূত্ৰে পোৱা চিন্তা আৰু সংস্কৃতিয়ে।

আনহাতে আকৌ শুদ্ধ, অপক্ক আৰু অজীৰ্ণ অভিজ্ঞতা বুলি কোনো বস্তু থাকিব নোৱাৰে। অভিজ্ঞতা সদায় বিভিন্ন স্তৰৰ ব্যাখ্যাৰ লগত মিহলি হৈ থাকে, তথাকথিত অব্যৱহিত দত্তবস্তুও মনস্তাত্ত্বিকভাৱে মাধ্যমেৰেহে আহে। ধৰ্ম শাস্ত্ৰৰ কথাই আমাক জ্ঞান বা অভিজ্ঞতাৰ ব্যাখ্যা অৰ্থাৎ "তৎকিম্" দিয়ে। এই 'তৎ'টো মাত্ৰ কোনো সত্যৰ দৃঢ়োক্তি বিশেষ এটি স্বস্থিত আধ্যাত্মিক অভিজ্ঞতা; তাত সকলো প্ৰভেদ আঁতৰ হৈ যায়, আৰু ব্যক্তিও সমগ্ৰতাৰ মাজত উপচি পৰি তাৰেই অংশস্বৰূপ হৈ পৰে। এই অভিজ্ঞতা বাস্তৱ কিন্তু অব্যক্ত।

পৃথিৱীৰ ধৰ্মগুৰুসকলৰ ভিতৰত একমাত্ৰ বুদ্ধৰ বৈশিষ্ট্য হ'ল এয়ে যে আধ্যাত্মিক অভিজ্ঞতাক তেওঁ স্বীকাৰ কৰিছে কিন্তু তাক তেওঁ আবিৰ্ভাব বা ঈশ্বৰৰ প্ৰত্যাদেশ বুলি ব্যাখ্যা কৰিবলৈ অস্বীকাৰ কৰিছে। তেওঁৰ মতে আমাৰ অভিজ্ঞতাই ঈশ্বৰৰ লগত প্ৰত্যক্ষ যোগাযোগ স্থাপন কৰে বোলা কথাটো এটা ব্যাখ্যাহে, অব্যৱহিত দত্ত বস্তু নহয়। বুদ্ধই অভিজ্ঞতাৰ ব্যাখ্যা দিয়া নাই--বিৱৰণীহে আমাক দিছে, যদিও আমাৰ এনে কোনো অভিজ্ঞতা নাই, যাক আমি অলপ ব্যাখ্যা নিদিয়াকৈ বিৱৰণী দিব পাৰে।। ই কেৱল মাত্ৰাৰ কথা। কিন্তু বুদ্ধই দত্তৰপৰা অকণো আঁতৰি যোৱা নাছিল, আৰু এখন গভীৰ আধ্যাত্মিক জগত যে এই দৰ্শনীয় আৰু স্পৰ্শনীয় জগতত নিহিত আছে এই কথা দৃঢ়োক্তি কৰিয়েই সন্তুষ্ট আছিল। শুদ্ধ অন্তৰ্জ্ঞানৰ সাক্ষ্যৰে স্বীকৃত এনে জগত এখন, আমাৰ ইন্দ্ৰিয় আৰু বোধে আমাৰ সন্মুখত দাঙি ধৰা পৰিবৰ্তনশীল আৰু বহুৰূপা জগতখন অতিক্ৰম কৰি, বা তাতে নিহিত আছে। পৰম সত্তা সকলো চিন্তা বা সঙ্কেতেৰে দিব পৰা সম্ভাব্য উপযুক্ত সকলো বৰ্ণনাৰ অতীত নিৰুপাধিক স্থিতি মাত্ৰ, য'ত এই 'স্থিতি' বোলা কথাষাৰো অৰ্থশূন্য হৈ পৰে, আৰু মাত্ৰ নিৰ্বাণকে তাৰ উপযুক্ত প্ৰতীক বুলি বিবেচনা কৰিব পাৰি। বুদ্ধই মাত্ৰ এটা ক্ষেত্ৰতহে সম্পূৰ্ণ স্বতন্ত্ৰতা গ্ৰহণ কৰিছে, সেইটো

হ'ল এই জগতৰ সদৰ্থক অভিব্যক্তি এটা দিবলৈ যাওঁতে ইয়াক নিত্য শুদ্ধতা বা ধৰ্মৰ লগত এক কৰি দেখুৱাইছে, আৰু এই বিশ্বৰ মূল নীতি আৰু আমাৰ আচাৰৰ ভিত্তিও এয়েই (২২)। এই কাৰণেই আমাৰ জীৱনৰ মূল্যৰ ওপৰত এটা নিঃশঙ্ক বিশ্বাস আমাৰ আছে।

হিন্দু দাৰ্শনিকসকলে আমাৰ এই অভিজ্ঞতাৰ অনিৰ্বচনীয়তা স্বীকাৰ কৰিছে; কিন্তু একেবাৰে "নৈৰ্ব্যক্তিক ব্যাখ্যাৰ"পৰা সম্পূৰ্ণ ব্যক্তিগত ব্যাখ্যালৈ এটি স্তৰানুক্ৰম গ্ৰহণ কৰা দেখা যায়। ব্যাখ্যা বা টীকাৰ এই স্বাধীনতাৰ গুৰিতে হিন্দু মনৰ আতিথেয়তাকে বুলিব পাৰি। বিভিন্ন ধৰ্মৰ ভাবক সামৰি ল'ব পৰা ক্ষমা হিন্দু ধৰ্মৰ পৰম্পৰাৰ বিশালতাৰ গুণ।

হিন্দু ধৰ্মই স্বীকাৰ কৰে যে অভিজ্ঞতাৰ অবিসম্বাদী বিষয় বস্তু হ'ল সেই 'তৎ' যাৰ বিষয়ে আৰু অধিক একো ক'ব নোৱাৰি। আধ্যাত্মিক অভিজ্ঞতা যিমানেই গভীৰ আৰু অন্তৰঙ্গ হয়, সিমান সহজে সঙ্কেত আৰু প্ৰতীক দূৰ কৰি যায়। গভীৰ অন্তৰ্দৃষ্টি একেবাৰেই নিস্তব্ধ। এই নিস্তব্ধতাৰ মাজেৰে আমি "বিনা স্বীকাৰোক্তিৰে স্বীকাৰ কৰোঁ," যে আধ্যাত্মিক জীৱনৰ দ্যুতি অবৰ্ণনীয়, ইয়াক ভাষাৰে বা মনেৰে চুকি পাব নোৱাৰি। বিৰাট আৰু অতলস্পৰ্শী ৰহস্য, ভাষা ছলনাময়ী (২৩)।

আমাৰ ব্যৱহাৰিক-বোধ নিজ ক্ষেত্ৰত যথোপযুক্ত; কিন্তু মানুহৰ অন্যান্য শক্তিৰ দৰে ইয়াৰো যি ভিত্তি গ্ৰহণ কৰি লোৱা হৈছে, সেই আধাৰতে ইয়াক

---

(২২) Appendix, *Indian Philo* , Vol. I, Ed. 2nd. 1929 (Dr. S Radhakrishnan)

(২৩) ইজিপ্তৰ চৈচ নগৰৰ আইচিচৰ প্ৰস্তৰ মূৰ্তিৰ ওপৰত থকা এই শিলালিপিখনি আমাৰ কাৰণে সংৰক্ষণ কৰি গৈছে প্লুটাৰ্কে: "যি সকলো আছিল, আছে আৰু থাকিব, সেই সকলোৱেই মাত্ৰ মই; কোনো মৰণশীল জীৱই মোৰ ওৰণি গুচোৱা নাই।"

হুকাৰে তেওঁৰ Ecclesiastical Polity (২.১)ত কৈছে, "মানুহৰ দুৰ্বল মস্তিষ্কই অতি উচ্চজনৰ ক্ৰিয়াকলাপৰ মাজত বিচৰণ কৰিবলৈ যোৱাটো ভয়ানক কথা; অৱশ্যে তাক জনাটোৱেই জীৱন আৰু নাম উচ্চাৰণতে আনন্দ; তথাপি আমাৰ আটাইতকৈ বিশুদ্ধ জ্ঞান হ'ল তেওঁনো কেনে তাক আমি নাজানো বুলি জনাটোৱেই; বা আমি তেওঁক জানিবও নোৱাৰোঁ। আমি তেওঁৰ বিষয়ে ক'ব পৰা আমাৰ শ্ৰেষ্ঠ বাগ্মিতা হ'ল—মৌনতা, য'ত আমি স্বীকাৰোক্তিৰে স্বীকাৰ কৰোঁ, তেওঁৰ জ্যোতি অব্যক্ত, তেওঁৰ মাহাত্ম্য আমাৰ ক্ষমতা আৰু চুকি পোৱাৰ অতীত। তেওঁ আমাৰ ওপৰত; আৰু আমি হ'লো পৃথিৱীত। সেই দেখি আমাৰ কথা কম হোৱাটো আৰু অনিশ্চিত হোৱাটো যুক্তিকৰ।"

সমালোচনা কৰিবলৈ দিব নোৱাৰি। পৰমাত্মা আমাৰ জ্ঞানৰ বিষয়-বস্তু নহয়, আমাৰ জ্ঞানৰ অৱস্থাহে। নীতিজ্ঞানৰ প্ৰতি আকৰ্ষিত বুদ্ধই এই চিৰন্তন আত্মাক শুদ্ধতা বা ধৰ্ম বুলিছিল আৰু আমি ইয়াৰ জোৰতেই জীৱন-যুদ্ধ চলাই জীয়াই থাকোঁ, বহুতো হিন্দু দাৰ্শনিকৰ মতে এয়েই মাত্ৰ জ্ঞানৰ চৰ্ত। ইয়েই সেই নিৰন্তৰ জ্যোতি, যিটো আমি দেখা কোনো এটা বস্তু নহয়, কিন্তু দেখাৰ উপাধি বা অৱস্থা বিশেষ। পৰম সত্তাৰ যি উপাধিত সকলো দ্বৈতবোধ আঁতৰি যায়, জীৱন আৰু মৃত্যু তাৰপৰাই উদ্ভৱ হয় কাৰণে তাত তাৰ কোনো অৰ্থ নাই, য'ত আত্মাই আত্মাত ভোগ কৰে আৰু য'ত যুক্তিয়ে কোনো আলোড়নৰ সৃষ্টি নকৰে, তাক মাত্ৰ নঞৰ্থক পদেৰেহে প্ৰকাশ কৰিব পাৰি। উপনিষদ আৰু শঙ্কৰে এই পৰমাত্মাৰ স্বৰূপ নঞৰ্থক পদেৰেই প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে। "এই ফালে চকু নাযায় বাক্য বা মন নাযায়।" (২৪)

এনে নঞৰ্থক বিৱৰণীৰ অসুবিধাও আছে। সকলো গুণ বা উপাধি আৰু সম্পৰ্ক ৰহিত কৰি আমি এই পৰম সত্তাক সম্পূৰ্ণ শূন্য স্থিতি এটাহে মাত্ৰ কৰি পেলোৱাৰ সম্ভাৱনা আছে। এই নঞৰ্থক বিৱৰণীৰদ্বাৰা আমি আমাৰ আত্মাৰ ঈশ্বৰ সম্বন্ধে বিশ্বাতিগ বোধ প্ৰকাশ কৰিব খোজোঁ, এই 'সম্পূৰ্ণ আন'টোৰ বিষয়ে নঞৰ্থক কথাৰ বাহিৰে কোনো বিশেষণ দিব নোৱাৰোঁ (Predicated) আৰু ঈশ্বৰৰ অস্তিত্বও নোহোৱা কৰিব নোৱাৰো। সকলো কল্পিত আকাৰৰ মাজেদি ঈশ্বৰৰ অক্ষয় অস্তিত্ব আপোনা-আপুনি প্ৰস্ফুটিত হৈ উঠে। আমি যেতিয়া ইয়াক 'নেতি নেতি' বোলোঁ তাৰ অৰ্থ 'ই একেবাৰে একো নহয়' বুলি নকৰোঁ, কৰোঁ এই বুলিহে যে ইয়াক কোনো সৃষ্ট জীৱই কল্পনা কৰিব বা নামকৰণ কৰিব নোৱাৰে। ধৰ্মশাস্ত্ৰসমূহে ইয়াক প্ৰমাণ কৰি নেদেখুৱায় বা বৰ্ণনাও নকৰে, মাত্ৰ ইয়াৰ অস্তিত্বৰ সাক্ষ্যহে দিয়ে। আধ্যাত্মিক অভিজ্ঞতাৰ তিনিটা লেখত ল'বলগীয়া কথা হ'ল—বাস্তৱতা, সজ্ঞানতা আৰু স্বতন্ত্ৰতা। যদি আমাৰ অভিজ্ঞতাৰ কোনো অংশ এই লক্ষণ সমূহেৰে উপস্থিত হয়, তেন্তেহলে আমি বুজিব পাৰোঁ যে এই একে ৰকমেই সকলো প্ৰকাৰৰ অভিজ্ঞতা আমি গ্ৰহণ কৰিব পৰাৰ সম্ভাৱনা আছে। যি চৈতন্যত সকলো অভিজ্ঞতাই অব্যৱহিতভাৱে, স্ব-প্ৰকাশকৰূপে আৰু নিজতকৈ বেলেগ সকলোবেপৰা স্বতন্ত্ৰভাৱে উপস্থিত, সেয়ে ঐশ্বৰিক চৈতন্য আৰু সেয়ে

---

(২৪) বৃহদাৰণ্যক উপনিষদ ৩।৮।৮। শঙ্কৰৰ মতে ই হ'ল নিৰ্গুণ, নিৰাকাৰ, নিৰ্বিশেষ, নিৰুপাধিক। ই যি আছে সেয়েই। ঈশায়াৰ কথাও সঁচা: "সঁচাকৈয়ে তুমি এনে ঈশ্বৰ যে নিজকে লুকুৱাই ৰাখা।" ডায়নিচিয়াচ এৰিয়পেগাইটৰ মতে ঈশ্বৰ নামহীন সাৰাতীত এজন, যি মঙ্গলময়ৰো ওপৰত। চেণ্ট অগষ্টিনে ব্ৰহ্মক (Absolute) যি আছে তেওঁৰ সৈতে একেজন বুলি কৈছে।

আমাৰ আদৰ্শ। আমি ইয়াক উজ্জ্বল অগ্নিৰ দৰে কল্পনা কৰোঁ, চিৰন্তন আলোক বিলাই নিজক প্ৰকাশ কৰি থকা চৈতন্যৰ দীপ্ত শিখা বুলি অনুমান কৰোঁ। ঐশ্বৰিক অৱস্থাত এই সত্তা আপুনি আপোন সাক্ষী, ই নিজেই স্ব-সজ্ঞান, ই সম্পূৰ্ণ আপোন সত্তাৰ স্বতন্ত্ৰতা। এনে কোনো বস্তু নাই যি এই সত্তাত সংযুক্ত হোৱা নাই, এনে কোনো বস্তু নাই যি আত্মপ্ৰকাশ লাভ কৰা নাই, আৰু ইয়াতেই সকলো দ্বন্দ্ব বা বিপৰ্যয়ৰ সম্পূৰ্ণ অৱসান। ই শুদ্ধ সত্তা, শুদ্ধ চৈতন্য আৰু শুদ্ধ স্বতন্ত্ৰতা—সৎ চিৎ, আনন্দ। এই সৎ, চিৎ, আনন্দক সেই ঈশ্বৰত প্ৰভেদ কৰি দেখুৱাব পাৰি, কিন্তু সিহঁত প্ৰভেদ নহয়। মানৱ সত্তাৰ সত্য আৰু পৰম অৱস্থা হ'ল তাৰ ঐশ্বৰিক অৱস্থাটোহে। মানৱ জীৱনৰ সাৰ হ'ল সেই স্বয়ং-স্থিতজনৰ সত্তাৰ আনন্দত লীলা কৰা, আমাৰ চিন্তাৰ সাৰ হ'ল সৰ্বত্ৰ বিৰাজিত সত্যৰ অনুপ্ৰেৰণা, আমাৰ ক্ৰিয়া বা কাৰ্যৰ সাৰ হ'ল সেই সৰ্বমঙ্গলময় শ্ৰেয় আৰু পৰমাত্মাক ক্ৰমাগত উপলব্ধি কৰা। চিন্তা আৰু তাৰ আকাৰসমূহ, সঙ্কল্প আৰু তাৰ লব্ধ ফলসমূহ, প্ৰেম আৰু তাৰ সমন্বয়, এই সকলোৰে ভিত্তি সেই পৰমাত্মা। মাত্ৰ এইবিলাকৰ মানৱ ক্ষেত্ৰত হোৱা বিকাশতহে থাকে দ্বৈতবোধ, দ্বন্দ্ব, প্ৰযত্ন আৰু সেই কাৰণেই ঐশ্বৰিক সম্পূৰ্ণতা প্ৰকাশৰ বাবে ই যথেষ্ট নহয়। পৰমাত্মা বাস্তৱ, সত্য নহয়; পূৰ্ণ, শ্ৰেয়স নহয়। স্বাধীনতাই ইয়াৰ জীৱন, মূল স্বতঃপ্ৰবৃত্তি।

## ঈশ্বৰ আৰু আত্মা

আধ্যাত্মিক সত্তাৰ পৰিপূৰ্ণতা সকলো সমবৰ্গীৰে অতীত যদিও তাৰ প্ৰকৃতি আমি আমাৰ নিজৰ ভিতৰত যি পৰম সত্তাৰ অনুভৱ কৰোঁ তাৰ সৈতে প্ৰায় একে। প্ৰকৃত সত্তা যদি মানৱ আত্মাতকৈ সম্পূৰ্ণ বিশ্বাতিগ হ'লহেঁতেন, তেনেহ'লে তাৰ উপস্থিতি অতি সামান্যভাৱে উপলব্ধি কৰাও আমাৰ পক্ষে অসম্ভৱ হ'ল-হেঁতেন। আমি তাক 'সম্পূৰ্ণ বেলেগটো' বুলিও ক'ব নোৱাৰিলোঁহেঁতেন। মানুহৰ আত্মাত মানুহৰ সত্তাৰ কেন্দ্ৰস্থলত তাৰ বুদ্ধি-বৃত্তিতকৈও অতি সুগভীৰ এনে কিবা এটা আছে, যি সেই পৰমাত্মাৰ সৈতে প্ৰায় একে। ঈশ্বৰৰ আত্ম-প্ৰদৰ্শন আৰু মানুহৰ ধ্যান—দুয়োটা একে কথাৰেই দুটা ফাল বুলি অনুমান হয়। মানুহে পোৱা আধ্যাত্মিক জিলিঙনিয়ে মানৱাত্মাত অৱস্থিত জ্ঞানৰ অসম্পূৰ্ণ শক্তি আৰু সেই শক্তিৰ যথাযথ উন্নতিৰ অবিহনে মানৱে স্থায়ী যোগাযোগ কৰিব নোৱৰা অন্তৰ্নিহিত তত্ত্বটোৰেই ভৱিষ্যৎসূচক ইঙ্গিত দিয়ে। মানুহৰ গভীৰ সত্তাত নিহিত আছে পৰম সত্তাৰ অভিজ্ঞতাৰ প্ৰকৃত ভিত্তি। সূক্ষ্ম জগত হিচাপে মানুহৰ প্ৰত্যেকটো (সকলো প্ৰকাৰৰ) অভিজ্ঞতাৰ লগতেই সম্বন্ধ আছে। যদিওবা আমাৰ আধ্যাত্মিক বোধ জীৱনৰ

সাধাৰণ গতিপথতেই প্ৰকাশিত হয়, ই তাৰপৰা উদ্ভূত নহয়। ইয়াৰ গুৰি ক'ৰবাত যদিও ইয়াৰ পৰিচয় পোৱা হয় আমাৰ সাধাৰণ চেতন অৱস্থাৰ ক্ষেত্ৰতে। ইয়াৰ গুৰি হ'ল আমাৰ আত্মাৰ সনাতন সত্তাৰ অংশটো। ঈশ্বৰ আৰু মানৱতাৰ একসত্তা-বোধ সকলো আধ্যাত্মিক জ্ঞানৰেই এটি মৌলিক বিশ্বাস। ই অকল অনুমান নহয়। আধ্যাত্মিক অভিজ্ঞতাতেই আত্মা আৰু পৰম আত্মাৰ সীমা উৰলি যায়। পৰম অন্তৰ্দৃষ্টি মুহূৰ্ত্তত আত্মা অকল নিজৰ অস্তিত্ব সম্বন্ধেই সচেতন নহয়, সচেতন হয় এক সৰ্ব্বব্যাপী আত্মাৰ স্থিতিৰো আৰু নিজে তাৰ মাত্ৰ আলোক-অংশ বুলি। আমি সেই সত্তাৰে অংশ, আৰু সেই সত্তা আমাতেই প্ৰতিবিম্বিত হয়। উপনিষদৰ সেই মহান শ্লোকে "তত্ত্বম অসি" (সেয়েই তুমি বুলি) তাকেই ঘোষণা কৰিছে। অনুভূত ঘটনা এটিৰ ই সৰল প্ৰকাশ মাত্ৰ। ঈশ্বৰে আপোন প্ৰতিমূৰ্তিৰে মানুহ সৃষ্টি কৰিলে, ঈশ্বৰৰ প্ৰতিমূৰ্তিৰেই তাক সৃষ্টি কৰিলে।" (২৫)—বাইবেলৰ এই কথায়ো ইয়াকে সূচায় যে মানৱ আত্মাতেই ঈশ্বৰৰ স্বৰূপ প্ৰকাশ নিহিত আছে। "মানৱাত্মাই ঈশ্বৰৰ প্ৰদীপ।" (২৬) প্লেটোৰ মতে মানুহ সেই পৰম চিৰন্তন সত্তাৰ সম্ভাব্য অংশ গ্ৰহণকাৰী আৰু নিজে জগতৰ উৰন্ত ছায়াসমূহৰপৰা বিচ্ছিন্ন কৰি চলিব জানিলে মানুহে নিজকো সেই সত্তাৰ অধিকাৰী কৰিব পাৰে। থিটেটাচত চক্ৰেটিছে কৈছে যে আমি সেই "ঈশ্বৰৰ দৰে হ'বলৈ" যত্নপৰ হোৱা উচিত। "মই আৰু মোৰ পিতৃ এক," 'পিতৃৰ যি সকলো আছিল, সেই সকলো মোৰ"—যীশুৱে এনেকৈয়ে সেই গভীৰ সত্য প্ৰকাশ কৰি গৈছে। কোনো নিৰ্বাচিত ব্যক্তি আৰু ঈশ্বৰৰ ই এটি বিশিষ্ট সম্বন্ধ নহয়, ঈশ্বৰৰ লগত সকলো জীৱাত্মাকেই ঐক্যবদ্ধ কৰা ই পৰম সম্বন্ধহে। যীশুৰ আকাঙ্ক্ষা আছিল, তেওঁ নিজে যি দেখিছিল তাক সকলোকে দেখুওৱা, আৰু নিজে যি জানিছিল তাক সকলোকে জনোৱা। চেণ্ট মেথিৱে লিখা শুভবাৰ্ত্তাত আমাৰ সাধাৰণ আৱশ্যকীয় সকলো নৈতিক বিধিকে যীশুৱে এনেদৰে চমুকৈ কৈছে, "সেই কাৰণে তেনে লোকৰ স্বৰ্গীয় পিতৃ যেনে সিদ্ধ, তোমালোকো তেনে সিদ্ধ হোৱা।" পলে কৈছে যে বহুতো ভাই-ককাইৰ মাজত তেৱেঁই জ্যেষ্ঠ। আমাক সকলোকে ঈশ্বৰ-প্ৰতিমূৰ্তিতেই সৃষ্ট একে ঈশ্বৰৰ সন্তান-সন্ততি বুলি জানি যীশুৱে নিজৰ উদাহৰণদ্বাৰা দেখুৱাইছে যে মানুহ আৰু ঈশ্বৰৰ মাজৰ প্ৰভেদ মাত্ৰাৰহে মাথোন। চেণ্টপলে এই পৰম আত্মাক এই বুলি কৈছে, "এই জ্যোতিয়ে এই জগতলৈ অহা প্ৰত্যেকজন মানুহকেই আলোকিত কৰে," আৰু এই পৰমাত্মাই সকলোকে পথ প্ৰদৰ্শন কৰি লৈ যায়। প্ৰথম পিটাৰৰ

---

(২৫) আদি পুস্তক ১।২৭

(২৬) *Proverbs* (হিতোপদেশ) ২০।২৭

কথাত—"ঈশ্বৰৰ বাক্যৰ অবিনাশী বীজৰপৰা" জন্ম লাভ কৰা কথাষে মানুহৰ ঐশ্বৰিকতাৰ কথাকেই বুজাইছে। প্লটিনাচে তেওঁৰ বৈদ্য এন্টিকিয়াচক কোৱা শেষ কথা আমাৰ এই—"মোৰ ঈশ্বৰাংশ গৈ এই বিশ্বেশ্বৰৰ লগত মিলিত হোৱাৰ আগতে মই আপোনাক লগ পাবলৈ বাট চাই আছিলোঁ।" (২৭) কোৱেকাৰসকলে বিশ্বাস কৰে ঐশ্বৰিক স্ফুলিঙ্গ বা আত্মাৰ শিখাত। ডেকাৰ্টে কৈছে: "মোৰ ভিতৰত যদি মোতকৈ সিদ্ধ সত্তা এটা নাথাকিলহেঁতেন, যাৰ লগত তুলনা কৰি মোৰ প্ৰকৃতিৰ দোষ মই বুজিব নোৱাৰিলোঁহেঁতেন, তেনেহ'লে মই সংশয় বা আকাঙ্ক্ষাকে কৰিলোঁহেঁতেন কেনেকৈ আৰু মোৰ যে কিবা অভাৱ আছে আৰু মই যে সম্পূৰ্ণ সিদ্ধ নহয়, এই কথাৰে বা চেতনা পালোঁহেঁতেন কেনেকৈ?" (২৮) একহাৰ্টৰ মতে "আমাৰ আত্মাতিগ এনে কিবা এটি আছে যিটো ঐশ্বৰিক সৰল অথচ পৰম শূন্য। ...এই জ্যোতি সন্তুষ্ট হয় মাত্ৰ সাৰৰ অতিক্ৰমি-সাৰৰদ্বাৰা। এই পোহৰ সোমাব খোজে সেই নিশ্চল অনন্য-ভূমিত, য'ত পিতা-পুত্ৰ বা পৰিত্ৰাত্মাৰ কোনো প্ৰভেদ নাই, সেই পৰম ঐক্যত, য'ত মানুহ বাস নকৰে।" অগষ্টিনে কৈছে, "মোক মোলৈকে প্ৰত্যাবৰ্তন কৰিবলৈ আদেশ দিয়াত মই মোৰ অতি অন্তৰীক্ষৰ আত্মাত প্ৰৱেশ কৰিলোঁ, তোমাক মোৰ পথ প্ৰদৰ্শক স্বৰূপে লৈ মই প্ৰৱেশ কৰিলোঁ আৰু মোৰ আত্মাৰ চক্ষুৰদ্বাৰা দেখিলোঁ, মোৰ সেই আত্মা চক্ষুৰ ওপৰত, মোৰ মনৰ ওপৰত সেই অপৰিবৰ্তনীয় জ্যোতি।" (২৯) জেনোৱাৰ চেণ্ট কেথৰিনে কৈছে, "ঈশ্বৰেই মোৰ সত্তা, মোৰ জীৱন, মোৰ শক্তি, মোৰ মুক্তি (পৰমাগতি), মোৰ লক্ষ্য, মোৰ আনন্দ।" কাৰ্ড্‌ওৱৰ্থে কৈছে, "সকলো মনেই এক মূল মনৰ অংশ।" (৩০) গ্ৰীনৰ মতে ব্যক্তিসমূহ হ'ল সনাতন চৈতন্যৰ প্ৰত্যুৎপত্তি। *Varieties of Religious Experience* কিতাপত উইলিয়াম জেম্‌চে লিখিছে: "ব্যক্তি আৰু পৰমাত্মাৰ মাজত থকা সকলো বাধা-নিষেধ অতিক্ৰম কৰাটো এটা মহৎ অতীন্দ্ৰিয় সম্পদ বা সিদ্ধফল। এই অতীন্দ্ৰিয় অৱস্থাত আমি সেই পৰমাত্মাৰ লগত এক হৈ পৰোঁ। আৰু আমাৰ এই ঐক্যবোধৰ বিষয়েও

---

(২৭) লাবাদিৰ শেষ বিবৃতিও লক্ষ্যণীয়: "মোৰ আত্মাক ঈশ্বৰৰ ওচৰত নিবেদন কৰিছোঁ, জলবিন্দু এটি তাৰ উৎসস্থলতে তৰ্পণ কৰাৰ দৰে; আৰু মই তাতে নিশ্চিত-ঈশ্বৰৰ ওচৰত আৰু সাগৰৰ ওচৰত প্ৰাৰ্থনা কৰিয়েই মই নিশ্চিত—তেওঁ মোক তেওঁৰ ওচৰলৈ লৈ যাব আৰু তেওঁৰ স্বৰ্গীয় সত্তাৰে মোক বুৰাই ধৰি ৰাখিব অনন্ত-কাল।" ইঞ্জ: *Philosophy of Plotinus* (1918) Vol. 1. P. 12.

(২৮) *Third Meditation.*

(২৯) *Confessions* VII, 10, See also VII, 32

(৩০) *Intellectual System* III. 62

সচেতন হওঁ। এয়ে হ'ল চিৰন্তন আৰু সৰ্বজয়ী অতীন্দ্ৰিয় পৰম্পৰা; কাল আৰু মতৰ পৰিবৰ্তনে ইয়াক সলাব পৰা নাই। হিন্দু ধৰ্ম, নৱ প্লেটোবাদ, চুফিবাদ, খৃষ্টীয় ৰহস্যবাদ, হুইট্‌মেনবাদ—এই সকলোতে একেটা সুৰেই প্ৰতিধ্বনিত হৈ আছে। গতিকে সকলো ৰহস্যবাদী বাণীৰ মাজত এটি চিৰন্তন ঐক্যবোধ নিহিত আছে; সমালোচকসকলে খন্তেক বৈ ইয়াক চিন্তা কৰা উচিত, আৰু ইয়াৰপৰাই এই কথাষাৰ প্ৰমাণিত হয় যে ৰহস্যবাদী শাস্ত্ৰৰ কোনো জন্ম তিথি বা জন্মভূমি নাই। নিৰন্তৰে তেওঁলোকে ঘোষণা কৰে মানুহ আৰু ঈশ্বৰৰ ঐক্য। তেওঁলোকৰ কথা ভাষাৰ বহুত আগৰ অথচ ই কেতিয়াও পুৰণি নহয়। ঈশ্বৰৰ বিশ্বানুগতা, মানৱ আত্মাত জীৱনৰ অৰ্থ আৰু ৰহস্যৰ প্ৰকাশ—এয়ে হ'ল সকলো অতীন্দ্ৰিয় প্ৰমাণৰ সাৰাংশ।

আমি সাধাৰণতে আমাক আমাৰ সঙ্কীৰ্ণ সত্তাৰ লগত এক বুলি ভাবোঁ আৰু আমাৰ আধ্যাত্মিক অভিজ্ঞতা আমাৰ যেন নহয়, কোনোবাইহে আমাক দিয়া বা প্ৰদৰ্শিত কৰা, এনে বুলি ধৰোঁ। আমি আমাৰ আধ্যাত্মিক বোধ শক্তিকো আমাৰ প্ৰকৃতিৰ অন্য কথাতকৈ বেলেগ বুলি ইয়াক ঐশ্বৰিক কিবা এটা বুলি ভাবোঁ। এনে পাৰ্থক্য মানৱতাৰ পৰিপন্থী। আমাৰ পৰম মুহূৰ্তৰ অন্তৰ্দৃষ্টিয়ে আমাত নিহিত থকা গভীৰতম বস্তুক বিকশিত কৰি তোলে। মানৱ সত্তা যেতিয়া একেবাৰেই অনুপ্ৰাণিত অৱস্থাত থাকে, তাকে আমাৰ প্ৰকৃত আত্মা বুলি আৰু যেতিয়া ই চৰম অনুপ্ৰাণিত হয়, তেতিয়া তাক প্ৰকৃত সত্তা নহয় বুলি গণ্য কৰাটো অনুচিত। এই দৃষ্টি মুহূৰ্তত যদি আমাৰ পৰম সন্তুষ্টি লাভ হয় আৰু যিমান পৰলৈকে এই দৃষ্টি থাকে তিমান পৰলৈকে আমি অত্যন্তভাৱে সঞ্জীৱিত থাকোঁ, তেনেহ'লে সেই সত্তাইতো আমাৰ প্ৰকৃত সত্তা। আমি আমাৰ সত্তাক শাৰীৰিক বা জৈৱিক, সমাজগত বা ব্যৱহাৰিক বুলি সীমিত কৰিব নোৱাৰোঁ। আমাৰ অন্তৰ্নিহিত ঈশ্বৰেই আমাৰ প্ৰকৃতিৰ উৎস আৰু সিদ্ধি।

ঈশ্বৰ আমাৰ ভিতৰতো আছে আৰু বাহিৰতো আছে। ঈশ্বৰ সম্পূৰ্ণ বিশ্বাতিগ বা বিশ্বানুগ নহয়। এই দুয়োটা দিক্ বুজাবৰ কাৰণে পৰস্পৰ বিৰোধী কথাৰ অৱতাৰণা কৰা হয়। তেওঁ ঐশ্বৰিক অন্ধকাৰ আৰু 'অসীম জ্যোতি'। দাৰ্শনিক-সকলে ঐক্যৰ বাবে অত্যুৎসাহী হৈ এই বিশ্বানুগ ফালতেই, অৰ্থাৎ পৰম সত্তাৰ লগত মানুহক বিভেদ কৰা কোনো বাধা নাই বুলিয়েই জোৰ দিয়ে। ঈশ্বৰ আৰু মানুহৰ মাজত থকা ঐক্যক উপনিষদ আৰু প্লেটোৰ যুগৰপৰা আজিলৈকে সকলো দাৰ্শনিক মতবাদে মূলনীতি হিচাপে গ্ৰহণ কৰি আহিছে। এৰিষ্টোটল, প্লটিনাচ, শঙ্কৰ, স্পিনোজা ব্ৰেডলি আৰু বহুতে ইয়াৰ সাক্ষ্য দিয়ে।

যিসকলে পৰমাত্মাৰ এই বিশ্বাতিগ ফালটোত অধিক গুৰুত্ব দিয়ে তেওঁলোকে ভাবে যে আত্মা সেই পৰমাত্মাৰ লগত মিলিত হোৱাটো অসম্ভৱ আৰু সেইবাবে

আমাতকৈ উচ্চ এই সত্তাৰ লগত যোগাযোগৰ কাৰণে বিশিষ্ট ধাৰ্মিক চৈতন্যৰ প্ৰয়োজন। এই অন্যতা ভাবৰ অনুসন্ধানৰপৰাই ভক্তিবাদী ধৰ্মৰ জন্ম হৈছে বুলি ক'ব পাৰি। আমি ঈশ্বৰক জানিব পাৰোঁ, তথাপিও ক'ব নোৱাৰো, জানিব নোৱাৰো কিবা যেন সদায় ৰৈ যায়। ঈশ্বৰৰ মহত্ব সম্বন্ধে ভক্তৰ অন্তৰত এটি গভীৰ ছাপ সদায় থাকি যায়, যদিও তেওঁ জানে যে সেই ঐশ্বৰিক মহত্বৰ খাপলৈ তেওঁ কেতিয়াও উঠিব নোৱাৰে। উপনিষদৰ কোনো কোনো ঋষি, ভগৱদ্‌গীতাৰ ৰচক, চেণ্ট থেৰেছা, ক্ৰুচৰ জন—এইসকল এই শ্ৰেণীৰ। তেওঁলোকে ভাবে, তেওঁলোকে লাভ কৰা অভিজ্ঞতা ঈশ্বৰৰ কৰুণা বা প্ৰসাদ। ঈশ্বৰে আমাক কথা কয়, আজ্ঞা দিয়ে আৰু সান্ত্বনা দিয়ে; আমি প্ৰশংসা আৰু প্ৰাৰ্থনা, ভক্তি আৰু পূজাৰে তেওঁক কথা কওঁ। এই ব্যক্তিগত সম্বন্ধৰ বহুতো মাত্ৰা আছে—আমাতকৈ পৃথক সেই পূৰ্ণ জ্যোতিৰ সন্মুখত আমাৰ অত্যন্ত নিৰীহতা বোধৰপৰা যাৰ কৰুণা গুণত অতি পাপীও নিস্তাৰ পায়, সেই পৰমেশ্বৰৰ প্ৰতি পৰাভক্তিৰ জৰিয়তে যোগাযোগ স্থাপন কৰালৈকে, বিভিন্ন মাত্ৰাৰ এই ব্যক্তিগত সম্বন্ধ আছে।

সৰ্বব্যাপী আত্মা হিচাপে—ঈশ্বৰ সম্বন্ধে দাৰ্শনিক ধাৰণা আৰু বিশেষভাৱে ধাৰ্মিক অনুভূতি এটা জাগ্ৰত কৰি তোলা স্বৰূপ-ঈশ্বৰৰ ভক্তি কৰা ধাৰণাৰ মাজত কোনো মৌলিক বিৰোধ হ'ব নোৱাৰে। মানৱৰ স্বৰূপ ধাৰণা এটাই আধ্যাত্মিক অভিজ্ঞতাৰ ভাবটো ক্ৰমে পৰিস্ফুট কৰি তোলে আৰু সেয়ে যেন মানুহৰ ভিতৰৰ অভাৱ বোধ দূৰ কৰাত সহায় কৰা বুলি ধৰিব পাৰি। মানুহে আধ্যাত্মিক অভিজ্ঞতাৰেই শান্তি আৰু শক্তি লাভ কৰে, গতিকে আত্মাক তেওঁ বুজি পায় তেওঁৰ অভাৱ-পূৰণকাৰী বুলি; আমাৰ গাত নথকা গুণবিলাক ঈশ্বৰৰ গাত আছে বুলি আমি ধৰি লওঁ। ধৰ্মক সাবালক ল'ৰা-ছোৱালীৰ মনৰ আকাঙ্ক্ষাৰ অভিক্ষেপণ বুলি ফ্ৰয়ডীয়সকলে ধৰিলোৱা কথাটো চাবলৈ গ'লে একেবাৰেই ভুল নহয়। আমি জনাৰ ভিতৰত ন্যায়, প্ৰেম আৰু পৱিত্ৰতাই পৰম গুণ। আৰু, আমি ভাবোঁ যে ঈশ্বৰৰ গাত এই গুণসমূহ আছে; অৱশ্যে আমাৰ গাত যি অৰ্থত আছে বোলো, ঈশ্বৰৰ গাত এই গুণসমূহ বেলেগ অৰ্থত থাকে।

পৰমাত্মাক নিম্ন শ্ৰেণীৰ কাৰোবাৰ লগত তুলনা কৰি বুজাবলৈ যোৱাতকৈ আমি শ্ৰেষ্ঠজনৰ লগত তুলনা কৰিলেই বোধকৰোঁ সত্যৰ বেছি ওচৰ চাপিম। পৰমাত্মাৰ স্বৰূপ যদিও অপৰিবৰ্তনীয় পৰম সত্তা, তথাপিও এই জগতৰ কাৰণ, আদৰ্শ আৰু ভৱিষ্যৎ হিচাপে ইয়াৰ যি সৎগুণ বিকাশ, তাক বিচাৰ-বিবেচনাৰদ্বাৰা উপলব্ধিৰ অন্তৰ্গত চূড়ান্ত ৰূপ বুলি ক'ব পাৰি। পৰমাত্মাৰ নিৰাকাৰ-ৰূপ আৰু আকাৰ-ৰূপ দৃষ্টিভঙ্গীৰ ফালৰপৰাহে বেলেগ, ঈশ্বৰ যেনেকুৱা আৰু আমি যেনেকুৱা যেন দেখোঁ, ইয়াৰ ভিতৰত মৌলিক প্ৰভেদ নাই। আমি যেতিয়া পৰমাত্মাৰ অমূৰ্ত আৰু নিৰ্গুণ ফালটোলৈ চাওঁ, তেতিয়া তাক পৰম বা পৰমাত্মন বোলোঁ। আমি যেতিয়া আত্মজ্ঞ

আৰু আত্মানন্দ ফালটোলৈ চাওঁ, তেতিয়া পাওঁ এজন সৰূপ ঈশ্বৰ। প্ৰকৃত সৎ আমাৰ সকলো সৎগুণ আৰু নিৰ্গুণ ধাৰণাৰ অতীত। জগৎ সৃষ্টিৰ আৰু জগৎ আদৰ্শৰ সকলোৰে মূল বা ভিত্তি বুলি বুজাবৰ কাৰণে আমি ইয়াক ঈশ্বৰ বোলোঁ। ঈশ্বৰত ব্যক্তিত্বৰ আৰোপ কৰাটো প্ৰতীক বিশেষ, আৰু আমি যদি এই প্ৰতীক লক্ষণ অৱজ্ঞা কৰিব লাগিল, তেনেহ'লে সত্য অনুসন্ধানৰ বাটৰ কপাট আমালৈ বন্ধ হৈ যাব; আনকি যিসকলে এই ব্যক্তি-ৰূপক বিশ্বৰ চৰম বিকাশ বুলি মানে, তেওঁলোকেও ঈশ্বৰক সৰ্বব্যাপী, সৰ্বৰহস্যময়, সৰ্ব শক্তিমান আৰু পৰম সত্তা বুলি গ্ৰহণ কৰে। (৩১)

আমাৰ ৰূপক আৰু আখ্যানবোৰ ইমান "মহত্বপূৰ্ণ যে তেওঁৰ প্ৰতি অন্যায়হে কৰা হয়," আধ্যাত্মিক দ্ৰষ্টাসকলে এই কথা ভালকৈ বুজি পায়; কিন্তু তেওঁলোকৰ বৌদ্ধিক অনুগামীসকলে ইয়াক লক্ষ্য নকৰে।

---

(৩১) কেল্‌ভিনে কৈছে—ঈশ্বৰে কাচিৎহে তেওঁৰ সাৰবত্তা আমাক বিলায়। তেওঁৰ সাৰবত্তা আমাৰ পক্ষে সঁচাকৈয়ে বোধাতীত। সেই দেখি তেওঁৰ সাৰবত্তাৰ জ্ঞান আমি স্বইচ্ছাই তেওঁলৈকে এৰি থওঁ। (*Institute of Christian Religion*).

এজন বঙালী কবিয়ে লিখিছে:

"বেদ বেদাঙ্গ তন্ত্ৰ মন্ত্ৰ সকলোতে মই ফুৰিলোঁ বিচাৰি
তথাপিতো পৰা নাই ক'তো পাব তোমাৰ পূৰ্ণতা;
ৰামৰূপে লোৱা ধনু, শ্যামকৃষ্ণ ৰূপে তৰবাৰি,
মা তুমি, নৰ কিম্বা নাৰী, জগতৰ তুমি মাতা,
কোনে ক'ব পাৰে বাৰু তব ৰূপ কি—
নীলকণ্ঠে মনে মাথো চিৰতৰে ভাবিছে
তোমাক স্ৰষ্টাৰো স্ৰষ্টা মাত্ৰ বুলি।"

[E. J. Thomson & A. M. Spencer : *Bengali Religious Lyrics* 9. 78]

আধুনিক কবি এজনে লিখিছে:

"কোনোৱে বিচাৰে পিতৃ সউ সৰগত,
কোনোৱেবা বিচাৰে নৰমূৰ্তি কিবা পূজিবলৈ',
কোনোৱে বিচাৰে আত্মা, প্ৰেম আৰু জীৱনময় বিস্তৃত—
তোমাৰ ৰূপতে পাওঁ সকলোকে আৰু বহু তাৰে বেছি।"

(G. Matheson, quoted in Bulcock : *Religion and its New Testament Explanation*(1928). p. 278.)

মানৱ চিন্তাৰ বুৰঞ্জীত আধ্যাত্মিক অভিজ্ঞতাৰ বেলেগ বেলেগ ব্যাখ্যা আমি পাই আহিছোঁ। সৎ বা সত্তা সম্বন্ধে বুদ্ধৰ ধাৰণা হ'ল যে আমি তাক শ্ৰদ্ধাৰে গ্ৰহণ কৰিব লাগিব। এৰিষ্টটোলৰ মতে অবিচলিত আদি শক্তিয়ে পৰম সিদ্ধতাৰ গুণত প্ৰেমিকাৰ সৌন্দৰ্যই প্ৰেমিকক আকৰ্ষণ কৰি অনাৰ দৰে এই জগতখনক নিজৰ ফাললৈ আকৰ্ষিত কৰি টানি নি থাকে (৩২); স্পিনোজাৰ ঈশ্বৰজন হ'ল যিজনতকৈ আৰু বেছি সত্য কোনো হ'ব নোৱাৰে, সেইজন; আমি এক্কো প্ৰতিদানৰ আশা নাৰাখি তেওঁৰ প্ৰতি প্ৰেম নিবেদন কৰিব লাগে, এজন স্বৰূপ ঈশ্বৰ—যি সকলো ভাব আৰু বাসনাৰ সৃষ্টি স্বৰূপ; এজন নৈতিক ঈশ্বৰ, যাক মানুহৰ ইপ্সিত শ্ৰেয়স্ বুলি ক'ব পাৰি, আৰু এই ঈশ্বৰ বীৰত্বপূৰ্ণ, অথচ তেওঁৰ বিৰাট পৰিকল্পনাৰ পূৰ্ণতাত সহায় কৰিবৰ কাৰণে তেওঁ আমাৰ ওচৰত হাত পাতে। এক স্বৰূপ ঈশ্বৰবাদীসকলে এইটো স্বীকাৰ কৰে যে বহু-ঈশ্বৰবাদীসকলৰ ঈশ্বৰ বা দেৱতা-সকল প্ৰতীক মাত্ৰ, প্ৰকৃত ঈশ্বৰৰ ৰূপ শাস্ত্ৰই দিয়া ৰূপ নহ'বও পাৰে; কিন্তু তেওঁলোকে এই কথাটো স্বীকাৰ কৰিব নোখোজে যে তেওঁলোকৰ ঈশ্বৰজন গুৰিতে মাত্ৰ প্ৰতীক এটিহে। সকলো ধৰ্মই প্ৰতীকবাদী, আৰু ধৰ্ম সম্পূৰ্ণ লোপ পালেহে ধৰ্মৰপৰা এই প্ৰতীকবাদক বাদ দিব পাৰি। ঈশ্বৰো এনে এটি প্ৰতীক, যাৰ জৰিয়তে ধৰ্মত পৰমাত্মাৰ পৰিচয় হয়। দাৰ্শনিকসকলে ঈশ্বৰ আৰু পৰমাত্মাক লৈ খৰিয়াল কৰি থাকিব পাৰে আৰু ক'ব পাৰে যে যি পৱিত্ৰজনক পূজা কৰা হয়, সেই ঈশ্বৰজন আমাৰ যুক্তিৰদ্বাৰা প্ৰমাণিত কৰা পৰম সত্তাতকৈ পৃথক; কিন্তু ধাৰ্মিক চৈতন্যই উপলব্ধি কৰিছে যে দুইটাই এক। (৩৩)

## জগতৰ সমন্বয়

বিভিন্ন ৰূপে ব্যাখ্যা কৰা পাৰমাৰ্থিক সত্য আৰু মানৱৰ গভীৰতম আত্মাৰ লগত ইয়াৰ একতত্ত্ব স্বীকাৰ কৰাৰ উপৰিও এই জগতৰ ঐক্য সম্বন্ধে আমাৰ দৃঢ় বিশ্বাস আছে। এক আত্মাই আমাক আগুৰি ধৰি থকা যেন আমি পাওঁ। এই পৃথিৱী আৰু আকাশ, এই জগত আৰু জীৱশ্ৰেণী, সকলো যেন হঠাতে বেলেগ আৰু আশ্চৰ্যজনক হৈ পৰে, কাৰণ, আমাৰ তেতিয়া চকু মুকলি হয় আৰু পৰমাত্মাৰ উপস্থিতি সিহঁতে আমাৰ আগত উদ্ভাসিত কৰে। বিশ্বখন যেন এক আত্মাৰদ্বাৰা

---

(৩২) *Metaphysics*, A.7.

(৩৩) Cp. Thomas a Kempis : "যিজনক চিৰন্তন বাণীয়ে কথা কৈছে, তেওঁ বহুমতৰপৰা মুক্ত হৈছে।"

সঞ্জীৱিত হয়, এক অগ্নিৰদ্বাৰা উজ্জ্বলিত হৈ পৰে, আৰু এক জ্যোতিৰদ্বাৰা আলোকিত হৈ পৰে। জগতত যি য'ত আছে সকলোৱেই নিঃসৃত হৈ প্ৰাণৱন্ত আৰু জীৱন্ত হৈ পৰে। (৩৪) উপনিষদত কৈছে, "এই সকলো যেতিয়া আত্ম-অভিমুখী হয়, তেতিয়া কোনে কাক জানিব পাৰে।" (৩৫) পৰমাত্মাৰ আমি হাত সাৰিব নোৱাৰোঁ। ই "ওপৰে, তলে, আগে, পাচে, সোঁৱে আৰু বাওঁৱে সকলোতে আছে।" (৩৬) এক্‌হার্টে কৈছে, "পুনৰ্জীৱিত আত্মায়ে হ'ল চকুৰ নিচিনা, যি এবাৰ সূৰ্যলৈ চায়, আৰু তাৰ পিচত সকলো বস্তুতে সূৰ্যকেহে দেখে।" জৰ্জ ফক্সে "আমাক সকলো বস্তুকেই সেই পৰমাত্মাত থকা বুলি চাবলৈ শিকিবলৈ" কৈছে। ঈশ্বৰ সৰ্বত্ৰ বিৰাজমান, মানৱ বুৰঞ্জীৰ উত্তাল তৰঙ্গময়ী সাগৰত, জগতৰ নিৰ্যাতন আৰু অবিচাৰৰ মাজত ইয়াৰ দুখ-যন্ত্ৰণা, সকলোৰে মাজত আছে। আমি যেতিয়া সমন্বয় উপলব্ধি কৰিব পৰা হওঁ, তেতিয়া আমি আজি দেখা বিৰোধ-বিসম্বাদবোৰ অবান্তৰ হৈ পৰে।

বিশ্ব জগৎখন যদি প্ৰকৃতপক্ষে আত্মাই হয়, তেন্তে ইয়াৰ অন্যত্ৰ প্ৰকাশৰ কাৰণ কি? আমাৰ অভিজ্ঞতাই যদি এই জগৎখনৰ সমন্বয়ৰ এটা আনন্দ-স্বৰূপ চেতনা আমাক দিব পাৰে, তেনেহ'লে বিশ্বসৃষ্টিৰ মাজত কিয় আমি পাওঁ টনা-আজোৰা, বিৰোধ আৰু বিভাজন? বিজ্ঞানৰ আৰু আমাৰ সাধাৰণ জ্ঞানৰ জগৎখন আত্মস্বতন্ত্ৰ-তাতকৈ বহুত বেলেগ যেন লাগে। ই ভ্ৰম নে সত্য? যিসকলে প্ৰয়োগবাদৰ পিনে ঢাল লয়, তেওঁলোকে এই ব্যৱহাৰিক জীৱনকে সত্য বুলি জ্ঞান কৰি আধ্যাত্মিক অভিজ্ঞতাক সপোন বুলি মাথোন ক'ব খোজে, কাৰণ, দুয়োটাৰে মাজত বিভেদ দেখা যায় অতি গভীৰ। অলপ বেছি চিন্তাশীলসকলে অনন্ত বিশ্বৰ ৰূপক মানৱ বুদ্ধি বা অবিদ্যাজনিত বুলি ক'ব খোজে। মনৰ চৰিত্ৰ অনুযায়ী ই জগতখনক বৌধিক দৃষ্টিভঙ্গীৰপৰা আনি আঙ্গিক সত্তা এটা কৰি গঢ়ি ল'ব খোজে। বুদ্ধিৰ পিনৰপৰা এই ঐক্য এটা ধৰি লোৱা কথা, এটা বিশ্বাসৰ কথা; আত্মাৰ পিনৰ-পৰা এই সমন্বয় এটি অভিজ্ঞতামূলক সত্য। ই সকলো বস্তুৰ প্ৰস্তুতিতে আছে আৰু ইয়াৰ আংশিক আৰু অস্থায়ী পূৰ্বৰূপ এটি পাওঁ। আমি যদি মনত ৰাখোঁ যে আমাৰ সাধাৰণ অভিজ্ঞতাৰ জগৎখন পূৰ্ণজগতৰ এটি দুৰ্বল প্ৰতিমূৰ্তি, এন্ধাৰ আৰু পোহৰৰ এক সংযোগ, তেন্তে শুদ্ধ ধাৰণা এটিৰ অসম্পূৰ্ণ বাস্তৱৰূপ এটিৰ সমন্বয় আমি সাধিব পাৰোঁ। যিহেতু সত্য এক, সেই কাৰণে বহু মাত্ৰ মায়া—

(৩৪) যৎ কিঞ্চ, যৎইদম্ সৰ্ব্বম্ প্ৰাণ এজতি নিঃসৃতম্।

(৩৫) যত্ৰ সৰ্ব্বম্ ইদম্ আত্মৈৱা ভূত তৎ কেনকম্ পশ্যেৎ?

(৩৬) চান্দোগ্য উপনিষদ ৮।২৪।

এইবুলি কৰা দুৰ্বল যুক্তিক 'এক বহু হৈ প্ৰকাশিত হোৱা' বুলি কৰা মতৰদ্বাৰা সংশোধিত কৰা হয়।

## আত্মবোধ আৰু ইয়াৰ পথ

আত্মা আৰু ঈশ্বৰৰ মাজত এনে ঐক্য বা সমন্বয় থকা সত্ত্বেও ঈশ্বৰক কিমান আঁতৰ যেন লাগে। ইয়াৰ কাৰণ হ'ল, আত্মা এনে পৰবস্তু এটাত সম্পূৰ্ণ নিমজ্জিত যে আত্মবোধ লাভ কৰা টান হৈ পৰে। মানৱে পাহৰণি নৈৰ পানী খাই নিজৰ স্বৰ্গীয় উৎপত্তিৰ কথা পাহৰি পেলাইছে। মানুহ স্বৰ্গৰপৰা দ্বীপান্তৰী, ইয়াত যেন পৰদেশী মাংসাবৰণৰ মাজত সোমাই পৰিলহি। আমাৰ গাত যিবোৰ অনাত্মীয় বস্তু আছে সকলো খহাই পেলাই আমাৰ আত্মাক আবিষ্কাৰ কৰি উলিয়াব লাগিব। আমাৰ আত্মাক যে ঈশ্বৰৰ সত্তাতকৈ বা পৰমাত্মাতকৈ বেলেগ বুলি ধৰোঁ তাৰ কাৰণ হ'ল আমাৰ অবিদ্যা। আত্মবোধৰ ক্ষেত্ৰত ডাঙৰ অন্তৰায় হ'ল এয়ে যে আমি ব্যক্তি-সঙ্কল্প বা স্ব-মতৰ ওপৰত অতিৰিক্ত জোৰ দিওঁ; ইয়াক দূৰ কৰিব লাগিলে ব্যক্তিগত স্বাৰ্থপৰ ইচ্ছা বা প্ৰবৃত্তিৰ ঠাইত আমি সাৰ্বজনীন নৈৰ্ব্যক্তিক ইচ্ছা বা প্ৰবৃত্তিক আসন দিব লাগিব। ধৰ্মৰ প্ৰচেষ্টা হ'ল মানুহ আৰু ঈশ্বৰৰ মাজৰ সাগৰ-সঙ্কাশ ব্যৱধান দূৰ কৰা, আমাৰ হেৰাই যোৱা ঐক্যবোধ পুনৰ প্ৰতিষ্ঠিত কৰা। আত্মোপলব্ধিৰ ই ক্ৰমাগত প্ৰচেষ্টা, আমাৰ ব্যৱহাৰিক অহংটোক ক্ৰমে বিশ্বাতিগ অৱস্থালৈ উন্নীত কৰাৰ চেষ্টা, আমাৰ সাম্প্ৰতিক অৱস্থা-বেষ্টিত মনটোক ইয়াৰ আদৰ্শ সিদ্ধ অৱস্থালৈ নিবৰ কাৰণে কৰা প্ৰযত্ন। সেইবাবে কঠোৰ নৈতিক অনুশাসনৰ প্ৰয়োজন। দ্ৰষ্টাৰ আত্মাৰ গুণৰ ওপৰতে নিৰ্ভৰ কৰে আধ্যাত্মিক সত্তাৰ উপলব্ধিৰ কথা (৩৭), আৰু এই গুণ বঢ়াব পাৰি প্ৰাৰ্থনা আৰু ধ্যানৰ-দ্বাৰা, বুদ্ধি, অনুভূতি আৰু ইচ্ছা প্ৰবৃত্তিৰ কৰ্ষণ কৰি। নিজে সত্য নোহোৱাকৈ কোনেও সত্যক জানিব নোৱাৰে। স্বৰাট্ (আত্মপ্ৰভুত্ব) আৰু আত্মত্যাগৰদ্বাৰা যি পৰম আন্তৰিক শুদ্ধতা লাভ হ'ব পাৰে, তাৰ প্ৰয়োজন। 'যি চপলতাৰ-পৰা আঁতৰিব পৰা নাই, যি চঞ্চল আৰু অসংযমী, যাৰ মন শান্ত নহয়, তেনেজনে পৰমেশ্বৰক বিচাৰি পাব নোৱাৰে।" (৩৮) আত্মাই যদি নিজকে জগতৰ ঘটনাসমূহৰ অংশ বুলি ভাবি ইয়াৰ জোঁৱাৰ-ভাটাত উটি যায়, তেন্তে নিজৰ প্ৰকৃত উৎপত্তিৰ কথা পাহৰি যাব। হিন্দু ঋষিসকলে জীৱনৰ আন্তৰিক

---

(৩৭) "সূৰ্যই বিস্তাৰ কৰা কিৰণৰ ৰূপ নিৰ্ভৰ কৰে চাওঁতাজনৰ ওপৰত।"
(৩৮) কঠঃ উপঃ II. 24.

আৰু বাহ্যিক প্ৰকাশসমূহৰপৰা নিজকে আঁতৰাই আনি আমাৰ আত্মানুভূতি আৰু আবেগ, চিন্তা আৰু আকাঙ্ক্ষা—এই সকলোবেপৰা বিচ্ছিন্ন কৰি, যি নিস্তব্ধ শুদ্ধ আত্মাস্থলৰপৰা আমাৰ এই বৰ্তমান অনিৰ্মল (কলুষ) জীৱন স্ৰোতৰ উৎপত্তি হৈছে, —তাত ডুব গৈ থাকিবলৈ উপদেশ দিছে। (৩৯) সাৰ্বজনীন জীৱনৰ উৎসৰ লগত আন্তৰিক সংযোগ ৰক্ষা কৰিবৰ হ'লে এই পথকে অনুসৰণ কৰিব লাগিব। বুদ্ধই আঠোটা নীতিপথৰ উপদেশ দিছে আৰু বুজাই দিছে যে অশুদ্ধ মন আৰু অসংযত ইন্দ্ৰিয়ৰদ্বাৰা মানুহে কেতিয়াও আধ্যাত্মিক অভিজ্ঞতাৰ ৰাজ্যলৈ উধাব নোৱাৰে। মানুহৰ অন্তৰ্জীৱন কৰ্ষণৰ কথা অতীতৰ লোকৰ হুজুগ মাত্ৰ নাছিল। প্ৰত্যেক মহৎ ধৰ্মই আমাক এই জগতৰপৰা আঁতৰি অকলশৰে থাকিবলৈ উপদেশ দিয়ে আৰু ব্যক্তিয়ে আধ্যাত্মিক পৰিবেশ এটিৰ লগত সজীৱ সংযোগ স্থাপন কৰাত সহায়ক স্বৰূপে কিছুমান বিধি মানি চলিবলৈ দিয়ে। অৰ্ফিক আৰু পিঠা-গোৰীয়সকলে আত্মাক আদিম অৱস্থালৈ উদ্ধাৰৰ যত্ন কৰিছিল শোধনৰদ্বাৰাই আৰু ব্যৱহাৰিক কাৰ্যতকৈ ধ্যানক উচ্চ আসন দি গ্ৰীকসকলে বুজাব খুজিছিল যে সকলো বস্তুৰ মাজত উত্তম বা সৰ্বসিদ্ধজনক জানিব পাৰে মাত্ৰ আধ্যাত্মিকবোধ শক্তি সিদ্ধ হোৱাসকলেহে। (৪০) হোৱাইট্ হেডৰ মতে—"মানুহৰ নিজৰ ওপৰত বস্তুৰ প্ৰকৃতিৰ নিত্যতাৰ ওপৰত নিৰ্ভৰ কৰালৈ চাই ধৰ্মক মানুহৰ অন্তৰ-জীৱনৰ

---

(৩৯) Cf. কঠঃ উপঃ—"স্ব-স্থিতজনে ইন্দ্ৰিয়সমূহৰ মুৰত এনেকৈ খুচি দিলে যাতে সিহঁত বহিৰ্মুখী হয়। সেইদেখি এতিয়া মানুহে বাহিৰলৈহে চায়, ভিতৰলৈ নিজৰ অন্তৰলৈ নাচায়; কোনো জ্ঞানী মানুহে অৱশ্যে চকু মুদি লৈ, অমৰত্ব কামনা কৰি, পিচত থকা আত্মাক দেখিছিল।" (৪।১) "যি মনে ঐশ্বৰিক সত্তা দেখে তাক দৈনিক ইন্দ্ৰিয়ৰ সংযোগৰপৰা সম্পূৰ্ণভাৱে বিমুক্ত কৰিব লাগে, হয় মৃত্যুৰদ্বাৰা, নহয় কোনো সন্মোহিত আৰু আত্মবিস্মৃত অমূৰ্তন চিন্তনৰদ্বাৰা।" (*Norris : Reason & Religion* (1589)—*The Myths of Plato* (1905), ৪৮১ পৃঃত ষ্টৈৱাৰ্টৰদ্বাৰা উদ্ধৃত)

(৪০) "সূৰ্যৰ পিনে নামি যাওঁতে যাওঁতে আব্ৰাহাম গভীৰ টোপনিত পৰিল": এই বাক্যষাৰৰ টীকা লিখোঁতে ফিলোৱে কৈছে: মানুহ আগ্ৰহাভিভূত হৈ পৰিলে, ঈশ্বৰদ্বাৰা হৃত হৈ গ'লে কি অৱস্থা হয়, তাক এইষাৰ কথাই বুজাইছে। সকলো পুণ্যৱন্ত লোকেই যে দৈৱবাণী কৰ্তা হ'ব পাৰে পবিত্ৰ শাস্ত্ৰই তাৰে সাক্ষ্য দিয়ে; কাৰণ, দৈৱবাৰ্তা দিওঁতাসকলে নিজৰ কথা একো নকয়; তেওঁৰ সকলো কথাতে আনৰ মাতহে ধ্বনিব পাৰি। কোনো আধাত্মিক লোক ঈশ্বৰৰ ব্যাখ্যাকাৰক হোৱাটো যুক্তিসঙ্গত হ'ব নোৱাৰে; কাৰণ, তেনে পাপী লোকে এই আগ্ৰহানুভূতিৰ অৱস্থা পাব নোৱাৰে। এনে কাৰ্যত জ্ঞানীলোকৰ একচেটিয়া অধিকাৰ; কাৰণ এনেলোকেই ঈশ্বৰৰ বাদ্য-যন্ত্ৰ, আৰু কোনো অদৃশ্য ৰূপেৰে এই যন্ত্ৰত আঘাত

কলা আৰু এটি মতবাদ বুলি ক'ব পাৰি।"(৪১) মত, শ্ৰদ্ধা আৰু পূজাৰদ্বাৰা আমাৰ জীৱন অদৃশ্য-সত্তাৰ প্ৰতি সজাগ হৈ উঠে। ঈশ্বৰক তোষামোদ কৰাৰ-দ্বাৰা মুক্তি পাব নোৱাৰি, পাৰি আমাৰ জীৱনৰ পৰিবৰ্তন সাধনৰদ্বাৰা, কঠোৰ আত্ম-সংযমৰদ্বাৰা আমাৰ কামনা-বাসনাৰ মাজত শান্ত সমন্বয় সৃষ্টি কৰি আৰু এক প্ৰকাৰৰ বিশিষ্ট গুণৰ অধিকাৰী হৈহে। এই উপায় কঠোৰ, কষ্টসাধ্য। পাপ-মোচনৰ বিভিন্ন বুদ্ধিয়ে বা পৰৰদ্বাৰাই কৰা কামে, চমু সলসলীয়া বাটে বা বাহিৰৰ সাজ-সজ্জাই এই ক্ষেত্ৰত বিশেষ সহায় কৰিব নোৱাৰে। আত্মাই যদি লক্ষ্যত উপনীত হ'ব লাগে—ইয়াক সম্পূৰ্ণ নিৰাভৰণ কৰি তুলিব লাগিব।

আত্মদৰ্শন বা আত্মোপলব্ধিৰ উপায় হ'ল ধ্যান। ইয়াৰে আমাৰ মনক অন্তৰ্মুখী কৰোঁ আৰু আমাৰ সৃষ্টিশীল কেন্দ্ৰৰ লগত সংযোগ স্থাপন কৰোঁ। আমি সত্যক জানিব লাগিলে গভীৰ তললৈ যাব পাৰিব লাগিব, ওপৰৰ বাট বহলাই ল'লেই নহ'ব। আমাৰ সত্তাক গভীৰভাৱে পৰিবৰ্তনৰ কাৰণে মৌনতা আৰু শান্তিৰ নিতান্ত প্ৰয়োজন; আজিৰ যুগত ই বৰ উজু নহয়। শৃঙ্খলা আৰু সংযমে আমাৰ আত্ম-চৈতন্যক পৰমাত্মাৰ লগত সংযোগ স্থাপন কৰাত সহায় কৰে। তপৰ অৰ্থ হ'ল ঈশ্বৰত বাস কৰিবৰ কাৰণে আৰু এটি পৰিবৰ্তিত জীৱন লাভৰ বাবে কৰা অহৰহ প্ৰযত্ন। আমাৰ সকলো বিক্ষিপ্ত শক্তি বৌধিক শক্তি, অন্তৰাবেগ, জৈৱিক-আকাঙ্ক্ষা অধিক কি—সমগ্ৰ দৈহিক সত্তাকে একত্ৰিত কৰি লৈ, তাক এক পৰম-লক্ষ্যত কেন্দ্ৰীভূত কৰি অনন্যমনা কৰাই তপ। (৪২) আদৰ্শ লাভৰ প্ৰতি গভীৰতা আৰু ঈশ্বৰৰ প্ৰতি মনৰ অনুৰাগৰ ওপৰত নিৰ্ভৰ কৰে এই প্ৰযত্নৰ ক্ষিপ্ৰতা।

---

কৰি ঈশ্বৰে বাদ্য বায়।" (*Edwin Bevan*ৰ *Sybils and Seers* (1928) কিতাপৰ ১৮৮ পৃষ্ঠাত উদ্ধৃত) প্লটিনাচৰো এটি সৰ্বজনবিদিত কথা আছে: "কেতিয়াবা মই এই শৰীৰৰ তন্দ্ৰাৰপৰা সাৰ পাই উঠোঁ, মোৰ আত্মসত্তাৰ অনুভূতি এটি লাভ কৰোঁ, আৰু বহিৰ্জগতৰপৰা আঁতৰি গৈ যেতিয়া মোৰ অন্তৰত ধ্যানস্থ হৈ পৰোঁ, তেতিয়া মই এটি আচৰিত সৌন্দৰ্য দেখিবলৈ পাওঁ। মোৰ তেতিয়া বিশ্বাস হয় যে মই যেন এখন উত্তম আৰু উচ্চ জগতৰ লোক; আৰু মই মোৰ ভিতৰত সেই গৌৰৱপূৰ্ণ জীৱন যাপন কৰি ঈশ্বৰৰ সৈতে এক হৈ যাব খোজোঁ; আৰু এনে কৰি মই জীৱনত এনে শক্তি লাভ কৰোঁ যে মই এই বাস্তৱজগতৰ বহু ওপৰলৈ উন্নীত হৈ যাওঁ।" (*Rufus Jones*ৰ *New Studies Mystical Religion*, ৪৩-৪৪ পৃঃত উদ্ধৃত)

(৪১) *Religion in the* Making (1926)

(৪২) প্ৰকৃত ধাৰ্মিক সংস্কৃতিয়ে শৰীৰটোকো এনে শিক্ষা দিব যাতে ইয়াত লয় আৰু ভাৱসাম্য, সৌন্দৰ্য ( *grace* ) আৰু শক্তি আহিব পাৰে।

এই জগতত কোনো মানুহেই গোটেই জীৱন জুৰি একে আধ্যাত্মিক ক্ষমতা ৰক্ষা কৰিব পৰা নাই। যীশুৱে ঘোষণা কৰিছিল যে যি পিতৃয়ে তেওঁৰ সূৰ্যক ভাল আৰু বেয়া সকলো মানুহকে সমানে পোহৰ দিবলৈ দিছে, তেওঁৰ বৰষুণক ন্যায়পৰায়ণ আৰু অন্যায়কাৰী সকলো মানুহৰ ওপৰতে বৰষিবলৈ দিছে, সেই পিতৃৰ পুত্ৰ হ'ব লাগিলে মানুহে অসতক বাধা দিব নালাগে; অথচ সেই একেজন যীশুৱেই জানো ডিমৰু গছক শাও দিয়া নাছিল আৰু মন্দিৰৰপৰা বেপাৰীক উলিয়ায়ো পঠিওৱা নাছিল?

গ্যেঠচেমিনৰ দৰে আমাৰ উত্তমজনৰ জীৱনতো কেতিয়াবা একোটা মুহূৰ্ত আহে, আমি হয়তো তেতিয়া আমাৰ সমুপস্থিত বিচাৰৰপৰা আঁতৰি আহিব খোজোঁ আৰু পাৰিলে তাৰপৰা সাৰিবৰ বাবে প্ৰাৰ্থনা কৰোঁ, আৰু "ইচ্ছা তযু পূৰ্ণ হওক" বুলি ক'বলৈকো শক্তি সংগ্ৰহ কৰিবলৈ যথেষ্ট যত্ন কৰিবলগীয়া হয়। দুৰ্জ্ঞেয় আৰু বৈৰীভাবাপন্ন জগত এখনত মানসিক সমতা ৰক্ষা কৰাটো একেবাৰে লঘু কথা নহয়। আমি যদি যনাই গভীৰতম স্থললৈ প্ৰৱেশ কৰোঁ আৰু কোনো আনন্দই আত্মহাৰা কৰিব নোৱৰা আৰু দুখেও অভিভূত কৰিব নোৱাৰা মানসিক নিৰ্লিপ্ততা এটা বিকাশ কৰিব পাৰোঁ, তেনেহ'লেহে এই কাম সম্ভৱপৰ হয়।

অতীন্দ্ৰিয়বাদীসকলে 'কৰা'তকৈ 'হোৱা'টোত বেছি গুৰুত্ব দিয়ে। তেওঁলোকে ক্ষুদ্ৰতা, নীচতা আৰু অসংযমতাৰপৰা আঁতৰি থাকিব পাৰে, অৱশ্যে এইটোও সম্ভৱ হ'ব পাৰে যে তেওঁলোকে নঞৰ্থক আত্মানুভূতি আৰু অনাক্ৰমণিকা ভাবৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিব পাৰে। তেওঁলোকে নিজৰ স্বাধিকাৰৰ কাৰণে যুদ্ধ কৰাতকৈ তাক নিবেদন কৰিবহে খোজে; তেওঁলোকৰ মৃদুতা বা বিনয়—সংশয় আৰু কাপুৰুষতাৰপৰা উৎপত্তি হোৱা নহয়, সাহস আৰু শক্তিৰপৰা হোৱাহে। এই 'তপ'ৰ মাজত নিহিত আছে এটি আধ্যাত্মিক আনন্দৰ শিখা, আৰু সেয়ে হ'ল ধৰ্মৰ প্ৰকৃত সাৰৰপৰা উদ্ভূত। ধৰ্ম পৰম্পৰাৰ ক্ষেত্ৰত নিজক আঁতৰাই লৈ যাব পৰাটোৱেই যথাসৰ্বস্ব নহয়, অংশ গ্ৰহণ কৰা আৰু ভোগ কৰা কথাটোও তাত আছে। ঈশ উপনিষদত আমাক ত্যাগ কৰি ভুঞ্জিবলৈ কৈছে। ইয়াৰ অৰ্থ হ'ল জগতখনক গভীৰভাৱে আৰু নিৰ্লিপ্তভাৱে গ্ৰহণ কৰা, আৰু ইয়াৰ কোনো অংশকে যে প্ৰত্যাখ্যান কৰিব নোৱাৰি, তাক আনন্দেৰে স্বীকাৰ কৰাটোৱেই। আমি জগতখন ত্যাগ কৰোঁ ইয়াৰ ঐক্যবোধৰ জ্ঞান লৈ আকৌ ইয়ালৈকে ঘূৰি আহিবলৈ, যাতে সেই বোধে আমাক ৰক্ষা কৰি থাকিব পাৰে।

## পুনৰ্জন্ম লাভ কৰাজনৰ জীৱন

অন্তৰ্দৃষ্টি লাভ কৰা মুহূৰ্তৰপৰাই জীৱন বেলেগ হৈ পৰে। একজনৰ দৃষ্টি লাভ কৰাৰপৰাই পৰিবৰ্তনৰ প্ৰক্ৰিয়া আৰম্ভ হয়। আত্মাই দেখিছে; মনে তাত সন্মত

দিব লাগিব। আমাৰ নতুন অভিজ্ঞতাই আমাৰ সমগ্ৰ সত্তাকে পৰিচালিত কৰিব লাগিব, সত্য বুলি উপলব্ধি কৰা কথাই শৰীৰ ধাৰণ কৰিব লাগিব। অন্তৰ্দৃষ্টিৰ এই মুহূৰ্তই যি নতুন সমন্বয়ৰ জিলিঙনি মাথোন দিছে, তাক সম্পূৰ্ণ উপলব্ধি কৰিবলৈ হ'লে সকলো পুৰণি অভ্যাসকে বৰ্জন কৰিব লাগিব। উদাহৰণস্বৰূপে, চক্ৰেটিছৰ জীৱনতে আমি পাওঁ যে পতিদিয়াৰ (Potidaea) বাহৰত তেওঁ এই অভিজ্ঞতা লাভ কৰা মুহূৰ্তৰপৰা (খৃঃ পূঃ ৪৩১) ২৪ ঘণ্টা কাল নিশ্চলভাৱে সমাধিস্থ হৈ আছিল। তাৰ পিচত তেওঁ নগৰ নাগৰিকসকলক শিক্ষা দানতেই সম্পূৰ্ণ মনোনিবেশ কৰিলে। প্লেটোৱে 'Apology'ত চক্ৰেটিছে এই বুলি ঘোষণা কৰা বলি কৈছে যে তেওঁৰ এই উদ্দেশ্য (Mission) সাধন ঈশ্বৰে তেওঁৰ ওপৰত জাপি দিছে আৰু যদি ইয়াৰ ফলত মৃত্যুও হয়, তথাপি তেওঁ তাক অৱজ্ঞা কৰিব নোৱাৰে; অৱশেষ সেয়ে ঘটিল। যিসকলৰ আত্মা দৃঢ়বদ্ধ হোৱা নাই, যিসকলে বিচ্ছিন্নতাৰ বিলয় সাধন কৰিব পৰা নাই, সেইসকলে এই ঐশ্বৰিক আহ্বান গ্ৰহণ কৰিবলৈ সমৰ্থ নহয়। শৰীৰ, মন আৰু আত্মাৰ মাজত কোনো দ্বন্দ্ব থাকিব নোৱাৰে। আমাৰ প্ৰকৃতিৰ সকলো ফালৰ সমন্বয়েই শান্তিৰ পথ আৰু সিহঁতৰ পৰস্পৰৰ বোধেই সিদ্ধিলাভৰ উপায়। কোনো এটা ফালক দমন কৰিবলৈ গ'লে আত্ম পৰিপূৰ্ণতাত ব্যাঘাত জন্মে। যিসকলে সত্তাৰ বিশ্বাতিগ ফালৰ ওপৰত অনাহক অধিক গুৰুত্ব আৰোপ কৰে, সেইসকলৰ মতেই সন্যাসবাদ বা তপবাদ। সত্য যদি দূৰত আছে, অন্য কোনো জগতত আছে আৰু যদি এই জগতখন অকল প্ৰাতিভাসিক ৰূপহে, তেনেহ'লে সত্যক পাব পাৰে এই অনিত্য আৰু সসীম জগতৰপৰা যিসকল আঁতৰি যায় সেই সকলেহে। অতীন্দ্ৰিয়বাদীজনে লৌকিক আৰু পাৰলৌকিকৰ ভিতৰত কোনো বিৰোধ স্বীকাৰ নকৰে। সংসাৰৰ একোকেই উপেক্ষা কৰিব নালাগে; সকলোকেই ওপৰলৈহে তুলিব লাগে। যি সম্পূৰ্ণতা বা সিদ্ধতা লাভৰ লক্ষ্য কৰা হৈছে, সি শূন্যৰ সিদ্ধতা নহয়, মৰু-মস্তিষ্ক আৰু শুষ্ক হৃদয়ৰ প্ৰকৃতিৰ পৰিপূৰ্ণতাও নহয়। আধ্যাত্মিকতা জীৱনৰ অন্য ক্ষেত্ৰৰপৰা সংৰক্ষণ কৰি আৰু আহৰণ কৰি ৰাখিবলগীয়া বেলেগ কিবা বস্তু এটা নহয়; ই মানুহৰ সমগ্ৰ-জীৱন ব্যাপি থকা আৰু তাক শোধন কৰি থকা সাৰবস্তু বিশেষ। ই আমাৰ অন্তৰস্থ সমগ্ৰ সত্তাকে ধৌত কৰে আৰু জীৱাত্মাক পুনৰ্জীৱন দান কৰে, আমাৰ আনুগত্যৰ ফল দান কৰে আৰু ব্যক্তিত্বৰ পুনৰ গঠন কৰে। জীৱনলৈ আহে অমৰত্ব আৰু মানৱৰ সমগ্ৰসত্তা হৈ পৰে অতি গভীৰ। নিজৰ আৰু বিশ্বৰ মাজত ঐক্যবোধৰ অনুভূতিৰে আত্মাত বিচৰণ কৰা পুৰুষৰ কাৰণে তেওঁ আত্মকেন্দ্ৰীয় বেলেগ জীৱ এটা হৈ নাথাকে, হৈ পৰে পৰমাত্মাৰ বাহন। জগতত দেখিবলৈ পোৱা আৰু জীৱনত অনধিকাৰ চৰ্চা কৰি সোমাই পৰা পাপসমূহৰ প্ৰতি তেওঁ আওকাণ নকৰে, কিন্তু একোৱেই তেওঁৰ অন্তঃস্থ গভীৰ বিশ্বাসৰ সত্যতা নৰচৰ কৰিবও নোৱাৰে।

তেওঁৰ জীৱনৰ দৃষ্টি এনে স্পষ্ট আৰু সম্পূৰ্ণ যে ই অন্ধকাৰ দিনৰ মাজতো আত্মা-চক্ষুৰে সূৰ্যক দেখি জীয়াই থাকে। তেওঁৰ জীৱন-বস্ত্ৰৰ দীঘত অন্তৰাত্মাৰধাৰা দৃষ্ট দৃশ্যৰ বাণি ব'বৰ কাৰণে চেষ্টা কৰে। তেওঁ জগতৰ মাজত সোমাই পৰে আৰু এই জগতে যে তেওঁৰ কল্পনা অনুমোদন কৰে, সেই সন্তুষ্টিৰে ইয়াৰ পৰিত্ৰাণৰ কাৰণে চেষ্টা কৰে। তেওঁৰ জীৱন দুখ আৰু নিৰ্যাতনৰ অগণিত লাহে লাহে পুৰি যায়। তেওঁ প্ৰশান্ত আৰু আনন্দপূৰ্ণ মনেৰে জীৱনৰ চৰম দুৰ্গতিৰো সন্মুখীন হ'ব পৰা হয়; এই আনন্দ হ'ল নিজৰ কৰ্তব্য সমাধানৰ চিনবিশেষ, জীৱনৰ পথ যে শুদ্ধ আৰু নিশ্চিত, সেই বিষয়ে দিয়া প্ৰকৃতিৰ প্ৰমাণ-পত্ৰ। (৪৩) শ্ৰদ্ধাশীল আত্মাৰ কাৰণে ত্যাগ সহজ আৰু স্বাভাৱিক হয়; তেওঁলোকে জীৱনৰ কাঁইটৰ ওপৰেদি বতাহৰ ওপৰত যোৱাদি সুনিশ্চিত মনৰ গাম্ভীৰ্য এটা লৈ খোজকাঢ়ি যায়। আত্মাৰ শক্তিৰ ওপৰত তেওঁলোকে অপৰিসীম বিশ্বাস ৰখা আশাবাদী। তেওঁলোকৰ কাৰণে নৈৰাশ্যবাদ হ'ল তেওঁলোকে জনা পৰম সত্তাৰ প্ৰতি আনুগত্যক অস্বীকাৰ কৰা আৰু তেওঁলোকৰ অন্তৰত থকা জ্যোতিৰ বিশ্বাসঘাতকতা কৰা।

এই সমগ্ৰতাৰ প্ৰাণেৰে ভৰা আপুৰুগীয়া আৰু অমূল্য আত্মাক বিশ্বসচেতন বুলি ক'ব পাৰি। তেওঁলোকে নিজৰ আত্মাক সকলোতে দেখে আৰু সকলোকে নিজৰ আত্মাত দেখে। হিন্দু ঋষিয়ে কৈছে, "ত্ৰিজগতেই মোৰ স্বদেশ।" (৪৪) মাৰ্কাচ অৰেলিয়াচে কৈছিল: "কবিয়ে কৈছিল প্ৰিয় 'এথেন্সৰ নগৰী'; কিন্তু হে মোৰ আত্মা তুমি বৰং ক'বানে যে 'প্ৰিয় ঈশ্বৰৰ নগৰী'।" যিসকলে এই বিশাল নৈৰ্ব্যক্তিক দৃষ্টিভঙ্গীৰ বিকাশ সাধন কৰে, তেওঁলোকে বিশ্ব সৃষ্টিৰ কাৰ্য সম্পূৰণ কৰাত, ঈশ্বৰৰ ইচ্ছা পূৰ্ণ কৰাত আনন্দ লাভ কৰে। অহিংসা বা প্ৰেমেই হৈ পৰে কেন্দ্ৰীয় ধৰ্ম। এটি বিখ্যাত সংস্কৃত শ্লোকত আছে:

"অয়ং নিজঃ পৰো বেতি গণনা লঘু চেতসাম্
উদাৰ চৰিতানাং তু বসুধৈৱ কুটুম্বকম্ ।"

---

(৪৩) ৱেচ্‌লীয়ে কৈছে: "এই বিশ্বাসে আমাৰ মনৰ সকলো অশান্তি দূৰ কৰে, আঘাতপ্ৰাপ্ত আত্মাৰ খং, অসন্তুষ্টি, ভয় আৰু অন্তৰৰ বেদনা—এই সকলোৰে-পৰা ৰক্ষা কৰে। আৰু ৰক্ষা কৰে আমাৰ জগতৰ আৰু আমাৰ অব্যক্ত নিস্পৃহতা আৰু অৱসাদৰপৰা, যাৰ প্ৰভাৱত পৰি আমি বছৰ বছৰ ধৰি নিঃসহায়ভাৱে পৰিশ্ৰম কৰিবলগীয়া হয়—বিশেষকৈ যেতিয়া আমি এই জগতৰ ব্যস্ততাৰপৰা আঁতৰি শান্ত-সৌম্য সাধনত ৰত হওঁ।" (Earnest Appeal to Men of Reason and Religion)

(৪৪) স্বদেশো ভুবনত্ৰয়ম্ ।

"কেৱল সৰু মনৰ মানুহৰ কাৰণেহে তোমাৰ আৰু মোৰ ভাববোৰ; আনহাতে উদাৰ হৃদয়ৰ লোকৰ কাৰণে গোটেই জগতখনেই এটি পৰিয়াল।" পাৰমাৰ্থিক ৰাষ্ট্ৰসঙ্ঘত নিজৰ বিশিষ্ট সত্তাৰ ফল স্বৰূপে প্ৰত্যেকৰে নিৰ্দিষ্ট স্থান আছে। যাৰ যেনে গুণেই নাথাকক তথাপি তেওঁ আনতকৈ অগ্ৰাধিকাৰ দাবী কৰিব নোৱাৰে। অৰ্থ আৰু তাৰ প্ৰকাশৰ—কিমানখিনি সমন্বয় ঘটিছে তাৰ ওপৰত নিৰ্ভৰ কৰিহে অৰ্থ আৰু তাৎপৰ্য বিচাৰ কৰা হয়। আনকি আমাৰ শত্ৰুও ঘৃণাৰ আৰু বিৰক্তিৰ বিষয় হ'ব নোৱাৰে। কাৰণ, তেওঁলোকো নৈতিক ব্যক্তি। আমাৰ নিজৰ দৰেই আমাৰ শত্ৰুকো ভাল পাব লাগে বুলি কোৱা হয়; অৱশ্যে এই নিয়ম আমাৰ জীৱনত কামত খটোৱাতকৈ মুখৰ কথাৰেহে পালন কৰা হয় বেছি। যিসকলে পৰমাত্মাত নিবাস কৰে, ই তেওঁলোকৰ সত্তাৰ স্বাভাৱিক নিয়ম বিশেষ। তেওঁলোকে স্থায়ীভাৱে এক গোপন ঐক্যৰ উপলব্ধি কৰে, আৰু সেয়ে হ'ল সাৰ্বজনীন প্ৰেমৰ ভিত্তি, যি প্ৰেম ধীৰ আৰু সৰ্বব্যাপী, যি হিংসা আৰু ঠগ নাশ কৰিব পাৰে, যি দুষ্টক বলেৰে বাধা দিব পাৰে আৰু পাপীক পৰিবৰ্তন কৰিব পাৰে। ৰাতি যেতিয়া অন্ধকাৰ হয়, তৰা তেতিয়া লুকাই পৰে; মানুহৰ যেতিয়া সকলো নোহোৱা হৈ যায় তেতিয়াও ই থাকে। ই এনে প্ৰেম, যি পুৰস্কাৰ নিবিচাৰে, প্ৰতিদান বা প্ৰতি-ফল কামনা নকৰে। ইয়াৰ সত্তাই ইয়াৰ মূল্য। সন্তসকলে ভাল পায়, কাৰণ, তেওঁলোকে তাকে নকৰি থাকিব নোৱাৰে। ভাল নোপোৱাটো তেওঁলোকৰ স্বভাৱবিৰুদ্ধ কথা হৈ পৰিব, বুদ্ধৰ সাৰ্বজনীন কৰুণাৰ দুই দগালু বাহুৱে আঁকোৱালি লৈছিল অতি সামান্য জীৱশ্ৰেণীকো। প্লেটোৱে 'Crito'ত কৈছে: "আমি যেতিয়া আঘাত পাওঁ, তেতিয়া বহুতে ভবাৰ দৰে, আমি কেতিয়াও প্ৰত্যাঘাত কৰিব নাপায়; কাৰণ, আমি কেতিয়াও কাকো আঘাত কৰিবই নাপায়।" যীশুৰ মতে সহা আৰু ক্ষমা কৰাই হল ধৰ্মৰ পথ। নজ্ৰিনৰ শুভ-বাৰ্তাত যীশুৱে এই বুলি কোৱা বুলি আছে: "তোমাৰ ভ্ৰাতৃৰ প্ৰতি প্ৰেম-দৃষ্টি দিয়াৰ বাহিৰে আন কেতিয়াও আনন্দিত নহ'বা।" (৪৫) যিসকলে ঈশ্বৰত বাস কৰে তেওঁলোকে অতি নিকৃষ্ট পাপীজনৰ কাৰণেও যত্নৰ দুৱাৰ বন্ধ কৰি নাৰাখে; বা, এইটোও বিশ্বাস নকৰে যে জগতৰ ক'তনো এনে দুৱাৰ আছে যাৰ দুৱাৰমুখত লিখিত আছে যে, "যি ইয়াত সোমায় সি সকলো আশা পৰিহাৰ কৰে। সকলো বস্তুৰ মূলত যদি এক আত্মা আছে তেনেহ'লে কাকোৱেই প্ৰৱঞ্চনা

(৪৫) মাৰ্কাচ অৰেলিয়াচে কৈছে: খং উঠোঁতে সদায় যেন আমাৰ মনত থাকে, খংটো কোনো বীৰত্বৰ চিন নহয়; নিৰীহতা আৰু মৃদুতা অকল মানৱ সুলভেই নহয়, বেছি পৌৰুষেয়; আৰু, যাৰ এই গুণ আছে তেওঁৰহে প্ৰকৃততে বল, বীৰ্য আৰু বীৰত্ব আছে, খং উঠা আৰু অসন্তুষ্টজনৰ নহয়। ধৈৰ্যৰ সমীপৱৰ্তী হোৱা মানে নিৰুদ্বেগ হোৱা, আৰু সেয়ে হ'ল শক্তিৰ ওচৰ চপা;

কৰিব নোৱাৰি।" (৪৬) আটাইতকৈ ডাঙৰ পাপ হ'ল মানৱাত্মাত নিহিত শক্তিৰ ওপৰত কৰা অবিশ্বাসৰ পাপ। নিজক জনা আৰু ইয়াৰ প্ৰতি অসত্য নোহোৱাটোৱেই হ'ল ভাল জীৱনৰ লক্ষণ। ইয়াৰ অৰ্থ এয়েই নহয় যে আমি আমাৰ ওচৰ-চুবুৰীয়াৰ ওচৰত আমাৰ মত জাপি দিব লাগিব। প্ৰেম হ'ল অপ্ৰতিৰোধ, বিৰোধ জয় কৰিব লাগিব শক্তিৰদ্বাৰা নহয়—প্ৰেমৰদ্বাৰা। আমাৰ আদৰ্শৰ নামত মুহূৰ্তে মুহূৰ্তে পাপক ৰোধ কৰি থাকিবলৈ যোৱাতকৈ ইয়াক প্ৰেমেৰে সহি থাকিব লাগিব। প্ৰতিবেশীৰ প্ৰতি প্ৰেম মানে পাপক সহ্য কৰাটো।

যিসকলে দৃষ্টিলাভ কৰিছে, তেওঁলোক যেতিয়ালৈকে ইয়াৰদ্বাৰা পৰিচালিত হৈ থাকে, তেতিয়ালৈকে কোনো দোষ বা ভুল কৰিব পাৰে বুলি নাভাবে। তেওঁলোক স্বৰাট্, নিজৰ ওপৰত নিজেই সম্পূৰ্ণ অধিকাৰী। তেওঁলোকৰ জীৱন স্বতঃস্ফূৰ্ত্ত আৰু তেওঁলোকে কোনো ধৰা-বন্ধা নিয়ম মানি নচলে। ই জৈৱিক, যান্ত্ৰিক নহয়। তেওঁলোকৰ নৈতিকবোধ বাহ্যিক নহয়, অন্তৰাত্মাত বদ্ধমূল। তেওঁলোকে এনে কামো কৰে যিবোৰ হয়তো সামাজিক ভদ্ৰলোকে কৰিবলৈ শংকা কৰে বা লাজ কৰে। তেওঁলোকে ধৰা-বন্ধা আচৰণৰ ধাৰণা সম্পৰ্কেও মূৰ নঘমায়। আমি গ্ৰহণ নকৰা মতবাদত সন্মতি দিলে যেনেকৈ আমাৰ বৌধিক সাধুতা নষ্ট হয়, তেনেকৈ আমাৰ বিবেকে অনুমোদন নকৰা সামাজিক অনুশাসনক যন্ত্ৰৰ দৰে মানি চলিলেও আমাৰ বিবেকবোধ ক্ষুণ্ণ হয়। বুদ্ধই ধৰা-বন্ধা পৰম্পৰাতকৈ ব্যক্তি-সত্যক, শ্ৰেণী বিভাজনতকৈ সমষ্টিবোধক আৰু বাহ্যিক নিয়ম পালনতকৈ অন্তৰাত্মাক বিভেদ কৰি দেখুৱাইছিল। চক্ৰেটিছ, যীশু আৰু অন্যান্য গতিশীল

---

ক্লেশৰ দৰেই খঙো দুৰ্বলতাৰ লক্ষণ। কাৰণ, উভয়ৰে বলিয়েই আঘাত পাইছে আৰু শেষত তাতে জীৱন পাত কৰিবলগীয়া হৈছে। *Meditations xi. 18f. John Jackson's E.T.* (1906); 9-11; 7-70) একেখন কিতাপতেই এইখিনিও আছে: "দুষ্টবিলাকৰ লগত বাস কৰিব লাগিব বুলিও দেৱতাসকল দুঃখিত নহয় যদিও তেওঁলোক চিৰকাল জীৱিত থাকিব; আৰু দুষ্টবিলাকৰ দুষ্টালিয়েই সাৰ আৰু দুষ্টৰ সংখ্যাও অগণন। নহয়, অকল সেয়ে নহয়। তেওঁলোকে হাজাৰপ্ৰকাৰে সহায়হে কৰে। তেনেহ'লে তোমালোকে—যাৰ শেষ ইয়াতেই—দুষ্টৰ লগত এইখিনি চলোঁতেই শ্ৰান্ত হৈ পৰিবানে? আৰু, তাকো তোমালোকৰ লগত দুষ্টৰ সীমিত সংখ্যা সত্ত্বেও?"

(৪৬) অগষ্টিনে কৈছে: "মই মোৰ অন্তঃস্থ আত্মাৰ ভিতৰ সোমালোঁ আৰু মোৰ দৃষ্টি আৰু আত্মাৰো সুদূৰত দেখিলোঁ—অপৰিবৰ্তনীয় জ্যোতি। যি সত্যক জানে, সেই জ্যোতি কি তাকো জানে, আৰু যি ইয়াক জানে সি নিত্যতাকো জানে তুমিয়েই প্ৰেম, আৰু মই দেখিছোঁ যে তুমি সকলো ভালকে কৰা, আৰু তোমাৰ কাৰণে কোনো অসৎ বা দুষ্কৰ্ম (evil) নাই।—(Confession vii, 10)

দ্ৰষ্টাসকলৰ ক্ষেত্ৰতো একেই কথা।

স্বাভাৱিকতে দ্ৰষ্টাসকল মতবাদৰপৰা বিমুক্ত আৰু তেওঁলোক উদাৰ সহনশীলতাৰ প্ৰতীক। তেওঁলোকে এঠাইত নহয় সকলো ঠাইতে অৱতাৰী ঈশ্বৰৰ পূজকসকলক স্বাগতম্ জনায় আৰু জগতৰ এই বিচিত্ৰতাক সদায় বোধ আৰু সহানুভূতিৰে গ্ৰহণ কৰে। অশোকে কৈছিল, "সকলো গুৰুৱে কোৱা সকলো ভাল কথাই আমাৰ," আৰু একে কথাকেই অনুমোদন কৰিছিল খৃষ্টীদ জাষ্টিনে (৪৭)। তেওঁলোক সকলোৰেই এক সৰ্বময় আত্মাৰ মন্দিৰৰ সেৱক, ইয়াৰ ভিতৰত আছে সকলো ধৰ্মমতাৱলম্বী মানুহ, মাথোন যদি এটা সত্যৰ হকে আৰু অসত্যৰ (পোপৰ) বিৰুদ্ধে যুদ্ধ কৰাটো মূল্যবান বুলি তেওঁলোকে বিশ্বাস ৰাখে। ধাৰ্মিক কৈৱল্যবাদে (ব্ৰহ্মবাদে) গোটেই বিশ্বৰ কাৰণে শাসনতন্ত্ৰ ৰচনা কৰাৰ চেষ্টা কৰে, আৰু বিশ্বাস কৰে এটি আদ্বিতীয়া ঐশ প্ৰত্যাদেশত; আৰু সেই দেখিলেই কয় যে তেওঁলোকে দিয়া ঈশ্বৰৰ যি অধিকাৰিক মত, তাক গ্ৰহণ কৰোঁতাসকলেহে মুক্তি পাব পাৰে। তাকে নামানিলে পৰজন্মত তেওঁলোকে নৰক যন্ত্ৰণা ভোগ কৰিব লাগিব বুলি ভয় দেখুৱায়; কাৰণ, বৰ্তমানৰ গণতন্ত্ৰৰ ফলত তেওঁলোকে দেখ-দেখকৈ এই মানুহবোৰক যাতনা ভুগাব নোৱাৰে। দ্বৈতবাদীৰ দৰ্শনৰ ফলতে এই কৈৱল্যবাদী (ব্ৰহ্মবাদী) মনোভাৱে সুবিধা পায়। ঈশ্বৰ যদি সচাকৈয়ে এই জগতৰপৰা পৃথক আৰু বিশিষ্ট, তেনেহ'লে মুক্তি সম্ভৱ হ'ব পাৰে তেওঁৰ কিছুমান বিশেষ প্ৰিয়পাত্ৰ পুৰুষৰ জৰিয়তেহে। কিন্তু যিসকল সৰ্বসত্তাৰে কেন্দ্ৰস্থলত দৃঢ়বদ্ধ, তেওঁলোকে জানে যে প্ৰত্যেক ধৰ্মই আমাক ওপৰলৈ তুলি লোৱা ঐশ্বৰিক অনুবৰ্তনৰ এটি প্ৰতি-সঁহাৰি মাত্ৰ। বিভিন্ন ধৰ্ম-পৰম্পৰাসমূহ ধৰ্মৰ সৰল ঘটনা প্ৰকাশক বিভিন্ন ভাষাৰেই দৰে। ভাষা পৃথক হ'ব পাৰে, কিন্তু আত্মা এক। আমাৰ কাৰণে যিমানে অপক্ক বা অশুদ্ধ আৰু মূৰ্খামি যেন নালাগক, সকলো প্ৰকাৰৰ পূজা-সেৱাৰেই

---

(৪৭) Apology, II, XIII, 2-4 "আমাক শিকোৱা হৈছে আৰু আমি সকলোৰে ঘোষণা কৰিছোঁ যে যীশুখৃষ্টই ঈশ্বৰৰ প্ৰথম সন্তান আৰু তেওঁ যিহেতু যুক্তি (Logos), সকলো জাতিৰ মানুহেই তেওঁৰ ভাগ গ্ৰহণ কৰে। আৰু যেয়ে যুক্তিৰ ওপৰত নিৰ্ভৰ কৰে, তেওঁলোক নাস্তিক হ'লেও খৃষ্টিয়ান; উদাহৰণ স্বৰূপে গ্ৰীকৰ চক্ৰেটিছ, হিৰোক্লিটাচ আদিৰ কথা ক'ব পাৰি।......প্লেটোৰ শিক্ষা যে খৃষ্টৰ শিক্ষাৰ সম্পূৰ্ণ বিপৰীত এনে নহয়; অৱশ্যে ষ্টইক, কৰি, ঐতিহাসিক আদি সকলৰ শিক্ষাৰ দৰেই, এইবিলাকৰো সম্পূৰ্ণ মিল নাই। কাৰণ, ইয়াৰ প্ৰত্যেকেই ঐশ্বৰিক যুক্তিৰ লগত সমন্বয় থকা এটা অংশ বিশেষ মাত্ৰ দেখিছিল আৰু তাকে ভালকৈ প্ৰকাশো কৰিছিল। সেই সকলোৰেই যিবোৰ ভাল কথা কৈ গৈছিল সেই সকলো আমাৰ, খৃষ্টিয়ানৰ।"

তাৎপৰ্য আছে। দৰাচলতে, পৰম সত্য বা পৰমাত্মা নাই বুলি নহয়, এজন আছে বুলিহে তাৰ ধাৰণাৰ প্ৰকাশসমূহ পৰীক্ষামূলক আৰু অস্থায়ী। বৌধিক বিৱৰণীকে যদি লৰচৰ নকৰাকৈ আমি খামোচ মাৰি ধৰি থাকিবলৈ যাওঁ, তেনেহ'লে সিয়ে পিচৰ অন্তৰ্দৃষ্টিৰ ক্ষেত্ৰত অন্তৰায় স্বৰূপে থিয় দিয়ে; তেওঁলোকে পাহৰে যে এই মতসমূহ কেৱল অভিজ্ঞতাৰপৰা সংগৃহীতহে। আক্ষৰিক (অক্ষৰৰ) পূজাই আটাইতকৈ ডাঙৰ মূৰ্তি পূজাবাদ। ইয়াৰ বাহিৰে আমি এইটো কথাও মন কৰিব লাগিব যে অধিক সংখ্যক পুৰুষ আৰু নাৰীয়েই কোনো বিশেষ ঠাইত আৰু সময়ত জন্ম লাভ কৰাৰ হেতুকে যেনেকৈ তাৰ ভাষা গ্ৰহণ কৰে, ধৰ্মও তেনেকৈয়ে গ্ৰহণ কৰে। তেওঁলোকৰ পিতৃ-মাতৃক নিজে বাছি নোলোৱাৰ কাৰণে তেওঁলোকক জগৰীয়া কৰিব নোৱাৰি। প্ৰত্যেক ব্যক্তিয়ে জন্ম লাভ কৰিযেই কালক্ৰমত পৰিপক্ক হোৱা সু-স্থাপিত চিন্তা আৰু নিয়ম-তন্ত্ৰদ্বাৰা গৌৰৱ পূৰ্ণ হোৱা ধৰা-বন্ধা ধৰ্ম বিশ্বাস এটা পোৱাটো লাভৰ কথা। যেতিয়ালৈকে এই ধৰ্ম পৰম্পৰাই আমাক সচেতন কৰি ৰাখিব পাৰে তেতিয়ালৈকে ই সত্য আৰু অৰ্থপূৰ্ণ। যদিও কোনো পৰম্পৰাই অভিজ্ঞতাৰ লগত একেবাৰে মিলি নাযায় তথাপি পৰম্পৰা-সমূহ একক আৰু অৰ্থপূৰ্ণ। সকলো পৰম্পৰা অৰ্থপূৰ্ণ হ'লেও কোনোটোকেই চূড়ান্ত পালনীয় বুলিব নোৱাৰি। যেতিয়ালৈকে কোনো পৰম্পৰানুগামীসকল আধ্যাত্মিকভাৱে সজীৱ, তেতিয়ালৈকে এই পৰম্পৰা বাচি থাকিবলৈ বাধ্য। ই বিভিন্ন বয়সৰ মানুহৰ কাৰণে কৰা গানৰ মাত্ৰাকৰণৰ দৰে। আত্মাক কোনো মৰ্ত্য ৰূপত বান্ধি ৰাখিব নোৱাৰি। যিসকলে ইয়াক লৈ খৰিয়াল কৰে তেওঁলোকে ছাঁৰ কাৰণে ঈশ্বৰৰ শব্দ নেদেখে বা প্ৰতিধ্বনিৰ কাৰণে ধ্বনি নুশুনে। অজ্ঞতাৰ বননিত এই পৰম্পৰাসমূহক আমাৰ চলিত সুৰুকীয়া যাত্ৰা-পথ বুলি গ্ৰহণ কৰা হয়। দ্ৰষ্টাসকলে অৱশ্যে এই শব্দৰ অন্তৰত প্ৰৱেশ কৰে আৰু নিজৰ অভিজ্ঞতাৰ দীপ্তিৰে তাত নতুন অৰ্থ প্ৰকাশ কৰে। আমি পুৰণি প্ৰতীকৰ ঠাইত নতুন প্ৰতীক এটা বহুৱালেই এই প্ৰতীকে সূচোৱা মূল সত্যৰ লৰচৰ নহয়। বিভিন্ন পন্থই ভিন ভিন প্ৰতীক গ্ৰহণ কৰে, আনকি একেটা ধৰ্মৰ বুৰঞ্জীত দেখা যায় যে এটা প্ৰতীকৰ ঠাই নতুন এটাই গ্ৰহণ কৰিছে, কাৰণ নতুনটো আগৰটোতকৈ বেছি সত্য বুলি অনুমিত হৈছে। দ্ৰষ্টাসকলে অন্য ধৰ্মৰ প্ৰতি যি শ্ৰদ্ধা দেখুৱায়, সি অকল বৌধিক উদাৰতাৰ ভাও নহয়, আধ্যাত্মিক অন্তৰ্দৃষ্টিৰপৰা ওপজা দৃঢ় বিশ্বাস বিশেষ।

দ্ৰষ্টাসকলে ব্যক্তি-স্বতন্ত্ৰ ধৰ্মত বিশ্বাস কৰে আৰু স্বতন্ত্ৰতা আৰু স্বচ্ছন্দতাও অনুমোদন কৰে। বিজ্ঞানে সকলোৰে কাৰণে এটি সাধাৰণ মানদণ্ড জাপি দিব পাৰে; কিন্তু কলা আৰু সাহিত্য, দৰ্শন আৰু ধৰ্ম—এইবিলাকত ব্যক্তিবাদহে অধিক সত্য। মানুহৰ অসীম অনন্তৰ সাধনা কোনো প্ৰকৃষ্ট প্ৰণালীৰদ্বাৰা সীমাবদ্ধ হ'ব নোৱাৰে। ঈশ্বৰৰ বহুমুখী আহ্বানে তেওঁৰ সন্তানসকলক মুক্ত আৰু পৰিবৰ্তনীয়

অনুশাসন মানিবলৈহে কয়। ধৰ্মৰ প্ৰচেষ্টাসমূহে বোধক উপলব্ধিত পৰিণত কৰিব খোজে, জগতত সৃষ্টিৰ প্ৰক্ৰিয়াৰ ফলত যাৰ প্ৰকৃত সত্তাৰ আঁতৰ হেৰাই গৈছে, তাক তাৰ লগত পুনৰ সংযোগ কৰি দিব খোজে ; ইয়াক আৰম্ভ কৰিব পাৰি আবেগময় হৃদয়ত, সক্ৰিয় ইচ্ছা বা মনৰ বোধত। কিন্তু য'তেই আৰম্ভ নহওক, ই গোটেই মানৱ প্ৰকৃতিক সম্পূৰ্ণ পৰিবৰ্তন কৰি পেলায়। মনৰ ভাব এটাই, ইচ্ছাৰ প্ৰবৃত্তি এটাই, অন্তৰৰ অভাৱ এটাই আমাৰ সমগ্ৰ সত্তাকে সক্ৰিয় কৰি তুলিব পাৰে। স্বাধীনতাই হ'ল আধ্যাত্মিক জীৱনৰ চূড়ান্ত নিয়ম। উপনিষদত আছে : "চৰাই যেনেকৈ আকাশত উৰি যায়, মাছে যেনেকৈ সাগৰত কমাই ফুৰে অথচ তাৰ পিচত কোনো চিন এৰি নাযায়, আত্মদৰ্শীসকলেও ঠিক তেনেকৈয়ে ভগবান উপলব্ধিৰ পথত বাট বুলি যায়।" প্ৰত্যেক মানুহেই নিজৰ সিদ্ধিৰ পথ নিজৰ বুকুৰ তেজেৰে অংকিত কৰি লৈ গৈছে। বুদ্ধই তত্ত্বদৰ্শনৰ সাঁথৰ ভাঙিবলৈ কোনো সহজ-সৰল উত্তৰ দিয়া নাছিল, অনিশ্চয়তা বা দুৰ্বলতাৰ কাৰণে নহয় ; তেওঁৰ মন তেওঁতকৈ আৰু কোনেও ভালকৈ জানিব পৰা নাছিল। তেওঁতকৈ কোনেও অপ্ৰিয় সত্য ক'বলৈ কম ভয় কৰা নাছিল । কিন্তু তথাপিও তেওঁৰ অনুগামীসকলৰ কাৰণে এটি মতবাদ দি থৈ যাবলৈ তেওঁ অস্বীকাৰ কৰিলে। তেওঁ গুৰুত্ব দিলে প্ৰত্যেকেই নিজৰ শিক্ষা নিজে গ্ৰহণ কৰাৰ ওপৰতহে। গুৰুৰ কৰ্তব্য হ'ল শিষ্যৰ অনুসন্ধিৎসা জগাই তোলা, ইষ্ট সম্পদৰাজি শিষ্যই নিজে আবিষ্কাৰ কৰিব লাগিব। "এই বিষয়ে মোৰ কোনো লেখা নাই আৰু তাত কোনো লেখা নাথাকিব। অন্যান্য বিদ্যা বিষয়ত থকাৰ দৰে এই বিদ্যা সকলো প্ৰকাশৰ অতীত ; বৰং বহুদিন ইয়াত আৰু ইয়াৰ লগত বসবাস কৰি থকাৰ ফলত হঠাৎ যেন ফিৰিঙতি এটাৰপৰা এগছি বন্তি প্ৰজ্জ্বলিত হৈ উঠে আৰু যেতিয়াই আত্মাত উন্তৱ হয়, তেতিয়াৰেপৰা ই আপোনা-আপুনি প্ৰজ্জ্বলিত হৈ থাকে।" (৪৮) যীশুৱে আমাক কোনো ধৰ্মমত, পন্থা বা সংবিধান দি থৈ যোৱা নাই ; তেওঁৰ আৰু তেওঁৰ ভক্তসকলৰ ধাৰ্মিক জীৱনৰ উদাহৰণহে মাত্ৰ থৈ গৈছে। বিশ্ব-জগতখন আবিষ্কাৰ কৰাৰ অধিকাৰ প্ৰত্যেকৰে আছে। প্ৰত্যেক ব্যক্তিয়েই অনন্তজনলৈ কৰা নিজৰ গতিপথৰ উজ্জ্বল স্মৃতি-চিহ্ন ৰাখি থৈ যাব পাৰে। আনে যিমানেই সহায় নকৰক, ফলাফল প্ৰত্যেকৰ নিজা। প্ৰত্যেকেই নিজেই গিৰি-শৃঙ্গলৈ খিয়-গড়া, দুৰ্গম পথ অতিক্ৰম কৰি যাব লাগিব, আৰু সেই শৃঙ্গৰপৰাইহে সকলো জ্যোতিৰ্ময় দৃশ্য দেখিবলৈ পোৱা যায়। গুৰুৱে আমাক বাটত থৈ আহিব পাৰে ; বাটৰ দুখ-নিৰ্যাতনৰ কথা আমাক কৈ দিব পাৰে ; কিন্তু সেই পৰম ৰহস্যৰ বোধ লাভ কৰাটো আমাৰ ব্যক্তিগত

---

(৪৮) *Plato, Confords, E. T., quoted in J. Middleton Murry's Keats & Shakespeare* (1925), P. 223.

সম্পদহে। (৪৯)

ধৰ্ম প্ৰচেষ্টা যেতিয়া মূলতে ব্যক্তিৰ নিজস্ব, তেওঁক ঈশ্বৰৰ ওচৰ চাপিবলৈ স্বাধীনতা দিয়া হয়। যিকোনো নাম, যিকোনো ৰূপ, যিকোনো প্ৰতীকেই সমগ্ৰ সত্তাক উধাউল কৰি তুলিব পাৰে আৰু সেই জিজ্ঞাসুজনৰ অন্তৰস্থ ভগবানে তেওঁক ওপৰলৈ তুলি লয় আৰু সেই অঞ্জলি গ্ৰহণ কৰে। ঈশ্বৰক কেতিয়াবা ব্যক্তিগত মিত্ৰ আৰু প্ৰেমিক স্বৰূপে গ্ৰহণ কৰা হয়। বহুতেই এটি মানব-মাধ্যম, উদাহৰণ বা অৱতাৰৰ আৱশ্যকতা অনুভৱ কৰে। কোনো কোনোৱে মানৱৰ একেবাৰেই সন্নিকট কিবা এটিৰ মাজেদি কৃষ্ণ, বুদ্ধ বা যীশুৰ অৱতাৰৰ ভবিষ্যতে ভগবানক অনুভৱ কৰিব খোজে। কিছুমানৰ কাৰণে এয়ে যেন যথেষ্ট নহয় আৰু বিচাৰে মহম্মদৰ দৰে নবী, আন কোনোৱে আকৌ জীৱন্ত গুৰু এজন নহ'লে চঞ্চল হৈ উঠে—যি গুৰুৱে শিক্ষা বা উপদেশ দানতকৈ জীৱনীশক্তিহে বেছি দিয়ে।

## পুনৰ্জন্ম

উপলব্ধিৰ পথৰ গতি অতি ধীৰ। হিন্দু আৰু বৌদ্ধ দৰ্শন, অৰ্ফিক ৰহস্য, প্লেটো আৰু আদিম খৃষ্ট ধৰ্মৰ কিছুমান পন্থা অনুসৰি আমি স্বৰ্গ হেৰুৱাই অহাৰ পিচত ঐশ্বৰিক তৃষ্ণা উপলব্ধি কৰিবলৈ বহু কালৰ প্ৰয়োজন হয়। উচ্চ ৰাজ্যৰপৰা পতিত হোৱা আত্মাই এই জগতত বন্দীশালত ভ্ৰমি ফুৰিব লগা হয়, কাৰণ পূৰ্ব-জন্মকৃত কৰ্মফলে আমাৰ পৰজন্ম নিৰ্ণয় কৰে। হিন্দুৰ মতে আমাৰ আধ্যাত্মিক সিদ্ধিৰ লক্ষ্যই হ'ল বহুকাল ব্যাপী কৰা সাধ্য-সাধনাৰ চূড়ান্ত ফল স্বৰূপ। অনন্ত জন্মৰ পিচত মানুহে এই নিজৰ ঐশ্বৰিক আত্মপ্ৰতিষ্ঠা লাভ কৰে। আমি গ্ৰহণ কৰা প্ৰত্যেকটো জীৱন, প্ৰতিটো কাৰ্যই আমাক এদোপ আগুৱাই নিব পাৰে বা এখোজ পিচুৱাই আনিব পাৰে। নিজৰ চিন্তা, ইচ্ছা আৰু কাৰ্যৰদ্বাৰা নিজে কি হ'ব পাৰে তাক নিজেই নিৰ্ণয় কৰিব পাৰে। প্লেটোৰ মতে জ্ঞানীলোকে নিজক ইন্দ্ৰিয় জগতৰপৰা আঁতৰাই ৰাখে আৰু নিজৰ অন্তৰস্থ আৰু আধ্যাত্মিক চকু ৰাখে নিত্য সত্য জগতৰ পিনে; আৰু, যদি এই প্ৰচেষ্টা চলাই থাকিব পাৰে তেনেহ'লে ব্যক্তিয়ে বিষয়াসক্তিৰ বন্ধনৰপৰা মুক্তি লাভ কৰিব পাৰে আৰু মৃত্যুৰ পিচত মুক্ত আত্মাই লাহে লাহে উধাই গৈ গৈ পাবগৈ পাৰে এৰি অহা নিত্য জ্যোতিৰ আবাস

(৪৯) ডান্টেৰ দৰেই, এনে মুহূৰ্ত আছে, যেতিয়া ভাজিলে আৰু পথ দৰ্শাব নোৱাৰে:

"যুক্তিয়ে যি কৰে আবিষ্কাৰ, শক্তি আছে
মোৰ তাক তোমাক দেখুৱাবৰ; কিন্তু যি আছে
অতীতত তাৰ, যি বিচাৰা বিয়েট্ৰিচৰপৰা
সি মাথোঁ কাম বিশ্বাসৰ, যুক্তিৰে নপৰে ধৰা।"

(Purgatory, XVIII 47-8)

ভূমি। (৫০) উচ্চ জীৱনৰ পথত আমি ভৰি দিওঁ, যদিও আমি স্পষ্টকৈ সেই পথ দেখা নাপাই অনিশ্চিতভাৱে ইফালে-সিফালে ভ্ৰমি ফুৰোঁ। আদর্শৰ প্ৰতি আকর্ষণ আমাৰ হয়, কিন্তু তাৰ সম্পূর্ণ প্ৰকৃতিৰ সমনুজ্ঞান আমাৰ নহয়। যি সম্পূর্ণ আত্ম-নিবেদনৰ ফলত ই লাভ হ'ব পাৰে, সি তেনেই সহজ নহয়। কিন্তু কোনো চেষ্টাই অথলে নাযায়। আমি আমাৰ ব্যক্তিগত আৰু সামাজিক আচৰণৰ ক্ষেত্ৰত এতিয়াও মানৱ মর্যাদাকেই সম্পূর্ণ উপলব্ধি কৰিব পৰা নাই। ইয়াৰ বাবে জীৱনৰপৰা জীৱন, ক্ষেত্ৰৰপৰা ক্ষেত্ৰ ব্যাপী যুগমীয়া প্ৰচেষ্টাৰ প্ৰয়োজন।

## মুক্তি

ধৰ্মৰ উদেশ্য হ'ল আমাক খণ্ডেকীয়া অর্থহীন আঞ্চলিকতাৰপৰা চিৰন্তনজনৰ মর্যাদা আৰু তাৎপর্যলৈ লৈ যোৱাটো, আমাৰ বিশৃঙ্খল আৰু বিমূঢ় জীৱনক শুদ্ধ আৰু অমৰ সত্তালৈ ৰূপান্তৰিত কৰাটো। ইয়েই জীৱনৰ সম্ভাব্য আদর্শ। মানৱ মনৰ যদি কেতিয়াবা এনে পৰিবর্তন হয় যে, ই অহৰহে ঐশ্বৰিক জ্যোতিৰ প্ৰভাৱতেই থাকিবলৈ লয়, মানৱাবেগ যদি ঐশ্বৰিক আনন্দৰ গতি আৰু বিস্তৃতিলৈ ৰূপান্তৰিত হয়, মানৱ কার্যই যদি ঐশ্বৰিক জীৱনৰ সৃষ্টিশীল কার্য সাধনত অংশ গ্ৰহণ কৰে, মানৱ জীৱনে যদি ঐশ্বৰিক সত্তাৰ শুদ্ধতা লাভ কৰিব পাৰে, আমি যদি উচ্চ জীৱনৰ পোষণ কৰিব পাৰোঁ, তেনেহ'লে জগৎ প্ৰক্ৰিয়াৰ সুদীর্ঘকাল ব্যাপী কৰা প্ৰযত্নৰ চূড়ান্ত সার্থকতা লাভ হ'ব পাৰে, আৰু বহু দীর্ঘ শতাব্দী জুৰি হৈ অহা ক্ৰমবিবর্তনৰ গভীৰ তাৎপৰ্য প্ৰস্ফুটিত হৈ উঠিব পাৰে। মানৱৰ ব্যক্তি আৰু জাতিৰ জীৱন ঐশ্বৰিক জীৱনত পৰিণত কৰাই হ'ল সকলো মহান ধৰ্মৰেই প্ৰচেষ্টা। এয়ে হ'ল হিন্দুৰ মোক্ষ, বৌদ্ধসকলৰ নির্বাণ (৫১) আৰু খৃষ্টানসকলৰ স্বর্গৰাজ। প্লেটোৰ

(৫০) ডীন্ ইঞ্জে লিখিছে: "আত্মাৰ প্ৰাক্-স্থিতিৰ ওপৰত অবিশ্বাসৰ কথাটো গ্ৰীক দর্শনত মৃত্যুৰ পিচত আত্মাৰ স্থিতি বা অনুপস্থিতিৰ ওপৰত কৰা বিশ্বাসৰ ওপৰত নির্ভৰ কৰে, আৰু ই বিশেষ আৱশ্যকীয়। ইয়াৰ মূলতে আংশিকভাৱে ইহুদীসকলৰ প্ৰভাৱো বুলিব পাৰি। কিন্তু প্ৰাক্-স্থিতিৰ কথাটো সৰহভাগ গ্ৰীকে বিশ্বাস নকৰা যেন লাগে। আৰু, প্ৰকৃতপক্ষে ক'বলৈ গ'লে প্লেটো আৰু নৱ-প্লেটোবাদী দার্শনিকসকলৰ মধ্যবর্তী কালতেই ই গ্ৰীক দর্শনৰপৰা প্ৰায় লোপ পালে। পীথাগোৰীয় আৰু প্লেটোৰ মতবাদৰ ভৱিষ্যৎ আছে বুলি অনুমান কৰিব পাৰি।" (*Legacy of Greece* (1922), 2nd. Ed. Livingstone, P.44.)

**(৫১) বৌদ্ধ মতটো উদানই বেচ স্পষ্টকৈ লিখিছে: "এনে এটা স্তৰ বা 'আয়তন' আছে, য'ত মাজ নাই, পানী নাই, আনকি আকাশৰ অসীমতাৰ 'আয়তন' নাই, অসীম চৈতন্যৰ স্তৰ নাই, সম্পূর্ণ শূন্যতাৰ স্তৰ নাই, নাইবা চৈতন্য বা অচৈতন্যৰ স্তৰ নাই। তাত এই জগত নাই, আন জগতো নাই, সূর্যও নাই চন্দ্ৰও নাই।**

মতে এয়ে হ'ল শুদ্ধ ভাবৰ অবাধিত প্ৰত্যক্ষৰ দৰ্শন, এয়ে হ'ল মানুহৰ নিজ স্বৰূপ উপলব্ধি আৰু নিজৰ সত্তাৰ সাধুতাৰ পুনৰুদ্ধাৰ। যোগসূত্ৰত আছে—তদা দ্ৰষ্টুঃ স্বৰূপে অৱস্থানম্। স্বৰ্গ মাথোন ঈশ্বৰ থকা ঠাই এখন নহয়, ই সত্তাৰ পৰ্যায় মাত্ৰ, এখন আত্মাৰ জগত, য'ত জ্ঞান, প্ৰেম আৰু সৌন্দৰ্যৰ ভাবনা চিৰকাল থাকে, ই এনে এখনি ৰাজ্য, য'ত আমি আত্মাৰে একেবাৰেই প্ৰৱেশ কৰিব পাৰোঁ আৰু যি ৰাজ্য আমি আমাৰ নিজৰ ভিতৰত আৰু সমাজত সম্পূৰ্ণভাৱে উপলব্ধি কৰিব পাৰোঁ; মাত্ৰ লাগে সুদীৰ্ঘকাল ব্যাপী কৰা ধৈৰ্যশীল প্ৰচেষ্টা। পুনৰ্জন্মৰ আশাৰ অৰ্থ হ'ল আধ্যাত্মিক সত্তা লাভৰ ওপৰত আমাৰ আত্মাৰ বিশ্বাসৰ প্ৰকাশ মাত্ৰ। প্ৰত্যেক মানুহেই যেতিয়া নিজক সেই অমৰ আত্মা, ঈশ্বৰৰ সন্তান আৰু ঈশ্বৰকেই বুলি জ্ঞানলাভ কৰিব পাৰিব, তেতিয়াই জগৎ প্ৰক্ৰিয়াৰ সিদ্ধিলাভ হ'ব। এই লক্ষ্যত উপনীত নোহোৱালৈকে প্ৰত্যেক মুক্ত ব্যক্তিয়েই সৰ্বময় চৈতন্যৰ (পৰম চৈতন্য) কেন্দ্ৰ স্বৰূপ হৈ থাকিব। তেওঁ তেতিয়াও কাৰ্য কৰি থাকিব, কিন্তু অহংভাব নাথাকে। মুক্ত হোৱা মানে জগতৰপৰা আঁতৰি যোৱাকে নুবুজায়। মুক্তি মানে জীৱনৰপৰা পলায়ন নহয়। ব্যক্তিয়ে এই জগৎ প্ৰক্ৰিয়াৰ মাজত নিজে এটি অখ্যাত আৰু সীমাবদ্ধ আত্মা হৈ নাথাকে, তেওঁ তেতিয়া বৰ ঐশ্বৰিক বা অনন্ত চৈতন্যৰ কেন্দ্ৰ স্বৰূপ হৈ সকলো ব্যক্তিৰ প্ৰকাশকেই আকোঁৱালি ধৰি আৰু সকলোকে এক সমন্বয়লৈ ৰূপান্তৰিত কৰি। এয়ে হ'ল নিজৰ আত্মসত্তাক আমূলভাৱে সংশোধিত কৰি এই জগতত বাস কৰা। আত্মাই নিজৰ অধিকাৰিত্ব লাভ কৰে আৰু ইয়াৰ শান্তিক জগতৰ কোনো আকৰ্ষণ বা আক্ৰমণেই লৰচৰ কৰিব নোৱাৰে। এই আধ্যাত্মিক জ্যোতিৰ ফলত ব্যক্তিৰ জীৱন-নিৰ্বাহ অসম্ভৱ হৈ নুঠে। এই মুক্ত ব্যক্তিয়ে যদি জগৎ-প্ৰক্ৰিয়াৰপৰা সঁচাকৈয়ে আঁতৰি পৰিবলগীয়া হয়, তেনেহ'লে এই জগতে কোনো কালেই পৰিত্ৰাণ লাভ কৰিব নোৱাৰিব। অনন্তকালৰ কাৰণে এই জগত অন্তহীন যুঁজ-বাগৰ আৰু অন্ধকাৰত পতিত হৈ থাকিবলৈ অভিশপ্ত হ'ব। হিন্দুসকলে বিভিন্ন পৰ্যায়ৰ (স্তৰৰ) মুক্তিৰ কথা কৈছে; কিন্তু সম্পূৰ্ণ আৰু শেষ মুক্তিয়েই হৈছে পৰম মুক্তি। মহাযান বৌদ্ধধৰ্মত কোৱা আছে যে নিৰ্বাণৰ দুৱাৰডলিত থিয়হৈ বুদ্ধই শপথ গ্ৰহণ কৰিছিল যে যেতিয়ালৈকে এই জগতৰ

মই তাক অহা নোবোলোঁ, যোৱা নোবোলোঁ বা থকাও নোবোলোঁ, আঁতৰাও নোবোলোঁ নাইবা উৎপত্তি হোৱাও নোবোলোঁ। বিনা আধাৰে বা বিনা গতিৰে বা ভিত্তিৰে ই আছে। এয়ে দুখৰ অন্ত বা অৱসান। তাত অজন্মা, অক্ৰিয়মান, অঘটিত, অসংহত এটি আছে; যদি নাথাকিলহেঁতেন, তেন্তে জন্ম, ক্ৰিয়মান, ঘটিত আৰু সংহত হোৱাৰপৰা নিস্তাৰ নাথাকিলহেঁতেন।" (viii, 1-4) বৌদ্ধ নিৰ্বাণ সম্বন্ধে বিশদ আলোচনাৰ বাবে গ্ৰন্থকাৰৰ *Indian Philosophy vol.* I. 2nd. (1929) পঢ়ক।

এজন মানুহো অমুক্ত হৈ থাকিব, তেতিয়ালৈকে তেওঁ এই অপৰাবৰ্ত্য দুৱাৰ ডলি পাব নহয়। ভাগৱত-পুৰাণত এই প্ৰাৰ্থনাটি আছে: "মই অষ্ট অপবৰ্গ সমন্বিতে স্বৰ্গও নিবিচাৰোঁ। পুনৰ্জন্মৰপৰা মুক্তিও নিবিচাৰোঁ। ; মই যেন যন্ত্ৰণা ভোগ কৰি থকা সকলো জীৱৰে দুখ গ্ৰহণ কৰিব পাৰোঁ আৰু যেন তেওঁলোকৰ অন্তৰত সোমাই তেওঁলোকক শোকমুক্ত কৰিব পাৰোঁ।" তেওঁলোকে যি এই আত্ম-পৰিপূৰ্ণতা বিচাৰে, সি অন্যৰ ক্ষেত্ৰত তেনে ফল লাভ কৰাৰ লগত খাপ নাখায়। ব্যক্তিক ব্যক্তি হিচাপে কৰা সন্মান অন্ততঃ ধৰ্মৰ ক্ষেত্ৰত আধুনিক গণতন্ত্ৰৰ অৱদান নহয়। যেতিয়া এই গোটেই জগৎ প্ৰক্ৰিয়াত সকলোৰে ঈশ্বৰৰ সন্তান বুলি পৰিগণিত হ'ব, যেতিয়া ঈশ্বৰৰ সকলো মানুহেই নবী হৈ পৰিব আৰু যেতিয়া এই অৱতাৰ প্ৰকাশ পাব, তেতিয়াহে প্ৰকৃতিয়ে হাত সাৰিব খোজা পাথিৱ পুনৰ্জন্মৰ অন্ত পৰিব।

## সাৰাংশ

আমি এতিয়া সমস বেলেগ বেলেগ অভিজ্ঞতাৰ কথাবোৰ গোট-পিত কৰি চাওঁ।

আমাৰ চৈতন্যবোধৰ এনে এটা ৰূপ আছে, যিটো প্ৰত্যক্ষমান কাল্পনিক বা বোধিতকৈ বেলেগ। আৰু ই স্ব-প্ৰামাণ্য আৰু স্বয়ং-সম্পূৰ্ণ। সকলো যুগৰ ধাৰ্মিক পুৰুষসকলেই এই পৰমাত্মা জ্ঞান লাভৰ প্ৰত্যক্ষ বিচাৰৰদ্বাৰা ঈশ্বৰৰ বিষয়ে নিশ্চয়তা লাভ কৰিছে।

আমাৰ আত্মাৰ বিশাল পৰিবেশটো তাৰ নিজস্ব আৰু ব্যক্তিয়ে সময়ে সময়ে এই পৰিবেশৰ সান্নিধ্য লাভ কৰে। আধ্যাত্মিক পৰিবেশৰ প্ৰকৃতি সম্বন্ধে ভিন ভিন ব্যাখ্যা হ'ব পাৰে। কিন্তু এইটো কথা ঠিক্ যে এনে পৰিবেশতেই সত্য-জিজ্ঞাসা আৰু শ্ৰেয়স্-উপলব্ধিৰ সুবিধা সম্ভৱপৰ।

আত্মা আৰু বিশ্বৰ সৰ্বব্যাপী অন্তৰ্জ্ঞানত অতিৰিক্ত গুৰুত্ব দি আমাৰ প্ৰেম প্ৰতিদান দিব পৰা ঈশ্বৰ বা বাস্তৱতেই স্বতন্ত্ৰতা থকা আত্মাকো কেতিয়াবা প্ৰত্যাখ্যান কৰা হয়।

যিসকলৰ এই চৈতন্য আছে তেওঁলোকেই হ'ল পুণ্যাত্মা, তেওঁলোকৰ জীৱনৰ লক্ষণ হ'ল আত্মাৰ সাৰ্বভৌমত্বৰ ওপৰত অবিচলিত বিশ্বাস, অপৰাজেয় আশাবাদ নৈতিক সাৰ্বিকতা আৰু ধৰ্ম-সহিষ্ণুতা।

ধাৰ্মিক প্ৰচেষ্টাৰ উদ্দেশ্য হ'ল লাহে লাহে আধ্যাত্মিক অন্তৰ্দৃষ্টি লাভ কৰা আৰু ইয়াৰ পথ হ'ল নৈতিক জীৱন আৰু ধ্যানৰ নিপুণতা।

যদিও এই বিভিন্ন তথ্যসমূহৰ ফলত উদ্ভৱ হোৱা সমস্যাসমূহৰ বিশদ আলোচনা সম্ভৱপৰ নহয়, তথাপি ইয়াৰ সত্যতা নিৰ্ধাৰণৰ বাবে সহায়ক হ'ব পৰা সাধাৰণ আলোচনা আগবঢ়াব পাৰি।

## চতুৰ্থ অধ্যায়

# বুদ্ধি আৰু স্বজ্ঞা

স্মৃষ্টিশীল স্বজ্ঞাৰ ওপৰত প্ৰাচ্যৰ গুৰুত্ব আৰোপ—বৌদ্ধিক বিচাৰৰ ওপৰত পাশ্চাত্যৰ গুৰুত্ব—জ্ঞান লাভৰ বিভিন্ন পথ—প্ৰত্যয়ীজ্ঞান সম্বন্ধে ব্ৰেড্‌লি, বাৰ্গচঁ—ক্ৰোচে—সহজ জ্ঞান—শঙ্কৰ, ডেকাৰ্ট, লক, কান্ট, স্বপেনহাৱাৰ, কাণ্ট—স্বজ্ঞা আৰু কল্পনা—প্ৰজ্ঞা দৰ্শনত হেগেল, কান্ট—স্বজ্ঞাৰ প্ৰযোজনীয়তা—প্লেটো—ডেকাৰ্ট—স্পিনোজা—লাইব্‌নীজ—পাস্কেল—কাণ্ট—হেগেল।

সকলো জ্ঞানেই বৈজ্ঞানিক প্ৰণালীৰে হোৱা হ'লে ধৰ্মৰ বিৰুদ্ধে কৰা সাম্প্ৰতিক প্ৰত্যাহ্বানেই সিদ্ধান্তসূচক হ'লহেঁতেন। সেই কাৰণে সমস্যাটো এতিয়া স্বজ্ঞাৰ (স্বজ্ঞানৰ) সত্যতা আৰু ইয়াৰ প্ৰামাণ্যৰ ভিতৰতে আৱদ্ধ হৈ পৰিছে। এনে কোনো জ্ঞান আছেনে, যাৰ প্ৰকৃতিয়েই এনেকুৱা যে তাক বচনত প্ৰকাশ কৰিব নোৱাৰি, অথচ বিশ্বাসযোগ্য?

## স্মৃষ্টিশীল স্বজ্ঞাৰ ওপৰত প্ৰাচ্যৰ গুৰুত্ব আৰোপ

চক্ৰেটিছ আৰু ভাৰতীয় দাৰ্শনিকৰ মাজত হোৱা বুলি কোৱা কথোপকথনৰ-পৰা এই সঙ্কেত পাব পাৰি যে সমগ্ৰ পাশ্চাত্য পৰম্পৰাতে মানুহক প্ৰধানতে যুক্তি-বিজ্ঞানসন্মতভাৱে চিন্তা কৰা আৰু উপযোগিতা অনুযায়ী কাৰ্যকৰা জ্ঞান-শক্তিসম্পন্ন জীৱ বুলি গ্ৰহণ কৰে। পাশ্চাত্যৰ লোকে বিজ্ঞান, তৰ্কবিজ্ঞান আৰু মানৱতা-বাদৰ ওপৰত আৰু অধিক গুৰুত্ব আৰোপ কৰে। সকলো হিন্দু চিন্তাশীল লোকে দৃঢ়তাৰে স্বীকাৰ কৰে যে বোধতকৈও অতি গভীৰ কিবা এটা শক্তি আমাৰ আছে, আৰু তাৰদ্বাৰা আমি আমাৰ অত্যন্ত ব্যক্তিগত সত্তাৰ সম্বন্ধে সচেতন হ'ব পাৰোঁ। আৰু তাৰ অকল উপৰুৱা বা দৃষ্টি-গোচৰীভূত ফালটোকেই জানি সন্তুষ্ট নহওঁ। হিন্দুসকলৰ মতে দৰ্শন এবিধ অন্তৰ্জ্ঞান, দৰ্শন। ই সত্যৰ দৰ্শন, যুক্তি, তৰ্ক আৰু প্ৰমাণৰ বিষয় মাত্ৰ নহয়। হিন্দ দাৰ্শনিকসকলে বিশ্বাস কৰে যে ক্ৰমাগত প্ৰশিক্ষণৰ ফলত আমাৰ মনক চিন্তাশীল বোধ আৰু অতীতৰ ছাপসমূহৰ প্ৰভাৱৰপৰা মুক্ত কৰিব পাৰি আৰু তেতিয়া যি বিষয়বস্তুৰ প্ৰকৃতি সম্পূৰ্ণ আৰু বিকশিত হৈ উঠে

তাৰ লগত মনৰ আপোনা-আপুনি সংযোগ স্থাপন হৈ পৰে। (১) তেওঁলোকে ভাবে যে সত্যৰ শক্তিৰদ্বাৰাই আমি আমাৰ ভাগ্য নিয়ন্ত্ৰণ কৰিব পাৰোঁ। জ্ঞানেই শক্তি; এই জ্ঞানৰ অভাৱেই সকলো আপদৰ মূল। বিদ্যাই মোক্ষ, অবিদ্যাই সংসাৰ। স্বজ্ঞাত উপলব্ধিয়েই মুক্তিৰ উপায়। যি জানে, তেওঁ প্ৰত্যক্ষ আৰু অব্যৱহিতভাৱে সেই জ্ঞানৰদ্বাৰাই মুক্তি লাভ কৰে। প্ৰজ্ঞা স্বতন্ত্ৰতাৰ সৈতে একে। "যিজনে 'ময়েই ব্ৰহ্ম' বুলি জানে, তেৱেঁই এই সকলো হয।" (২) "যিজনে সেই পৰম ব্ৰহ্মক জানে, তেৱেঁই সেই ব্ৰহ্ম হৈ পৰে।" (৩) আমি যেতিয়ালৈকে ব্ৰহ্মৰ সৈতে এক হৈ নাযাওঁ, ইয়াৰ সাৰবস্তু গ্ৰহণ নকৰোঁ, তেতিয়ালৈকে ব্ৰহ্মক সম্পূৰ্ণ আৰু সত্য-ভাৱে জানিব নোৱাৰোঁ। ঈশ্বৰক জনা মানে আমাৰ সংশয় বা দুখ ওপজাব পৰা সকলো বাহ্যিক বন্ধনৰ প্ৰভাৱৰপৰা মুক্ত হৈ দেৱত্ব লাভ কৰা। ব্ৰহ্মন পৰমাত্মনৰ প্ৰতীক, ইয়াৰ অৰ্থ পূত জ্ঞান, স্বজ্ঞাত প্ৰজ্ঞাও। এই স্বজ্ঞাত প্ৰজ্ঞাই এই জগৎ সৃষ্টিৰ প্ৰথম মূলতত্ত্বৰ ৰূপ গ্ৰহণ কৰে। যি এই জ্ঞান লাভ কৰে, তেওঁ এই বিশ্বসৃষ্টিৰ সাৰবস্তু জানে। বিভিন্ন হিন্দু দৰ্শনে বেদৰ কৰ্তৃত্ব স্বীকাৰ কৰাৰ অৰ্থ এয়ে যে দুৰ্বোধ্য দাৰ্শনিক সমস্যা ক্ষেত্ৰত প্ৰৱেশৰ কাৰণে তৰ্কজ্ঞাতবোধতকৈ স্বজ্ঞাত-অন্তৰ্দৃষ্টি অধিক দীপ্তিময়ী।(৪) উদাহৰণস্বৰূপে, শঙ্কৰে অনুভৱ বা আত্মস্থ সংবেদনক জ্ঞান লাভৰ চৰম উপায় বুলি কৈছে। ই বৰ স্পষ্ট আৰু বিশিষ্ট নহ'ব পাৰে। কিন্তু ই নিশ্চিত আৰু জাজ্জ্বল্যমান। বুদ্ধই বোধি বা বিজ্ঞানৰ মূল্যৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল। সূক্ষ্ম তত্ত্বজ্ঞান সম্পৰ্কে তেওঁৰ অনুৎসাহ সকলোৰে জনাজাত। তেওঁৰ মতে বৌদ্ধিক জ্ঞান চৰ্চা উচ্চ জীৱন লাভৰ অন্তৰায়। আধ্যাত্মিক প্ৰযত্নৰদ্বাৰাহে সত্যৰ জ্ঞান লাভ কৰিব পাৰি। মানুহে চিন্তাৰদ্বাৰা সত্যলৈ যোৱাৰ পথ উলিয়াব নোৱাৰে; পাৰে তালৈ জীৱন যাত্ৰা কৰিহে। বৌদ্ধ ধৰ্মৰ প্ৰথমছোৱাত প্ৰজ্ঞা বা স্বজ্ঞাত-অন্তৰ্দৃষ্টিকেই মানৱ মনৰ চূড়ান্ত ক্ৰিয়া বুলি অভিহিত কৰা হৈছিল। (৫) বৌদ্ধ আৰু হিন্দু দৰ্শনৰ সাধাৰণ ভাব হ'ল উচ্চ জীৱন লাভৰ পিচত মানৱাত্মাৰ আকাঙ্ক্ষাৰ বিষয়ে অৱগতি লাভ কৰা আৰু ইয়াকে বিশ্বসৃষ্টিৰ ব্যাখ্যাৰ উপায় বুলি ধৰি লোৱা সকলো যুক্তিবাদী দৰ্শনেই ইয়াক গ্ৰহণ কৰিছিল।

---

(১) বৈশেষিক সূত্ৰ IX. 2.13: ইন্দ্ৰিয় বা প্ৰমাণৰদ্বাৰা নোহোৱা গোচৰী-ভূত জ্ঞানক বিভিন্ন নামেৰে বুজোৱা হয়: যেনে প্ৰজ্ঞা, প্ৰতিভা, আৰ্ষজ্ঞান, সিদ্ধ দৰ্শন, যোগ-প্ৰত্যক্ষ। (জয়ন্তৰ ন্যায়মঞ্জৰী পৃ: ১৭৮; ভাষা পৰিচ্ছেদ ৬৬)

(২) বৃহদ্ উপনিষদ I ৪, ১০, ১৫।

(৩) মুণ্ডক উপ. III ২, ৯।

(৪) প্ৰত্যক্ষণানুমিত্যা বা যস্তু পায়ো ন বুধ্যতে এতম্ বদন্তি বেদেন তস্মাৎ বেদস্য বেদতা। (মনু VII)

(৫) Anesaki-History of Japanese Religion (1930) p. 53—"এই

## বৌদ্ধিক বিচাৰ আৰু জ্ঞান ঃ পাশ্চাত্যৰ গুৰুত্ব

প্ৰাচ্য দৰ্শনৰ প্ৰধান লক্ষণ হ'ল স্বৃষ্টিশীল অন্তৰ্জ্ঞানৰ ওপৰত গুৰুত্ব দিয়াটো; পাশ্চাত্য দৰ্শনত কিন্তু বৌদ্ধিক বিচাৰ-জ্ঞানৰ ওপৰতহে সাধাৰণতে প্ৰাধান্য আৰোপ কৰা লক্ষণ দেখা যায়। অৱশ্যে এই পাৰ্থক্যৰ ওপৰত অধিক গুৰুত্ব দিব নোৱাৰি। ই আপেক্ষিকহে, এযে চৰম নহয়। এই প্ৰভেদৰদ্বাৰা প্ৰধান ধাৰাৰ অনুমান মাত্ৰ কৰিব পাৰি, কিন্তু ইয়াৰ ব্যতিক্ৰম বহুত আছে। ইয়াৰে ক'ত কোনটোত কেনে গুৰুত্ব আৰোপ কৰা হৈছে, তাকেহে বুজাব খোজা হৈছে।

পীথাগোৰীয় পৰম্পৰাত ভিত্তি কৰিবলৈ গ'লে আমি পাওঁ যে গ্ৰীক দৰ্শনৰ প্ৰণালী আৰু ফলাফল গণিত শাস্ত্ৰৰ উদাহৰণৰদ্বাৰা প্ৰভাৱান্বিত হৈছিল। এৰিষ্টটোলে চক্ৰেটিছৰ দুটা অৱদানৰ কথা কৈছে—এটা হ'ল অৱৰোহণ যুক্তি আৰু আনটো সাৰ্বিক-সংজ্ঞা। (৬) বাস্তৱ বস্তুৰ সংজ্ঞাবদ্ধ কৰিব পৰা আকাৰ থাকিব লাগিব। আকাৰ গুণেহে বস্তু। আচৰণৰ ক্ষেত্ৰত উন্নতি সাধিবৰ হ'লে প্ৰথম সোপান হ'ল নৈতিক ধাৰণাৰ শ্ৰেণীবিভাজন কৰি লোৱা। যিকোনো সংজ্ঞাৰ সূচনাকে চক্ৰেটিছে বাস্তৱ ঘটনাৰ লগত পৰীক্ষা কৰি চাইছিল। প্লেটোৰ কাৰণে জ্যামিতিয়েই আদৰ্শ বিজ্ঞান আছিল। ঈশ্বৰেও জ্যামিতিকৰণ কৰে। এৰিষ্টটোলে তৰ্কবিজ্ঞান উলিয়ালে। তেওঁৰ মতে মানুহ মুখ্যতঃ জ্ঞানসম্পন্ন জন্তু। গ্ৰীকসকলৰ কাৰণে তৰ্কশাস্ত্ৰ যেনে প্ৰমাণ-বিজ্ঞান, তেনে আবিষ্কাৰ-বিজ্ঞান বা আবিষ্কাৰধৰ্মী নহয়। প্ৰাচীন গ্ৰীকসকলৰ পৌৰজীৱনৰ কেন্দ্ৰ আছিল সংসদ আৰু আইন-আদালত। তাত বৌদ্ধিক সূক্ষ্মতা আৰু মানসিক দক্ষতাৰ প্ৰয়োজন অধিক আছিল। ইয়াৰ প্ৰধান উদ্দেশ্যই আছিল তৰ্কত জয়লাভ কৰা আৰু তাকে কৰাৰ মুখ্য উপায় আছিল তৰ্কৰ কলা-কৌশল আয়ত্ত কৰা। আবিষ্কাৰ ধৰ্ম আৰু উৎকৰ্ষৰ ওপৰতকৈ চিন্তাৰ প্ৰকাশফাল আৰু যোগাযোগৰফালৰ ওপৰতহে অধিক প্ৰাধান্য দিয়া হৈছিল। এৰিষ্টটোলৰ "অৰ্গেণণ"ত ব্যাকৰণ আৰু তৰ্কশাস্ত্ৰৰ মাজত ঘনিষ্ঠ সম্বন্ধ আছে। লাহে লাহে চলিত প্ৰথা মতে চিন্তাধাৰাক বান্ধি পেলোৱাৰ কাৰণে এটা মনোভাব বাঢ়ি যাবলৈ ধৰিলে। সকলো সত্য আবিষ্কাৰ হৈ গ'লে আৰু যদি একো জানিবলগীয়া নাথাকে, তেতিয়া আকাৰনিষ্ঠ তৰ্কশাস্ত্ৰৰ নিয়মবোৰেই উৎকৃষ্ট ব্যৱহাৰোপযোগী হ'ব। কিন্তু তৰ্কশাস্ত্ৰই প্ৰকৃতিৰ গতিবেগ আৰু আবিষ্কাৰৰ উৎকৰ্ষ নিৰ্দেশ কৰিব বা সীমা বান্ধিব নোৱাৰে।

---

বোধিয়েই হ'ল আত্মাত আৰু জীৱনত স্থিতিৰ মূল ঐক্যৰ উপলব্ধি কৰা, সমগ্ৰ বিশ্বব্যাপী থকা আত্মিক সংযোগ উপলব্ধি কৰা।" বুদ্ধঘোষে প্ৰজ্ঞা বা অন্তৰ্দৃষ্টিক বিজ্ঞান বা বুদ্ধি-জ্ঞান আৰু সংজ্ঞা বা প্ৰত্যক্ষ-জ্ঞানতকৈ উচ্চ বুলিছে।

(৬) See Aristotle : *Metaphysics*, M 1078, p. 27

গ্ৰীক দৰ্শনৰ প্ৰাচুৰ্য আৰু জটিলতা সম্বন্ধে এই চমু বৰ্ণনা যে একেবাৰে যথেষ্ট নহয়, সেই বিষয়ে মই নিঃসন্দেহ। গণিত শাস্ত্ৰৰ বাহিৰে অন্য শিক্ষাহে বোধকৰোঁ প্লেটোৰ আটাইতকৈ শ্ৰেষ্ঠ অৱদান। প্লেটোৰ মতে স্বজ্ঞাত প্ৰজ্ঞাই ( noesis ) অতি শ্ৰেষ্ঠ জ্ঞান, ই অব্যৱহিত আৰু বুদ্ধি জ্ঞানাতীত। তেওঁ দ্বন্দ্ববাদ ( dialectic ) বা আত্মাৰ লগত তাৰে কথোপকথনত বিশ্বাস কৰিছিল। এই জ্ঞান বৈজ্ঞানিক জ্ঞান নহয়। এৰিষ্টটোলে ঈশ্বৰৰ বিষয়ে পৰম আত্মজ্ঞানৰ কথা কৈছে; ই এনে শুদ্ধ ক্ৰিয়া যে ই কোনো নিয়মৰ ভিতৰুৱা নহয় আৰু ইয়াৰ বাহিৰত কোনো সীমা নাই। অৰ্ফিক ৰহস্য আৰু পীথাগোৰাচত প্ৰাচ্যৰ প্ৰভাৱ আৰু তাৰ জৰিয়তে প্লেটোৰ দৰ্শনত পৰা বোলা প্ৰভাৱৰ কথা আলোচনা কৰাৰ ক্ষেত্ৰ এইখন নহয়, গ্ৰীকসকলে যিমানদূৰ স্বীকাৰ কৰিব খোজে, তাতকৈও বেছি প্ৰাচ্য-প্ৰভাৱৰ বাবে পীথাগোৰাচ আৰু প্লেটো হয়তো ঋণী। (৭) সাধাৰণভাৱে ক'বলৈ গ'লে এইটো কোৱা ভুল নহ'ব যে গ্ৰীকসকলে নিশ্চয়তা সম্বন্ধে তৰ্ক-বিজ্ঞানৰ বিচাৰেৰে ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিছিল, আৰু শেষত তৰ্ক-বিদ্যাৰ স্বতঃসিদ্ধকেইটাকে সপ্ৰমাণ কৰিবলৈ নোৱাৰিলে।

তৰ্ক-বিদ্যাজনিত জ্ঞানেই যথেষ্ট নহয়, এই বিষয়ে প্লটিনাচ (৮) আৰু নৱ-প্লেটোবাদীসকল নিঃসন্দেহ হৈছিলগৈ। নৱপ্লেটোবাদৰ জন্মস্থান হ'ল আলেক-জেন্দ্ৰিয়াত; তাত প্ৰাচ্য ভাবধাৰা অজ্ঞাত নাছিল । এই দৰ্শনে এটি সুসমাহিত দৃষ্টিভঙ্গী দাঙি ধৰিছিল আৰু অব্যৱহিত অভিজ্ঞতাৰ নিশ্চয়তাকে বিচাৰণা প্ৰক্ৰিয়াৰ ভিত্তি বুলি ধৰিছিল। কিন্তু মধ্যযুগীয় পণ্ডিত দাৰ্শনিকসকলৰ পিচৰ দাৰ্শনিকসকলে (৯) পুনৰ নিশ্চয়তা সম্বন্ধে বিচাৰণা বা যুক্তিবাদৰ ওপৰতে নিৰ্ভৰ কৰিবলৈ ল'লে; দৰ্শনক বিজ্ঞানৰ ভিত্তিত প্ৰতিষ্ঠিত কৰিবলৈ কৰা চেষ্টা প্ৰাকৃতিক বিজ্ঞানৰ উৎকৰ্ষৰ

(৭) চেণ্ট্ পলৰ ডীনে প্লেটোৰ এই শিক্ষাধাৰাৰ উৎস প্ৰাচ্যত বুলি অনুমান কৰে। ডীন্ ইঞ্জৰ The Platonic Tradition in Anglo-Saxon Philosophy (১৯২৬) সম্বন্ধে আলোচনা কৰি অধ্যাপক মুৰহেডে কয় যে "এচিয়াতে আৰম্ভ হৈ এই ৰহস্যময়ী ভাবধাৰাই অৰ্ফিবাদ আৰু পীথাগোৰীয় মতবাদৰ ৰূপ লৈ গোটেই গ্ৰীচ আৰু ইটালী প্লাবিত কৰি পেলাইছিল। চক্ৰেটিছ এই ভাবধাৰাৰ জ্ঞানী সমৰ্থক আৰু তেওঁৰে অনুপ্ৰেৰণাত প্লেটোৰ ডায়েলগত ই শ্ৰেষ্ঠতম প্ৰকাশ লাভ কৰিছিল।" *The Platonic Tradition in Anglo-Saxon Philosophy* (1931) p. 27.

(৮) গৰ্ডিয়ানৰ সৈন্যৰ লগত প্লটিনাচ অহাৰ কাৰণ হ'ল ভাৰতীয় আৰু পাৰ্চীয় দৰ্শন শিক্ষা কৰিবলৈ সুযোগ লোৱাটো। মেচোপটেমিয়াত গৰ্ডিয়ানৰ মৃত্যু হোৱাৰ ফলত প্লটিনাচ আধা বাটতে বৈ যাবলগীয়া হ'ল যদিও তেওঁৰ এই সম্পৰ্কে উৎসাহ স্পষ্ট।

লগে লগে অতি সমাদৃত হ'বলৈ ধৰিলে, কাৰণ, বিজ্ঞানে তেতিয়া পৰ্যবেক্ষণ আৰু পৰীক্ষাৰদ্বাৰা কৰা প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি আমাৰ জ্ঞানৰ পৰিসৰ বঢ়োৱাত বিশেষ যত্নপৰ হৈছিল। যদিও আমাৰ বিশ্বাসসমূহৰ উৎকৰ্ষ সাধন আৰু চিন্তাৰ বিবৰ্তনৰ প্ৰক্ৰিয়া সম্বন্ধে বিজ্ঞানৰ প্ৰণালীবিদ্যাই চৰ্চা কৰিছিল, তথাপি ইয়াৰ আচল বাপ আছিল আবিষ্কাৰৰ জীৱনসত্তাত নহয়, তাৰ ব্যুৎপত্তিতহে। ইয়াৰ নিজ প্ৰকৃতিৰ গুণতেই বিচাৰণামূলক ব্যাখ্যা সীমাবদ্ধ হৈ পৰিছিল।

ইউৰোপীয় দৰ্শনৰ গতিৰ নতুন দিক্‌দৰ্শক ডেকাৰ্টৰ মতে সত্য মানে স্পষ্টতা আৰু বিশিষ্টতা। ডেকাৰ্টে যুক্তিৰ কিছুমান সাৰ্বিক ধাৰণা অৱতাৰণা কৰিলে। এইবিলাক কিছুমান মৌলিক, যৌক্তিক আৰু গাণিতিক সম্বন্ধ সূত্ৰৰপৰা উৎপাদিত। বিখ্যাত বাক্য এষাৰত তেওঁ কৈছে: "মই গণিতত অতি আনন্দ পাইছিলোঁ। মই আচৰিত হৈছোঁ যে এনে সবল, দৃঢ় ভেঁটিত প্ৰতিষ্ঠিত গণিত শাস্ত্ৰৰ ওপৰতো-যে কোনো উচ্চাদৰ্শৰ সৌধ নিৰ্মিত হোৱা নাই।" (১০) তেওঁৰ সাৰ্বিক গণিতৰ ধাৰণা আৰু জ্যামিতিৰ (১১) বস্তুৰ দৰেই জগতৰ সকলো বস্তুৱেই পৰস্পৰ সমন্বিত বুলি কৰা বিশ্বাসৰপৰা জগতখন সম্পৰ্কে সম্পূৰ্ণ যান্ত্ৰিক ধাৰণা এটা দাঙি ধৰা হয়। স্পিনোজাৰ মতে নীতিশাস্ত্ৰও জ্যামিতিক প্ৰণালীতে ধৰা উচিত। লাইব্‌নীজৰ মতে 'মনাড' (সচেতন পৰমাণু) বা নিৰীক্ষক মনৰ প্ৰভেদ মাত্ৰ প্ৰত্যক্ষৰ ৰূপৰ বাহিৰে আন নহয়; কাৰণ, প্ৰতিটো সচেতন পৰমাণুৰে (মনাডৰে) প্ৰত্যক্ষৰ বিষয় বস্তুৰ ক্ষেত্ৰত পৰস্পৰৰ মিল আছে। প্ৰত্যেকেই সমগ্ৰ বিশ্বক নিজা বিশিষ্ট দৃষ্টি-কোণৰপৰা প্ৰতিবিম্বিত কৰে। উদ্ভিদ আৰু জন্তুৰ দৰে নীচস্থ 'মনাড' বা সচেতন পৰমাণুসমূহৰ অস্পষ্ট আৰু বিক্ষিপ্ত প্ৰত্যক্ষ-প্ৰক্ৰিয়াহে আছে। ঐশী জ্ঞান হ'ল সম্পূৰ্ণ বিশিষ্ট আৰু যথোপযুক্ত ধাৰণাৰ সমষ্টি। আমি মানৱ জাতি দুয়োটাৰে মধ্যস্থলত। আমাৰ ইন্দ্ৰিয় গুণৰ ধাৰণা বিক্ষিপ্ত, কিন্তু তৰ্কশাস্ত্ৰ আৰু গণিত সম্বন্ধে ই স্পষ্ট। আমি প্ৰথমৰবোৰক দ্বিতীয়বিধলৈ ৰূপান্তৰিত কৰিব খোজোঁ; ঘটনা-দৃশ্যক যৌক্তিক-ধাৰণালৈ পৰিবৰ্তন কৰিব খোজোঁ। লাইব্‌নীজৰ মতে এই আদৰ্শ সাধন কৰিব পাৰিলে চিন্তাৰ সম্ভাব্য ৰূপসমূহৰ এটি সাধাৰণ প্ৰণালী আৰু এই নিয়মে পালন কৰা সম্বন্ধৰ সাৰ্বিক নিয়ম-প্ৰণালী দাঙি ধৰিব পৰা হয়। লাইব্‌নীজে

(৯) মধ্যযুগীয় শিক্ষাৰ ত্ৰিধাৰা ব্যাকৰণ, অলঙ্কাৰ আৰু যুক্তি-তৰ্কবাদৰ শিক্ষাৰ ক্ৰমিক শৃঙ্খলালৈ লক্ষ্য কৰক।

(১০) *The Philosophical works of Descartes* :— E. T. Haldane & Ross (1911) Vol. i. p. 85. আমি সত্যানুসন্ধানৰ পোনপটীয়া বাট বিচাৰোঁতে, যি বিষয়ত গণিত আৰু জ্যামিতিৰ দৰে সুনিৰ্দিষ্ট উত্তৰ পাব নোৱাৰেঁ। তেনে কোনো বিষয়ৰ লগত ব্যস্ত হোৱা আৱশ্যক নাই। (*Discourse on Method*)

(১১) উক্ত পুথি P. 92

এনে এখনি পৰিকল্পনাৰ আঁচনি কৰিছিল; আৰু সেয়ে পিচত একপ্ৰকাৰ প্ৰতীক-বাদী যুক্তিবিদ্যাৰ ভিত্তি হৈ পৰিল, আৰু তাৰ বিশেষ উৎকৰ্ষ সাধন হ'ল বুল আৰু পিয়ানো, ফ্ৰেগ, ৰাছেল আৰু আনসকলৰ ৰচনাত।

কাণ্টৰ মুখ্য উদ্দেশ্য আছিল দৰ্শনক বিজ্ঞানৰ উজু পথে পৰিচালিত কৰা আৰু তেওঁ দৰ্শনক বিজ্ঞান হিচাপে প্ৰতিষ্ঠিত কৰাৰ সম্ভাব্যতাৰ কাৰণে ইয়াৰ গৱেষণা কৰিছিল, যাতে ইয়াৰ চৰ্ত বা অৱস্থাসমূহৰ নিৰাকৰণ কৰিব পাৰে। প্ৰচলিত আকাৰনিষ্ঠ বা বিশ্লেষাত্মক তৰ্কশাস্ত্ৰতকৈ কাণ্টৰ তৰ্ক-শাস্ত্ৰ বেলেগ আৰু সংশ্লেষাত্মক। এই তৰ্কশাস্ত্ৰমতে, দৈনন্দিন জীৱনত আৰু বিজ্ঞানত আমি যি 'প্ৰকৃতি'ৰ কথা কওঁ, আমাৰ বোধেই সেই প্ৰকৃতি সৃষ্টি কৰে আৰু আমাৰ ইন্দ্ৰিয়ৰ বহুধা সংবেদনক এক সুশৃঙ্খল জগতত পৰিণত কৰে। কাণ্টৰ অনুগামীসকলে তেওঁৰপৰা এই সংশ্লেষাত্মক তৰ্কবিদ্যাকে লৈ কাণ্টীয় দৰ্শনৰ দোষ দূৰ কৰাত ব্যৱহাৰ কৰিলে। কাণ্টে জ্ঞেয়-জগতখনকে নীতিৰ ভিত্তি বুলি প্ৰতিষ্ঠিত কৰিব খোজা মনোভাব তেওঁলোকে অপ্ৰাসঙ্গিক বুলি ওফৰাই দিলে আৰু যিখন "বস্তুসত্তাৰ জগৎ" কল্পনা কৰিছিল তাক 'কাব্যিক অসত্য' বুলি আখ্যা দিলে। হেগেলৰ মতে তৰ্ক-শাস্ত্ৰ অকল চিন্তাৰ তত্ত্বই হৈ নাথাকিল, ই সত্যৰ বিচাৰ হৈ পৰিলগৈ। ই বাস্তৱ প্ৰক্ৰিয়া এটাৰ অমূৰ্তক প্ৰকাশ; ইয়াৰদ্বাৰা মানৱচৈতন্য, প্ৰকৃতি, বুৰঞ্জী, সমাজ, কলা আৰু ধৰ্মৰ মাজেৰে বিশ্বই ধৰা বিভিন্ন ৰূপত পৰম ব্ৰহ্মই আত্মপ্ৰকাশ কৰে। "যিটো বিচাৰশুদ্ধ বা যুক্তিসিদ্ধ, সেয়ে সত্য, আৰু সত্যই বিচাৰশুদ্ধ।" (১২) হেগেলে বুৰঞ্জীক বাদ-প্ৰতিবাদ আৰু সমন্বয়ৰ ত্ৰিমূৰ্তিত আত্মাৰ বিকাশ বুলি অভিহিত কৰিছে আৰু ই হ'ল এটি বৌদ্ধিক ব্যৱস্থা—যাৰ ফলত ঘটনাসমূহ এটি স্বতঃসিদ্ধ ( a priori ) নীতিৰ লগত মিলি যাবলৈ বাধ্য হ'ল। হেগেলৰ প্ৰভাৱ পিচৰ আদৰ্শবাদীসকলৰ মাজতো ৰৈ গ'ল। এড্ৱাৰ্ড কেয়াৰ্ডে কৈছে—"যি ঘটনাক তাৰ লাক্ষণিক গুণেৰে ব্যাখ্যা কৰিব নোৱাৰি বা নিয়মৰ অনুৱৰ্তী কৰিব নোৱাৰি, তাক এই জ্ঞেয়-বিশ্বত থকা বুলি স্বীকাৰ কৰি ল'ব নোৱাৰি।" (১৩) হেগেলীয়সকলৰ মতে সত্তা প্ৰকৃততে বিচাৰণা বুদ্ধিৰদ্বাৰা জ্ঞেয়। দৃষ্টিভঙ্গীৰ ফালৰপৰা বোসাঙ্কে বেছি হেগেলীয়, ব্ৰেড্‌লি অধিক কাণ্টীয়। ব্ৰেড্‌লিৰ মতে চিন্তা সম্বন্ধ ৰাখিব ক্ষেত্ৰৰ ভিতৰতে ঘূৰি থাকে আৰু পৰম সত্তাক কোনোপ্ৰকাৰে উপলব্ধি কৰিব নোৱাৰে বা সদৰ্থকভাৱে স্থিৰ নিৰ্ণয় কৰিব নোৱাৰে। বাস্তৱবাদী-

(১২) Hegel : *Philosophy of Right* : E. T. by Dyde (1897) XXVII

(১৩) Hegel : Pp. 141 ; See also Ritchies : *Philosophical Stories*, P. 226 ; *Watson, The Interpretation of Religious Experience* (1912) Vol. I, Pp. 74 & 294.

সকল হ'ল বিদ্যা আৰু বৈজ্ঞানিক প্ৰণালীৰ সেৱক। বিচাৰণা বুদ্ধিকে জ্ঞান লাভৰ চৰম উপায় বুলি কৰা বিশ্বাসৰ ফলত বাস্তৱবাদী চিন্তাবিদসকলে বিশিষ্ট সমস্যাসমূহৰ সংক্ষিপ্ত তাৎপৰ্য নিৰ্ধাৰণত সমস্ত শক্তি খৰচ কৰিছে। চেষ্টিতবাদী বা আচৰণবাদী (Behaviourists)সকলে চিন্তা কৰা আৰু কথা কোৱাৰ মাজত এটি ঘনিষ্ঠ সম্পৰ্ক থকাৰ কথাত জোৰ দিয়ে আৰু চিন্তাক মাত্ৰ ভাষাৰ বা প্ৰকাশৰ কথা বিশেষ বুলি ক'ব খোজে। মেক্সমূলাৰৰ ভাষাত—"ভবা মানে মনে মনে কথা কোৱা। আৰু কথা কোৱা মানে ডাঙৰকৈ চিন্তা কৰা।"

চক্ৰেটিছৰ প্ৰত্যয়ৰপৰা ৰাছেলৰ গাণিতিক তৰ্কবিদ্যাৰ ওপৰত গুৰুত্ব আৰোপ কৰালৈকে গোটেই পাশ্চাত্য দৰ্শনৰ বুৰঞ্জীয়েই তৰ্কবিদ্যাৰ প্ৰভুত্বৰ এটি চৰম নিদৰ্শন। বিচাৰণাবাদ আমাৰ হাড়ে হাড়ে, আৰু সেই দেখি আমি বৈজ্ঞানিক জ্ঞান সম্বন্ধে সুনিশ্চিত আৰু ধৰ্মবিশ্বাস সম্বন্ধে সন্দিহান হৈ পৰোঁ। "আমাৰ সাধাৰণ জ্ঞানত নিয়োজিত হোৱাবোৰতকৈ যদি আৰু কোনো উচ্চ বৃত্তি নাই" যদি 'ধৰ্মৰ সত্য' বা পাৰমাৰ্থিক অভিজ্ঞতাৰ সত্যতা প্ৰতিপাদিত কৰিবলগীয়া হয় "জগত মানৱ বুৰঞ্জী বৃত্তি আৰু সামৰ্থ্য সহিতে আত্মাৰ বিচাৰ সাপেক্ষ জ্ঞানৰপৰা যুক্তি-যুক্ত অনুমান আহৰণৰদ্বাৰাহে আৰু সৰ্বোপৰি, জ্ঞানৰ এনে বিষয়সমূহৰ মাজত থকা পৰস্পৰ সম্বন্ধৰ জ্ঞানৰপৰাহে", (১৪) তেনেহ'লে আমাৰপক্ষে ঈশ্বৰ সম্বন্ধে নিঃসন্দেহ হোৱাটো টানেই হৈ পৰিব। কিন্তু ধৰ্মৰ পৰম্পৰা অনুযায়ী এই কথা স্বীকৃত হয় যে যিসকলে ঈশ্বৰক জানিছে ব্যক্তিগত পৰিচয়ৰদ্বাৰা, লোকৰপৰা শুনি নহয়, তেওঁলোকে তৰ্ক-যুক্তিৰ সত্য সিদ্ধান্ত হিচাপে ঈশ্বৰক জনা নাই, জানিছে অভিজ্ঞতাৰ বাধ্যবাধক কৰ্তৃত্বৰদ্বাৰাহে। কিন্তু এই কৰ্তৃত্ব জানো সত্য আৰু বিশ্বাসযোগ্য?

## জ্ঞান লাভৰ বিভিন্ন উপায়

সকলোপ্ৰকাৰৰ বৌদ্ধিক অভিজ্ঞতাৰ ফল হ'ল সত্য সম্বন্ধীয় জ্ঞান। ই তিনি প্ৰকাৰে উৎপত্তি হয়: ইন্দ্ৰিয় সংবেদন, বিচাৰসাপেক্ষ যুক্তি আৰু স্বজ্ঞাতবোধ। ইন্দ্ৰিয় সংবেদনৰদ্বাৰা আমি বহিৰ্জগতৰ বাহ্যিক লক্ষণসমূহ জানিব পাৰোঁ। ইয়াৰদ্বাৰা বস্তুৰ ইন্দ্ৰিয়গ্ৰাহ্য গুণৰ লগত আমাৰ পৰিচয় ঘটে। ইয়াৰ দত্ত বস্তু প্ৰাকৃতিক বিজ্ঞানৰ বিষয়বস্তু আৰু তাক বুজাবৰ কাৰণে তাৰেই কিছুমান প্ৰত্যয়ী সংস্থান গঠিত হয়।

(১৪) Tennant : *Philosophical Theology* Vol. I. (1928) Ch. XII. Pp. 325 ff.

তৰ্কসাপেক্ষ জ্ঞান বিশ্লেষণ আৰু সংশ্লেষণ প্ৰক্ৰিয়াৰদ্বাৰা লাভ হয়। প্ৰত্যক্ষৰ-দ্বাৰা সংগৃহীত দত্ত বস্তুসমূহ বিশ্লেষণ কৰা হয় আৰু এই বিশ্লেষণৰ ফল স্বৰূপে প্ৰত্যক্ষ বস্তু সম্বন্ধে সুসংবদ্ধ জ্ঞান লাভ হয়। এই বিচাৰসিদ্ধ বা প্ৰত্যয়মূলক জ্ঞানৰ লক্ষণ পৰোক্ষ আৰু প্ৰতীকমূলক। ই আমাক বিষয়বস্তুটো আৰু তাৰ ক্ৰিয়াসমূহ পৰিচালনা কৰা আৰু নিয়ন্ত্ৰণ কৰাত সহায় কৰে। অভিজ্ঞতা আৰু বিশ্লেষণৰ উৎকৰ্ষ সাধনৰ লগে লগে এই প্ৰত্যয়বাচক ব্যাখ্যাৰো সাল-সলনি হয়। এইবোৰ নিৰ্ভৰ কৰে আমাৰ প্ৰত্যক্ষ, আমাৰ ৰাপ আৰু সামৰ্থ্যৰ ওপৰত। ইন্দ্ৰিয়লব্ধ জ্ঞান আৰু তৰ্কলব্ধ জ্ঞান, এই দুয়োটা উপায়কেই আমি আমাৰ ব্যৱহাৰিক জীৱনত পৰিবেশ নিয়ন্ত্ৰণৰ কাৰণে জ্ঞান আহৰণ কৰোঁ।

যি সত্যক উপলব্ধি কৰিবৰ কাৰণে চেষ্টা কৰা হৈছে, তাৰ কাৰণে এই দুয়ো প্ৰকাৰৰ জ্ঞানেই যথোপযুক্ত নহয় বুলি স্বীকৃত। প্লেটোৱে নিত্যৰূপৰ জগতখনক ইন্দ্ৰিয় সংবেদনৰ অনিত্য ৰূপতকৈ বেলেগ বুলিছে। আগৰটো হ'ল সত্য, পিচৰটো অসত্য। জ্ঞান হ'ল আগৰটোৰ বিষয়ে, আৰু পিচৰটোৰ বিষয়ে মতামত মাত্ৰ হয়। তৰ্কযুক্তিজনিত জ্ঞানৰদ্বাৰা লব্ধ বস্তু আমাৰ দৃষ্ট বা প্ৰত্যক্ষ বস্তু যে নহয়, ইও ঠিক। এই কথাৰপৰা এনে যুক্তিও কেতিয়াবা দৰ্শোৱা হয় যে প্ৰত্যক্ষ বস্তুটো কল্পিত বা প্ৰত্যয়ী বস্তুতকৈ অধিক সত্য। আমি যি বস্তুক ইন্দ্ৰিয় সংবেদনৰদ্বাৰা অব্যৱহিতভাৱে পাওঁ তাক এই বৌদ্ধিক ক্ৰিয়াই মধ্যস্থতা কৰাৰ ফলত তাৰ তাৎকালিনতা নোহোৱা হয়। আমি যিমানৰকমেই প্ৰত্যয় সংশ্লেষণ কৰি প্ৰত্যক্ষ বস্তুটোৰ প্ৰথমতে লাভ কৰা সাৰিক ৰূপটো পুনৰ উত্থাপনৰ কাৰণে চেষ্টা নকৰোঁ, আমি কৃতকাৰ্য হ'ব নোৱাৰোঁ। ব্ৰেড্‌লি আৰু বাগৰ্চই বুদ্ধিলব্ধ জ্ঞানৰ প্ৰতীক লক্ষণৰ ওপৰত গুৰুত্ব আৰোপ কৰে। বস্তুটো পদাৰ্থ বা অপদাৰ্থ, যিয়েই নহওক লাগিলে, আমাৰ বুদ্ধি ইয়াত বিচৰণ কৰে, কিন্তু ইয়াক আমাৰ অন্তৰ পৰশাবলৈ নোৱাৰে। যি মানুহে আমাক টোপনিৰ বিষয়ে কয়, তেওঁ হয়তো টোপনিৰ লক্ষণ, প্ৰকৃতি, অৱস্থা সকলো জানিব পাৰে, নাজানে অকল টোপনিক। ব্ৰেড্‌লিৰ মতে সকলো বৌদ্ধিক বিশ্লেষণৰদ্বাৰাই সত্যক মিথ্যা কৰা হয়, কিয়নো ই একক বস্তু এটাক বিভিন্ন পদ আৰু সম্বন্ধলৈ নি ভাঙি টুকুৰা-টুকুৰ কৰি পেলায়। 'সেইটো'ৰ সত্যতা, আৰু 'কি'টোৰ অমূৰ্তক লক্ষণৰ প্ৰভেদতেই চিন্তা বৰ্তি থাকে। এই 'কি'টো যিমানেই প্ৰসাৰিত নহওক লাগিলে, ই সত্যৰ সমগ্ৰ সত্তা কেতিয়াও আকোঁৱালি ল'ব নোৱাৰে। (১৫) বৌদ্ধিক প্ৰতীক কেতিয়াও প্ৰত্যক্ষ সত্তাৰ স্থলাভিষিক্ত হ'ব নোৱাৰে। তাৰ বাহিৰেও আমাৰ সমগ্ৰ জীৱনৰ আবেগ আৰু অনুভূতি, "এই শৰীৰৰ দুখ আৰু আনন্দ, আত্মাৰ বিষাদ আৰু হৰ্ষ," আমাৰ চিন্তাৰ বাহিৰত থাকে। আমাৰ চিন্তা যদি জীৱনৰ এই সমগ্ৰ দিকৰ বোধৰ সমান হ'ব

---

(১৫) See *Appearance & Reality* 8th. impression (1925) Ch. XV.

লাগিল, তেনেহ'লে "ই চিন্তাতকৈ বেলেগ বিবেচনা আৰু সম্বন্ধ সাপেক্ষ এক সমগ্ৰ অভিজ্ঞতাৰদ্বাৰা সমাহিত হ'ব লাগিব (১৬)।" ব্ৰেড্‌লিয়ে স্থিতি বিচাৰৰ লক্ষণৰ-পৰা পাৰ্থক্যকৰণত গুৰুত্ব আৰোপ কৰা হেতুকে আৰু ঐক্যবোধকে এই পাৰ্থক্যৰ ভিত্তি বুলি স্বীকাৰ কৰাৰ ফলত, সত্য সম্বন্ধে বোধৰ বিচাৰসাপেক্ষ যুক্তিজ্ঞানৰ ওপৰত উচ্চ প্ৰক্ৰিয়া এটি আছে বুলি প্ৰকাশ পাইছে। সত্যৰ এই একত্ৰিত স্বৰূপ প্ৰকাশ পায় চিন্তাতকৈ অনুভূতিত বেছি ; ব্ৰেড্‌লিয়ে ইয়াকে উচ্চ ঐক্য বুলিছে ; ইয়াত "চিন্তা, অনুভূতি আৰু ইচ্ছা এক সমগ্ৰতাত সমন্বিত হয়।" ই সমগ্ৰ মানুহ-টোৰে এটি সৃষ্টিশীল যন্ত্ৰ, সত্যৰ প্ৰকৃতি উপলব্ধি কৰিব খোজা বৌদ্ধিক যন্ত্ৰ বিশেষতকৈ ই বেলেগ। ব্ৰেড্‌লিযে কৈছে, "যি পৰম অভিজ্ঞতাত প্ৰাতিভাসিক প্ৰভেদসমূহ বিলুপ্ত হৈ যায়, সেই সম্বন্ধে আমি এটি সাধাৰণ ধাৰণা কৰি ল'ব পাৰোঁ, ইয়াৰ কোনো ঐশ্বৰ্যৰ হানি নোহোৱাকৈ এক উচ্চ স্তৰত এই সমগ্ৰতা অব্যৱহিতভাৱে উপস্থিত হয়।" (১৭)

## প্ৰত্যয়ীজ্ঞান সম্বন্ধে বাৰ্গচঁ

বাৰ্গচঁৰ মতে, প্ৰত্যয়-বিশ্লেষণৰ ফলত বিষয়ৰ সংগঠিত অংশসমূহ পোৱা নাযায়, পোৱা যায় ইয়াৰ বহুধা প্ৰকাশ। ই আপোন সৌন্দৰ্যমণ্ডিত সূৰ্যাস্তৰ বিভাজিত ৰূপ এটি আমাক নিদিয়ে, দিয়ে ইয়াৰ জ্যোতি, সোণোৱালী গুণ আদি সম্বন্ধে এটা ধাৰণাৰ আভাস, গুণ কিছুমানৰ সমষ্টি—সূৰ্যাস্ত নহয়। (১৮) আংশিক চিহ্ন-সমূহে প্ৰকৃত অংশক নুবুজায়। আমাৰ ধাৰণাৰ বিশ্লেষণে যদি প্ৰকৃত অংশসমূহ

(১৬) *Appearance & Reality* Pp. 70-71.

(১৭) *Appearance & Reality* Pp. 160

(১৮) *An Introduction to Metaphysics* (1923 E. T. Pp. 15—17).

তেওঁ কয়, "আমি ভাবোঁ যে প্ৰত্যয়ৰ ওপৰত প্ৰত্যয় গাঁথি লৈ আমি অংশসমূহৰ সৈতে সমগ্ৰ বস্তুটোকে পুনৰ সংগঠিত কৰিছোঁ, আৰু যেন এনেকৈয়ে তাৰ এটি মানসিক প্ৰতিকৃতি লাভ কৰিছোঁ। আমি বিশ্বাস কৰোঁ, যেন এনেকৈয়ে আমি একত্ব অনেকত্ব, অবিৰতি, সীমিত বা অসীম বিভাজ্য-ৰূপৰ সমন্তভাৱে গ্ৰথিত কৰি কালৰ স্থিতিৰো এটি নিৰ্ভৰযোগ্য প্ৰতিকৃতি পাব পাৰোঁ। ঠিক ইয়াতেই হয় আমাৰ ভ্ৰান্তি। ইয়াতেই বিপদো আছে। যেনেকৈ অমূৰ্তন ভাবধাৰাই বিশ্লেষণক প্ৰকট কৰাত সহায় কৰিব পাৰে, অৰ্থাৎ বস্তুৰ লগত বস্তুৰ পাৰস্পৰিক সম্পদ সম্পৰ্কে বৈজ্ঞানিক অধ্যয়নত সহায় কৰিব পাৰে, ঠিক তেনেকৈ সিহঁতে স্বজ্ঞাৰ ঠাই পূৰাব নোৱাৰে, অৰ্থাৎ বিষয়-বস্তুৰ সাৰ সম্পৰ্কে তত্ত্বানুসন্ধানত আৰু তাত

দিব পাৰিলেহেঁতেন, তেনেহ'লে আমি এই অংশসমূহ একেলগে সংগঠিত কৰি প্ৰকৃত বস্তুটো লাভ কৰিব পাৰিলোঁহেঁতেন; কিন্তু অকল অঙ্কনৰদ্বাৰা এনে কাম কৰাটো অসম্ভৱ। বুদ্ধিৰদ্বাৰা বিভেদ বিচাৰ কৰা আৰু বেলেগ কৰাটো সহজ, কিন্তু ইয়াৰে সমন্বয় কৰিবলৈ গ'লে ইয়াৰ প্ৰণালী আৰু ফলাফল কৃত্ৰিম হৈ পৰে। ই আমাক খণ্ডৰূপ দিব পাৰে; কিন্তু সমন্বয় দিব নোৱাৰে। বাৰ্গচঁৰ মতে বিজ্ঞানৰ উৎপত্তিয়েই হ'ল যাইকৈ উপযোগিতামূলক আৰু সেই কাৰণে ইয়াৰ প্ৰণালী দোষগ্ৰস্ত। ব্যৱহাৰ উপযোগী আৰু ক্ৰিয়ামুখী হোৱাৰ কাৰণে ইয়াৰ গতিত ই পৰিবৰ্তন উপলব্ধি কৰিব পৰা ক্ষমতা নাই। অচল বস্তুবোৰক একেলগ কৰি আমি গতিৰ সৃষ্টি কৰিব নোৱাৰোঁ। সত্য হ'ল জীৱন। গতি, স্থিতি বাস্তৱ, সোঁত, আৰু তৰ্ক বিদ্যাই আমাক দিয়ে কালহীন অচল মৃত ধাৰণা মাত্ৰ। সকলো জ্ঞানেই যদি এনে ধাৰণামূলক হ'লহেঁতেন, তেনেহ'লে সত্য অকল মানৱমনৰ বোধ-বহিৰ্ভূতই নহ'লহেঁতেন, সৰ্বজ্ঞজনৰো বোধাতীত হ'লহেঁতেন। বাৰ্গচঁই পৰম বিদ্যা বা জ্ঞান লাভৰ উপায় অন্তৰ্জ্ঞান বা স্বজ্ঞানহে বুলিছে, বুদ্ধি বোলা নাই।

## ক্ৰোচে

ক্ৰোচেৰ মতে বিচাৰলব্ধ জ্ঞানে ব্যক্তি আৰু সত্যৰপৰা আঁতৰাই আমাক এখন অমূৰ্তক জগতলৈ লৈ যায়, কিন্তু স্বজ্ঞাত জ্ঞান বা প্ৰজ্ঞাই আমাক ব্যক্তিৰ

---

নিহিত একত্বৰ ঠাই পূৰাব নোৱাৰে। এই প্ৰত্যয়সমূহক ওচৰাওচৰিকৈ ৰাখিলেও বস্তু এটাৰ নকল সংগঠিত ৰূপ এটাহে দিব পাৰে; এই প্ৰত্যয়সমূহে মুঠেই বস্তুৰ কেইটামান সাধাৰণ আৰু একপ্ৰকাৰ নৈৰ্ব্যক্তিক ৰূপহে দাঙি ধৰিব পাৰে; সেই কাৰণে আমি বিশ্বাস কৰাটো ভুল হ'ব যে আমি এই প্ৰত্যয়ৰে বাস্তৱক পাব পাৰোঁ, কাৰণ প্ৰত্যয়সমূহে ৰূপটোকহে দিব পাৰে। আনহাতে এই ভ্ৰান্তিৰ উপৰিও আৰু এটা ভয়ঙ্কৰ বিপদ আছে। কাৰণ, প্ৰত্যয়ে সাধাৰণীকৰণৰ লগে লগে সমাহিতও (abstract) কৰে। অগণন বস্তুত থকা সাধাৰণ গুণ এটা কৰি লৈ প্ৰত্যয় মাত্ৰ এটি বিশেষ গুণৰহে সংকেত স্বৰূপ হ'ব পাৰে। গতিকে গুণটোক সাৰ্বজনীন বা সৰ্বময় কৰি লহলোৱাৰ ফলত কম-বেছি পৰিমাণে ঘূণীয়াহে কৰি পেলায়। যি তত্ত্ববস্তুৰ ই অন্তৰ্ভুক্ত, সেই ৰূপত এই গুণ পুনৰ থ'লে ই বস্তুটোৰে অনুৰূপ (সমীকৃত) হৈ পৰে, বা নিজক বস্তুটোৰ সাঁচত ঢালি পেলায়, আৰু একে আকাৰ ধাৰণ কৰে। তত্ত্ববস্তুৰপৰা আহৰণ কৰি আনি এটা প্ৰত্যয় ৰূপে ল'লে, ই ক্ৰমাৎ বৃহত্তৰ ৰূপ ধাৰণ কৰি গৈ থাকে আৰু মূল বস্তুতকৈও ডাঙৰ হৈ পৰে, কাৰণ, ই তেতিয়া এই বস্তুটোৰ উপৰিও অন্যান্য বস্তুসমূহকো ইয়াৰ ভিতৰতে ধৰি ল'ব লগা হয়।"

অন্তৰ্দৃষ্টি দিয়ে। "জ্ঞানৰ আকাৰ দুটা, ই হয় স্বজ্ঞা, নহয় বিচাৰলব্ধ জ্ঞান; কল্পনাৰে অৰ্জা জ্ঞান বা বুদ্ধিৰে সংগ্ৰহ কৰা জ্ঞান; ব্যক্তিৰ জ্ঞান বা সৰ্বময়ৰ জ্ঞান; চমুকৈ ক'বলৈ হ'লে জ্ঞান হয় মূৰ্তিপ্ৰসূত, নহয় কল্পনাপ্ৰসূত।" (১৯) কল্পনাৰদ্বাৰা আমি বিভিন্ন বস্তুক ৰূপ দান কৰোঁ; চিন্তাৰদ্বাৰা আমি মূৰ্তিক, ছাঁয়াসমূহক সৰ্বময় ধাৰণাৰে সুসংবদ্ধ কৰোঁ। শিল্প-ক্ৰিয়াই জীৱিত স্পন্দিত সত্যটোক বোধায়ত্ত কৰিব পাৰে, যদিও শিল্পীয়ে নাজানে যে তেওঁ কিহৰ বোধ লাভ কৰিছে। কলাই ভুল কৰিব নোৱাৰে; কিন্তু ভুল কৰিব নোৱাৰে বুলি জানিব নোৱাৰে। কোনো বৌদ্ধিক বিকৰ্ষণে ইয়াক বিমোহিত কৰিব নোৱাৰে। ব্ৰেড্লি, বাৰ্গচঁ আৰু ক্ৰোচে্—এই তিনিও বিভিন্ন প্ৰকাৰে একে কথাকেই দাঙি ধৰিছে যে বুদ্ধিয়ে জীৱনক মূলীভূত আৰু ধাৰণাগত কৰিব পাৰে, একত্ৰিত কৰিব পাৰে।

## প্ৰজ্ঞা

একপ্ৰকাৰৰ জ্ঞান আছে, যিটো প্ৰত্যয়ী জ্ঞানতকৈ বেলেগ। এই জ্ঞানৰদ্বাৰা আমি বস্তুক ঠিক যেনে আছে তেনেভাৱে দেখোঁ, একক ব্যক্তি হিচাপে দেখোঁ, কোনো শ্ৰেণীৰ বা দলৰ এজন হিচাপে নহয়। ই অনিন্দ্ৰিয় জ্ঞান, অব্যৱহিত জ্ঞান। ইন্দ্ৰিয় জ্ঞানেই একমাত্ৰ অব্যৱহিত জ্ঞান নহয়। ইন্দ্ৰিয়জ্ঞান বা প্ৰত্যক্ষতকৈ বেলেগ বুজাবৰ কাৰণে হিন্দু দাৰ্শনিকসকলে অনিন্দ্ৰিয় অব্যৱহিত জ্ঞানক অপৰোক্ষ বুলিছিল। প্ৰজ্ঞাৰ উৎপত্তি হয় মনৰ লগত সত্তাৰ অন্তৰঙ্গভাৱে নিহিত হোৱাৰ ফল স্বৰূপে। ই সত্তালব্ধ জ্ঞান, ইন্দ্ৰিয়ৰদ্বাৰা বা প্ৰতীকৰদ্বাৰা লব্ধ নহয়। ই বস্তুৰ সত্যতা সম্বন্ধে একাত্ম ভাৱৰপৰা হোৱা চেতনা। আমি সত্যৰ সৈতে মিলি এক হৈ যাওঁ, জ্ঞাত বস্তুৰ সৈতে এক হৈ পৰোঁ। জ্ঞাত বিষয়ক আমাৰ বাহিৰৰ বস্তু হিচাপে আমি নেদেখোঁ, দেখোঁ আমাৰ আত্মাৰ অংশ স্বৰূপে। আমাৰ অন্তৰবোধে আমাৰ সন্মুখত যি দাঙি ধৰে, সি এক চেতনাবিশেষ, মতবাদ নহয়; ই মনৰ অৱস্থা এটা মাত্ৰ, বিষয়বস্তুৰ সংজ্ঞা নহয়। তৰ্ক আৰু ভাষা নিম্নস্তৰৰ, এই জ্ঞানৰ ক্ষুদ্ৰ প্ৰকৰণ মাত্ৰ। যি বিশাল স্বতঃসিদ্ধ জ্ঞান আছে, তাত নিহিত থকা কথা কিছুমান আংশিক প্ৰকাশ কৰি আমাৰ আগত দাঙি ধৰাৰ উপায় বিশেষ হ'ল চিন্তা। জ্ঞান হ'ল জ্ঞাতা আৰু জ্ঞেয়ৰ মাজত ঘনিষ্ঠ আৰু অন্তৰঙ্গ সংযোগ স্থাপন কৰা। জানোতে জ্ঞাতাজনে জ্ঞেয়ৰ লগত একাত্ম-বোধৰ সম্বন্ধ স্থাপন কৰে। (২০)

---

(১৯) Wildon Carr : *The Philosophy of Croce* (1917) Pp. 59.

(২০) Enneads, VIII, 2—5. "মানুহে যিটো এতিয়াও লাভেই কৰা নাই, তাকে বিচাৰণা বুদ্ধিৰে আলোচনা কৰে........সিদ্ধ যুক্তিয়েতো আৰু নিৰ্বিচাৰে; যি সাক্ষ্য লৈ পুৰ হৈ আছে, ই তাৰ ওপৰতে নিৰ্ভৰ কৰে।"

তৰ্কলব্ধ জ্ঞানত সদায় এটা দ্বৈতবোধ থাকেই, বস্তু এটাৰ সম্বন্ধে জ্ঞাত আৰু তাৰ সত্তাৰ মাজত এটা প্ৰভেদ থাকে। চিন্তাই সত্তাক প্ৰকাশ কৰিব পাৰে, কাৰণ দৰাচলতে সিহঁত এক; কিন্তু ব্যৱহাৰিক জগতত, স্থিতি ক্ষেত্ৰত সিহঁত বেলেগ। বস্তু এটা জনা আৰু তাৰ সৈতে একে হৈ পৰা বেলেগ কথা। সেই কাৰণে চিন্তাৰ প্ৰতিপাদন প্ৰয়োজন হয়।

ব্যৱহাৰিক সত্তাৰ কোনো কোনো ফালৰ বিষয়ে এনে প্ৰকাৰৰ জ্ঞানেইহে প্ৰশস্ত। উদাহৰণ স্বৰূপে ধৰক খঙৰ আৱেগ। ইয়াৰ বাহ্যিক প্ৰকাশৰ বাহিৰে ভিতৰ বস্তুটোৰ ইন্দ্ৰিয়-জ্ঞান সম্ভৱপৰ নহয়। দত্ত বস্তু যদি বাহিৰৰপৰা যোগান ধৰা নহয়, তেনেহ'লে বৌদ্ধিক জ্ঞান সম্ভৱপৰ নহয় আৰু ইন্দ্ৰিয়ই এই বস্তুৰ যোগান ধৰিব নোৱাৰে। বুদ্ধিয়ে খঙৰ এই অৱস্থাৰ বিশ্লেষণ কৰাৰ আগতে ইয়াক উপলব্ধি কৰিব পাৰিব লাগিব, আৰু ইয়াক নিজেই উপলব্ধি কৰিব নোৱাৰে। আমাৰ খং উঠা মানে খং কি, উঠিলেহে আমি তাক জানিব পাৰোঁ। মানুহৰ প্ৰেম-প্ৰীতি বা পিতৃ-মাতৃৰ অপত্য স্নেহৰ বিষয়ে যেতিয়ালৈকে নিজৰ অভিজ্ঞতা নহয়, তেতিয়ালৈকে তাক কোনেও বুজিব নোৱাৰে। কল্পনা কৰি লোৱা আৱেগ অনুভূত আৱেগতকৈ বহুত বেলেগ।

হিন্দু দাৰ্শনিকসকলে প্ৰজ্ঞাৰ বিষয়ে যি চৰম উদাহৰণ দাঙি ধৰিছে, সি হ'ল আত্মজ্ঞান। আমি যেনেকৈ প্ৰেম বা খং সম্বন্ধে সচেতন হৈ পৰোঁ, তেনেকৈ প্ৰত্যক্ষভাৱে আত্মসচেতন হওঁ, পোনপটীয়াকৈ ইয়াৰে সৈতে একপ্ৰকাৰ একাত্মবোধৰদ্বাৰা। আত্মজ্ঞান আত্মস্থিতিৰপৰা অবিচ্ছেদ্য। আমি পাব পৰা প্ৰত্যক্ষ আৰু সত্যজ্ঞান একমাত্ৰ ইয়েই; বাকী সকলো অনুমান। শঙ্কৰে কৈছে যে আত্মজ্ঞান তৰ্ক-যুক্তিলব্ধ বা ইন্দ্ৰিয়লব্ধও নহয়, ই আন সকলো প্ৰকাৰ জ্ঞানৰে পূৰ্ববচন বা পূৰ্বকল্পনা। ইয়েই একমাত্ৰ সন্দেহাতীত জ্ঞান; কাৰণ, "যিজনে অস্বীকাৰ কৰে ই তেওঁৰেই প্ৰকৃত স্বৰূপৰপৰা লব্ধ (২১)।" ই আত্মধাৰণাৰ বিষয়-বস্তু (অস্মৎ প্ৰত্যয বিষয়) আৰু ইয়াৰ অব্যৱহিত উপস্থিতিৰ কাৰণেই ইয়াক থকা বুলি জনা যায়। (২২) যিহেতু ই সকলো প্ৰমাণৰ ভিত্তি, গতিকে ইয়াক প্ৰমাণ কৰিবও নোৱাৰি। (২৩) ই এনে জ্যোতি, যি প্ৰকৃতি নহয়, মানুহো নহয়, অথচ দুয়োটাকেই সিয়েই সৃষ্টি কৰিছে। আমাৰ সকলো জ্ঞান, আধান বা ইচ্ছাৰ অভিজ্ঞতা এজন মইৰ অভিজ্ঞতা। এনে 'মই' সকলো জ্ঞানতেই নিহিত আছে। এই শৰীৰৰ লগত এই মইৰ যিমানেই ঘনিষ্ঠ সম্বন্ধ নাথাকক, তথাপি এই 'মই'টো শৰীৰটো নহয়। এই শৰীৰক ইন্দ্ৰিয়ৰ

(২১) য এৱহি নিৰাকৰ্ত্তা তাদেৱতস্য স্বৰূপম্—শঙ্কৰ টীকা, ব্ৰহ্মসূত্ৰ II, 3. 7.1.4.
(২২) অপৰোক্ষত্বাচ প্ৰত্যাগাত্মা প্ৰসিদ্ধেঃ (ব্ৰহ্মসূত্ৰ I, 1. 1.)
(২৩) *Indian Philosophy* Vol. II 2nd. Ed. (1931. Pp. 476 ff)

দ্বাৰা প্ৰত্যক্ষ কৰিব পাৰি। আমি 'ময়েই শৰীৰ' বুলি নকওঁ, কওঁ 'মোৰ শৰীৰ' বুলিহে। অভিজ্ঞাত চৈতন্যৰ ফালৰপৰা শৰীৰৰ অস্তিত্ব বা সত্তা এই ব্যৱহাৰিক জগতৰ কথা। আমি 'মই দেখোঁ' বা 'শুনো' বুলিহে কওঁ, মোৰ 'চকুৱে দেখিছে' বা 'কাণে শুনিছে' বুলি নকওঁ। এই 'মই'টো সকলো জ্ঞানৰ ভিতৰতে নিহিত আছে; ই কোনো অভিজ্ঞতাৰপৰা অনুমান কৰি লোৱা বস্তু নহয়; ই অব্যৱহিত-ভাৱে সঞ্জীৱিত আৰু অভিজ্ঞতাৰদ্বাৰা জ্ঞাত। সৰল মৌলিক স্থিতি হিচাপে অভিজ্ঞাত আত্মাৰ যিপ্ৰকাৰে প্ৰত্যয় হয়, তাৰ লগত ইয়াক ভুল কৰিব নালাগে। আমি যিটো অব্যৱহিতভাৱে জানো, সি প্ৰত্যয়ৰদ্বাৰা সংগঠিত হোৱাতকৈ বেলেগ। অভিজ্ঞতাৰদ্বাৰা প্ৰত্যক্ষভাৱে অনুভূত হোৱা আত্মাক 'তৎ' বা সেই বুলি কওঁ, 'কি' বুলি নকওঁ। আমাৰ এই অব্যৱহিত প্ৰত্যক্ষ জ্ঞানত সত্তাৰ লগত পৰিচয় নিহিত আছে, কিন্তু ইয়াৰ সাৰ বা প্ৰকৃতি সম্বন্ধে জ্ঞান আমাৰ নাই। আমি যাক প্ৰত্যক্ষভাৱে উপলব্ধি কৰোঁ, সি একক আৰু সকলো অভিজ্ঞতাৰে কৰ্তা, আৰু বাকী সকলোৱেই হ'ল বিষয়। আমাৰ আত্মাৰ প্ৰত্যক্ষ অন্তৰ অনুভূতিত, ইয়াৰ প্ৰকৃত সত্তাত বিষয় আৰু বিষয়ীৰ মাজত কোনো প্ৰকৃত প্ৰভেদ নাই, আছে তৰ্ক-জ্ঞানৰ প্ৰভেদ। "যি জানে আৰু যাক জনা যায় (যুক্তি আৰু যুক্তিৰ জগত) দুয়ো-টাই প্ৰকৃততে একেটা বস্তু।" (২৪)

বহুতো পাশ্চাত্য দাৰ্শনিকে শঙ্কৰৰ এই মতকে সমৰ্থন কৰিছে। ডেকাৰ্টৰ সন্দেহবাদে ইয়াৰ চূড়ান্ত সীমা পাইছেগৈ আৰু আত্মচৈতন্যৰ অন্তৰ্জ্ঞ-নিশ্চয়তাত ঠেকা খাই ভাঙি পৰিছে: "মই ভাবোঁ হেতুকে মই আছোঁ।" দুৰ্ভাগ্যবশতঃ ডেকাৰ্টৰ এই প্ৰকাশ ভ্ৰান্তিমূলক। আত্মজ্ঞান ইমান আদিম আৰু সৰল যে তাত আৰু 'হেতুকে'ৰ কোনো স্থান নাই। 'মই আছোঁ' এই কথাটো যদি 'মই ভাবোঁ' এই কথাটোৰ ওপৰত নিৰ্ভৰ কৰে তেনেহলে 'মই ভাবোঁ' এই কথাটোও আন কিবা 'হেতু'ৰ ওপৰত নিৰ্ভৰ কৰিব আৰু এনেকৈয়ে ক্ৰমান্বয়ে অনিৰ্দিষ্টভাৱে চলি থাকিব। হেগেলে কৈছে "যি মানুহে ইয়াক 'ন্যায়' (syllogism) বুলি কয়, অৱশ্যে হেতু শব্দটো যে ইয়াত আছে তাৰ বাহিৰে তেওঁ নিশ্চয় 'ন্যায়'তকৈ আৰু বেছি জানিব লাগিব। আমি মধ্যপদটো ক'ত বিচাৰিম? 'আমি ভাবোঁ' হেতুকে আমি আছোঁ, 'ইয়াক স্বতঃসিদ্ধ বা অব্যৱহিত সত্য বুলিয়েই ইয়াৰ বচকে আৰম্ভ কৰিছিল, আৰু এই সত্যৰ ওপৰতেই সমগ্ৰ আধুনিক দৰ্শনৰ বুৰঞ্জী গ্ৰথিত হৈছে। (২৫) ই অনুমান নহয়, একক সত্য এটাৰ প্ৰকাশ মাত্ৰ। আত্মচেতনাত চিন্তা আৰু স্থিতি অবিভাজ্যভাৱে একত্ৰিত হৈ আছে। আত্মাই হ'ল প্ৰথম পৰম নিশ্চিত সত্য আৰু সকলো তৰ্কপ্ৰমাণৰ ভিত্তি। ডেকাৰ্টৰ মই আছোঁ কথাটো প্ৰাচীন ঋষিয়ে তেওঁৰ

(২৪) **Aristotle : de *An* III, 4—12.**

(২৫) ***Logic of Hegel,* Wallace's E.T. (1874 Sec 64)**

য়াহৱেৰ পৰম কৰ্তৃত্ব বুজাবৰ কাৰণে ব্যৱহাৰ কৰা 'মই আছোঁ' কথাষাৰৰ দৰেই। আনকি যিবিলাকে সহজাত ধাৰণাৰ (Innate ideas) বিৰুদ্ধে সমৰ ঘোষণা কৰিছিল, তেওঁ। অন্তৰ্জ্ঞান বা স্বজ্ঞান সত্যতা স্বীকাৰ কৰিছে। তেওঁ কৈছে, "আমাৰ নিজৰ অৱস্থিতিৰ সম্পৰ্কে আমি ইয়াক ইমান সহজ আৰু নিশ্চিতভাৱে প্ৰত্যক্ষ কৰোঁ যে ইয়াক প্ৰমাণ কৰিবও নোৱাৰি আৰু আৱশ্যক নাই।" (২৬) কাণ্টত 'মই ভাবোঁ' এই কথাষাৰৰ লগতে সকলো প্ৰতিৰূপ জড়িত থাকে। ইয়েই সকলো প্ৰত্যয় বা ধাৰণাৰ সাধাৰণ বাহন। সকলো জ্ঞান আৰু তৰ্ক আৰম্ভ হয় এই আত্ম-নিশ্চয়তাৰ আদিম মূলনীতিৰপৰাই। ফিক্টেৰ মতে আত্মজ্ঞান স্বজ্ঞাসম্ভূত। স্কপেনহাৱাৰে কয় যে আমাৰ আভ্যন্তৰিক অভিজ্ঞতাত প্ৰাতিভাসিকতকৈও বেছি কিবা এটাৰ বিষয়ে আমি সচেতন হওঁ, ইয়েই হ'ল ইচ্ছা আৰু সকলো প্ৰাতিভাসিক কথাই হ'ল তাৰ প্ৰকাশ মাত্ৰ। আমি আমাৰ নিজৰ ইচ্ছাৰ অব্যৱহিত চৈতন্যৰ-দ্বাৰাহে সত্য সম্বন্ধে অৱগতি লাভ কৰোঁ, বুদ্ধিৰ জৰিয়তে নহয়। বাৰ্গচঁইও প্ৰায় একে ধৰণৰ মতবাদকে গ্ৰহণ কৰিছে। তেওঁৰ মতে প্ৰকৃত সত্তা বা আত্মাটো স্মৃতি সহায়েৰে অতীতৰ অভিজ্ঞতা গোটাই-পিটাই বৰ্ধিত হৈ থকা আৰু ভৱিষ্যৎ উদ্দেশ্য লাভৰ বাটত আগবাঢ়ি থকা আত্মা নহয়। ইয়াক শুদ্ধ স্থিতিকালৰ সহায়েৰে সংজ্ঞাবদ্ধ কৰিব লাগিব, এই স্থিতিকালে নাজানে অতীত বুৰঞ্জী বা ভৱিষ্যতৰ উদ্‌গতি। ই অবিভাজ্য বৰ্তমান, ইয়াৰ কাৰণে সময়ৰ মননৰীতি বা শ্ৰেণী-বিভাজনৰ কথা সম্পূৰ্ণ অপ্ৰাসঙ্গিক। (২৭) আমি প্ৰকৃত মুক্তিৰ দুৰ্লভ মুহূৰ্ততহে এই শুদ্ধস্থিতিকালৰ ওচৰ চাপিব পাৰোঁ বা

(২৬) *Essay on the Human Understanding* :—পাচ্‌কেলে কয়, "আমি জানো যে আমি জাগ্ৰত। অৱশ্যে যুক্তিৰে আমি ইয়াক প্ৰমাণ কৰিবলৈ অপাৰগ হব পাৰোঁ, আমাৰ এই অপাৰগতাই মাত্ৰ যুক্তিৰ দুৰ্বলতাকে বুজায়; (সন্দেহবাদীয়ে ধৰি লোৱা দি) ই আমাৰ জ্ঞানৰ অনিশ্চয়তা নুসূচায়, কাৰণ আকাশ, কাল, গতি, সংখ্যা আদিৰ দৰে ই সুনিশ্চিত। আমাৰ অন্তৰ আৰু সহজ জ্ঞানলব্ধ এনে জ্ঞানৰ ওপৰত যুক্তিয়ে বিশ্বাস স্থাপন কৰে, আৰু তাকে সকলো তিৰ্যক প্ৰমাণৰ ভিত্তি বুলিও গ্ৰহণ কৰে।" (See Webb : *Pascal's Philosophy of Religion* 1922, Pp. 45)

**তু/ক:—নিউমেন: "যিহেতু মই ঈশ্বৰক বিশ্বাস কৰোঁ, সেই গতিকে মই কেথলিক, আৰু মইনো কিয় ঈশ্বৰক বিশ্বাস কৰোঁ বুলি যদি কোনোবাই সোধে মই উত্তৰ দিম যে মোৰ অস্তিত্বত বিশ্বাস কৰোঁ কাৰণেই; কাৰণ, মই অনুভৱ কৰোঁ যে যদিহে মোৰ বিবেকত থকা ব্যক্তিৰূপী সৰ্বদ্ৰষ্টা, সৰ্ববিচাৰ কৰ্তাজনৰ অস্তিত্বত মই বিশ্বাস নকৰোঁ, তেন্তে মোৰ অস্তিত্বত বিশ্বাস কৰাটোৱেই (যিটো সম্বন্ধে মই সম্পূৰ্ণ সুনিশ্চিত) সম্পূৰ্ণ অসম্ভৱ হৈ পৰিব।" (*Apologia*)**

(২৭) ***Creative Evolution* E.T. Pp. 210**

তাতে থাকিব পাৰোঁ। আমি যি দেখোঁ, তাত আমাৰ বুদ্ধিৰ মননৰীতি প্ৰয়োগৰদ্বাৰা ভুল ব্যাখ্যানৰ ভাৰ দূৰ কৰি ল'ব নোৱাৰিলে আমি কেতিয়াও সেই শুদ্ধস্থিতিকালৰ স্বজ্ঞা লাভ কৰিব নোৱাৰোঁ। আন কথাত ক'বলৈ হ'লে আমি নিজকে যদি সম্পৰ্ণ ইয়াৰ মাজত সুমুৱাই দিব পাৰোঁ, তেনেহ'লে শুদ্ধ স্থিতিকালৰ স্বজ্ঞা লাভ কৰিব পাৰোঁ। সাধাৰণতে আমাৰ জীৱন শুদ্ধস্থিতিকাল নহয়; কাৰণ, আংশিকভাৱে ইয়াত যান্ত্ৰিকতা সোমাইছে। বাৰ্গচঁই সত্যৰ প্ৰকাশ এনেকৈ বুলি কৰিছিল যে যিহেতু তাত জ্ঞাতা, জ্ঞান আৰু জ্ঞেয়ৰ কোনো প্ৰভেদ নাই, গতিকে বুদ্ধিয়ে এই প্ৰভেদ লৈ আগবাঢ়িলে কেতিয়াও আত্মজ্ঞান লাভ কৰিব নোৱাৰে। গতিৰ যি মৌলিক একত্ব আছে, যি অবিভাজ্য আৰু ৰূপৰ মাজত যি বিস্তৃতও নহয়, বুদ্ধিয়ে তাকেই অৱজ্ঞা কৰে। প্ৰজ্ঞাই এই জ্ঞানযে অবিভাজ্য, একক জ্ঞানক্ৰিয়া আৰু আত্মস্থিতিৰ স্থিতিৰ লগত ইযে এক, তাক জানে। আমি প্ৰজ্ঞাবোধ বা সহানুভূতিশীল ব্যাখ্যাৰেহে অন্য মনসমূহক জানিব পাৰোঁ। (২৮)

জীৱনৰ অতি গভীৰতম সত্যসমূহ জানিব পাৰি মাত্ৰ স্বজ্ঞাতবোধ বা প্ৰজ্ঞানদ্বাৰাহে। আমি তাৰ সত্যতা উপলব্ধি কৰোঁ, কিন্তু সেই সম্পৰ্কে কোনো যুক্তিতৰ্ক নকৰোঁ। জীৱনৰ অৰ্থ বা মূল্যৰ ক্ষেত্ৰত আমি এনে প্ৰকাৰ জ্ঞানৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰোঁ। মূল্যবোধ আৰু সৃষ্টি বহুখিনি এনে স্বজ্ঞাত চিন্তাৰ ফলতে হয়। ঘটনাৰ বিচাৰসমূহত একপ্ৰকাৰ ঔদাসীন্যৰ প্ৰয়োজন হয়; জীৱনৰ মূল্যাঙ্কন জৈৱিক অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰে। কোনো কাৰ্যপন্থা শুদ্ধ নে অশুদ্ধ, আমাৰ সমুপস্থিত কোনো বস্তু সুন্দৰ নে অসুন্দৰ, তাক নিৰাকৰণ কৰিব পাৰে যাৰ বিবেক শিক্ষিত আৰু যাৰ অনুভূতি প্ৰশিক্ষিত। ঘটনাৰ বিচাৰৰ সহজে প্ৰমাণ ল'ব পাৰি; কিন্তু মূল্য বিচাৰৰ নোৱাৰি। গুণবোধ জীৱনৰ ক্ৰিয়া—ইয়াক অকল শিক্ষাৰদ্বাৰা লাভ কৰিব নোৱাৰি। ই নিৰ্ভৰ কৰে আত্মাৰ উৎকৰ্ষ সাধনৰ মাত্ৰাৰ ওপৰত।

তাৰ বাহিৰেও আমি সাধাৰণতে ইন্দ্ৰিয়ৰদ্বাৰা যিবোৰ দেখোঁ বা বুদ্ধিৰদ্বাৰা যি অনুমান কৰোঁ তাকো স্বজ্ঞাৰদ্বাৰাও জানিব পাৰোঁ। আমি ইন্দ্ৰিয়ৰ বিনা

(২৮) Cp. Alexander "মনটো থকাটো এটা বিশ্বাস। ই কোনো প্ৰমাণ বা উপমাৰদ্বাৰা আবিষ্কৃত নহয়; ই বিশেষ এটা অভিজ্ঞতাৰ শক্তিয়ে আমাৰ ওপৰত জাপি দিয়া বিশ্বাস।" (*Space, Time and Deity*(1920)Vol. II, Pp. 37) "ইয়াকো ক'ব পাৰি যে (আমাৰ চেতন প্ৰকৃতিকে ধৰি) অসীম সম্পৰ্কসমূহৰ মাজত থকা কোনো বস্তু এটাৰ সম্পূৰ্ণ জ্ঞান মানে সেই বস্তুটোক তৈয়াৰ কৰি থোৱা। সৰ্বশক্তিমানৰপৰা পৃথক কৰি আমি সৰ্বজ্ঞক সঁচাকৈয়ে ধাৰণা কৰিব পাৰোঁনে? মই যদি কোনো এজন ব্যক্তিক সম্পূৰ্ণভাৱে ওতঃপ্ৰোতভাৱে জানিব পাৰোঁ, তেন্তে ময়ে সেই ব্যক্তি হৈ পৰিম।" (Ritchie, *Mind*, Vol. XIII, Pp. 260)

মাধ্যমে বস্তুসমূহ দেখিব পাৰোঁ আৰু সম্বন্ধসমূহ কষ্টেৰে প্ৰতিপাদন নকৰাকৈয়ে আপোনা-আপুনি জানিব পাৰোঁ। অন্য কথাত ক'বলৈ হ'লে আমি প্ৰত্যেক বস্তু সত্তাকেই প্ৰত্যক্ষভাৱে জানিব পাৰোঁ। সাধাৰণ ক্ষেত্ৰত আনৰ মনত কি হৈ আছে তাক ভাষা বা অঙ্গী-ভঙ্গীৰ প্ৰকাশৰ বাহিৰে আন কোনো প্ৰকাৰে আমি জানিব নোৱাৰোঁ ; কিন্তু অন্তৰ্বিদ্যাই (Telepathy) প্ৰমাণ কৰি দেখুৱাইছে যে এজনৰ মনে আনজনৰ লগত পোনপটীয়াকৈ সংযোগ স্থাপন কৰিব পাৰে।

## স্বজ্ঞা আৰু কল্পনা

যিটোৱে প্ৰজ্ঞাক কেৱল কল্পনাৰপৰা বিভেদ কৰি দেখুৱাব পাৰে সেয়ে হ'ল বস্তুৰ সত্তা। আমি যেনেকৈ সাধাৰণ দৃষ্টি ক্ষেত্ৰত কোনো বস্তুৰ বিশিষ্ট প্ৰকৃতিক প্ৰত্যক্ষভাৱে আৰু অনিবাৰ্যভাৱে জানো আৰু তাক আমাৰ ইচ্ছা বা কল্পনাৰদ্বাৰা কোনো প্ৰকাৰে পৰিবৰ্তন কৰিব নোৱাৰোঁ, ঠিক তেনেকৈয়ে স্বজ্ঞাত চৈতন্যই আচল বস্তুৰ বোধ লাভ কৰে আৰু সি ইন্দ্ৰিয়গ্ৰাহ্য নহয়। আমাৰ সাধাৰণ দৃষ্টি বা প্ৰত্যক্ষত যেনেকৈ কিছুমান কথা আছে যে যিবোৰ আমি কল্পনা নকৰোঁ অথচ সিহঁতে আমাৰ জ্ঞান সম্ভৱ কৰি তোলে, তেনেকৈয়ে আমাৰ অন্তৰ্জ্ঞানত এই সত্যটো আছে যি আমাৰ বোধ পৰিচালন কৰে। ই কোনো কল্পনা বা বিশ্বাস জন্মাব খোজা বুদ্ধি কেৱল নহয়, ই প্ৰকৃতপক্ষেই সত্তাৰ আৱিষ্কাৰক। আমি অকল আমাৰ চকু কিটাৰদ্বাৰাই নেদেখোঁ, আমি আত্মাৰদ্বাৰাও দেখোঁ। অদৃশ্য বস্তুও আত্মাৰ জ্যোতিত ঠিক চকুৰ আগত দেখা বস্তুৰ দৰেই উদ্ভাসিত হৈ পৰে। প্ৰজ্ঞা বা অন্তৰ্জ্ঞান হ'ল, ইন্দ্ৰিয়াতীত অঞ্চললৈ আমাৰ প্ৰত্যক্ষক প্ৰসাৰণ কৰা।

## স্বজ্ঞা আৰু বুদ্ধি

বাৰ্গচঁৰ মতে জীৱন শক্তিয়ে পৰিবেশ পৰিচালনাধীন কৰিবৰ হকে যন্ত্ৰ স্বৰূপে ব্যৱহাৰ কৰিবলৈ বুদ্ধিক ক্ৰমে উদঘাটন কৰে। ক্ৰিয়াৰ কাৰণেই বুদ্ধিৰ প্ৰয়োজন হয়। ই যন্ত্ৰকাৰী বৃত্তিস্বৰূপ, ইয়াৰ সহায়ত জীৱনে নিজৰ শক্তিৰ প্ৰসাৰণৰ অৰ্থে নিৰ্জীৱ পদাৰ্থকো যন্ত্ৰলৈ ৰূপায়িত কৰে। আমি যদি বস্তুসত্তাৰ অন্তঃপ্ৰকৃতি জানিব খোজোঁ তেনেহ'লে আমি সমগ্ৰ ব্যক্তিত্বকেই জানিব লাগিব ; বুদ্ধি তাৰ অংশবিশেষ মাত্ৰ। তৰ্ক-বিদ্যাৰ কৃতকাৰ্যতা হ'ল বস্তু সত্তাৰ জীৱন্তস্ৰোতক স্থিতি-

শীল ধাৰণাসমূহৰ একশ্ৰেণীত ৰূপায়িত কৰালৈকেহে। চিন্তা আৱশ্যকীয়; কিন্তু সত্য নহয়, কিন্তু স্বজ্ঞা সত্য, কাৰ্যকৰীহে নহয়। বৌদ্ধিক চৈতন্য কাৰ্যকৰী। মানুহ এটাই যেতিয়া মোলৈ পিষ্টল এটা টোঁৱায়, মই তেতিয়া তাৰ কি ৰং, ক'ত তৈয়াৰী, তাক জানিবলৈ কোনো চেষ্টা নকৰোঁ, মাত্ৰ তাৰ প্ৰতিক্ৰিয়া স্বৰূপে তাৰপৰা পলাই সাৰিবলৈ লৰ ধৰোঁ। ইয়াৰ এই মাৰাত্মক লক্ষণটোহে মাত্ৰ মোৰ কাৰণে বাস্তৱ আসক্তি বা স্বাৰ্থৰ কথা; বাকী সকলোবোৰ নিষ্প্ৰয়োজনীয়। বৈজ্ঞানিক জ্ঞানো এই কাৰ্যকৰী বা বাস্তৱ সচেতনতাৰ কাৰ্যৰ প্ৰসাৰণ মাত্ৰ। ই সত্য বা বাস্তৱৰপৰা যিবোৰ ব্যৱহাৰিকভাৱে উপযোগী আৰু অন্যান্য ক্ষেত্ৰতো প্ৰযোজ্য, তেনে গুণ কিছুমানৰ সাৰোদ্ধাৰ কৰি লয়। এই সাৰোদ্ধাৰ বিনা ক্ৰিয়া অসম্ভৱ; আৰু যুক্তিযুক্ত চিন্তায়ে হ'ল এই সাৰ গ্ৰহণ।

আমি সত্যটোক উপলব্ধি কৰিব নোৱাৰোঁ। কাৰণে আমাৰ মতবাদসমূহ প্ৰতিপাদিত হোৱালৈ আমি বাট চাওঁ। আমাৰ মতামতৰ সত্যতা পৰীক্ষা কৰোঁ সিহঁতৰ ভৱিষ্যত ক'ব পৰা শক্তিৰে। কিন্তু প্ৰতীক আৰু সম্বন্ধসমূহে আমাক যিমানেই ভৱিষ্যৎবাণী কৰিবলৈ সক্ষম নকৰক লাগিলে, সিহঁতৰ ভিতৰত অব্যৱহিত অভিজ্ঞতাৰ মাধুৰ্য নাথাকে। এজন পদাৰ্থবিদে কৈছে যে তেওঁ বিজুলীৰ সকলো নিয়মকেই জানে, কিন্তু প্ৰকৃততে এই বিজুলী বস্তুটো কি, সেই বিষয়ে তেনেই অজ্ঞ। তেওঁ পৰোক্ষভাৱে এই বিজুলীৰ কথা জানে, আৰু সেই জ্ঞান ক্ৰমাৎ বাঢ়ি গৈ থাকে। প্ৰত্যক্ষ জ্ঞান বাঢ়ি থাকিব নোৱাৰে, কাৰণ ই সম্পূৰ্ণ ব্যক্তিগত আৰু সেই কাৰণেই আনৰ লগত যোগাযোগক্ষম নহয়। আমি ইয়াক প্ৰতিপাদন কৰিব নোৱাৰোঁ, গতিকে ইয়াক লৈ বিবাদ কৰিবও নোৱাৰোঁ। ই আমাৰ বিচ্ছিন্ন মনৰ বৌদ্ধিক বা ইন্দ্ৰিয়জাত খণ্ডসত্যসমূহ অতিক্ৰম কৰি যায়। এয়েই একমাত্ৰ পৰম জ্ঞান। ব্যক্তি যেতিয়া সম্পূৰ্ণ সচেতন আৰু স্থিতপ্ৰজ্ঞ হয় তেতিয়াহে এই জ্ঞান সম্ভৱপৰ হয়। আমাৰ যেতিয়া অন্তঃসত্তা সমাহিত হয় তেতিয়াহে আমি প্ৰকৃতভাৱে দেখিব পাৰোঁ। স্বজ্ঞা হ'ল আমাৰ গভীৰতম সত্তাৰ চৰম দৃষ্টি।

ইয়াক চমু বৈজ্ঞানিক বচনসমূহৰদ্বাৰা প্ৰকাশ কৰিবও নোৱাৰি আৰু আনলৈ প্ৰেৰণ কৰিবও নোৱাৰি; পাৰি অলৌকিক কাহিনী আৰু মূৰ্তিৰে, কলা আৰু সাহিত্যেৰে। স্বজ্ঞা প্ৰকাশক ভাবসমূহৰ লক্ষণ সজীৱ, কাৰণ সিহঁত যুক্তি বিশ্লেষণ মাত্ৰ নহয়, জীৱনৰ দ্যোতক। সিহঁত মুক্ত, শিথিল আৰু তৰল, আৰু তাৰ ৰূপতেই থাকে তাৰ আত্মাৰ প্ৰাণস্পন্দনৰ পৰিচয়।

'জ্ঞান' শব্দটো যদি মাত্ৰ আনক জনাব পৰা কথাত, সাধাৰণ স্বৰূপ-নিৰ্দেশক সূত্ৰ আৰু বচনেৰে প্ৰকাশ কৰিব পৰা কথাতেই সীমাবদ্ধ কৰা হয়, তেনেহ'লে প্ৰজ্ঞা অনিৰ্বচনীয় আৰু বচন-প্ৰকাশ্য নহয় হেতুকে ই জ্ঞান নহয়; কিন্তু নিশ্চয়তাহে জ্ঞানৰ প্ৰকৃত পৰীক্ষা, আনৰ লগত যোগাযোগ কৰিব পৰাটো নহয়; প্ৰজ্ঞাৰ

এই নিশ্চয়তা বা আশ্বাস আছে, সেই কাৰণে ই জ্ঞানৰ এটা প্ৰকাৰ।

আমাৰ সকলো জ্ঞানৰেই যদি স্বজ্ঞাত লক্ষণ থাকিলহেঁতেন, আৰু সত্যই যদি তাৰ প্ৰমাণ নিজ সাক্ষ্যৰে দাঙি ধৰিলেহেঁতেন, তেনেহ'লে যৌক্তিক প্ৰমাণৰ কোনো আৱশ্যক নহ'লহেঁতেন। জ্ঞাতা আৰু জ্ঞেয়ৰ ঐক্য সম্পূৰ্ণ হ'লহেঁতেন আৰু আমাৰ জ্ঞানো সামগ্ৰিক হ'লহেঁতেন। কোনো বাহ্যিক বস্তুৰ লগত ইয়াৰ সম্বন্ধ নাই, ইয়াৰ নিজৰ বাহিৰে আন কোনো ভাবৰ লগত সঙ্গতি ৰক্ষাৰো কোনো প্ৰশ্ন নাই। জ্ঞান আৰু সত্তা, ভাব আৰু বাস্তৱতা, উদ্দেশ্য আৰু ঐক্য—এই সকলো তাত নিহিত। ইয়াক কোনো প্ৰমাণ নালাগে (প্ৰামাণ্যম্ নিৰপেক্ষম্)। ই আত্মসচেতন স্থিতি-বিশেষ। এই জ্ঞান বাহ্যিক বা উপকৰণ নহয়, প্ৰতীকবাদী নহয়, পৰোক্ষও নহয়।

অৱশ্যে প্ৰকৃত জ্ঞান সম্পূৰ্ণাঙ্গ হ'ব নোৱাৰে, কাৰণ বিষয় আৰু বিষয়ীৰ প্ৰভেদ এটা আছে। এটা মাধ্যমৰ জৰিয়তে বিষয় বিষয়ীত উপনীত হয়। বিষয়গত জ্ঞানৰ কাৰণে চিন্তা আৰু ইন্দ্ৰিয় প্ৰত্যক্ষৰ প্ৰয়োজন হয়। ইয়াত দ্বৈতবোধ থাকেই। এটা বস্তু সম্বন্ধে জ্ঞান আৰু তাৰ সত্তাটো দুয়োটা ভিন্ন বস্তু। সেই হেতুকে চিন্তাৰ প্ৰতিপাদন আৱশ্যকীয়। জ্ঞানৰ জগতত আমি অভিজ্ঞতাৰ বাস্তৱতাৰ তুলাচনীৰে ঘটনাক কল্পনাৰপৰা পৃথক কৰিব পাৰোঁ। আমি যেতিয়া কোনো বস্তু এটাক অন্য অভিজ্ঞাত বিষয়ৰ লগত নিশ্চিত সম্বন্ধ স্থাপন কৰি দেখুৱাব পাৰোঁ, তেতিয়া তাক সত্য বুলি কওঁ। অভিজ্ঞাত সত্য হ'ল এই যুক্তি জগতৰ মাজত থকা পৰস্পৰৰ নিশ্চিত সংযোগ। আমাৰ ইন্দ্ৰিয়ানুভূতিয়ে যোগোৱা বতৰা যেতিয়া বাঢ়ি যায়, জ্ঞানৰ পৰিৱেশৰ মাজত যেতিয়া নতুন ঘটনাৰ নিৰ্দিষ্ট ঠাই নিৰাকৰণ কৰা হয়, তেতিয়া আমাৰ জ্ঞানো বাঢ়ি যায়। আমাৰ জ্ঞান পৰিকল্পনাৰ ক্ষেত্ৰত খাপ খুৱাই ল'ব পাৰিলে নতুন ইন্দ্ৰিয়লব্ধ ঘটনাসমূহক সত্য বুলি গ্ৰহণ কৰা হয়। ইয়াৰ সত্যতা অনুমিত হয়, অন্তৰ্হিত নহয়।

স্বজ্ঞাত সত্যসমূহ মানসদৃষ্টিৰ সৰল ক্ৰিয়াবিশেষ; গতিকেই সন্দেহা-তীত। (২৯) যৌক্তিক প্ৰতিপাদনৰ হেতুকেইহে তাৰ সত্যতা বিশ্বাসনীয় নহয়। যি মুহূৰ্ত্তেই সেই বিষয়ে আমাৰ স্বজ্ঞা হয় সেই মুহূৰ্ত্তেই আমি তাক স্বীকাৰ নকৰি নোৱাৰোঁ। তাৰ ওপৰত চিন্তা জপিয়াই পৰিলেহে সন্দেহৰ উদ্ভৱ হয়। **প্ৰকৃততে ক'বলৈ গ'লে, যৌক্তিক জ্ঞান কোনো জ্ঞানেই নহয়, অবিদ্যাহে; স্বজ্ঞা লাভ নোহোৱালৈকেহে ই সত্য। যেতিয়া আমি আমাৰ এই গোপন আৰু অহ-ঙ্কাৰপূৰ্ণ কক্ষ ভাঙি আমাৰ বুদ্ধি আৰু ইন্দ্ৰিয়সমূহ উৎপত্তি হোৱা আদিম প্ৰাণলৈ উলটি যাব পাৰোঁ, তেতিয়াহে আমাৰ এই প্ৰজ্ঞা লাভ হয়। প্ৰজ্ঞা মানে যদি**

(২৯) Cf. Locke: "পৰীক্ষা কৰা বা প্ৰমাণ কৰাৰ গৰজ মনৰ নাই; চকুৱে যেনেকৈ পোহৰ দেখে, তেনেকৈ মনেও নিৰীক্ষণ কৰিয়েই সত্যটোক দেখা পায়।" (*Essay on Human Understanding* IV, II, I)

একচিত্ততা বা একাগ্ৰতাৰদ্বাৰা লব্ধ জ্ঞান হয়, তেনেহ'লে সত্যৰ প্ৰজ্ঞা লাভ কৰা মানে সত্যৰ লগত একচিত্ত হোৱা বা একাগ্ৰ হোৱাটো সম্ভৱপৰ। আমাৰ প্ৰকৃতি যদি আত্মা হয়, তেনেহ'লে সত্যও তেনেই। বিষয় আৰু বিষয়ীৰ পাৰমাৰ্থিক লক্ষণ আমাৰ গতানুগতিক জীৱনৰ মাজত হেৰাই যায়, আমাৰ উপৰুৱা ৰূপটোকে প্ৰকৃত সত্তা বুলি আমি ভুল কৰোঁ। আমি যিমানেই গভীৰলৈ সোমাই যাব পাৰোঁ তিমানেই আমি একক হৈ পৰোঁ, আৰু পৰম এককজনেই হ'ল পৰম সৰ্বময়।

বৌদ্ধিক আৰু স্বজ্ঞাত জ্ঞান, এই দুইবিধৰেই যৌক্তিকতা আছে আৰু নিজা অধিকাৰো আছে। বিশেষ বিশেষ উদ্দেশ্যৰ কাৰণে প্ৰত্যেকটোৰেই লাগতীয়াল। আমি বাস কৰা জগতখনৰ পৰিবেশ জনাত আৰু উদ্দেশ্য সাধনত তাক নিয়ন্ত্ৰণ কৰাত যৌক্তিক জ্ঞানে সহায় কৰে। ভালকৈ নাজানিলে আমি সুচাৰুৰূপে কাৰ্য সম্পাদন কৰিব নোৱাৰোঁ। কিন্তু আমি যদি বস্তুসমূহক তাৰ প্ৰকৃত একক স্বগত, অবিনাশী ৰূপত উপলব্ধি কৰিব খোজোঁ, তেনেহ'লে আমি যৌক্তিক চিন্তা (বিশ্লেষণীয) অতিক্ৰম কৰিব লাগিব। বিষয়ৰ প্ৰত্যক্ষ দৰ্শন বা সৰল শান্ত দৃষ্টিয়েই হ'ল স্বজ্ঞান। ই কোনো অলৌকিক প্ৰক্ৰিয়া নহয়, মানৱ মনে লাভ কৰিব পৰা পৰম প্ৰত্যক্ষ আৰু সূক্ষ্ম প্ৰতিপাদনক্ষম পৰীক্ষা। বুদ্ধিৰ লগত ইন্দ্ৰিয়ৰ যেনে সম্বন্ধ, স্বজ্ঞাৰ লগত বুদ্ধিৰো প্ৰায় তেনে সম্বন্ধ। স্বজ্ঞা বুদ্ধিৰ অতীত হ'লেও ইয়াৰ বিৰোধী নহয়। ইয়াক সম্যক জ্ঞান বা সিদ্ধ জ্ঞান বোলা হয়। চিন্তালব্ধ জ্ঞান এই অখণ্ড অভিজ্ঞতাৰেই আয়োজন মাত্ৰ। শঙ্কৰৰ মতে জ্ঞানৰ ফল এই স্বজ্ঞাত প্ৰকট হয়। (৩০) প্লেটোৰ লগত তেওঁৰ মিল আছে; প্লেটোৰ মতে দ্বন্দ্ববাদ হ'ল ক্ৰমাগত যৌক্তিক বিচাৰ, আৰু ই প্ৰকৃত সত্যৰ প্ৰত্যক্ষ দৰ্শন লাভ কৰাত মনক সহায় কৰে। (৩১) প্লেটোৰ "চিম্পচিয়াম"ত ধৰ্ম প্ৰৱৰ্তিকা দায়তিমাই সৌন্দৰ্যৰ আকাৰ উপলব্ধিৰ কাৰণে কৰিব লগা আয়োজন সম্বন্ধে চক্ৰেটিছক শিক্ষা দিছে। আমি বিভিন্ন প্ৰকাৰৰ সুন্দৰ বস্তু পৰীক্ষা কৰোঁ, তেতিয়া সকলো বস্তুতে থকা সাধাৰণ সৌন্দৰ্য গুণটো চিনি পোৱা হওঁ আৰু পিচত নিয়ম আৰু নীতি জ্ঞানৰ মাজত থকা অমূৰ্তক সৌন্দৰ্যক উপলব্ধি কৰিব পৰা হওঁ আৰু শেহান্তৰত সেই আকাৰবেই জ্ঞান লাভ কৰিবৰগৈ পৰা হওঁ। "ৰিপাব্লিক"ত এই কথা দৰ্শাবৰ চেষ্টা কৰা হৈছে যে যিবিলাক মনে পৰিমাপণ, লেখন আৰু ওজনৰ প্ৰকৃত বিজ্ঞানৰ প্ৰাথমিক প্ৰশিক্ষণ লাভ কৰিছে আৰু অমূৰ্তক অধ্যয়নৰ কঠোৰ কষ্ট সাধনৰদ্বাৰা নিজক উপযুক্ত কৰি ল'ব পাৰিছে, সেই মনেহে এই আকাৰ উপলব্ধি কৰাটো সম্ভৱ হয়। (৩২) স্বজ্ঞা

(৩০) অনুভৱাৰূঢ়ম্ এৱচ বিদ্যাফলম্ (ব্ৰহ্মসূত্ৰ টীকা III. 4-15 আৰু কঠ, উপ III.12)

(৩১) *Symposium* 211, *Republic*, 515—532—535; আৰু *Spinoza, Ethics, V*. 28

(৩২) Republic 525-528

অযুক্তিসঙ্গত নহয়, যুক্তিবিচাৰাতীতহে। আমাৰ সকলো অনুভূতি বা বুদ্ধি আদি বিভিন্ন খণ্ড-বস্তুৰ অতীত সমগ্ৰ আত্মাটোৱে লাভ কৰা জ্ঞানেই হ'ল এই স্বজ্ঞান। আমাৰ সমগ্ৰ মানস জীৱন ইয়াৰ যিকোনো এটা বিশিষ্ট ৰূপতকৈ বেছি বস্তুনিষ্ঠ। ইয়াৰপৰা এইটো প্ৰমাণ হয় যে মহান স্বজ্ঞাসমূহত মহান ব্যক্তিত্বৰো ছাপ থাকে। ডাৰ্‌উইন আৰু ৱালেচে ঠিক যেনেকৈ কৰিছিল, তেনেকৈ যিকোনো দুজন মানুহে বিজ্ঞানৰ একেটা নিয়মকে উলিয়াব পাৰে; কিন্তু কোনো দুজন মানুহে কেতিয়াও একে কলাৰ বস্তু সৃষ্টি কৰিব নোৱাৰে, কাৰণ, কলা হ'ল আমাৰ সমগ্ৰ সত্তাৰ প্ৰকাশ; কিন্তু বিজ্ঞান হ'ল সাধাৰণ ব্যৱহাৰিক ক্ষেত্ৰত আমাৰ সত্তাৰ এটি খণ্ড প্ৰকাশ মাত্ৰ।

## স্বজ্ঞা সম্বন্ধে হেগেল

প্ৰজ্ঞাৰ এই সমাহিত লক্ষণৰ ওপৰত গুৰুত্ব দিয়াটো বিশেষ প্ৰয়োজন হৈ পৰিছে, কাৰণ, হেগেলৰ নিচিনা দাৰ্শনিকেও ইয়াৰ বিৰুদ্ধ সমালোচনা কৰিছে; ইয়াৰ কাৰণ হ'ল, তেওঁ এই স্বজ্ঞাশক্তিক আমাৰ মানস জীৱনৰ বাকী কথাবোৰৰপৰা পৃথক কৰি লৈ বুজিছে আৰু এই স্বজ্ঞাদ্বাৰা উপলব্ধি হোৱা সত্যক স্থিতি-জগতৰ বাকী বস্তুবোৰতকৈ একেবাৰে বেলেগ আৰু অমূৰ্তক বস্তু বুলি ধাৰণা কৰিছে। হেগেলৰ মতে অব্যৱহিত জ্ঞানত কোনো মাধ্যম নাই, গতিকে ইয়াত কোনো সত্য বস্তু থাকিব নোৱাৰে। তেওঁৰ মতে বুদ্ধিৰ লগত স্বজ্ঞাৰ কোনো সম্বন্ধ নাই আৰু ই সাধাৰণ সত্তা এটাৰ বাহিৰে আমাক একো এটা দিবলৈও অপাৰগ। আমাৰ এই বাস্তৱ জগতৰ সম্ভাৰেৰে যেনেকৈ সত্তাৰ উন্মুক্ত মননৰীতি পূৰণ কৰিবলগীয়া হয়, তেনেকৈ এই স্বজ্ঞাও অন্যান্য মানসিক ক্ৰিয়াবদ্বাৰা ৰক্ষা কৰিব লাগে। স্বজ্ঞাক বুদ্ধিৰ বিৰোধ কৰা আৰু সাধাৰণ কল্পনা বা অনুভূতিৰ লগত স্বজ্ঞাক একে বুলি ধাৰণা কৰা মতবাদৰ বিৰুদ্ধে কৰা সাৱধানী হিচাপে হেগেলৰ সমালোচনা যুক্তিযুক্ত।

স্বজ্ঞাক বুদ্ধি-বিৰুদ্ধ বুলি ধৰিব খোজা মনোভাব এটা বাৰ্গচঁতো দেখিবলৈ পোৱা যায়; অৱশ্যে এইটো তেওঁৰ প্ৰধান উদ্দেশ্য নহয়। যিসকলে বৌদ্ধিক শৃঙ্খলা আৰু কঠোৰ চিন্তা-সাধনাৰদ্বাৰা নিজক প্ৰস্তুত কৰি লৈছে তেওঁলোকৰ কাৰণেহে যে শ্ৰেয় বা ইষ্টৰ দৰ্শন সম্ভৱ, প্লেটোৱে দিয়া এই শিক্ষাৰপৰা বাৰ্গচঁ উপকৃত হৈছে। (৩৩) তেওঁ বাৰে বাৰে উল্লেখ কৰিছে যে বুদ্ধিয়ে স্বজ্ঞাৰ কাৰণে ক্ষেত্ৰ প্ৰস্তুত কৰে। তেওঁ কৈছে: "আমি যেতিয়ালৈকে সত্যৰ উপকৰণ প্ৰকাশৰ লগত দীৰ্ঘদিন স্থায়ীবন্ধুতাৰদ্বাৰা ইয়াৰ আশ্বাসভাজন হ'ব নোৱাৰোঁ, তেতিয়ালৈকে এই সত্যৰ

(৩৩) *Republic* VII.

স্বজ্ঞা, অৰ্থাৎ ইয়াৰ অতি অন্তৰঙ্গ অংশৰ লগত বৌদ্ধিক সমন্বয় বা সহানুভূতি আমি লাভ কৰিব নোৱাৰোঁ।” (৩৪) তেওঁ সাহিত্য ৰচনাৰ কথা এটিৰে এই কথাটো ভালকৈ উদাহৰণ দি বুজাইছে; কোনো সাহিত্য সৃষ্টিৰ কাৰণে বস্তুসমূহৰ ধৈৰ্যপূৰ্ণ অধ্যয়ন, বিষয়বস্তুত সম্পূৰ্ণ আত্মনিয়োগ কৰিবৰ কাৰণে কষ্টসাধ্য চেষ্টা আৰু এটা আনন্দজনক ধাৰণা উপস্থাপিত নোহোৱালৈকে আমি অহৰহ ইয়াকে লৈ চিন্তা কৰি থাকিবলগীয়া হয়, আৰু যেতিয়া এই ভাবৰ উৎপত্তি হয়, তেতিয়া আমি তাক বিশ্লেষণ কৰি বিশদ বিৱৰণীৰে উৎকৰ্ষ কৰি প্ৰকাশ কৰোঁ। অসামান্য প্ৰতিভা ঈশ্বৰপ্ৰদত্ত গুণ হ'ব পাৰে, কিন্তু আন এক অৰ্থত জ্ঞান লাভৰ কাৰণে অসীম ধৈৰ্য আৰু বিনয়ৰ সমতাও হয়। বাৰ্গচঁই স্বজ্ঞাক বৌদ্ধিক সমন্বয় বা সহানুভূতি বুলি এইটোহে বুজাব খুজিছে যে ইয়াক আদিম, অমূৰ্তক, অবৌদ্ধিক অব্যৱহিত বুলি ভুল কৰিব নালাগে; বৌদ্ধিক বিশ্লেষণেৰে ঢুকি নোপোৱা উচ্চ পৰ্যায়ৰ এক অব্যৱহিতি বুলিহে বুজিব লাগে। (৩৫) এটা একক প্ৰচেষ্টাৰদ্বাৰা আমাৰ সমগ্ৰ নৈতিক আৰু বৌদ্ধিক সত্তাৰ একাগ্ৰতাৰ জৰিযতে এই উচ্চ অব্যৱহিতি লাভ হ'ব পাৰে; শুদ্ধ অব্যৱহিতিয়ে সত্য আৰু বাস্তৱতা দান কৰে বুলি ব্ৰেড্‌লিয়ে কোৱা কথাষাৰ সঁচা হ'লেও, আমি আমাৰ ঐক্যৰ বৌদ্ধিক বিশ্লেষণ আৰু ব্যৱহাৰিক আৱশ্যকতা অনুযায়ী খণ্ডিত হোৱাৰ আগতে অবৌদ্ধিক স্তৰত উপস্থাপিত হোৱা অব্যৱহিতি, আৰু একেবাৰে অন্তত আৰু কিছুদূৰ বিচাৰি চিন্তাৰ ফল স্বৰূপেও উত্তৰবৌদ্ধিক স্তৰত উপস্থিত হোৱা অব্যৱহিতি—এই দুইটাৰে মাজত প্ৰভেদ কৰিব লাগিব। আগৰ বা আদিম অব্যৱহিতি আমাৰ গোটেই প্ৰক্ৰিয়াতে আমাৰ লগত থাকে। যদিও দ্বিতীয় স্তৰত ইয়াৰ আদিম অৱস্থাৰ শোধন হয় আৰু এক প্ৰত্যক্ষ ক্ৰিয়াৰদ্বাৰা প্ৰকৃত বস্তুক ই গ্ৰহণ কৰে, স্বজ্ঞাৰ অব্যৱহিতি অনুভূতিতকৈ বেলেগ আৰু ওপৰত উল্লেখ কৰা দ্বিতীয় প্ৰকাৰৰ। এই প্ৰকাৰৰ স্বজ্ঞাত নিশ্চয়তা যে বিচাৰী-বিশ্লেষণৰ বহুত দীঘলীয়া প্ৰক্ৰিয়া এটাৰদ্বাৰাহে উপলব্ধি হয়, এই বিষয়ে প্লেটো আৰু শঙ্কৰ একমত। এবাৰ এই স্বজ্ঞা লাভ হ'লে চিত্ত আৰু ধাৰণাসমূহ বৌদ্ধিক নিয়মৰদ্বাৰা সংগঠিত হৈ দীৰ্ঘকাল স্থায়ী হয়। ডবা খেলতে হওক বা গণিত শাস্ত্ৰতে হওক, চিন্তাৰ সকলো প্ৰকাৰ গতিশীল ক্ৰিয়াকেই সমগ্ৰ অৱস্থাৰ এটা স্বজ্ঞাত বোধৰদ্বাৰা নিয়ন্ত্ৰিত কৰা হয়।

স্বজ্ঞানৰ প্ৰকৃতি যদি এনে বৌদ্ধিকেই হয়, তেনেহ'লে তাক স্বজ্ঞান বোলাৰ অৰ্থ কি? বুদ্ধি আৰু স্বজ্ঞানৰ প্ৰভেদ তেনেহ'লে হেগেলে ব্যৱহাৰ কৰা বোধ আৰু বিচাৰণাৰ প্ৰভেদৰ দৰেই একে নহয়নে? অকল আত্ম-একত্বৰ লগত জড়িত বোধেই হ'ল অমূৰ্তক চিন্তা; যুক্তি বা বিচাৰণা হ'ল সকলো ব্যষ্টিৰ মাজত সৰ্বময়ক বিচাৰি

(৩৪) *An Introduction to metaphysics E. T.* (1913 Pp. 77)
(৩৫) পৰম্‌ প্ৰত্যক্ষম্‌ (যোগভাষ্য 1, 43)

উলিওৱা আৰু সিহঁতৰ লগত ইয়াৰ অবিচ্ছেদ্য সম্বন্ধ ঘটোৱা মূৰ্তক চিন্তা। বোধৰ একত্বৰ ফলত সকলো পাৰ্থক্যই ইয়াৰ বাহিৰত পৰে, কিন্তু বিচাৰণাৰ একত্বত এই পাৰ্থক্য আঙ্গিক আৰু মূলগত। বোধে বাস্তৱতাৰ যি বিভিন্ন বিৰোধৰ সৃষ্টি কৰে এই বিভিন্নতাসমূহ পৰস্পৰ বিৰোধী হ'ব পাৰে; কিন্তু সমগ্ৰৰ লগত বিৰোধী নহয়। সত্তা আৰু অ-সত্তা একেটা মূৰ্তক গতিৰে দুটা বিভিন্ন দিকৰপৰা দৃশ্যমান ফাল মাথোন। এমূৰে আছে সত্তা আৰু আনটো মূৰে আছে অ-সত্তা, কিন্তু বাস্তৱতা বা প্ৰকৃত বস্তুটো শুদ্ধ সত্তাও নহয়, শুদ্ধ অ-সত্তাও নহয়, ই মূৰ্তক-অভিব্যক্তি (Becoming) মাত্ৰ। বোধে যাক অকল সত্তা বা অ-সত্তা বলি গ্ৰহণ কৰে, সি অৰ্থহীন। যদিও প্ৰকৃত অভিব্যক্তিৰ লগত ইয়াৰ গতি পৰস্পৰ বিৰোধী, তথাপি এই বিৰোধসমূহ পৰস্পৰ নিৰ্ভৰশীল, আৰু সিহঁতৰ এই অন্তহীন বিৰোধেই হৈছে সৃষ্টিৰ মূল কথা। হেগেলৰ মতে সমগ্ৰ জীৱনেই এই বিৰোধসমূহৰ পাৰস্পৰিক দ্বন্দ্বৰ আৰু ইটোৱে সিটোক পৰাজয় কৰাৰ প্ৰচেষ্টাৰ প্ৰক্ৰিয়া মাত্ৰ। সকলো বস্তুৰ মাজতে থকা বিৰোধ আৰু অনিত্যতাৰ কাৰণ হ'ল এই বিৰোধসমূহ অবদমন কৰি এটা সমন্বয় সাধনৰ কাৰণে কৰা প্ৰচেষ্টা। এই সমাধান যদি সম্পূৰ্ণ হ'লহেঁতেন, তেনেহ'লে এই জগত ব্যৱস্থা নাথাকিলেহেঁতেন। অভিব্যক্তিৰ প্ৰক্ৰিয়া হ'ল সত্তাই অ-সত্তাক পৰাজয় কৰা ক্ৰিয়া বা অ-সত্তাই সত্তাক পৰাজয় কৰা ক্ৰিয়া। এই পৰাজয়ৰ কোনো অন্ত নাই, কাৰণ, যদি অন্ত হয়, তেনেহ'লে অ-সত্তাৰ কাৰণে পৰাজয় কৰিবলগীয়া কোনো সত্তা নাথাকিব বা সত্তাৰ কাৰণেও পৰাজয় কৰিবলগীয়া কোনো অসত্তা নাথাকিব; হয়তো থাকিবগৈ শুদ্ধ সত্তা বা শুদ্ধ অ-সত্তা, আৰু দুয়োটাই অৰ্থহীন অমূৰ্তন। এই জগৎ প্ৰক্ৰিয়া দুয়োটাৰে, দ্বন্দ্ব আৰু ইয়াৰ প্ৰকৃত ধাৰণা কৰিব পাৰি ধাৰণাসমূহৰ পৰস্পৰ অপৰিহাৰ্যতাৰ সম্পূৰ্ণভাৱে কৰা চিন্তাৰদ্বাৰা: এই ধাৰণাসমূহৰ পাৰস্পৰিক অস্বীকাৰেই প্ৰকৃত সত্তাত দ্বন্দ্বস্থিতিৰ ফালটো প্ৰকাশ কৰে।

হেগেলীয় মতৰ বিচাৰণা আৰু বোধৰ পাৰ্থক্য আৰু স্বজ্ঞা আৰু বুদ্ধিৰ পাৰ্থক্যৰ মাজত বিবাদৰ মূল কাৰণ কি? প্ৰশ্নটো এনেভাৱে বিশ্লেষণ কৰিব পাৰি: আমি অভিব্যক্তি দেখোঁনে, নে অকল চিন্তাহে কৰোঁ, আমি সত্যক চিন্তাৰদ্বাৰা ধাৰণা কৰি লওঁনে, নে প্ৰত্যক্ষ দৃষ্টিৰ এটি বিশেষ শক্তিৰদ্বাৰা স্বজ্ঞান লাভ কৰোঁ। হেগেলে ধাৰণাত্মক চিন্তাৰ ওপৰত অতিৰিক্ত গুৰুত্ব দিয়াৰ ফলত সত্যক এটা ধাৰণাৰ শ্ৰেণীলৈ নুতুলিলেও যুক্তি বা বিচাৰণাক এই সত্তাৰ আঙ্গিক বুলি ধৰাৰ মনোভাব দেখা যায়। তেওঁ বিচাৰ-বিৰোধ ( logical opposition ) সকলো সত্তাৰে প্ৰাথমিক চৰ্ত বুলি ধৰে। হেগেলৰ মতে দ্বন্দ্ববাদ দাৰ্শনিক ব্যাখ্যা আৰু আবিষ্কাৰৰ প্ৰণালীয়েই নহয়, ই বস্তুসমূহ স্বভাৱতে যেনেকৈ উদ্ভৱ হয় আৰু উৎকৰ্ষ লাভ কৰে, তাৰো প্ৰণালীৰ এটি বিৱৰণ। হেগেলে মূৰ্ত প্ৰকৃ-

তিৰ সমৃদ্ধিশালী জীৱনক মননৰীতিৰ নিস্তেজ দ্বন্দ্বত পৰিণত কৰা বুলি কোৱা-কথাষাৰ একেবাৰে সঁচা নহ'লেও, টি. এইচ. গ্ৰীণৰ দৰে তেওঁৰ মতবাদী লোকে চিন্তাক বস্তুসত্তাৰ অকল প্ৰকাশকে নুবুলি তাৰ নিৰ্মায়া বস্তু বুলিও কৈছে। (৩৬) হেগেলে জীৱনক এটি তৰ্কত পৰিণত কৰি লৈ, বাস্তৱ জ্বলন্ত সত্যক অমূৰ্তক স্বৰূপ নিৰ্দেশাৰ্থক বচন মাত্ৰ কৰি, তৰ্কবিদ্যাৰ এই প্ৰশাসন মাত্ৰ স্বীকাৰ কৰি লৈছে। জীৱন যদি এটা তৰ্ক প্ৰণালীৰদ্বাৰাই প্ৰকাশ কৰিব পৰা হ'লহেঁতেন, তেনে-হ'লে ই আৰু জীৱন হৈ নাথাকে। হেগেলৰ দ্বন্দ্ববাদ-বিৰোধী পদসমূহে আত্মপ্ৰকাশ লাভ কৰি থকা সমগ্ৰতাত আৱদ্ধ নহয়; তেওঁ পৰস্পৰ-বিৰোধী কথাসমূহৰপৰা এফালৰপৰা আৰম্ভ কৰি পিচত তাৰ বিপৰীতলৈ গৈ শেষত এই উভয়কে গ্ৰথিত কৰি ৰখা ঐক্যত পৰিণত কৰে। স্বজ্ঞাৰ কাৰণে এই অবিভাজ্য ঐক্যই হ'ল প্ৰাথমিক বা পৰম সত্য, কিন্তু হেগেলৰ মতে এই বিৰোধী অংশসমূহ বিচাৰক্ষেত্ৰৰ এফালৰপৰা এই সমগ্ৰতাৰ বা ঐক্যৰ পূৰ্বৰ, আৰু সিহঁতকে লৈহে ই গ্ৰথিত হয়। সংশ্লেষণৰ ফলতহে এই ঐক্য দেখা পোৱা হয়গৈ, ইয়াৰ অংশসমূহ এই ঐক্যৰ আগতেই বোধগম্য হয়। হেগেলৰ দ্বন্দ্ববাদৰ প্ৰধান লক্ষণ হৈছে যে ই অন্তৰ্হিত বিশ্বাতিগ; ইয়াৰদ্বাৰা প্ৰতি সীমাবদ্ধ আৰু সসীম কিবা এটাই ইয়াৰ বিৰোধী-টোত প্ৰৱেশ কৰে আৰু আগৰটোৱে নিজৰ সত্তা হেৰুৱাই পেলাই ইয়াৰ বিৰোধী-টোৰে সৈতে লগলাগি তাতকৈ উচ্চ আৰু বেছি ব্যাপ্ত ধাৰণা এটাত সোমাই পৰে। এই সমগ্ৰটোৰ অন্তৰ্দৃষ্টি লাভ কৰিব পাৰি সংশ্লেষণৰদ্বাৰা। ই বোধহয় কাণ্টৰপৰা উত্তৰাধিকাৰী সূত্ৰে পোৱা; কাৰণ, কাণ্টে বিচাৰ-চিন্তাৰ আগতে কোনো ঐক্য থকাটো স্বীকাৰ নকৰে। (অভিজ্ঞতাৰপৰাই হওক বা অভিজ্ঞতাৰ পূৰ্বৰেই হওক,) বহু প্ৰকাশৰ সংশ্লেষণেহে প্ৰথমেই জ্ঞান সৃষ্টি কৰে। (৩৭)

ইয়াৰ বাহিৰেও বাস্তৱ বা সত্যক দ্বন্দ্বৰদ্বাৰা বোধগম্য কিছুমান সম্পৰ্কৰ শ্ৰেণীত পৰিণত কৰি, হেগেলে অনুভূতি, ইচ্ছা আৰু মানসিক অন্তৰ্গতাৰ বীজসমূহ অস্বীকাৰ কৰিছে; অন্ততঃ তেওঁ অকল বিচাৰণাক বেছি মুখ্যস্থান দিছে। মানুহ যদিও চিন্তাধৰ্মী ব্যক্তি, চিন্তাই মানুহৰ সৰ্বস্ব নহয়। হেগেলৰ মতে নহ'লেও কোনো কোনো হেগেলপন্থীৰ মতে চিন্তাই একমাত্ৰ সকলো স্থিতিৰে সৃষ্টিধৰ্মী ক্ৰিয়া। বস্তুসত্তা হ'ল চিন্তাৰ অৱতাৰ স্বৰূপ, শৰীৰ ধাৰণ কৰা ভাব। ই সৰ্বগ্ৰাসী যৌক্তিক অভিজ্ঞতা বা মন। জগৎ প্ৰক্ৰিয়া এই যৌক্তিক প্ৰক্ৰিয়াৰ অংশস্বৰূপ মাত্ৰ, এটি অসম্পূৰ্ণ অন্বয়। সমগ্ৰ ভবিষ্যৎ এই বৰ্তমানতেই নিহিত বুলি ক'ব পাৰি। এই বিশ্বপ্ৰক্ৰিয়াত নতুনত্ব বা ভবিষ্যৎ অৱক্তব্যৰ কাৰণে কোনো স্থান নাই।

জীৱনৰ যদি বুৰঞ্জী আছে, সত্তা যদি শুদ্ধ অভিব্যক্তিয়ে হয়, অহৰহ নৱীকৰণ

(৩৬) Cf. Green, "চিন্তাই বস্তু আৰু বস্তুৱেই চিন্তা।" (ৰচনাৱলীত পৃঃ ১৪৪)
(৩৭) *Critique of Pure Reason*, N. K. Smith's E. T., Sec. X.

হয়, অকল পুনৰাবৃত্তিয়েই নহয়, তেনেহ'লে ইয়াৰ বোধ অকল দ্বন্দ্ববাদৰে সম্ভৱপৰ নহয়। পৰম জ্ঞানৰ মূৰ্তিমান ৰূপ অযত্নপ্ৰসূত অন্তৰ্দৃষ্টি বা স্বজ্ঞাৰ আকাৰতেইহে পোৱা যায় সেটি। ই ব্যৱহিত নহয়, অ-ব্যৱহিত; ধাৰণাত্মক নহয়, প্ৰত্যক্ষাত্মক। দৰ্শনক অন্তৰ্দৃষ্টিৰ প্ৰদৰ্শনী বুলিব পাৰি, ধাৰণাসমূহৰ পুনঃ সংগঠন নহয়। প্ৰকৃত সত্তাৰ বিৱৰণী জীৱনৰ প্ৰকৃত লক্ষণৰ বিৱৰণীয়েই, এক মূৰ্তক অভিব্যক্তি বা উৎকৰ্ষ; ই ঐতিহাসিক বিৱৰণীৰ লক্ষণযুক্ত, দ্বন্দ্বমূলক উৎকৰ্ষৰ নহয়। যি প্ৰকৃত উত্তৰ বা প্ৰবৃদ্ধতাক অকুল তৰ্কসুলভ ব্যৱস্থা এটাত পৰিণত কৰিব খোজে সি বুৰঞ্জীৰ অপলাপহে। পৰাবৰ্ত্য আৰু পুনঃ-পুনৰ্বৰ্ত্তী ব্যৱস্থা সমন্বিত জ্যামিতিক জগত এখনৰ পৌৰাণিক পৰম্পৰা অকল যুক্তিবাদীসকলৰ মতেই নহয়, প্লেটোৰো। সত্য যদি স্বৰূপেই শুদ্ধ অভিব্যক্তিয়েই হয়, তেনেহ'লে জ্ঞান মাত্ৰ অন্তৰ্দৃশ্যহে হ'ব পাৰে। ধাৰণাত্মক জ্ঞান হিচাপে দৰ্শন হ'ল প্ৰজ্ঞাৰ প্ৰস্তুতিমাত্ৰ আৰু উত্থাপন হ'লেহে ইয়াৰ ব্যাখ্যান হয়। যুক্তি আৰু ভাষাৰ আৱশ্যকতা আছে, কাৰণ প্ৰত্যক্ষাত্মক, ধাৰণাত্মক আৰু স্বজ্ঞাত জ্ঞানৰো প্ৰকাশৰ বাবে ধাৰণাসমূহৰ প্ৰয়োজন। আমি মাত্ৰ মনত ৰাখিব লাগিব যে অভিজ্ঞতাসমূহৰ যুক্তিসিদ্ধতাই (সাধন) সমগ্ৰ সত্য নহয়, দৰ্শনৰ মহৎ সত্যসমূহ প্ৰতিপাদন কৰিব নোৱাৰি, দৃষ্টহে হয়। দাৰ্শনিকসকলে যুক্তি প্ৰতিপাদনৰ উপায়ৰদ্বাৰা আনক এই দৃশ্য অৱগত কৰায়। দৰ্শনৰ সমালোচকসকলে মাখোন এই মতবাদসমূহ আংশিক, নে সম্পূৰ্ণ শুদ্ধ, নে অশুদ্ধ, তাৰেহে বিচাৰ কৰে।

স্বজ্ঞা আৰু বুদ্ধিৰ মাজত কোনো বিৰাম নাই। বুদ্ধিৰপৰা স্বজ্ঞালৈ গতি কৰোঁতে আমি যুক্তিহীনতাৰ বাট নলওঁ, পৰন্তু মানৱ প্ৰকৃতিৰ পক্ষে সম্ভৱ যৌক্তিকতাৰ গভীৰতাতহে প্ৰৱেশ কৰিব খোজোঁ। এই অৱস্থাত আমি অতি গভীৰভাৱে চিন্তা কৰোঁ, অতি দকৈ অনুভৱ কৰোঁ, আৰু বেছিকৈ সত্যকৈ দেখোঁ। আমি আমাৰ সমগ্ৰ সত্তাৰ বশীভূত হৈ দেখোঁ, অনুভৱ কৰোঁ আৰু অভিব্যক্ত হওঁ, আমাৰ বুদ্ধিৰ খণ্ডিত মাপকাঠিৰে মাখোন ইয়াৰ জোখ-মাখ নকৰোঁ। আমি এটা বিশেষ সম্পূৰ্ণতা বা সমগ্ৰভাৱে চিন্তা কৰোঁ। আমাৰ বুদ্ধি আৰু স্বজ্ঞা দুয়োটাই আত্মাৰ। বুদ্ধিত এটি বিশিষ্ট অংশহে নিহিত হয় আৰু স্বজ্ঞাই সমগ্ৰ আত্মাকেই গ্ৰহণ কৰে। আমাৰ আত্মাত এই দুয়োটাই সংশ্লেষণ হয়, আৰু ইইঁতৰ ক্ৰিয়াসমূহো পৰস্পৰ নিৰ্ভৰশীল।

প্ৰজ্ঞা অযুক্তিকৰ বা বিচাৰ বিহীন নহয়; ই কেৱল অধাৰণাত্মক। ই এনে যৌক্তিক স্বজ্ঞা যে অব্যৱহিতি আৰু ব্যৱহিতি দুয়োটাই ইয়াত একত্ৰে গোচৰীভূত হয়। প্ৰকৃতপক্ষে আমাৰ সমগ্ৰ জীৱনতে স্বজ্ঞাত আৰু বৌদ্ধিক কাৰ্য সমানে চলি থাকে। আনকি গণিত শাস্ত্ৰৰ সিদ্ধান্তসমূহতো, য'ত যৌক্তিক ব্যৱস্থাৰদ্বাৰা দত্ত বস্তুসমূহ একত্ৰিত নোহোৱালৈকে সিদ্ধান্ত পৰিষ্কাৰ হৈ নোলায়, তাতো স্বজ্ঞাৰ ভাগ

আছে। সেইদৰে অন্যান্য ক্ষেত্রত নীতি-অর্থ বিচাৰ ক্ষেত্রৰ দৰে আমি কোনো স্বজ্ঞান যুক্তিৰ অৱতাৰণা নকৰাকৈও কোনো সত্যত উপনীত হওঁ। দুয়োটা যদিও সম্পূর্ণ পৃথক বা অপৰিগণ্য নহয়, বস্তুৰ প্রত্যক্ষ আৰু বর্ণনাত আৰু তাৰ পৰিমাণ সম্পর্ক বুজাবৰ কাৰণে বৌদ্ধিক প্রক্রিয়াসমূহ অধিক কার্যকৰী। স্পষ্ট বিৰোধসমূহক বুদ্ধিয়ে ঐক্যবদ্ধ কৰাৰ ক্ষেত্রতো স্বজ্ঞানৰ শক্তিয়ে অনুপ্রাণিত কৰে। স্বজ্ঞাই গোটেই বস্তুটোকে আমাৰ সন্মুখত দাঙি ধৰে, কিন্তু বুদ্ধিয়ে তাৰ সম্পর্কসমূহৰ বিৱৰণীহে দিয়ে। প্রথমবটোৱে বস্তুটোৰ একক বৈশিষ্ট্য আমাক দিয়ে, আৰু দ্বিতীয়টোৱে অন্যৰ লগত মিল থকা কি সাধাৰণ গুণ আছে তাক দিয়ে। প্রত্যেক স্বজ্ঞানৰে বৌদ্ধিক সত্তা এটা আছে। ইয়াক বেছি বৌদ্ধিক কৰাৰ ফলত আমি এই সত্তা আৰু গভীৰতম কৰি তোলোঁ। প্রজ্ঞাক যদিও যুক্তিৰদ্বাৰা প্রতিপাদন কৰিব পৰা নহয়, তথাপি তাক যুক্তিবিৰোধী বুলিব নোৱাৰি বৰং যুক্তিৰ লগত অবিৰোধী বা অনুসাৰী বুলিহে দেখুৱাব পাৰি। স্বজ্ঞা অমূর্তক চিন্তা আৰু বিশ্লেষণো নহয় বা নিৰাকাৰ আৰু আদিম চেতনা মাত্রও নহয়। ইয়েই জ্ঞান, এৰিষ্টটোলে কোৱা Nous আৰু ডাণ্টেৰ সর্বময় বুদ্ধি বা ধী।

## দর্শনত স্বজ্ঞাৰ প্রয়োজনীয়তা

যিবিলাক বদ্ধমূল বিশ্বাস লৈ আমি জীৱন যাত্রা কৰোঁ আৰু চিন্তা কৰোঁ, জীৱন আৰু চিন্তাৰ সেই মূল সূত্রসমূহ প্রত্যক্ষ অভিজ্ঞতা বা যৌক্তিক জ্ঞানৰপৰা আহৰণ কৰা নহয়। আমি কেনেকৈ জানো যে বিশ্বজগতৰ মূল সত্তাত ই অখণ্ড আৰু অবিৰোধী? হিন্দু দার্শনিকসকলে দৃঢ়ভাৱে বিশ্বাস কৰে যে আমাৰ জীৱন-যাত্রাৰ প্রবৃত্তি পৰিচালনা কৰা সার্বভৌম ধাৰণাসমূহ আমাৰ আত্মাৰ গভীৰতম অভিজ্ঞতাৰপৰা স্বজ্ঞাত হোৱা গূঢ় সত্যবিশেষ। আমাৰ ইন্দ্রিয় আৰু বুদ্ধিৰ পিনৰ-পৰা চাবলৈ গ'লে, এই জগতখন পৰস্পৰ বহিঃস্থ বিভিন্ন বস্তুসমূহৰ কম-বেছি পৰিমাণে সংযুক্ত অৱস্থা মাত্র; তথাপি তর্কশাস্ত্রৰ মতে এই বিক্ষিপ্ত বহুধাই চূড়ান্ত নহয়, জগতখন এখন সুব্যৱস্থিত সমগ্রতা। আমি যদি জগতখনৰ যৌক্তিকতা ধৰি নলওঁ, তেনেহ'লে আমাৰ জ্ঞানৰ সংশ্লেষাত্মক ক্রিয়া অসম্ভৱ আৰু নিৰর্থক হৈ পৰিব। চিন্তাধর্মী সংগঠন ক্রিয়াৰদ্বাৰা আমি ইয়াত উপনীত নহওঁ; এই জগতখনৰ সুসংবদ্ধ ঐক্যক যৌক্তিক সিদ্ধান্ত বুলি আমি ক'ব নোৱাৰোঁ, কাৰণ, প্রকৃতিৰ শেষ সীমান্তলৈকে নাইবা আত্মাৰ অন্তৰতম স্থানলৈকে আমি অনুসন্ধান চলোৱা নাই। এই জগতৰ সুসংবদ্ধতা বা ধৃতিৰ ওপৰত এটা বিশ্বাস নৰখাকৈ চিন্তা কার্য সম্ভৱ

হ'ব নোৱাৰে, কাৰণ, চিন্তাও এটি স্বতঃসিদ্ধ মাত্ৰ, এটা বিশ্বাসৰ কথা। আমাৰ যৌক্তিক অনুভূতিও আত্মাৰ এই শক্তিবিশেষ, আৰু সেই কাৰণেই এই জগত প্ৰশাসন কৰা নিয়মৰ দৰ্শনো ইয়াৰ নিজ সত্তাৰ ভিতৰতে বৰ্তমান। এই প্ৰকৃতিৰ নিয়মক্ৰম নিৰ্ভৰশীল ঐক্যস্বৰূপ, কাৰণ, আত্মা নিজেই এটি ঐক্য। যেতিয়ালৈকে মই মই হৈ থাকোঁ তেতিয়ালৈকে সকলো বস্তুকে ঐক্যভাৱে চিন্তা কৰিব পৰা যায়। আমাৰ চিন্তা আমাৰ অন্তৰস্থ প্ৰাণ বা ঐশ শক্তিৰদ্বাৰা পৰিচালিত। এই সৃষ্টিৰ ক্ৰম সম্পৰ্কে আমাৰ জীৱনৰ যি বিশ্বাস সি যুক্তিক অতিক্ৰম কৰি যায়। আমি অকল যৌক্তিক হ'বলৈ বিচাৰিলেই নহ'ব, ন্যায়সিদ্ধ হোৱাটোও আৱশ্যকীয়। তৰ্কশাস্ত্ৰৰপৰা সুফল পাবলৈ হ'লে আমি শুদ্ধ হেতুবাক্য লৈ আৰম্ভ কৰিব লাগিব। যি আত্মাৰপৰা স্বজ্ঞাৰ উদ্ভৱ হয়, সেই স্বজ্ঞা সেই জীৱনৰ দৰেই শক্তিশালী। ইয়াৰপৰা আমি জানিব পাৰোঁ যে জগৎখন এটি পাৰমাৰ্থিক নিয়মক্ৰমৰ অন্তৰ্গত অংশ, অৱশ্যে আমি ইয়াৰ কোনো স্পষ্ট আৰু যৌক্তিক প্ৰমাণ দাঙি ধৰিব নোৱাৰিবিব পাৰোঁ। বিচাৰমূলক বুদ্ধিবৃত্তিয়ে যি সমন্বয় লাভ কৰিবৰ চেষ্টা কৰে, আমি স্বজ্ঞাৰদ্বাৰাই সেই সমন্বয়ৰ বিষয়ে অৱগত হওঁ। দেখাত ইমানবোৰ অযুক্তিকৰ কথাৰে ভৰি থাকিলেও এই প্ৰকৃতি সম্বন্ধে বিশ্বাস্যতা এটি আমি ধৰি লওঁ। বৈজ্ঞানিক পৰীক্ষাই ক্ৰমে ক্ৰমে আমাৰ এই বিশ্বাসৰ ওপৰত প্ৰত্যয় জন্মাবলৈ ধৰে; কিন্তু কোনো অৱস্থাতেই আমাৰ এই বিশ্বাসৰ ক্ৰিয়াক যৌক্তিক বচনেৰে প্ৰতিপাদিত কৰিব নোৱাৰি। আমাৰ গোটেই যৌক্তিক জীৱনেই এনে এটি গভীৰ অন্তৰ্দৃষ্টিত মূলীভূত যে সেয়ে আমাৰ জ্ঞান বুলি প্ৰতিপাদিত হৈ পৰে, সি ভ্ৰম নহয়, কাৰণ সি কাৰ্যকৰী।

আকৌ এই বিশ্বজগতত জীয়াই থকাটো যে মঙ্গলজনক, তাকেইবা আমি জানো কেনেকৈ? নীতিশাস্ত্ৰৰ বিভিন্ন মতবাদে আমি ইয়াত জীয়াই থকাটো সফল আৰু এই বিশ্বজগতে আমাক কেতিয়াও বিমুখ নকৰে বুলি ধৰি লৈয়েই এই প্ৰশ্নৰ উত্তৰ দিব খোজে। সকলো বস্তুৰে এটি পৰম ঔচিত্য বা সামঞ্জস্য আছে। বৈজ্ঞানিক বিচাৰবোধে এনে এটি কথা ধৰি লৈ আৰম্ভ কৰে যে আমাৰ শক্তিসমূহ নিৰ্ভৰশীল আৰু ই শেহান্তত গৈ এই বিশ্বজগতখন বুজিব পৰা সত্যৰ এক ক্ৰমত আমাক উপস্থিত কৰিবগৈ; ঠিক তেনেকৈয়ে নৈতিক বিধানতো ধৰি লোৱা হয় যে এই জীৱন যাপন কৰাৰ উপযোগী আৰু শেহান্তত আমাক ই শ্ৰেয়স্ বা ইষ্টজনৰ দৰ্শন লাভ কৰাব, আৰু আমিও এই জগৎখনক পৰিবৰ্তিত হ'বলৈ বাধ্য কৰাব পাৰিম। আমি এনে এটি পাৰমাৰ্থিক অনুজ্ঞা ধৰি লওঁ যে তাৰ ফলত আমি সহজ আৰু উপযোগী বস্তুটো নিবিচাৰি ইষ্টটো বিচাৰিবলৈ অনুপ্ৰাণিত হওঁ। এই ইষ্টক সাময়িক কুশল বুলি ভুল কৰিব নালাগে। যুক্তি আৰু নীতিয়ে জীৱনৰ অৰ্থপূৰ্ণতাক স্বতঃসিদ্ধ বলি স্বীকাৰ কৰি লয়; ই আৱশ্যকীয়, কিন্তু প্ৰতিপাদন কৰিব নোৱাৰি।

আমি জগতখন ভাল হোৱাটো বিচাৰোঁ। বুলিয়েই ই ভাল হ'ব লাগে বুলি কোৱাটো কিবা যুক্তিৰ কথা হ'ব পাৰে জানো? মানৱাত্মাৰ দাবীৰ প্ৰতি এই বিশ্বজগতে সঁহাৰি দি তাক কাৰ্যকৰী কৰিব বুলি আমি জানো নিশ্চিন্ত হ'ব পাৰোঁ? আমাৰ আত্মাৰ দাবীৰ লগত এই জগতৰ ঘটনাৱলীয়ে জানো সমন্বয় ৰক্ষা কৰিব? এই আত্মা আৰু প্ৰকৃতিৰ ক্ষেত্ৰ, স্থিতি আৰু ইয়াৰ মূল্য, পৰস্পৰ বিৰোধী যে নহয়, এই কথাটো আমাৰ ব্যৱহাৰিক বোধৰ ফালৰপৰাই সত্য। যদিও তৰ্কশাস্ত্ৰই কোনো প্ৰমাণ দাঙি ধৰিব নোৱাৰে, তথাপি জগৎ-সত্তাৰ সংগঠনত এই অনুমানক বিৰোধ কৰিব পৰা কোনো যুক্তি তৰ্কশাস্ত্ৰই দিব নোৱাৰে। জগৎখনক আমি যেনে হিচাপে বিচাৰোঁ, ই ঠিক তেনে বুলি বিশ্বাস কৰাৰ প্ৰশ্ন নহয়। জীৱনৰ সকলো অথৰ মূল ভিত্তি আৰু ইয়াৰ প্ৰশাসনৰ মূল সূত্ৰ স্বৰূপ মানৱাত্মাৰ ই মৌলিক দৃঢ় বিশ্বাস। ই দৃঢ়তাৰে ধৰি লয় যে নৈতিক নিয়মৰ ভিত্তিয়েই হৈছে এই কালগত বিশ্বসৃষ্টিৰ উৎস। আমাৰ এই জীৱনেহে আমাক সৎ আৰু সত্যবান হোৱাৰ দায়িত্ব জাপি দিয়ে। প্ৰকৃতিৰ মৌলিক সত্তাই বেয়াক ঘিণ কৰে আৰু ভালৰ কাৰণে চেষ্টা কৰে। সকলো নীতিশাস্ত্ৰৰেই প্ৰাথমিক মূলনীতি এইটোৱেই।

ঠিক তেনেকৈয়ে মানুহৰ অন্তৰে বিচাৰে সুখ বা আনন্দ। দুখ বৰ্জন কৰাটো আমাৰ প্ৰকৃতিৰ এটি সাৰ্বভৌম প্ৰবৃত্তি। জীৱন মৃত্যুবিৰোধী। দুখ, ভুল আৰু কদৰ্যতা আমাৰ সত্তাৰ, আমাৰ প্ৰকৃত আত্মাৰ গভীৰতম সম্ভাৱ্যতাৰ বিৰোধী; সেই কাৰণে এইবোৰক সম্পূৰ্ণ নিৰ্মূল কৰিবলৈ এটা অহৰহ প্ৰচেষ্টা চলে। আমাৰ আত্মজ্ঞানত সকলো স্বজ্ঞা নিহিত হয়। জ্ঞান-বুদ্ধিৰ গুৰিতে এই প্ৰবৃত্তিৰ প্ৰসাৰণ মাত্ৰ, মানুহৰ মনে ক্ৰমান্বয়ে তেওঁৰ আত্মাৰ লগত অধিকভাৱে কৰা সমন্বয় মাত্ৰ। আমাৰ সকলো অভিজ্ঞতা ইয়াৰপৰাই উৎপত্তি হয় আৰু ইয়াৰ আধাৰো সেয়েই। উপনিষদে কোৱাৰ দৰে ই আমাৰ মন আৰু ইন্দ্ৰিয়ৰ অতীত যদিও মন আৰু ইন্দ্ৰিয় ইয়াৰদ্বাৰাহে চিন্তিত হ'ব পাৰে।

স্বজ্ঞাই যদি আমাক আমাৰ সন্দেহাতীত অথচ প্ৰতিপাদন কৰিবও নোৱাৰা সাৰ্বিক প্ৰধান হেতবাক্যসমূহৰ যোগান নধৰে তেনেহ'লে আমাৰ জীৱনৰেই অন্ত পৰিব। এই জগতৰ নৈতিক অখণ্ডনীয়তা বা সুস্থতা, যৌক্তিক স্থিৰতা আৰু কান্তি-ক্ষেত্ৰৰ সৌন্দৰ্য—এই সকলোবোৰ বিজ্ঞানৰ আৰু যুক্তিশাস্ত্ৰৰ কথা আৰু নীতিশাস্ত্ৰৰ প্ৰমেয় মাত্ৰ হ'ব পাৰে; কিন্তু যুক্তি-বিবৰ্জিত প্ৰমেয় নহয়। এই সকলোবোৰক আত্মাই গ্ৰহণ কৰা বোধ, আত্মাৰ স্বজ্ঞা, বস্তু জগতৰ ওপৰত বা বৌদ্ধিক অৱস্থানৰ ওপৰত থকা আমাৰ বিশ্বাসৰ দৰেই যুক্তিযুক্ত যদিও, তাৰদ্বাৰা ইয়াত সেইপ্ৰকাৰে অৱগতি লাভ কৰিব নোৱাৰি। ইয়াত অবিশ্বাস কৰা মানে সম্পূৰ্ণ সন্দেহবাদ হ'ব। আমাৰ সকলো জ্ঞান যদি অকল ধাৰণাত্মক বা

প্ৰত্যাখ্যাত্মক হ'লহেঁতেন, তেনেহ'লে অবিশ্বাস অনিবাৰ্য হ'লহেঁতেন। স্বজ্ঞাত নীতিৰ বৈধতাৰ প্ৰমাণ কাণ্টৰ অভিজ্ঞতা-পূৰ্ব-তত্ত্বৰ (a priori) প্ৰমাণৰেই অনুৰূপ। আমি সিহঁতক নুই কৰিব নোৱাৰোঁ। ইয়াৰ বিৰোধী কোনো কথাই অচিন্তনীয়। আমি সিহঁতক অবিশ্বাস কৰি বুদ্ধি-বৃত্তিসম্পন্ন হৈও থাকিব নোৱাৰোঁ। এই-বোৰ আমাৰ মনৰ তেনেই আঁহে আঁহে সোমাই আছে। ইহঁত আমাৰ আত্মাৰ স্বদেশজ। ইহঁত ইন্দ্ৰিয়গ্ৰাহ্য বা তৰ্কঅনুমিত দত্ত-বস্তু নহয়, অথচ ইহঁতক ব্যৱহাৰ নকৰিলে আমাৰ কোনো প্ৰত্যক্ষ ধাৰণাও সম্ভৱপৰ নহয়। আমি যদি আত্মজ্ঞান অস্বীকাৰ কৰোঁ, আমি যদি মানৱাত্মাত তাৰ একোৱেই প্ৰত্যক্ষ অভিব্যক্ত বুলি স্বীকাৰ নকৰোঁ, তেনেহ'লে আমাৰ সকলো জ্ঞান আৰু জীৱনৰ সম্ভাৱনাকেই আমি অস্বীকাৰ কৰা হ'ব; থিয়ক্ৰেষ্টাচৰ এশাৰী মহৎ বাণী আছে: "যিসকলে সকলো বস্তুতেই কাৰণ বা যুক্তি বিচাৰে, তেওঁলোকে যুক্তিকেই ওফৰাই পেলায।" আমাৰ সকলো জ্ঞানৰ বৈধতাৰ কাৰণে যদি আমি বাহিৰৰপৰা প্ৰমাণ বিচাৰিব-লগীয়া হ'ল, তেনেহ'লেতো কোনো জ্ঞানেই একেবাৰে বৈধ বা সত্য হ'ব নোৱা-ৰিব। এটাই আনটোৰ ওপৰত নিৰ্ভৰ কৰে, আৰু এনেকৈয়ে আমি অসীমলৈ পিচু-ৱাই গৈ থাকোঁ, আমি ইয়াৰ হাত সাৰিব পাৰোঁ স্বতঃসিদ্ধ জ্ঞানৰ (Self-valid knowledge) স্বীকাৰ কৰি লৈহে। আত্মজ্ঞান হ'ল স্বতঃসিদ্ধ জ্ঞান। ই আদৰ্শ জ্ঞান, পৰমজ্ঞান সম্পৰ্ণ চিন্তা। যি কথাটো সত্য নহয়, তাক চিন্তা কৰাটো চিন্তাৰ বৃত্তিৰ পক্ষে অসম্ভৱ। যদি সেয়ে হ'লহেঁতেন, তেনেহ'লে সত্যৰ বাহ্যিক প্ৰমাণ বা মানদণ্ডকে দিয়েই চিন্তাবৃত্তিৰ নিজৰ ভিতৰত অভাৱ বস্তু এটাৰ পূৰণ কৰিব পৰা নগ'লহেঁতেন; কাৰণ, এনেকুৱা বাহ্যিক মানদণ্ডৰ অৱগতিওতো চিন্তাবৃত্তিৰেই ক্ৰিয়া। "সত্য বা যথোপযুক্ত চিন্তাৰ ধাৰণা কৰাটোৱেই চিন্তাধৰ্মী মানুহৰ এটি মুখ্য প্ৰকৃতি।" স্পিনোজাৰ এই কথাষাৰৰ টিপ্পনী দিওঁতে বোচাঙ্কেই লিখিছে, "আমাৰ মনত সত্যটোৱেই স্বাভাৱিক আৰু অসত্যটো ব্যতিক্ৰম।" "তুমি যদি সঁচাকৈয়ে মনৰ চিন্তাসমূহ শুদ্ধ অৱস্থাত পাব পাৰা—অৰ্থাৎ ইয়াৰ নিজা স্বৰূপত, আৰু কিছুমান বিশিষ্ট ত্ৰুটীবিমুক্ত অৱস্থাত, তেনেহ'লে তুমি তাতেই সত্তাৰ প্ৰকৃত লক্ষণসমূহ পাব পাৰিবা; কাৰণ, চিন্তাৰ প্ৰকৃতিয়েই হ'ল সত্তাৰ লক্ষণসমূহ ব্যক্ত কৰা। ইয়াৰ এই ক্ৰিয়া ব্যতিক্ৰম নহয়, অন্তৰস্থ। চিন্তা কৰা মানে আমি ইয়াকেই বুজোঁ।"(৩৮) মানৱ চিন্তাৰ সত্যতা বা বৈধতাৰ ওপৰত বিশ্বাস প্ৰত্যেক চিন্তাধৰ্মী ব্যক্তিৰে ভিতৰত অবিচাৰ্যভাৱে নিহিত আছে। ভুল হ'ল অ-চিন্তা। আমি ইয়াক নাভাবোঁ। ই উৎপত্তি হয় আমাৰ চিন্তাক মেঘাচ্ছন্ন কৰি ৰখা কামনা-বাসনা আৰু প্ৰবৃত্তিসমূহৰ ওপৰৰপৰা। আমাৰ যৌক্তিক-জ্ঞান সত্য আৰু মিথ্যাৰ সংমিশ্ৰণ,

(৩৮) *Meeting of Extremes in Contemporary Philosophy.* (1921 Pp. 82)

কাৰণ, আমাৰ বিমুক্ত চিন্তা ব্যৱহাৰিক জীৱনৰ আশা-আকাঙ্ক্ষাৰদ্বাৰা বাধিত হয়। যেতিয়ালৈকে আমাৰ মন মুক্ত নহয়, সকলো আশা-আকাঙ্‌ক্ষা আৰু উদ্বেগ, সকলো প্ৰবৃত্তি আৰু অনুশোচনা দলিয়াই পেলাব নোৱাৰে, তেতিয়ালৈকে ই শুদ্ধ-সত্তাৰ জগতত প্ৰৱেশ কৰিব নোৱাৰে। আমাৰ মনন স্তৰত উৎপত্তি হোৱা সত্য আৰু মিথ্যা, বিষয় আৰু বিষয়ীৰ প্ৰভেদসমূহৰ ই অগ্ৰবৰ্তী। সকলো যৌক্তিক জ্ঞানৰ যি মূলাধাৰ সেই সম্বন্ধে কোনো যৌক্তিক জ্ঞান সম্ভৱপৰ নহয়। জীৱন্ত আত্মাই সকলো চিন্তাৰ পৰম ভিত্তি, আৰু আন কোনো ভিত্তিৰ ওপৰত অনিৰ্ভৰশীল হেতুকে, ইয়েই মুক্ত আৰু পৰম। তেনেকৈ নৈতিক নিশ্চয়তাই বিচাৰে এটি পৰম অন্ত বা উদ্দেশ্য, য'ৰপৰা আন সকলো অন্ত বা উদ্দেশ্য আহৰণ কৰা হয়; ই এনে এটি অন্ত যে যি আমাৰ এই আত্মাৰপৰাই নিঃসৃত হয় আৰু তাতকৈ নিকৃষ্ট নৈতিক আকাঙ্‌ক্ষাসমূহক অৰ্থ আৰু তাৎপৰ্যপূৰ্ণ কৰি তোলে। সকলো জীৱনৰে পৰম প্ৰমেয় হৈছে আমাৰ ভিতৰত থকা পৰমাৰ্থ বা আত্মা, মানুহৰ ভিতৰত থকা ঈশ্বৰ। জীৱনেই ঈশ্বৰ আৰু ইয়াৰ প্ৰমাণ হ'ল এই জীৱনেই। আমি যদি, ক'ৰবাত কেনে-বাকৈ ঈশ্বৰ আছে—এই কথাষাৰ পৰম নিশ্চয়তাৰে সৈতে নাজানিলোঁহেঁতেন, তেনেহ'লে আমি জীয়াই থাকিব নোৱাৰিলোঁহেঁতেন। সন্দেহ কৰিবলৈ আৰম্ভ কৰাহেঁতেন, সূৰ্য আৰু চন্দ্ৰও নোহোৱা হৈ গ'লহেঁতেন। আমাৰ জীৱন তাৰ এই নিজ সীমাৰ ভিতৰতেই যাপিত নহয়। আমি অকল আমিয়েই নহয়, আমি নৰনাৰায়ণ।

## প্লেটো

মহান দাৰ্শনিকসকলে স্বীকাৰ কৰিছে যে আমাৰ জীৱনৰ প্ৰধান বিশ্বাসসমূহৰ উৎপত্তি হৈছে স্বজ্ঞাৰপৰা। উদাহৰণ স্বৰূপে চক্ৰেটিছে তেওঁ পক্ষ-প্ৰত্যক্ষ অভি-জ্ঞতাৰ আৰোহী প্ৰমাণৰ ওপৰত নিৰ্ভৰ নকৰি স্বতঃসিদ্ধ আৰু স্বজ্ঞাৰ ভিত্তিত কৰা তৰ্কৰ ওপৰত প্ৰমাণ কৰিবলৈ ভাল পাইছিল। তেওঁৰ কাৰণে বাহ্যিক প্ৰত্যক্ষ বা যৌক্তিক বিচাৰতকৈ অন্তস্থ দৈত্যৰ বাণীও বেছি মূল্যবান আছিল। প্লেটোৰ সংস্মৰণৰ কল্পনাই ইয়াকে সূচায় যে মানৱ জীৱনৰ সকলো কালৰে যাত্ৰাত এনে কিছুমান সত্যৰ আৱশ্যক হয়, যিবোৰ বাহ্যিক বস্তুৰ লগত ইন্দ্ৰিয়ৰ বা বুদ্ধিৰ লগত সম্পৰ্কৰ গমনাগমনৰদ্বাৰা পাব নোৱাৰি। প্লেটোৰ মতে "সংস্মৰণ" হ'ল সমগ্ৰ মানুহটোৰে এনে একাগ্ৰ প্ৰচেষ্টা, যাৰদ্বাৰা জীৱন আৰু যুক্তিৰ প্ৰধান মূল নীতিসমূহৰ অৱগতি লাভ কৰিব পাৰি। অমৰ আত্মাই বহুত পূৰ্বেই এই সত্যসমূহ জানিছিল, আৰু এতিয়া তাক পাহৰি যোৱাৰ কাৰণে ইন্দ্ৰিয় অভিজ্ঞতাৰদ্বাৰা সেই

জ্ঞাত সত্যসমূহ তাক স্মৰণ কৰাই দিয়া হয়। যৌক্তিক প্ৰক্ৰিয়া হ'ল বিভিন্ন ব্যষ্টি-সমূহে অংশ গ্ৰহণ কৰা প্ৰত্যয় আবিষ্কাৰ কৰাটো আৰু "সংস্মৰণ" হ'ল তাৰেই ভিত্তি। প্লেটোৰ মতে সৰ্বময় মনত এই জগতত প্ৰতিফলিত হোৱা আৰু ইয়াৰ সৃষ্টি বিৱৰ্তনত থাই জীৱনীশক্তি হিচাপে ক্ৰিয়া কৰা বিভিন্ন মূল বস্তুসমূহৰ সমষ্টি। মানুহৰ মনত এইবোৰেই "প্ৰত্যয়" হিচাপে উৎপত্তি হয় আৰু এইবোৰেই মানৱ চিন্তাৰ পৰম অপাদান কাৰণ। আমাৰ বিচাৰ-বুদ্ধিৰদ্বাৰা আমি যিমানেই তাৰ অৱগতি লাভ কৰিবৰ চেষ্টা নকৰোঁ, তাৰ জ্ঞান বিচাৰ-বুদ্ধিৰদ্বাৰা নহয়। অৱগতি হয় আমাৰ জন্মৰ পূৰ্বেই আমি লাভ কৰা এটি প্ৰত্যক্ষ দৰ্শনৰ স্মৃতিৰ ফলতহে। প্লেটোৱে কৈছে, "যিটোৱে জ্ঞাতবস্তুক সত্যতা দিছে, জ্ঞাতাজনক জ্ঞানৰ শক্তি দিছে, তাৰ মই নামকৰণ কৰিব খুজিছোঁ ইষ্ট-প্ৰত্যয় বুলি (Idea of good), আৰু ইয়াকেই তোমালোকে বিজ্ঞানৰ কাৰণ বুলি ধৰিবা।" (৩৯) প্লেটোৱে এনেকৈ কোৱাৰ অৰ্থ হ'ল এয়ে যে আমাৰ স্মৃতিৰদ্বাৰা আমি লাভ কৰা ইষ্টৰ সত্যতা আমি স্বীকাৰ কৰি ল'ব লাগে। আমাৰ আত্মাৰ অভিজ্ঞতাৰ লগত খাপ নোখোৱা-কৈ কোনো জ্ঞানেই আমাৰ নিজা জ্ঞান হ'ব নোৱাৰে। প্লেটোৱে সকলো শিক্ষাকেই সংস্মৰণৰ প্ৰক্ৰিয়াৰ সৈতে একে বুলি কৈ তেওঁ এই কথাকে প্ৰতিপন্ন কৰিব খুজিছে যে সকলো সত্যই নতুন অথচ পুৰণি, ৰহস্যাবৃত অথচ সুপৰিচিত, জ্ঞান অথচ সংস্মৰণ। যি 'ইষ্ট'টো সকলো স্থিতি আৰু মূল্যৰ মূল সত্তা, তাক যুক্তিৰে প্ৰতিপাদিত কৰিব নোৱাৰি; প্লেটোৱে এটি উপমা দিছে: সূৰ্যটো দৃশ্য বস্তুশ্ৰেণীৰ কাৰণে যেনে, এই ইষ্টটোও আকাৰৰ শ্ৰেণীৰ কাৰণে তেনেকুৱা। ই একাধাৰে স্থিতিৰ ভিত্তি আৰু তাৰ অৱগতিৰ কাৰণে জ্যোতি। ইয়েই প্ৰমাণাতীত প্ৰথম মূল সূত্ৰ। প্লেটোৱে এই মূলগত প্ৰত্যয়টো এটা ৰূপকেৰে প্ৰকাশ কৰাৰ কাৰণ হ'ল এয়ে যে ই অকল যৌক্তিক জ্ঞানৰ বিষয় নহয়। ই বিশ্বাস বা আস্থাৰ বস্তু, প্ৰতিপাদন বা জ্ঞানতকৈ বেলেগ। তৰ্কশাস্ত্ৰৰ ফালৰপৰা ই এটি মহৎ প্ৰকল্প, গৌৰৱ-পূৰ্ণ দৈৱযোগ। ই অনুভূত হয় আৰু দৃঢ়োক্ত হয়, আহৃত বা ব্যাখ্যাত নহয়। আমি ইয়াক তৰ্কৰ জৰিয়তে সত্য বুলি নাজানো, জানো আমাৰ আৱেগ-অনুভূতিসম্পন্ন সমগ্ৰ সত্তাৰ জৰিয়তে। প্লেটোৱে সংস্মৰণ মত গ্ৰহণ কৰিছে আফ্ৰি-কাৰপৰা। তেওঁৰ বিশ্লেষণাত্মক আৰু স্বজ্ঞাত চিন্তাৰ প্ৰভেদ একপ্ৰকাৰে নহওক একপ্ৰকাৰে আমাৰ মাজত সদায় আছেই।

সকলো যুক্তিবাদৰে পাতনিতে গ্ৰহণ কৰি লোৱা মৌলিক নীতিৰ স্বজ্ঞাত বোধক এৰিষ্টটোলে "Nous"দ্বাৰা প্ৰকাশ কৰিছে। সিহঁতক প্ৰতিপাদন কৰিবও নোৱাৰি অপ্ৰতিপাদনীয়ও নহয়। তেওঁ প্ৰশ্ন কৰিছে "প্ৰথম মৌলিক নীতিৰ বিজ্ঞান

(৩৯) *Republic* VI, 508.

কেনেকৈ সম্ভৱ হ'ব পাৰে ?"(৪০) তাৰ সত্য প্ৰত্যেকৰ বাবেই সুস্পষ্ট। আমি Nous ৰদ্বাৰা সিইতৰ জ্ঞান লাভ কৰোঁ পোনপটীয়াকৈ—স্বজ্ঞাৰদ্বাৰা, প্ৰতিপাদন-মূলক বিজ্ঞানৰদ্বাৰা নহয়।

## ডেকার্ট

ডেকার্টে আমাৰ চিন্তাৰ প্ৰকৃতিৰ ফলতে স্পষ্টভাৱে উদ্ভৱ হোৱা ঈশ্বৰৰ অস্তিত্বৰ স্পষ্ট প্ৰমাণৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। গণিত বিজ্ঞান আদিৰ প্ৰমাণৰ ভিত্তি যি স্বজ্ঞাত নিশ্চয়তাৰ ক্ষেত্ৰত, ইও সেই ক্ষেত্ৰৰে। এই প্ৰত্যয়সমূহৰ সত্যতা হৈছে তাৰ স্পষ্ট বুদ্ধিগম্যতা। আন কোনো প্ৰমাণৰেই আৱশ্যকতা নাই, কাৰণ, সকলো অভিজ্ঞতাই ইয়াকেইহে প্ৰমাণ কৰে। স্পষ্ট আৰু বিশিষ্ট প্ৰত্যয়ৰ সত্যতাৰ ওপৰত আমাৰ বিশ্বাসৰ ভিত্তি ঈশ্বৰৰ সত্যতা বুলি কৈ ডেকার্টে অনাহকতে অৱস্থাৰ জটিলতা নাথোন সৃষ্টি কৰিছে। ঈশ্বৰেও আনকি আমাৰ স্পষ্ট আৰু বিশিষ্ট প্ৰত্যয়-সমূহ মিছা কৰিব নোৱাৰে। সিইঁত মূলতঃ সত্য, আৰু সিইতৰ স্পষ্ট বুদ্ধিগম্যতাই হ'ল তাৰ যথোপযুক্ত প্ৰমাণ। কাড্ৱৰ্থে ডেকার্টৰ এই স্পষ্ট আৰু বিশিষ্ট প্ৰত্যয়-সমূহ সম্পৰ্কে কৈছে, "সত্য কেতিয়াও কৃত্ৰিম হ'ব নোৱাৰে; ই এনে বস্তু, যাক ইচ্ছামতে তৈয়াৰ কৰিব নোৱাৰি, ই নিজে থাকে। সত্যৰ শ্ৰেষ্ঠ লক্ষণেই হ'ল এই স্পষ্ট প্ৰত্যক্ষতা বা বুদ্ধিগম্যতা।" (৪১) ডেকার্টে স্বীকাৰ কৰিছে যে যি প্ৰজ্ঞা বিচাৰণা বা যুক্তিৰ পোহৰৰপৰা উদ্ভৱ হয়, সেই জ্ঞান পৰিবৰ্তনশীল ইন্দ্ৰিয় প্ৰমাণৰ-পৰা বা ভ্ৰান্তিময় কল্পনাপ্ৰসূত বিচাৰৰপৰা সম্পূৰ্ণ বেলেগ। ই হ'ল স্বজ্ঞা, নিৰ্মল আৰু একাগ্ৰচিত্ত মনে আমাক এনে স্পষ্ট আৰু বিশিষ্টভাৱে দাঙি ধৰে যে আমি যি বস্তুৰ বিষয়ে জানিবলৈ ধৰোঁ, সেই বিষয়ে আমাৰ মন সম্পূৰ্ণ সন্দেহবিমুক্ত হৈ পৰে।

## স্পিনোজা

স্পিনোজাই কল্পনা আৰু যুক্তিক স্বজ্ঞাৰপৰা বেলেগ কৰি দেখুৱাইছে। প্ৰথম-টোৰপৰা আমি পাওঁ মতামত, অপৰ্যাপ্ত আৰু অস্পষ্ট ধাৰণা। যুক্তিৰদ্বাৰা আমি বৈজ্ঞানিক লোকে পোৱা প্ৰণালীবদ্ধ জ্ঞান লাভ কৰোঁ; কিন্তু জীৱনৰ শ্বাসে বৈজ্ঞানিক জগতৰ সীমা এৰি আহিছে, আৰু একমাত্ৰ স্বজ্ঞাইহে তাক পুনৰ স্থাপন

(৪০) *Metaphysics*—997 a.
(৪১) *Intellectual system*, IV. Pp. 31—38.

কৰিব পাৰে। "তৃতীয় প্ৰকাৰৰ জ্ঞানৰদ্বাৰা আমি যিমানখিনি বুজি পাওঁ তাতেই আমি আনন্দ কৰোঁ, আৰু আমাৰ এই আনন্দৰ লগত তাৰ কাৰণ স্বৰূপে সহগামী হৈ আছে ঈশ্বৰৰ ভাব।" (৪২) "বস্তুৰ মূল সত্তা জনা মানেই, অৰ্থাৎ বৈজ্ঞানিক-জনে জনাৰ দৰে অকল মাথোন সাধাৰণ গুণখিনি জনাই নহয়, ঈশ্বৰৰ দৰে অন্তৰৰপৰা জনাদি জানিবলৈ হ'লে বৈজ্ঞানিকসকলৰ আঙুলিওৱা উচ্চ পৰ্যায়ৰ জ্ঞানৰ প্ৰয়োজন হয়।" (৪৩) Short Treatiseত প্ৰজ্ঞাক, "যুক্তিৰদ্বাৰা বিশ্বাসলব্ধ জ্ঞান নুবুলি বস্তুটোৰ লগত তাৰ অব্যৱহিত ঐক্য স্থাপন বুলি কৈছে।" "ই অন্য কিবা এটাৰ ফল নহয়, ই বিষয়-বস্তুটো বোধৰ লগত প্ৰত্যক্ষভাৱে প্ৰকাশিত হৈ উঠাহে।" (৪৪) স্বজ্ঞাত দৃষ্টিৰপৰাই আমাৰ মনৰ শ্ৰেষ্ঠতম শান্তিৰ উদ্ভৱ হয়। (৪৫)

## নাইব্‌নাজ

নাইব্‌নীজে তেওঁৰ 'News Essay' বোলা কিতাপত কৈছে যে 'শুদ্ধযুক্তি' বোলা এনে কিবা বস্তু এটা আছে, যিটো আত্মপ্ৰত্যক্ষৰদ্বাৰা পৰীক্ষা কৰিব পাৰি। আমাৰ বুদ্ধিত বুদ্ধিৰ বাহিৰে যে আন একো অন্তৰ্জাত বা সহজাত বস্তু নাই, তেওঁৰ এই বিশ্বাসৰ ফলত, সকলো জ্ঞানেই প্ৰত্যক্ষাত্মক বা ধাৰণাত্মক বোলা মনোভাৱৰ তেওঁ বৰ পক্ষপাতী নহয় বুলি বুজা যায়।

## পাস্কেল

অন্তৰৰ যি যুক্তি আছে তাক যুক্তিয়েও নাজানে বুলি পাস্কেলে কোৱা কথাষাৰ সৰ্বজনবিদিত। স্থান, কাল, গতি আৰু সংখ্যাৰ স্থিতিৰ মৌলিক নীতিৰ জ্ঞান—যুক্তিয়ে আমাক দিয়া যিকোনো মূল নীতিৰ জ্ঞানৰ দৰেই নিশ্চিত। যুক্তিয়ে নিজেই এইখিনি স্বীকাৰ কৰে যে যুক্তিৰ সিপাৰেও এক অনন্ত ক্ষেত্ৰ পৰি আছে। পাস্কেলৰ মতে আমাৰ মনৰ চিন্তাধাৰা দুই পথে চলে; এক হ'ল গাণিতিক পথ আৰু আনটো সূক্ষ্ম, তীক্ষ্ণ পথ। দ্বিতীয়টোৰ পথতেই আমি সত্য দেখোঁ আৰু অনুভৱ কৰোঁ।

(৪২) *Ethics* V. XXXII.
(৪৩) II. 47 Sel. Roth : *Spinoza*, 9. 123.
(৪৪) Roth : *Spinoza*, Pp. 146—147.
(৪৫) Ethics V. XXVII.

# কাণ্ট

ধর্মদর্শনলৈ কাণ্টৰ প্ৰধান অৱদান হ'ল, ঈশ্বৰক যুক্তিৰদ্বাৰা প্ৰতিপাদন কৰিব নোৱৰা কথাৰ ওপৰত গুৰুত্ব আৰোপ। Critique of Pure Reasonত তেওঁ দেখুৱাইছে যে ঈশ্বৰৰ অস্তিত্ব প্ৰমাণ কৰিবৰ কাৰণে আগবঢ়োৱা যুক্তিসমূহ ত্ৰুটিপূৰ্ণ আৰু তাৰ ফলত বিপৰীত পক্ষলৈহে ঠেলি দিয়ে। আমাৰ জ্ঞানৰ শক্তি এই প্ৰাতিভাসিক জগততেই সীমাবদ্ধ, আৰু আমি যদি কেনেবাকৈ স্থান-কালৰ অভিজ্ঞতাৰ নীতি বা নিয়ম ইয়াৰ বাহিৰলৈ প্ৰসাৰিত কৰিব খোজোঁ, তেনেহ'লে কাণ্টে কোৱা "বোধৰ ভ্ৰান্তি"ৰদ্বাৰা আমি প্ৰতাৰিত হ'বলগীয়া হয়। যেতিয়ালৈকে আমাৰ ইন্দ্ৰিয়ই আমাৰ বিষয়-বস্তুসমূহৰ যোগান নধৰে, তেতিয়ালৈকে আমাৰ মননৰীতিসমূহ অকামিলা হৈ থাকে, আৰু ইন্দ্ৰিয়ই আমাৰ চিন্তাধৰ্মী যুক্তিৰ বাবে আৱশ্যকীয় সামগ্ৰী কেতিয়াও যোগান ধৰিব নোৱাৰে। ঈশ্বৰ প্ৰত্যক্ষ বা অনুমানৰ বিষয় নহয়, আৰু সঁচাকৈয়ে যদি তেওঁ আছে, তেনেহ'লে তেওঁক জানিব লাগিব এই সসীম জগত জনা উপায়েৰে নহয়, অন্য কিবা উপায়েৰে। দুৰ্ভাগ্যবশতঃ কাণ্টে এই স্থান-কাল বহিৰ্ভূত জগতখন জনাৰ বাবে বিভিন্ন পথৰ সম্ভাৱনা সম্বন্ধে আলোচনা কৰা নাই, অৱশ্যে যুক্তিৰ প্ৰত্যয়, নৈতিক সমস্যা আৰু উদ্দেশ্য বিধায়ক বিচাৰৰ আলোচনা কৰোঁতে তেওঁ দুই-এটা মূল্যবান ইংগিত দি গৈছে।

কাৰ্যকাৰণ আৰু সত্তা আদিৰ বোধৰ মননৰীতি ( Categories ) সমূহে আমাক কেৱল আংশিক ঐক্যহে দিয়ে, কিন্তু মানুহৰ মনলৈ সম্পূৰ্ণভাৱে একত্ৰীভূত অভিজ্ঞতাৰ ধাৰণা বা প্ৰত্যয়হে ঘনে ঘনে আহে। বিষয় হওক বিষয়ী হওক, বা দুয়োটাৰে একত্ৰিত ঐক্যই হওক, আমাৰ মনে এই সকলোৰে সামূহিক অভিজ্ঞতাক উপলব্ধি কৰিব পৰা এটা ৰূপত পাবলৈ বিচাৰে। প্লেটোৰ দৰেই কাণ্টেও প্ৰত্যয়সমূহক যুক্তিৰ প্ৰত্যয় বুলিছিল। যুক্তিৰ প্ৰত্যয় তিনিটা : আত্মা, সমগ্ৰ জগৎ আৰু ঈশ্বৰ। এইকেইটাৰ যদিও সংবিধায়ক ব্যৱহাৰ আছে, তথাপি তাক অভিজ্ঞতাৰ বিষয় হিচাপে পাব নোৱাৰি। জ্ঞান অন্বেষণৰ পথত বোধে যি সমস্যাসমূহ সমাধান কৰিবলগীয়া হয়, সেই সমস্যাসমূহকহে এইবিলাকে উত্থাপন কৰে। অথচ ইহঁত সীমাবদ্ধ প্ৰত্যয়হে। ইহঁতে সত্তৰ সম্পূৰ্ণ প্ৰকৃতিৰ ৰূপ এটা দাঙি নধৰে; কাৰণ, প্ৰত্যেক ব্যৱহাৰিক বস্তুৱেই উপাধিক আৰু আপেক্ষিক, আৰু প্ৰত্যয়সমূহ হ'ল নিৰুপাধিক আৰু পৰম। অভিজ্ঞতাৰ লগত যেতিয়া ইহঁতৰ বিৰোধেই আছে, তেনেহ'লে এই প্ৰত্যয়সমূহ উপস্থিত হয় কেনেকৈ? আমাৰ এই প্ৰশ্নৰ উত্তৰত কাণ্টে কয় যে, আমাৰ অভিজ্ঞতাত যি উপাধিৰদ্বাৰা এই বিষয়সমূহ জনা হয়, আমাৰ বোধে সেই উপাধিসমূহ অতিৰ কৰি এই প্ৰত্যয়ৰ সৃষ্টি কৰে। প্ৰত্যয়সমূহ আমাৰ বোধৰ দাবীৰ প্ৰকাশ মাত্ৰ, আমাৰ অভিজ্ঞতাৰ

অনিত্য ঘটনাসমূহক একত্ৰিত কৰি সংগঠিত কৰাৰ বাবে আমাৰ বোধক অনুপ্ৰাণিত কৰা ই বিষয়ীগত ক্ৰিয়া। ইয়াৰ একমাত্ৰ কাম হ'ল বোধৰ ক্ৰিয়াক নিয়ন্ত্ৰিত কৰা; ইয়াৰ বাহিৰে আন কোনো তাত্ত্বিক তাৎপৰ্য নাই। ইহঁতে মাত্ৰ আমাক অভিজ্ঞতাসমূহ সংগঠিত কৰি তাৰ মূল্যাংকন কৰাত সহায় কৰে। বিজ্ঞানৰ চূড়ান্ত বিশ্লেষণৰ ফলত আমি পাওঁগৈ যে ই নিৰ্ভৰ কৰে এক বিশ্বাস আৰু আশাৰ ওপৰত, যুক্তিৰ পৰম মহিমাময়ৰ অৱস্থাৰ বিশ্বাসত, আৰু এই জগতৰ যৌক্তিকতাৰ আশাত।

কাণ্টৰ মতে যুক্তি বা বিচাৰণা হ'ল আমি পৰম বা নিৰুপাধিক নীতিসমূহ জনা বৃত্তিবিশেষ। জ্ঞেয় অভিজ্ঞতাৰ ক্ষেত্ৰত এই নীতিসমূহে আমাক সত্য বা বৈধ জ্ঞান দিব নোৱাৰে, কাৰণ, জ্ঞানৰ বিষয়-বস্তুৰ বাবে আমি ইন্দ্ৰিয়ৰ ওপৰত নিৰ্ভৰ কৰিব লাগে, আৰু আমাক যোগান ধৰা বস্তুসমূহ যুক্তিৰ নীতিৰ বাবে যথোপযুক্ত নহয়। কিন্তু ব্যৱহাৰোপযোগী ক্ষেত্ৰত যুক্তিৰ অৱস্থা উন্নততৰ। স্থান-কালৰ জগতত বাস্তৱ অৱস্থাপ্ৰাপ্ত নহ'লেও অনুজ্ঞা বৈধ হ'ব পাৰে। গতিকে ব্যৱহাৰিক যুক্তিৰ নীতিসমূহত চৰ্তহীন বৈধতাৰ কোনো অন্তৰ্জাত ত্ৰুটি নাই। আমাৰ নৈতিক জীৱনে যুক্তিৰ প্ৰত্যয়সমূহক পূৰ্ণ অৰ্থ দান কৰে। যুক্তিয়ে যে কি প্ৰকাৰৰ সত্তাৰ প্ৰতি আঙুলিয়ায় তাৰ এক উদাহৰণ হ'ল কৰ্তব্যৰ কথা। ই সত্তাৰ যদিও বিশিষ্ট পৃথক বস্তু আছে, তথাপি ইয়াক কোনো অৰ্থতেই অভিজ্ঞতাৰ বিষয়-বস্তু বুলি ক'ব নোৱাৰি। নৈতিক নিয়ম সম্বন্ধে আমাৰ এটি স্বজ্ঞাত বোধ স্বতঃগুণে ইষ্ট বুলিয়েই আছে, কোনো উচ্চ লোকে দিয়া অনুজ্ঞা বুলি বা সুখপ্ৰসূ বুলি অনুভৱ কৰা বুলি নহয়। এই চৰ্তহীন নীতিসমূহ ব্যৱহাৰিক ক্ষেত্ৰত আমি বৈধ বুলি স্বীকাৰ কৰোঁ, যদিও আমাৰ এই স্থান-কালভুক্ত জগতত আমি তাৰ একো ফল লাভ হোৱা দেখিবলৈ পোৱা নাই। আমি গাণিতিক আৰু প্ৰাকৃতিক বিজ্ঞানসমূহত যি প্ৰকাশৰ বোধ বা জ্ঞান লাভ কৰোঁ, সেই বিষয়ে কাণ্ট সম্পূৰ্ণ সচেতন। আমি য'ত পৰম সত্তাৰ উপলব্ধি লাভ কৰোঁ, সেয়ে হ'ল নৈতিক চেতনা। চেতনা বা বিবেক হ'ল ব্যক্তিগত মনৰ ভিতৰত সত্তাই দিয়া ডাক। নৈতিক নিয়মৰ প্ৰজ্ঞা স্থান-কালবৰ্তী যিকোনো বিষয়ৰ যৌক্তিক জ্ঞানতকৈ সম্পূৰ্ণ বেলেগ।

এইটো মন কৰিবলগীয়া যে কাণ্টে ব্যৱহাৰিক ক্ষেত্ৰত অকল নৈতিকতা নিয়মানুবৰ্তিতা বা পৰিচালনাকাৰী অমূৰ্তক নীতিকেই যুক্তিৰ বিষয়বস্তু বোলা নাই, তেওঁ আচৰণৰ মূৰ্তক নীতিসমূহকো ইয়াৰ অন্তৰ্গত কৰি ধৰিছে। শুদ্ধ বুদ্ধিৰ ক্ষেত্ৰত জ্ঞানৰ কাৰণে অকল আকাৰসমূহতকৈ অভিজ্ঞতাৰ বিষয়-বস্তুওবে কম প্ৰয়োজনীয় নহয়, কাণ্টে এই কথা সদায় দোহাৰি আহিছে। কিন্তু ব্যৱহাৰিক বুদ্ধিৰ ক্ষেত্ৰত মানুহৰ বিশেষ আশা-আকাঙ্ক্ষাবোৰৰ কথা মনবাকৈও

অকল সদৰ্থক অনুজ্ঞাৰ নিচিনা যুক্তিৰ ফোঁপোলা, অমূৰ্তক মন্ত্ৰ এটাই যথেষ্ট বুলি কাণ্টে বিশ্বাস কৰিছিল। কান্টৰ মতে আমি আমাৰ বৌদ্ধিক স্বজ্ঞাৰদ্বাৰাই আমাৰ কৰ্তব্য আমি জানো, ফলাফলৰ বৌদ্ধিক হিচাপ-পাতিৰদ্বাৰা নহয়। কিন্তু স্বৰূপতঃ চাবলৈ গ'লে কান্ট সম্পূৰ্ণ একমত হৈ থাকিব পৰা নাই। সদৰ্থক অনুজ্ঞাৰ ব্যৱহাৰিক অৰ্থ হ'ল মাত্ৰ স্ব-অবিৰোধী হোৱাটো, এয়ে আমাক জীৱনৰ বাট দেখুৱাই নিব নোৱাৰে। অকল কল্পনাৰ ফালৰপৰা চালে আমি সমগ্ৰ বিশ্ব ধ্বংস হৈ যোৱাটো ইচ্ছা কৰিলে, ই একো অবিৰোধী কাৰ্য নহ'ব। কাণ্টে আত্ম-হত্যা ভুল বুলি কোৱাৰ কাৰণ ই সদৰ্থক অনুজ্ঞাৰ ৰীতি স্খলন কৰা বুলি নহয়, ইয়াৰ কাৰণ হ'ল আমাৰ উদ্দেশ্যৰ লগত যি ইচ্ছাসমূহৰ মিল আছে, এই ক্ৰিয়া তাৰ লগত খাপ নাখায়। এই উদ্দেশ্যসমূহ ব্যক্তিয়ে কেতিয়াবা কৰা অস্থায়ী ধৰণৰ আকাঙ্ক্ষাবিশেষ নহয়, ই মানৱতাৰ চৰম উদ্দেশ্য। কাণ্টে তেতিয়া পৰিষ্কাৰকৈ স্বীকাৰ কৰিলে যে বৌদ্ধিক স্বজ্ঞাৰদ্বাৰাহে আমাৰ বিশিষ্ট কৰ্তব্যসমূহৰ আমি জ্ঞানলাভ কৰিব পাৰোঁ, অকল নৈতিকতাৰ সাধাৰণ সূত্ৰৰ-দ্বাৰা নহয়।

কাণ্টে এই প্ৰকাৰৰ বোধৰ তাৎপৰ্য ব্যাখ্যা কৰি ঈশ্বৰৰ জ্ঞানৰ ক্ষেত্ৰত ব্যৱ-হাৰ কৰি দেখুওৱা হ'লে আমি ভাল পালোঁহেঁতেন, কিন্তু তেওঁ তাকে নকৰিলে। ঈশ্বৰক নৈতিক চেতনাৰ স্বতঃসিদ্ধ মাত্ৰ এটা বুলি ধৰি লৈ, এক অনিশ্চিত অৱ-স্থাত পেলাই ৰাখিলে। ঈশ্বৰ হ'ল ব্যৱহাৰিক ক্ষেত্ৰৰ বাবে আদৰ্শ মাত্ৰ, জ্ঞানৰ-দ্বাৰা জানিবলগীয়া সত্য বা পূজা কৰিবলগীয়া মানুহ এজনো নহ'ল। ঈশ্বৰ এটি নিয়ামক ধাৰণা আৰু বৈজ্ঞানিক জ্ঞানৰ বা সাম্ভাব্য অভিজ্ঞতাৰ বিষয়ো নহয়। সত্যৰ জ্ঞানৰপৰা আমি ধাৰ্মিক সত্য নাপাওঁ। আমাৰ নৈতিক চেতনাই মাত্ৰ কয় যে কিছুমান অৰ্থ ব্যৱহাৰ ক্ষেত্ৰত একেবাৰে অনিবাৰ্য, আৰু এই অৰ্থসমূহ থকা প্ৰকৃত কিবা বস্তু আছে নে নাই, সেই বিষয়ে জানিবলৈ আমাৰ কোনো উপায় নাই। ঈশ্বৰক যদি আমি সত্য বুলি ধৰোঁ, এই প্ৰাতিভাসিক জগতৰ অনিত্যতা, প্ৰকৃতিত পৰিকল্পনাৰ বিকাশ আৰু নৈতিক নিয়মৰ চেতনাৰ ফালৰপৰা আমাৰ বিশ্বাস যিমানেই ন্যায্যবোধ হওক লাগিলে, ই মাত্ৰ আমাৰ মনোবাঞ্ছাৰ সিদ্ধি এটিহে।

Critique of Judgmentত কাণ্টে কৈছে যে আমাৰ বিশ্বাসসমূহৰ ভিত্তি কেতিয়াবা অনুভূতিৰ আৱশ্যকতাতো স্থাপিত হয়। আমাৰ অনুভূতিতো অলপ নহয় অলপ জ্ঞান বা বিচাৰ থাকে। প্ৰকৃতিৰ ভিতৰত আমি যেতিয়া উপযুক্ত বা অৰ্থপূৰ্ণটো অনুভৱ কৰোঁ, তাৰ চৰম পটভূমিৰ এটি ক্ষীণ জ্ঞান আমাৰ হয় আৰু তাকে আমি ঈশ্বৰ নাম দিব পাৰোঁ। কিন্তু তেওঁ এনে এটি ইঙ্গিতো দিছে যে একশ্ৰেণীৰ উচ্চতৰ খাপৰ মনত এনে প্ৰজ্ঞা লাভ হ'ব পাৰে, তাৰ ফলত উদ্দেশ্য

বিধায়ক প্ৰমাণ নিষ্প্ৰয়োজন হৈ পৰে। (৪৬) যুক্তিৰ প্ৰত্যয় নৈতিক জীৱনৰপৰা আৰু ব্যৱহাৰৰ ধাৰণা কান্টৰ চিন্তাৰ এই তিনিটা দিকৰপৰা এইটো বেচ প্ৰতীয়মান হয় যে কান্টৰ মতে যুক্তি হ'ল গভীৰ জ্ঞানশক্তি বা স্বজ্ঞাৰ নামান্তৰ মাত্ৰ। ঈশ্বৰৰ অস্তিত্ব সম্বন্ধে কান্ট নিঃসন্দেহ, কাৰণ, মননৰীতিৰ জৰিয়তে ক্ৰিয়া কৰা কল্পনা ক্ষেত্ৰৰ যুক্তিৰ আমাৰ জ্ঞানৰ আন এটি উৎস আছে। কান্টে তাক নৈতিক চেতনা বুলি ধৰিছে। আমাৰ অকল ইষ্টৰ অভিজ্ঞতা-পূৰ্বক চেতনাই নাই, নিৰুপাধিকজনৰো এনে চেতনা আছে। আমাৰ আত্মাৰ নিজা গভীৰতম জ্ঞানৰ উৎসৰপৰা ই নিঃসৃত হৈ আছে। যুক্তি কাল্পনিক হওক ব্যৱহাৰিক হওক, আমাৰ সমগ্ৰ সত্তাযে আমাক অৱবোধ কৰে। আমি যদি ঈশ্বৰত বিশ্বাস নকৰোঁ, তেনে-হ'লে আমাৰ গভীৰতম স্থলত থকাজনৰ প্ৰতিযেই আমি অসত্য প্ৰতিপাদিত হ'ম। কান্টে প্ৰমাণ কৰিছে যে মানুহৰ মন গভীৰতম অৱস্থাত যাৰ লগত সংযুক্ত থাকে, সেই সত্তাই হৈছে ঈশ্বৰ; অৱশ্যে দৃশ্যমান জগতত এনে কোনো বস্তু নাই, যি ইয়াক যথাযথভাৱে প্ৰকাশ কৰিব পাৰে। স্বজ্ঞাসমূহৰ স্বতঃপ্ৰামাণ্য আৰু অননুমিত লক্ষণেই হ'ল কান্টৰ দৰ্শনৰ শিক্ষা, অৱশ্যে তেওঁ এই বিষয়ে সচেতন নাছিল। কান্টে ভাবে যে প্ৰজ্ঞা হ'ল ঈশ্বৰৰহে বিশেষ অধিকাৰ, মানৱাত্মাৰ লভ্য বস্তু নহয়। এই ভুল ধাৰণাৰ গুৰি হ'ল এয়ে যে তেওঁ মানৱজ্ঞানক অযথা সীমাবদ্ধ বুলি ধৰিছিল। তেওঁৰ মতে মানৱজ্ঞান সদায় ইন্দ্ৰিয়ৰ অৱস্থাধীন, তাৰ বাহিৰে আমাৰ স্বভাৱ বা প্ৰত্যক্ষ দৃষ্টিৰ কোনো বৃত্তি নাই। আমাৰ প্ৰত্যক্ষানুভূতিসমূহ সদায় ইন্দ্ৰিয়গ্ৰাহ্য আৰু আমাৰ বোধৰ ক্ৰিয়া হ'ল সাধাৰণ ধাৰণাসমূহক লৈ; সেই কাৰণে ই স্বজ্ঞাত হ'ব নোৱাৰে। কান্টে একৰকমৰ প্ৰজ্ঞাৰ সম্ভাৱনাৰ অনুমান কৰিছে। Dissertationত তেওঁ কৈছে, "আমাৰ মনৰ স্বজ্ঞাশক্তি সদায় নিষ্ক্ৰিয়, আৰু ই সম্ভৱ হয় যেতিয়া আমাৰ ইন্দ্ৰিয়সমূহক কোনো বিষয়ে বিকাৰ কৰে, কিন্তু ঈশ্বৰৰ স্বজ্ঞা-শক্তি কোনো বস্তুৰ কাৰ্য নহয়, কাৰণহে; কাৰণ, ই সিহঁতৰপৰা স্বতন্ত্ৰ, এই শক্তি সিহঁতৰ প্ৰকৃত স্বৰূপ আৰু সেই কাৰণেই সম্পূৰ্ণভাৱে বৌদ্ধিক।" (৪৭) কান্টে মানুহক স্বজ্ঞাবোধৰ লাভৰ সুবিধা নিদিয়াৰ কাৰণ হ'ল তেওঁৰ বৌদ্ধিকতা; ই অৱশ্যে বৰ দুৰ্ভাগ্যৰ বিষয়। যদিও তেওঁ কাল্পনিক আৰু ব্যৱহাৰিক যুক্তিৰ মাজত এটি পাৰ্থক্য দাঙি ধৰিছে, তথাপি তেওঁৰ ব্যৱহাৰিক যুক্তিও তেওঁৰ কাৰণে বৌদ্ধিকেহে। পুণ্যকাৰ্যৰ লগত কোনো পুলক বা উল্লাস জড়িত থাকিলে সি পুণ্যকাৰ্যই

(৪৬) শ্বেলিংএ কান্টীয় সুচনাকে ব্যৱহাৰ কৰিছিল : আমাৰ কান্তি অনুভূতিত বস্তুৰ পৰম সত্যাৰে প্ৰত্যক্ষানুভূতি হয়। আৰু কলা দৰ্শনৰেই অঙ্গ হ'ব পাৰে।

(৪৭) *Webb : Kant's Philosophy of Religion* (1926 Pp. 44)

নহয়। তেওঁ চিন্তাক অনুভূতি আৰু মানুহৰ অন্যান্য মানসিক প্ৰবৃত্তিৰপৰা খাম-খিয়ালীকৈ বেলেগকৈ ধৰিছিল, আৰু অকল বুদ্ধিৰদ্বাৰা যি কথা জনা নাযায় তাকে যে সমগ্ৰ মনে জানিব পাৰে, তাক তেওঁ উপলব্ধি কৰিব খোজা নাছিল। আমি কাণ্টৰ ৰচনাসমূহৰ প্ৰাণ ভালকৈ উপলব্ধি কৰিব পাৰিলে বুজিব পাৰিম যে আমাৰ পৰম জ্ঞানৰ মূল উৎস হিচাপে স্বজ্ঞাৰ প্ৰকল্পৰ লগত ইয়াৰ মিত্ৰতাহে আছে। অকল ইন্দ্ৰিয়দত্ত বস্তু আৰু যৌক্তিক প্ৰমাণৰ ওপৰতে নিৰ্ভৰ কৰিবলৈ গ'লে আমি সৎ আৰু কাৰ্য-কাৰণৰ নিয়মসমূহৰ কোনো যুক্তি অৱতাৰণা কৰিব নোৱাৰোঁ, কাৰণ, অভিজ্ঞতাৰতো ভিত্তি এইকেইটাই আৰু ইহঁত পূৰ্ব-প্ৰকল্পিত নহ'লে অভিজ্ঞতাৰো কোনো মূল্য নাথাকে। প্ৰমাণৰ প্ৰণালী অৰ্থহীন, কাৰণ, প্ৰাথমিক সূত্ৰবোৰেই অপ্ৰামাণ্য। (৪৮) যুক্তিৰ সমালোচনাৰদ্বাৰা কাণ্টে দেখুৱাইছে যে সকলো অভিজ্ঞতাৰপৰা স্বতন্ত্ৰ, অৰ্থাৎ অভিজ্ঞতা-পূৰ্ব, আমাৰ এনে কিছুমান প্ৰাথমিক সূত্ৰৰ জ্ঞান আছে। গণিত আৰু প্ৰাকৃতিক বিজ্ঞানৰ নিশ্চয়তাৰ গুৰিতেই হ'ল শুদ্ধ যুক্তিৰ অৱদান। আনকি মননৰীতিসমূহো এক যুক্তিশীল মনৰ মৌলিক ভাবৰ, অৰ্থাৎ সৰ্বময় ঐক্য আৰু প্ৰয়োজনীয়তাৰ ভাবৰ বিভিন্ন প্ৰকাৰ মাত্ৰ। সিহঁত এই জগতত থকা সকলো প্ৰয়োজনীয়তা আৰু ঐক্যৰ মূল ব্যষ্টিবাচক ৰূপ বা সম্প্ৰধাৰণাবিশেষ। এই জ্ঞানেই হ'ল অতি গূঢ় আৰু পৰমপ্ৰত্যক্ষ বা অব্যৱহিত। কাণ্টৰ সমালোচনাৰ প্ৰকৃত ভিত্তি এইটোহে, মননৰীতিসমূহৰ বিশ্বাতিগ অৱস্থাৰপৰা আহৰণ কৰা বুলি দিয়া প্ৰমাণসমূহ নহয়। এই বিশ্বজগতত থকা বিভিন্ন বস্তুসমূহৰ মাজৰ পৰস্পৰ সম্বন্ধ আৰু ঐক্যৰ মূল ভাবটোৰ প্ৰসাৰেই হ'ল এই মননৰীতিসমূহ। হিউমে প্ৰমাণ বা প্ৰত্যক্ষৰ বাহিৰে অন্য কোনো প্ৰকাৰে পোৱা জ্ঞানকেই অস্বীকাৰ কৰাৰ ফলত তেওঁৰ দৰ্শন সন্দেহবাদত পৰিণত হয়গৈ; কিন্তু কাণ্টে ধৰি ল'লে যে কোনো অভিজ্ঞতাৰপৰা স্বতন্ত্ৰভাৱেও অকল আমাৰপৰাই সকলো সত্তাৰ মৌলিক ভিত্তি আমি জানিব পাৰোঁ।

দুৰ্ভাগ্যবশতঃ কাণ্টে ধৰি ল'লে যে যিহেতু এই জ্ঞান সম্পূৰ্ণ অভিজ্ঞতা-পূৰ্ব, ই বিষয়সমূহক যেনেকৈ জনা যায় সিমানখিনিলৈকেহে সঁচা, বিষয়সমূহৰ আচল প্ৰকৃতি সম্বন্ধে নহয়। বস্তুসমূহে আমাক যিমান দূৰলৈকে 'বিকাৰ' কৰে সিমানখিনিলৈকেহে বস্তুৰ প্ৰকৃত ৰূপ আমি জানিব পাৰোঁ। মননৰীতিসমূহে বিশ্বজগতৰ যি ৰূপ আমাৰ আগত দাঙি ধৰে, তাক বিষয়গত দাবী কৰিবলৈ তাৰ একো নাই। এইখিনিতেই কাণ্টৰ কথা সামঞ্জস্যবিহীন হৈ পৰে, কাৰণ, কাৰ্যকাৰণ সম্বন্ধৰ 'ভাবময়' মননৰীতিক বস্তুৰ বা বিষয়ৰ আপোন সত্তাত প্ৰয়োগ

(৪৮) *Critique of Pure Reason*, Sec. Ed., Introduction.

কৰা হয়, আৰু আমাৰ প্ৰত্যয়সমূহ সেয়ে ঘটোৱা বুলি অনুমান কৰা হয়। ইন্দ্ৰিয় সংবেদনৰ জৰিয়তে পোৱা ৰূপৰ মাজেদিয়ে যে বস্তুৰ প্ৰকৃত ৰূপ যুক্তিৰ স্বাভাৱিক আত্মবিশ্বাসে জানি উঠে, কান্টে সেই কথালৈ ভ্ৰূক্ষেপ নকৰিলে। ঐক্য আৰু পৰস্পৰ সম্বন্ধৰ কথা এই বিষয়গত জগতখন সম্বন্ধেও সঁচা। কোনো সন্দেহবাদেই এই বিশ্বাস দূৰ কৰিব নোৱাৰে। জনা বস্তুটো আমাৰ নিজৰ আত্মগত অৱস্থাৰ-পৰা হোৱা ভ্ৰান্তি মাত্ৰ নহয়। প্ৰকৃত বস্তুসমূহৰেই ই আমাৰ কাৰণে প্ৰাতিভাসিক ৰূপ মাত্ৰ। আমি যাখোন তাকে দেখোঁ সীমাৰ মাজত। সীমাৰ মাজত হ'লেও আমাৰ জ্ঞান সত্য। যেতিয়ালৈকে আমাৰ সীমা সম্বন্ধে জ্ঞান লাভ কৰিব নোৱাৰোঁ, তেতিয়ালৈকে আমি লাভ কৰা এই জ্ঞানকো অধিক শুদ্ধ কৰিব নোৱাৰেঁা।

কাণ্টে আৰু কয় যে, এই প্ৰকৃতি আমাৰ মনৰদ্বাৰাই সংগঠিত, কাৰণ, আমাৰ মননৰীতিয়ে ইন্দ্ৰিয়লব্ধ বহু ৰূপসমূহক সংশ্লেষণ কৰি ইয়াৰ ৰূপ দিয়ে; কিন্তু ইন্দ্ৰিয়লব্ধ বস্তুসমূহৰ লগত অভিজ্ঞতা-পূৰ্ব আকাৰসমূহ কেনেকৈ মিলাব পাৰি তাক তেওঁ নক'লে। আমাৰ মননৰীতি সমন্বিতে আত্মাৰ, আৰু অনাত্মা বা প্ৰকৃতিৰ একেটা সাধাৰণ উৎস নাথাকিলে, এই পৰস্পৰ সংযোগ দুৰ্বোধ্য।

কান্টৰ যুক্তি-প্ৰত্যয সম্বন্ধে মত কিছুদূৰ অসম্পূৰ্ণ আৰু ত্ৰুটীপূৰ্ণ। তেওঁৰ মতে বোধৰ মননৰীতিসমূহ কিছুমান অভিজ্ঞতা-পূৰ্ব প্ৰত্যয আৰু তাকে নোহোৱাকৈ ইন্দ্ৰিয়গ্ৰাহ্য দৃশ্যমান জগতৰ কোনো জ্ঞান বা অভিজ্ঞতা হ'ব নোৱাৰে; কিন্তু যুক্তিৰ প্ৰত্যয়সমূহে মানৱচিন্তাৰ লক্ষ্য নিৰ্দেশ কৰি তাক অনুপ্ৰাণিত কৰে আৰু বাট দেখুৱাই লৈ যায়। এই লক্ষ্য যদি প্ৰকৃত সত্য হ'ব লাগিল, তেনেহ'লে অভিজ্ঞতা তাৰ ঠিক ওচৰ পাবগৈ লাগিব। জ্ঞানসমূহ সংগঠিত কৰিবৰ বাবে বুদ্ধিৰ প্ৰযত্নক পথ নিৰ্দেশ কৰিব লাগিব যুক্তিৰ প্ৰত্যয়েহে। এই দৃশ্যমান জগতত ইয়াৰ ৰূপ প্ৰকাশক কোনো বস্তু নাই, সেই কাৰণে সিহঁত অনুপলব্ধ হৈ ৰয়। তথাপিও আমাক এনে বস্তু থকা বুলি ধৰি লৈ কাৰ্য কৰিবলৈ কোৱা হৈছে। সেয়ে নহ'লে আমাৰ জীৱন শূন্য হৈ পৰিব। আমি যদি কিবা জ্ঞান লাভ কৰিব লাগে, তেনেহ'লে বোধৰ মননৰীতিসমূহৰ প্ৰয়োজন আছেই; কিন্তু আমাৰ জ্ঞানে যদি সম্পূৰ্ণ সুসংগঠিত অৱস্থা এটি লাভ কৰিবলগীয়া হয়, তেনেহ'লে বুদ্ধিৰ প্ৰত্যয়বো প্ৰয়োজন। কান্টৰ মতে এই প্ৰত্যয়সমূহ মূল সত্য নহয়, ভৱিষ্যৎ সম্ভাব্যতাহে। কাণ্টৰ দৰ্শনত এই অসুবিধাবোৰ হোৱাৰ কাৰণ হ'ল মানৱমনে যে জ্ঞানক্ষেত্ৰত থকা বিভিন্ন প্ৰভেদসমূহ অতিক্ৰম কৰি তাত নিহিত থকা ঐক্য উপলব্ধি কৰিবগৈ পাৰে, মানৱমনৰ সেই শক্তি তেওঁ সম্পূৰ্ণভাৱে উপলব্ধি কৰিব পৰা নাছিল। অমূৰ্তক ৰূপ নিহিত আমাৰ বোধৰ (অমূৰ্তক) ৰূপসমূহে বস্তুৰ সত্যতা দিব নোৱাৰিব পাৰে; কিন্তু এই প্ৰত্যয়সমূহক কান্টে কৰাদি

সম্পূৰ্ণ সত্তাবিহীন নিয়ামক সূত্ৰ বুলি ব্যাখ্যা নকৰি, প্লেটোৱে কৰাৰ দৰে অকল অঙ্গীভূতই নহয়, ফলপ্ৰসূ জ্ঞানৰো সমগ্ৰ সংগঠনৰ মূল ভিত্তি বুলি গ্ৰহণ কৰিব পাৰি। বোধৰ প্ৰত্যয়সমূহ অমূৰ্তক আৰু আংশিক হ'ব পাৰে ; কিন্তু প্ৰত্যয়-সমূহেই সত্য হ'ব পাৰে। কাণ্টে মাজে মাজে ইঙ্গিত দিয়া দি আমি নিৰুপাধিক-জনৰ প্ৰত্যয় উপাধিকজনৰপৰা উপাধি দূৰ কৰি আহৰণ নকৰোঁ, আমি নিৰু-পাধিকক লৈহে আৰম্ভ কৰোঁ। সকলো চৈতন্যই সমগ্ৰতাৰ চৈতন্য ; ই অংশসমূহৰ অগ্ৰৱৰ্তী আৰু সিইঁতক উপাধিক কৰে। আমি যেতিয়ালৈকে কোনো সীমাৰ সিফালে কি আছে তাক নাজানো, তেতিয়ালৈকে এই সীমাটো জানিব নোৱাৰোঁ। যি সম্পূৰ্ণ সীমাবদ্ধ বা সসীম, সিতো নিজক সীমাবদ্ধ বা সসীম বুলি জানিব নোৱাৰে । নিৰুপাধিকজনৰ প্ৰত্যয়ৰ প্ৰকৃতি অন্যান্য সকলো প্ৰত্যয়তকৈ বেলেগ, সেই কাৰণে এই প্ৰত্যযসমূহৰপৰা তাক আহৰণ কৰিব নোৱাৰি। ই হ'ল যুক্তিৰ শুদ্ধ অভিজ্ঞতা-পূৰ্ব-প্ৰত্যয় । কাণ্টে আমাৰ অভিজ্ঞতাৰ জগত-খনক সীমাবদ্ধ আৰু প্ৰাতিভাসিক বোলাৰ কাৰণ হ'ল, আমাৰ শুদ্ধ-যুক্তিৰ আদৰ্শ-জগতখনক ই সম্পূৰ্ণভাৱে প্ৰতিফলিত কৰিব নোৱাৰে । ইয়াৰ বাহিৰেও অভিজ্ঞতাৰ জগতখনত যুক্তিৰ প্ৰত্যযসমূহ কিছুদূৰ উপলব্ধি কৰিব পাৰি । এই বিশ্বপ্ৰকৃতিৰ সৌন্দৰ্য আৰু উৎকৰ্ষলৈ চালে আৰু জীৱশ্ৰেণীৰ মাজত পৰিলক্ষিত উদ্দেশ্যবোধৰ ফালে মন কৰিলে দেখা যায় যে গোটেই প্ৰকৃতিয়ে সমগ্ৰভাৱে যুক্তিপূৰ্ণ লক্ষ্যৰ পিনেই ধাবিত হৈছে বুলি অনুমান কৰিব পাৰি । আমি ব্যৱহাৰিক সত্যসমূহ যুক্তিৰ মানদণ্ডেৰে বিচাৰ কৰিব পাৰোঁ। এই প্ৰত্যযসমূহৰদ্বাৰা আমি যদি অভিজ্ঞতা সংগঠিত কৰিব পাৰোঁ আৰু যদি আমাৰ ধাৰণাসমূহৰ অৰ্থবিচাৰ কৰিব পাৰোঁ, এই জগত সম্বন্ধে আমাৰ চিন্তাধাৰা যদি ইহঁতেই পৰিচালনা কৰে আৰু নিয়ন্ত্ৰণ কৰে, তেনেহ'লেতো সত্তাৰ চূড়ান্ত ৰূপ ইহঁতৰেই আছে, আৰু অভিজ্ঞ-তাৰ যি জগতে ইয়াক উপলব্ধি কৰিব নোৱাৰে সেই জগৎ অপূৰ্ণ জগৎ। (৪৯)

---

(৪৯) এই মত সম্পৰ্কে প্লেটোৰ কল্পনাৰ মতৰ লগত কাণ্টৰ মিল আছে। তেওঁ নিজেই প্ৰকাশ কৰিছে :—"(প্লেটোৰ মতে) ধাৰণাসমূহ বস্তুৰে মূল মূৰ্তি স্বৰূপ, মননৰীতি (Categories)বিলাকৰ দৰে সম্ভাব্য অভিজ্ঞতাৰ ছাবি-কাঠি মাত্ৰ নহয় । তেওঁৰ মতে এইবোৰ পৰম যুক্তিৰ (Supreme Reason)পৰা উৎপত্তি হোৱা, আৰু সেই উৎসৰপৰাই মানৱ যুক্তিয়ে তাৰ অংশ লাভ কৰিব পাৰিছে।........তেওঁ ভালকৈ উপলব্ধি কৰিছিল যে, অভিজ্ঞতাসমূহক সম্যক অনু-ধাৱন কৰিবৰ হকে আমাৰ জ্ঞান-বৃত্তিয়ে প্ৰাতিভাসিক ৰূপসমূহক সুসংগঠিত ঐক্যত একত্ৰিত কৰাতকৈও উচ্চ পৰ্যায়ৰ প্ৰয়োজন পূৰণ কৰে । তেওঁ জানিছিল যে আমাৰ যুক্তি স্বাভাৱিকতে জ্ঞানৰ ৰূপলৈ উত্থিত হয় আৰু এইবোৰে অভিজ্ঞতাৰ

সত্যৰ প্ৰমাণ হিচাপে যদি বাহ্যিক দত্তবস্তুৰ সংযোগৰ ঠাইত অন্তৰ্গতা আৰু সংহতিক গ্ৰহণ কৰা হয়, তেনেহ'লে কান্টৰ যুক্তিৰ প্ৰত্যয়ৰ কল্পনাৰ তাৎপৰ্যবোধ গ্ৰহণ কৰাই যে ইয়াৰ বাবে বহু পৰিমাণে জগৰীয়া, তাক স্বীকাৰ কৰিব লাগিব। যুক্তিৰ এই প্ৰত্যয়সমূহ আমাৰ বুদ্ধি আৰু বহিৰিন্দ্ৰিয়ই সহজে লাভ কৰা ঘটনাসমূহতকৈ বেছি সত্য হ'ব পাৰে। এই প্ৰত্যয়সমূহক আমি সিহঁতে প্ৰতিবিম্বিত কৰি অতিক্ৰম কৰি যোৱা ৰূপসমূহৰ অস্পষ্ট প্ৰতিকৃতি বুলি গ্ৰহণ কৰাতকৈ, সিহঁতে দাঙি ধৰা সত্তাৰ আংশিক প্ৰকাশ বুলি ধৰি ল'ব পাৰোঁ। কান্টৰ মতে যুক্তি হ'ল পৰম বা নিৰুপাধিক সূত্ৰসমূহ সম্বন্ধে অৱগত হোৱা বৃত্তি মাত্ৰ। ব্যৱহাৰিক অৰ্থত আমি যাক বোধ বা জ্ঞান বোলোঁ, তাতকৈ ই বেলেগ। ব্যৱহাৰিক বোধৰ অৰ্থত যুক্তিৰ প্ৰত্যয়সমূহ প্ৰত্যয়েই মাত্ৰ, ইয়াৰ কাৰণে লাগে এটি নিৰুপাধিক সত্তা, কাণ্টৰ মতে যিটো আকৌ কেতিয়াও দিবও নোৱাৰি; অৱশ্যে উপাধিসমূহৰ সম্পূৰ্ণ অৱগতি লাভৰ কাৰণে আমাৰ চিন্তাৰ এটি বিৰামহীন প্ৰচেষ্টা চলি থাকে, কিন্তু যুক্তি অন্যৰ লগত সমাপযোগৰ বৃত্তি নহয়। ই হ'ল সমগ্ৰ মনটোৰে ক্ৰিয়াশীল স্বৰূপ, সকলো বৃত্তি উদ্ভৱ হোৱা অদৃশ্য মূল। ঈশ্বৰৰ প্ৰত্যয় বা ধাৰণা যুক্তিৰপৰা উৎপত্তি হোৱা বুলি ক'লে আমি বুজিব লাগিব যে ই মানৱৰ গভীৰতম জীৱনৰপৰা উদ্ভূত হৈছে সত্যৰ প্ৰকৃতিৰ লগত ব্যক্তিত্বৰ সমগ্ৰ প্ৰকৃতিৰ প্ৰতিক্ৰিয়া স্বৰূপে। মানুহে যেতিয়া তাৰ সমগ্ৰ জগতসত্তাৰ ওচৰত আকুল আহ্বান কৰে, তেতিয়া তাৰ উত্তৰস্বৰূপে তাৰ সমগ্ৰ সত্তাই যি উত্তৰ লাভ কৰে, সেয়ে ঈশ্বৰ। যুক্তি বৃত্তিয়ে যদি আমাক এই প্ৰাতিভাসিক জগতখনৰ ওপৰৰ কোনো এখন জগতৰ ধাৰণা দিব পাৰে, যিটো কোনো কাৰণৰ ক্ৰিয়া নহয় অথচ সকলো ক্ৰিয়াৰে পৰম কাৰণ, আৰু ই যদি এই ধাৰণাটোকে ঈশ্বৰৰ স্বাতন্ত্ৰ্যৰ আৰু অমৰত্বৰ ধাৰণাত ৰূপায়িত কৰিব পাৰে, তেনেহ'লে বুজিব লাগিব যে এই ধাৰণাসমূহ আমাৰ মনঃসত্তাতে সম্পূৰ্ণ নিহিত আছে। সিহঁত অকল আত্মগত কল্পনা নহয়, বা নৈতিক সূত্ৰবিশেষো নহয়; সিহঁত আমাৰ জীৱনৰ চৰম উৎসৰপৰা ওলাই অহা অনিবাৰ্য মানসিক ফল বিশেষ। সিহঁত যৌক্তিক জ্ঞানৰ বিষয় নহয়, সিহঁত স্বজ্ঞাত সত্য। কাণ্টৰ অনুগামীসকলে বুজিছিল যে সত্য বা বিষয়গত বস্তুটো হ'ল যিটো আমাৰ চিন্তাৰ নিজ প্ৰকৃতি গুণেই চিন্তা কৰিবলৈ বাধ্য। হেগেলে সত্যটোকে যুক্তি-সিদ্ধ

---

পৰিসৰক অতিক্ৰমি যায়, কোনো অভিজ্ঞতালব্ধ বস্তু ইয়াৰ সৈতে একীভূত হ'ব নোৱাৰে; কিন্তু তথাপিও এইবোৰৰ নিজ বাস্তৱৰূপ আছে বুলিও ধৰিবলগীয়া হয়, আৰু ইয়াক কোনোমতে মস্তিষ্কপ্ৰসূত কল্পনা বুলি ক'ব নোৱাৰি।" (Norman Kemp Smith, *A Commentary to Kant's "Critique of Pure Reason"* 2nd Ed. (1923), Pp. 447).

বুলি এই মূল্যবান সত্যটোকে প্ৰকাশ কৰিছে, অৱশ্যে তেওঁৰ যুক্তি কাণ্টে যি অৰ্থত বুজিছিল সেইটো নহয়, অৰ্থাৎ কাল্পনিক আৰু ব্যৱহাৰিক দুয়ো ক্ষেত্ৰৰে নিৰুপাধিক সূত্ৰ দাঙি ধৰা বৃত্তি নহয়। সত্যটোক যদি স্থান-কালবৰ্তী বাস্তৱটোৰ লগত এক বুলি বুজা হয়, তেনেহ'লে সেই অৰ্থত ঈশ্বৰ সত্য নহয়; মন আৰু বিষয় সকলোকে এখন পূৰ্ণকাম জগতত একত্ৰিত কৰি লোৱা সকলো স্থিতিতে বৰ্তমান নিয়ামক সূত্ৰ হিচাপে নিহিত থকা বুলি চিন্তাই যাক গ্ৰহণ কৰিবলৈ বাধ্য—সেই অৰ্থতহে ঈশ্বৰ সত্য। ঈশ্বৰ আৰু নৈতিক নিয়ম একেটা নিশ্চয়-ক্ষেত্ৰৰে বস্তু, অৱশ্যে এটাও প্ৰত্যক্ষ ঘটনা নহয়। কাণ্টে যেতিয়া ঈশ্বৰৰ অস্তিত্বৰ প্ৰমাণসমূহৰ বিৰুদ্ধে কয় যে বস্তু এটাৰ স্থিতি তাৰ ভাবৰপৰাই পাব নোৱাৰি (উদ্দেশ্য বিধায়ক যুক্তি), অনিবাৰ্যটোক কেতিয়াও আকস্মিক ঘটনাৰপৰা আহৰণ কৰিব নোৱাৰি (বিশ্বতাত্ত্বিক তৰ্ক), পাৰ্থিৱ-পাৰমাৰ্থিক প্ৰমাণ আন দুটাৰপৰা আঁতৰি থাকে, তেও তাৰে ইয়াকে বুজাব খোজে যে আমি ইয়াৰে ঈশ্বৰৰ অস্তিত্ব প্ৰমাণ কৰিব নোৱাৰো। চূড়ান্ত প্ৰত্যয় বা ধাৰণাক, ইন্দ্ৰিয়বোধেৰেও পাব নোৱাৰি বা তৰ্কেৰেও প্ৰমাণ কৰিব নোৱাৰি, ই আত্মাৰ নিভৃত স্থানত প্ৰতিষ্ঠিত আৰু ইয়াৰ বৈধতা আত্মাৰ আত্মবিশ্বাসজনিত যুক্তিৰদ্বাৰা স্বয়ং প্ৰতিপাদিত।

## হেগেল

হেগেলে ভাবে যে তেওঁ শ্ৰদ্ধাৰ ব্যৱহাৰ কৰা নাই। দৰাচলতে তেওঁ জেকবিৰ সংজ্ঞা সম্বন্ধে মতবাদৰ ওপৰত আক্ৰমণকে চলাইছে; ইয়াৰ দেখ দেখ কাৰণ হ'ল, তেওঁ শ্ৰদ্ধাক আমাৰ মানসিক জীৱনৰ অন্যান্য ক্ষেত্ৰৰ লগত একেবাৰে সম্পৰ্ক-ৰহিত অমূৰ্তন বুলিহে ভাবে। জেকবিৰ মতে কোনো বস্তুৰ তত্ত্বদৰ্শী সত্য লাভ কৰিব পাৰি পৰোক্ষ জ্ঞানেৰে নহয়, অব্যৱহিত অন্তৰ্দৃষ্টি বা প্ৰত্যক্ষ জ্ঞানেৰেহে, আৰু তাকে তেওঁ বুলিছে বিশ্বাস। হেগেলে নিজকে সকলো অমূৰ্তনৰে শত্ৰুজ্ঞান কৰিছিল, আৰু তেওঁ সেইবাবে জেকবিৰ বিশ্বাস সম্বন্ধীয় মতৰ বিৰোধ কৰিছিল।

হেগেলে এই বিশ্ব-জগত সম্বন্ধে অদ্বৈতবাদী মত পোষণ কৰে। তেওঁৰ মতে সকলো সত্তাই একেটি আধ্যাত্মিক বা পাৰমাৰ্থিক জীৱ স্বৰূপ। একমাত্ৰ পৰম সত্তা হ'ল পৰমাত্মা, আৰু তেওঁ আত্মোপলব্ধি লাভ কৰে বিভিন্নজনৰ মাজেৰে আৰু এই ৰূপসমূহ তেওঁতকৈ বেলেগ যেন লাগিলেও দৰাচলতে পৰম আত্মপ্ৰকাশ লাভৰ কাৰণে ইহঁত অনিবাৰ্য ৰূপহে। অসীম আত্মাই বিশ্বজগতৰ জৰিয়তেহে নিজক

সম্পৰ্ণভাৱে মূৰ্ত্তন কৰি তুলিব পাৰে ; কিন্তু হেগেলে এই ঐক্য পাইছেগৈ কেনেকৈ ? ই তেওঁৰ দ্বন্দ্ববাদী পথেৰে লাভ হোৱা নাই। হেগেলৰ দৰ্শন মূৰ্ত্তক ঐক্য এটিৰ সুবিস্তৃত দ্বন্দ্ববাদী ব্যাখ্যা হ'ব পাৰে, কিন্তু আমাৰ মনে সেই একজনৰ ধাৰণাত উপনীত হ'বৰ কাৰণে দ্বন্দ্ববাদ প্ৰকৃষ্ট পন্থা নহয়। ধাৰণা এটা হোৱাৰ পিচত দ্বন্দ্ববাদে তাৰ তাৎপৰ্য ব্যাখ্যা কৰিব পাৰে। কিন্তু বিভিন্ন প্ৰত্যয় বা ধাৰণাৰ সংযোজন কৰি সেই একটোৰ ভাব বুজাব নোৱাৰি। আমি সেই একক প্ৰথমতে হেতুবাক্যত ধৰিব লাগিব, তেতিয়াহে দ্বন্দ্ববাদে তাৰপৰা সিদ্ধান্ত অনুমান কৰিব পাৰিব। এইটো কথা তেনেহ'লে স্পষ্ট যে একৰ ভাবটো ধাৰণাৰে নিৰ্ণীত হোৱাৰ আগতে মনত সি উপলব্ধি হ'ব লাগিব। কান্টৰ সৈতে একমত হৈ ক'ব পাৰি যে পূৰ্ব স্বজ্ঞা নোহোৱাকৈ কোনো নীতিসিদ্ধ বা উপযুক্ত প্ৰত্যয় জন্মিব নোৱাৰে। হেগেলৰ দৰ্শনৰ কেন্দ্ৰ স্বৰূপ এই একৰ বোধটো স্বজ্ঞাৰহে প্ৰকাশ মাত্ৰ, উপপাদনৰ ফল নহয়। আমি জনা আৰু আমাৰ মনত উপস্থিত হোৱা সকলো বস্তুৰে পিচৰ আৰু তাৰ সিপাৰত থকা কোনো সত্য বস্তুৰ ধাৰণা এটা আমি স্বজ্ঞাৰদ্বাৰা লাভ কৰোঁ, আৰু আমাৰ দ্বন্দ্ববাদে এই ঐক্যৰ ভাবটো প্ৰকাশ কৰিবৰ চেষ্টা কৰে ঈশ্বৰ নিত্যতা, অমৰত্ব, স্বৰ্গ আদি বিভিন্ন প্ৰত্যয়সমূহেৰে। উইলিয়াম জেম্‌চে নিম্নোক্ত কথাষাৰেৰে হেগেল সম্বন্ধে এটা গভীৰ মত প্ৰকাশ কৰিছে: "হেগেলৰ সমগ্ৰ দৰ্শনতে প্ৰভাৱ বিস্তাৰ কৰি আছে এটি সম্পূৰ্ণ সিদ্ধ সত্তাৰ ধাৰণা এটাই, ইয়াৰ অতীত সকলো কথাও তাতেই নিহিত আছে। সেই ভাবটো যে তেওঁৰ অতীন্দ্ৰিয় মানসিক অৱস্থাৰ চৈতন্যৰপৰাহে উৎপত্তি হৈছে, তাত হেগেলৰ কোনো পাঠকে সন্দেহ কৰিব [illegible]" (৫০) ঠায়ে ঠায়ে হেগেলে এই কথা স্বীকাৰ কৰিবলগীয়া হৈছে। (৫১) অংশতো তেওঁ এই ধাৰ্মিক স্বজ্ঞাসমূহক কাল্পনিক

(৫০) *Varieties of Religious Experience* (1906, Pp 389)

(৫১) ধৰ্মক দৰ্শনৰ লগত তুলনা কৰি হেগেলে লিখিছে: "কোনো ব্যক্তিত ধৰ্মৰ উদ্ৰেক কৰাটো দৰ্শনৰ কাম নহয়। বৰং আনহাতে প্ৰত্যেক ব্যক্তিৰেই মূল বস্তুটো বুলি ইয়াৰ অস্তিত্ব স্বীকাৰ কৰি লোৱা হয়। মানুহৰ প্ৰকৃতিৰ ক্ষেত্ৰত, কোনো নতুন কথাকে সুমুৱাব নোৱাৰি। তেনে কৰিব খুজিলে কুকুৰক কিতাপৰ পাত চোবাবলৈ দি তাৰ ভিতৰত মনৰ সৃষ্টি কৰিবলৈ যোৱাৰ দৰে হ'ব। এই অসীম জগতৰ দৈনন্দিন ব্যস্ততাৰ মাজতো যি মানুহে নিজক এই আধ্যাত্মিক ৰসৰ ফাললৈ আগুৱাই নিয়া নাই বা যিজনে কোনো আকাঙ্‌ক্ষা বা পূৰ্বক্ষেপণ বা আশাৰে বা অমৰজনৰ অনুভূতিৰ জৰিয়তে জীৱনক তাৰ উচ্চ পৰ্যায়লৈ তুলি নিয়াত কৃতকাৰ্য হোৱা নাই, আৰু যিজনে আত্মাৰ মুক্ত আকাশলৈ যাব পৰা নাই, আমি ইয়াত যি বিষয়-বস্তুৰ উপলব্ধিৰ কথা কৈছোঁ সেই বস্তু উপলব্ধি কৰিবৰ জোখাই তেওঁৰ ধনিষ্ঠামানো গুণ নাই।" (*Philosophy of Religion* E. T. (1895) Vol. I, Pp.4)

প্ৰতিমূৰ্তি বুলি ক'ব খোজে। ধৰ্ম আৰু দৰ্শন—উভয়াৰে বিষয়-বস্তু হ'ল একেটা, অৰ্থাৎ পৰম সত্তা; ধৰ্মই যেনিবা তাৰে কাল্পনিক প্ৰতিমূৰ্তি দাঙি ধৰে (Vorstllungen), দৰ্শনে তাৰে স্পষ্ট প্ৰত্যয় বা ধাৰণাসমূহ (Begriffe) দিয়ে। আগবটো পিচবটোৰ আগতে উৎপত্তি হয়। "সময়ৰ কালৰপৰা চালে মনে এই বিষয়-বস্তুসমূহৰ কোনো সাধাৰণ মূৰ্তি গঠন কৰি লোৱাৰ বহু পূৰ্বে সেই সম্বন্ধে ধাৰণাসমূহ গঢ়ি লয়।" (৫২) জ্ঞাত বিষয় সম্বন্ধে দাৰ্শনিক জ্ঞান সদায় পৰ্যাপ্ত বুলি জ্ঞান কৰা হয়। ধাৰ্মিক অভিজ্ঞতা সম্পূৰ্ণ বৌদ্ধিক নহয় বুলি আমি অস্বীকাৰ কৰা অনুচিত। ই অনুভূতি আৰু কল্পনাৰে সানমিহলি। আমি এই কথাও স্বীকাৰ কৰিব লাগিব যে সত্যক মূৰ্তন কৰা হয় প্ৰতীক আৰু ছবিৰ সহায়ত। সেই-বুলি এই কথা ভাবিব নালাগে যে আধ্যাত্মিক জ্ঞান দাৰ্শনিক জ্ঞানতকৈ কম সত্য। দৰ্শনে যাক বিশ্লেষণ কৰে আৰু স্পষ্ট কৰে সেই সত্যকেই আধ্যাত্মিক জ্ঞানেও দিয়ে। আমি যদি স্বজ্ঞাক অকল আৱেগ-অনুভূতি বুলি ধৰোঁ আৰু অন্তৰ্গত জ্ঞান বুলি নলওঁ, তেনেহলে সি আমাক সত্যটো দিব নোৱাৰে; হেগেলৰ ৰচনাৰ কোনো কোনো অংশত উল্লেখ কৰাৰ দৰে ইয়াক যদি সৃষ্টিধৰ্মী অভিজ্ঞান বা অন্তৰ্দৰ্শন বুলি ধৰা হয়—যাক উপযুক্ত প্ৰত্যয়ৰদ্বাৰা যথাযথভাৱে বুজাব নোৱাৰি, আৰু সেয়ে ইয়াক ব্যঞ্জন কৰিব পৰা মূৰ্তি আৰু প্ৰতীকৰ সহায় লবলগীয়া হয়, তেনেহ'লে এই কথা ওলাই পৰে যে পৰমাত্মাক ধৰ্মতহে সমূৰ্তকৰূপে জানিব পাৰি আৰু দৰ্শনত অমূৰ্তকভাৱেহে পাৰি। দৰ্শনৰ কাম সৃষ্টি-ধৰ্মীতকৈ ব্যাখ্যা-ধৰ্মীহে। সাধাৰণ ধৰ্মত যদি মূৰ্তি বা প্ৰতীককেই প্ৰকৃত ৰূপ বুলি গ্ৰহণ কৰা হয়, সিও মিছা আৰু দৰ্শনে যদি আধ্যাত্মিক জিজ্ঞাসাৰ পৰম লক্ষ্যত উপনীত কৰাওঁ বুলি কয়, তেনেহ'লে সিও মিছা। আধ্যাত্মিক স্বজ্ঞাই পৰম সত্তাৰ সত্য স্বৰূপ বুজিবৰ কাৰণে যি আকাৰ অৱলম্বন কৰে, তাতকৈ দৰ্শনে গ্ৰহণ কৰা আকাৰ সেই সত্য উপলব্ধিৰ বাবে কম উপযুক্তহে। অন্তৰ্গত জ্ঞানৰদ্বাৰাহে মানৱ আত্মাই চৰম উৎকৰ্ষ লাভ কৰিব পাৰে। হেগেলে আকৌ যুক্তি দিছে যে অকল দৰ্শনেহে আমাক ঈশ্বৰৰ অস্তিত্বৰ নিশ্চয়তা দিব পাৰে বুলি কোৱাৰ মানে, হ'ব যে "আমি আহাৰৰ ৰাসায়নিক উদ্ভিদ-বিদ্যা বিষয়ক, প্ৰাণীবিদ্যা বিষয়ক গুণবোৰ নজনালৈকে আমাৰ পক্ষে খোৱা অসম্ভৱ, আৰু আমাৰ শৰীৰ-ব্যৱচ্ছেদ-বিদ্যা আৰু শৰীৰতত্ত্ব সম্পূৰ্ণ অধ্যয়ন কৰি নোলোৱালৈকে আমাৰ হজমী ক্ৰিয়ালৈ বাট চাই থাকিব লাগিব।" (৫৩) এই কথাটো এতিয়া স্পষ্ট হ'ল যে ঈশ্বৰৰ জীৱন্ত সত্তাৰ জ্ঞানৰ বাবে আমি ওচৰ চাপিব লাগিব আধ্যাত্মিক অভিজ্ঞ-

---

(৫২) *Logic of Hegel*, Wallace's E. T. (1874) Pp. 1.
(৫৩) *Logic of Hegel* Pp. 3-4.

তাৰ, আৰু দ্বন্দ্ববাদ আৰু দৰ্শনে কৰিব পৰা কাম হ'ল মাত্ৰ আমাৰ স্বজ্ঞাসমূহৰ স্পষ্টীকৰণহে ।

এই কথা তেনেহ'লে স্পষ্ট হৈছে যে জগতৰ মহৎ দাৰ্শনিকসকলে স্বীকাৰ কৰিছে যে আমাৰ মূল কথাসমূহ বিশ্বাসৰ বস্তু, তাক যুক্তিৰদ্বাৰা লাভ কৰিব নোৱাৰি। আমাৰ জ্ঞানেন্দ্ৰিয়ৰদ্বাৰা বা সাধাৰণ যৌক্তিক বিচাৰৰদ্বাৰা এই সত্য-সমূহত উপনীত হ'বগৈ নোৱাৰি। সত্যসমূহেই আমাৰ সকলো জ্ঞানৰে সাধাৰণ আহাৰ বুলি উপলব্ধি হ'লেহে বিশ্বাস বা প্ৰত্যয় জন্মে। প্লেটোৰ সূক্ষ্ম শৰীৰৰূপী প্ৰত্যয়সমূহ আৰু কাণ্টৰ অভিজ্ঞতা-পূৰ্ব ধাৰণাসমূহ স্বজ্ঞাৰ পূৰক বস্তু আৰু মানৱ জ্ঞানৰ চৰ্ত বিশেষ। এইসমূহে আমাৰ ভিতৰত যে পৰমাত্মাই ক্ৰিয়া কৰিছে তাকে সাখোন দেখুৱাই দিয়ে, মানৱ মনত এই নিত্য আত্মাৰ উপস্থিতি বিনা সংবেদন অন্ধ, আৰু প্ৰত্যয় বা ধাৰণাসমূহ বন্ধ্যা হ'লহেঁতেন। স্বজ্ঞা বিশ্বাস, আধ্যাত্মিক অভিজ্ঞতা বা আধ্যাত্মিক শাস্ত্ৰসমূহৰ প্ৰমাণ আমাৰ জীৱন আৰু জ্ঞানৰ কাৰণে প্ৰয়োজনীয়।

## পঞ্চম অধ্যায়
# মানৱ প্ৰাণ

স্বজ্ঞা আৰু বৈজ্ঞানিক প্ৰতিভা—কলাৰ উন্নতি—কবিতা—কলাৰ জ্ঞান—স্বজ্ঞা আৰু শুদ্ধ জীৱন—ধাৰ্মিক সচেতনতা আৰু অন্যান্য মূল্য—সৃজনশীল স্বজ্ঞা—মানুহৰ আত্মা—আত্মপূৰ্ণতা—সহজ প্ৰবত্তি আৰু স্বজ্ঞা—যোগ—মনঃ সমীক্ষণ—ধাৰ্মিক জীৱন—ধাৰ্মিক অভিজ্ঞতাৰ-পৰা যুক্তি।

### স্বজ্ঞা আৰু বৈজ্ঞানিক

সকলো মহৎ চিন্তা আৰু উত্তম জীৱন-যাপনৰ গুৰি জীৱনতেই দকৈ শিপাই থাকে, অকল যুক্তিৰ শুকান পোহৰত নাথাকে। বিজ্ঞান আৰু দৰ্শন, কলা আৰু জীৱনৰ সকলো সৃষ্টিশীল কাৰ্যই স্বজ্ঞাৰদ্বাৰা অনুপ্ৰাণিত। আমাৰ সকলোৰেই স্বজ্ঞাত প্ৰত্যক্ষানভূতি আছে আৰু আমি তাক কিছু পৰিমাণে ব্যৱহাৰো কৰোঁ, কিন্তু কিছুমান প্ৰকৃষ্ট মনত ই বিশেষভাৱে বিকাশ লাভ কৰে। আধ্যাত্মিক জ্ঞানৰ শ্ৰেষ্ঠতম বিকাশ প্ৰাজ্ঞজীৱন; সি কেৱল সম্ভৱপৰ হ'ব পাৰে অতি শ্ৰেষ্ঠতম মনো-জীৱনে লাভ কৰিব পৰা এটি বিশেষ শ্ৰেণীৰ অৱস্থাতহে। বিজ্ঞানৰ মহৎ আবি-ষ্কাৰসমূহ সৃজনশীল চিন্তাশীললোকৰ আবিষ্কাৰধৰ্মী ধীশক্তিৰ ফলহে, বুদ্ধিৰ শ্ৰম-হীন মন্থৰ প্ৰক্ৰিয়াৰ নহয়। এই পিচৰ বিধে হয়তো নিখুঁত জোখমাখ, সুপ্ৰতিষ্ঠিত কোনো কোনো নিয়মৰ বিস্তাৰিত প্ৰত্যক্ষ প্ৰমাণ দাঙি ধৰিব পাৰে; কিন্তু যি মহৎ আবিষ্কাৰসমূহে বিজ্ঞানক এনে চমৎকাৰ কৰি তুলিছে, সি ইয়াৰদ্বাৰা সম্ভৱপৰ নহয়। সৃষ্টিশীল কোনো ক্ৰিয়াই অন্ধ অনুকৰণ বা যান্ত্ৰিক পুনৰুক্তি মাত্ৰ নহয়। ই ক্ষিপ্ৰ পদক্ষেপে আগবাঢ়ি যোৱা সুসংবদ্ধ অন্তৰ্দৃষ্টি। কোনো সমস্যাত অতি গভীৰভাৱে আৰু একাগ্ৰভাৱে নিমগ্ন হৈ থকাৰ ফলত, একেবাৰেই অজ্ঞাত নতুন কোনো এটি সত্য এনেভাৱে হঠাতে আৰু স্বতঃস্ফূৰ্তভাৱে আবিষ্কৃত হৈ যায় যে তাৰ নতনত্ব চমকপ্ৰদ। আমি যেতিয়া সেই নিয়ামক ভাৱটোৰ ওপৰত পোহৰ পেলাই চাবলৈ ধৰোঁ, তেতিয়া অজস্ৰ অসংলগ্ন কথা প্ৰণালীবদ্ধ হৈ ওলাই পৰে

আৰু এটি শুদ্ধ সমগ্ৰতাৰ ৰূপ দাঙি ধৰে। ক্ষণজন্মা ধী বা প্ৰতিভা শক্তি হ'ল সত্য অনুভূতিৰ বাবে থকা তীব্ৰতম ক্ষমতা। নতুন সত্য উদ্ভাৱনৰ ক্ষেত্ৰত বৈজ্ঞানিক আবিষ্কাৰ বহুতখিনি কলাসুলভ সৃষ্টিৰ নিচিনা। টিণ্ডেলে ফেৰাডেৰ ইলেক্ট্ৰ-মেগনেটিক তথ্য সম্বন্ধে কৈছে: "অতি জটিল আৰু অন্ধকাৰত পতিত হৈ থকা কথাসমূহৰ মাজত আমি হঠাৎ এনে একোটি আচৰিত অন্তৰ্দৃষ্টিৰ বিজুলী পোহৰ পাই উঠোঁ যে সেইবোৰ যুক্তিৰ ফলতকৈ ঈশ্বৰ প্ৰত্যাদেশ যেনহে লাগে।" মোজাৰ্টৰ সঙ্গীত ৰচনা এটিৰ দৰে গণিত শাস্ত্ৰৰো নতুন নিয়ম এটি যেন আপোনা-আপুনি ওলাই অহা স্বজ্ঞাত অনুভূতিয়েইহে। হেনৰি পইনকাৰে তেওঁৰ 'Science and Method' নামৰ কিতাপত গাণিতিক আৱিষ্কাৰৰ সম্বন্ধে এটি অধ্যায় লিখিছে; তাত তেওঁ কৈছে যে তেওঁৰ গণিত সম্বন্ধীয় আবিষ্কাৰসমূহ কম-বেছি পৰিমাণে সুলভ স্বজ্ঞাহে। তেওঁ কৈছে, 'গাণিতিক প্ৰত্যক্ষ প্ৰমাণৰ ক্ষেত্ৰত অনুভূতিৰ কথা সোমোৱাটো আচৰিত যেন লাগিব পাৰে, কাৰণ, দেখাত ই অকল বুদ্ধি-বৃত্তিৰহে বিষয়-বস্তু। কিন্তু যদি আমি সংখ্যাসমূহৰ সমন্বয়ৰ সৌন্দৰ্য আৰু জ্যামিতিক ৰূপ-লাৱণ্যলৈ মন কৰোঁ, তেনেহ'লে এনে কথা ক'ব নোৱাৰোঁ। সকলো প্ৰকৃত গণিতবিদে উপলব্ধি কৰা ই এটি প্ৰকৃত সৌন্দৰ্যানুভূতি.... উপযোগী সমন্বয়সমূহ প্ৰকৃততেই অতিশয় সুন্দৰো।" (১)

যেতিয়া কোনো অস্পষ্ট ঘটনা-অঞ্চল হঠাৎ উজ্জ্বল হৈ উঠে, যাক আমি আলোকিত হোৱা বুলি ক'ব পাৰোঁ, তেতিয়া বাৰু এই পোহৰৰ কাৰণ আমি কি বুলি

---

(১) Pp.58. E.T. নীধামে কৈছে: "বৈজ্ঞানিক গৱেষকেও যে শতকৰা পঞ্চাশ ভাগ কাল যুক্তিবিহীন উপায়েৰেহে কাম কৰি থাকে, এই কথাটো সম্যকভাৱে কোনেও ভালকৈ উপলব্ধি কৰা নাই যেন লাগে, গৱেষণাৰ কাৰণেযে এটি সহজ বৃত্তি আছে, তাক নিঃসন্দেহে ক'ব পাৰি, কেতিয়াবা কেতিয়াবা অতি কৃতকাৰ্য বৈজ্ঞানিকেও কোনো বস্তু এটা সম্বন্ধেনো কিয় পৰীক্ষা চলালে, বা দেখাত দুটা সম্পূৰ্ণ বিপৰীত বস্তুকে একেলগে স্থাপন কৰিলে, তাৰ কোনো যুক্তি দিব নোৱাৰে। কৃতকাৰ্য বৈজ্ঞানিকৰ আৰু এটি লক্ষণ হ'ল, তেওঁ কোনো বিষয় এটাৰ সম্বন্ধে কোনো প্ৰমাণ আপোনা-আপুনি গম পায়, অথচ বাহিৰৰ কোনো যুক্তিবাদী লোকে তাৰ প্ৰমাণ বিচাৰি হাবাথুৰি খাই ফুৰিব লাগে; সেইদৰে গৱেষকজনে যেতিয়াই কোনো এটা কথা প্ৰমাণিত বুলি অনুভৱ কৰি বুজে, তেতিয়াই আন কথাৰ পৰীক্ষাত লাগেগৈ; তেওঁ আৰু যুক্তিবাদী মনৰ কাৰণে কি গতানুগতিক প্ৰমাণ লাগিব তাৰ ব্যাখ্যা দিবলৈ সময় নষ্ট কৰি বৈ নাথাকে।" (*The Sceptical Biologist* (1929), Pp.80.) "প্ৰবাল পৰ্বত গঢ়োঁতাবিলাকৰ দৰেই যেন বৈজ্ঞানিক গৱেষকেও বহু পৰিমাণলৈকে কোনো চেতনা নোহোৱাকৈয়ে কাম চলাই থাকে।" (*Ibid*, Pp.81.)

ধৰোঁ। ? ই কিছুমান ঘটনাৰ নিষ্ক্ৰিয় সংগ্ৰহৰ ফলেই নহয়; ই আচলতে আমি জনা কথাবিলাকৰে মাজত হঠাৎ আৱিষ্কাৰ হোৱা কোনো এটি নতুন অৰ্থহে। নিউটনে মাধ্যাকৰ্ষণ শক্তিৰ তত্ত্ব আৱিষ্কাৰ কৰাৰ বহুকাল আগৰেপৰাই আপেল তললৈ সৰি পৰি যেই আছিল। সাধাৰণ বোধৰ মানুহৰ কাৰণে যিবোৰ ঘটনা বিচ্ছিন্ন আৰু বিশিষ্ট, সেইবোৰক একত্ৰিত কৰি ধৰি থকা অৰ্থটোকে ক্ষণজন্মা পুৰুষসকলে আৱিষ্কাৰ কৰি উলিয়াব পাৰে। এয়ে হ'ল ঘটনাসমূহক একত্ৰিত কৰি সুসমাহিত কৰাৰ কাৰণে আৱশ্যকীয় গতিশীল নিয়মৰ স্বজ্ঞাত বোধ। বাৰ্গচঁই এই সমস্যাটোৰ বিষয়ে ব্যঞ্জনাৰদ্বাৰা বিচাৰ কৰিছে। সাধাৰণতে ধৰা হয় যে ধাৰণাত্মক সমন্বয়ৰদ্বাৰা, অৰ্থাৎ বিভিন্ন অমূৰ্তন বিশ্লেষণৰদ্বাৰা লব্ধ ধাৰণা-সমূহ ইটো সিটোৰ লগত জড়িত কৰি বা ওচৰা-ওচৰি কৰি ৰাখি বৈজ্ঞানিক আৱিষ্কাৰসমূহ লাভ কৰা হয়। দুফালৰপৰা এই মতৰ প্ৰতি সমৰ্থন পোৱা যায়। অমূৰ্তক বিশ্লেষণৰ লগত যাৰ পৰিচয় নাই, তেনে লোকে যৌক্তিক অন্তৰ্দৃষ্টিৰ ক্ষেত্ৰ পাবগৈ নোৱাৰে। আমাৰ যদি কোনো বিষয়ৰ ঘটনাসমূহ আৰু তাৰ বিপৰীতাৰ্থক ধাৰণাসমূহ, আৰু বুদ্ধিলব্ধ'ৰা উপলব্ধ অসম্পৰ্ণ ভাবসমূহ সম্পূৰ্ণকৈ অৱগত নাথাকে, তেনেহ'লে অন্তৰ্দৃষ্টিৰ উদ্ভাৱন হ'ব নোৱাৰে। স্বজ্ঞান কৃতকাৰ্যতাৰে অনুশীলন কৰিবলৈ হ'লে অসংখ্য ঘটনাৱলী আৰু নিয়ম-কাৰণসমূহৰ প্ৰাক্ অধ্যয়ন আৰু আহৰণৰ প্ৰয়োজন। আমি এনেকৈও ক'ব পাৰোঁ যে মহৎ স্বজ্ঞানসমূহৰ উৎপত্তি হয় যৌক্তিকতাৰ সাঁচৰপৰা। দ্বিতীয়তে, যেতিয়া কিবা এটা আবিষ্কাৰ কৰা হয়, তেতিয়া দেখিবলৈ পোৱা যায় যে এই আবিষ্কাৰৰ আগতে লাভ কৰা আংশিক ধাৰণাসমূহক অলপ-অচৰপ ইফাল-সিফাল কৰি নতুনকৈ ব্যাখ্যা কৰিলে তাতে খাপ-খুৱাই সুমুৱাই দিব পাৰি। এই পুনঃ প্ৰতিসাধন এনে সহজ যে অন্তৰ্দৃষ্টি লাভ হ'লে ই বাদে। পৰি যাব পাৰে, আৰু আবিষ্কাৰৰ প্ৰক্ৰিয়া যৌক্তিক সমন্বয় বুলিয়েইহে আমি সহজে ধৰি ল'ব পাৰোঁ। তৃতীয়তে, পাৰস্পৰিক যোগাযোগৰ কাৰণে এই অন্তৰ্দৃষ্টিক যৌক্তিক সমন্বয় হিচাপেই দাঙি ধৰাৰ প্ৰয়োজন। সাধাৰণতকৈ অলপ বেছি অনুভূতিশীল মানৱ মনৰ স্বজ্ঞানে সহজে উপলব্ধি কৰিবৰ কাৰণে এই তৰ্কমূলক যুক্তিৰ প্ৰয়োজন। আৰু, তাৰ ফলতেই স্বজ্ঞানৰ অৱস্থা দৃঢ় হয়। জ্ঞান যেতিয়াই আহৰণ কৰা হয়, তেতিয়াই ইয়াক যৌক্তিক ৰূপত পাতি ল'ব লাগিব, আৰু যিহেতু তৰ্ক-বিদ্যাৰেইহে কেৱল যোগাযোগৰক্ষী ভাষা আছে, আমি তৰ্ক-বিদ্যাৰ ভাষাকে ব্যৱহাৰ কৰিবলৈ বাধ্য। এনে তৰ্কমূলক ৰূপ এটি যেতিয়া আমাৰ আগত দাঙি ধৰা হয়, তেতিয়া আবিষ্কাৰ আৰু প্ৰমাণৰ মাজত এটা খেলি-মেলি উপস্থিত হয়। প্ৰমাণে যেতিয়া ধাৰণাত্মক সমন্বয় ৰূপ গ্ৰহণ কৰে, আবিষ্কাৰো সেই একে ৰূপৰেই হোৱা বাঞ্ছনীয়। আবিষ্কাৰৰ কলাক তৰ্কৰ প্ৰমাণ বুলি ভুল কৰা হয় আৰু ফলত চিন্তাৰ গভীৰ গতিক কৃত্ৰিমভাৱে সহজ কৰি

পেলোৱা হয়। আমি পাহৰি পেলাওঁ যে আমি আবিষ্কাৰ কৰোঁ স্বজ্ঞানেৰে অথচ প্ৰমাণ কৰোঁ তৰ্ক-বিদ্যাৰে। ব্যাখ্যাৰ কলা হ'ল মনৰ এটি সাহসিক যাত্ৰাহে। স্বজ্ঞা যেতিয়া উপস্থিত হয়, চিন্তাই তাক এটি ৰূপ দিয়ে আৰু তেতিয়া ইয়াক আনৰ ওচৰত প্ৰকাশ কৰা সম্ভৱ হয়। আবিষ্কাৰৰ প্ৰক্ৰিয়া যদি অকল সংশ্লেষণেই হ'লহেঁতেন, তেনেহ'লে আংশিক ধাৰণাসমূহৰ যিকোনো যান্ত্ৰিক সংযোগকাৰীয়েই অন্তৰ্দৃষ্টিত উপনীত হ'ব পাৰিলেহেঁতেন আৰু ইয়াৰ বাবে কোনো ক্ষণজন্মা পুৰুষৰ আৱশ্যক নহ'লহেঁতেন। বাহ্যিক বৌদ্ধিক সংশ্লেষণৰদ্বাৰা আমি ঘটনাসমূহৰ বিস্তাৰিত অধ্যয়ন কৰিব পাৰোঁ, কোনো নিয়মৰ সামূহিক বোধ আৰু সম্পূৰ্ণ সংহতি লাভ কৰিব পাৰোঁ ; কিন্তু বৌদ্ধিক অধ্যয়নশীলতাৰদ্বাৰাই স্বষ্টিশীল ধাৰণা লাভ কৰিব নোৱাৰি। যুক্তি-শৃঙ্খলৰ শেষ গাঁঠিটোৱেই স্বষ্টিশীল অন্তৰ্দৃষ্টি নহয়। সেয়ে হোৱা হ'লে ইয়াৰ উৎপত্তি আমাৰ অনুপ্ৰাণিত হোৱা যেন নালাগিলহেঁতেন। (২) ক্ষণজন্মা প্ৰতিভা শক্তিৰ ফিৰিঙতিয়েহে জুইকুৰা জ্বলাই দিবে আৰু তেতিয়া সি পোৰে। বুদ্ধিয়ে মাথোন আৱশ্যকীয় আহিলা-পাতিৰ যোগান ধৰে। এইবোৰ যথেষ্ট মূল্যবান সঁচা, কিন্তু সেয়ে জ্ঞান নহয়। স্বজ্ঞা এটি সংগঠিত বস্তু মাথোন নহয়। বাহ্যিক সংশ্লেষণ আৰু আন্তৰিক উন্নয়নৰ মাজত, কেঁচা মাল আৰু তৈয়াৰী বস্তুৰ মাজত, দত্ত বস্তু আৰু তাক উপক্ৰমি হোৱা বস্তুৰ মাজত নিশ্চয় প্ৰভেদ আছে। আবিষ্কাৰকৰ মনত যেতিয়া কোনো বস্তুৰ অন্তৰ্দৃষ্টিৰ আবিৰ্ভাৱ হয়, তেতিয়া আগতে অলক্ষিত হৈ থকা বিভিন্ন বস্তু আৰু মৃতপ্ৰায় হৈ আঁতৰি আঁতৰি পৰি থকা বিভিন্ন গুণাৱলীৰ জীৱন্ত ঐক্য এটি ইয়াৰ ভিতৰতে থকা দেখা যায়। এই ধাৰণাটোৱে সকলো মনোকল্পনা আৰু আঁচনি অতিক্ৰম কৰি যায়। ইয়াৰ উৎপত্তি হয় গভীৰ অভিজ্ঞতাৰপৰা।

আবিষ্কাৰৰ ক্ৰিয়াটো কেতিয়াবা কেতিয়াবা কল্পনাৰ কথা বুলিও কোৱা হয়।(৩) আমি কল্পনা প্ৰয়োগৰদ্বাৰা কোনো প্ৰকল্পত উপনীত হওঁ আৰু সেয়ে বিভিন্ন দত্ত বস্তুসমূহক একত্ৰিত কৰি সামগ্ৰিক ৰূপ দিয়াত সহায় কৰে। প্ৰকল্পই হ'ল জ্ঞান প্ৰকাশৰ মূল ভেঁটি। আমি প্ৰকল্প স্বষ্টি কৰোঁতে এনে অৱস্থাৰো হয়তো কল্পনা কৰোঁ, যিটো প্ৰকৃতপক্ষে নায়েই। আমি নথকা বস্তু এটাৰে কল্পনা কৰোঁ আৰু তাৰেই বিকল্প কিছুমানৰো কথা আলোচনা কৰোঁ। মনৰ এনেকুৱা অৱস্থাত

---

(২) Cp. Sir Leslie Stephen : "বুদ্ধিৰ য'ত অন্ত, তাতে প্ৰতিভাৰ আৰম্ভণি বা বৈজ্ঞানিক ৰচনাবিদ্যাৰ নিয়ম-প্ৰণালী অনুযায়ী বুদ্ধিয়ে য'ত বিশদ ব্যৱস্থাৰে ওচৰ চাপিব লাগে, তাত ই ধুমুহাৰ দৰে সোমাই পৰে। এটাই সত্যক দেখে আনটোৱে তাক প্ৰমাণেৰে উপপাদন কৰে।" ( *Hours in a Library.* Vol. I.II.)

(৩) অধ্যাপক হোৱাইট্‌হেডে অন্তৰ্দৃষ্টি আৰু কল্পনাসুলভ অভিজ্ঞতাক সমশব্দ হিচাপে ব্যৱহাৰ কৰিছে। (*Process and Reality*, 1929, Pp.56.)

আমাৰ সদৰ্থক চিন্তা সামূহিকভাৱে বন্ধ থাকে আৰু সন্তৰণৰ বিকল্প অৱস্থাৰ কথা যেতিয়া অনুমান কৰা হয়, তেতিয়া এই মানসিক অৱস্থা স্বাভাৱিকতেই কল্পনা যেনহে লাগে। ক্ৰোচেই প্ৰকল্প সৃষ্টিৰ ক্ৰিয়াক কলাসুলভ কল্পনাৰ সৈতে একে বুলিছে; কিন্তু দীপ্ত প্ৰকল্প এটিক অকল অশাসিত কল্পনাৰ কাম বুলিলেই নহ'ব। যি কল্পনা স্বজ্ঞাৰদ্বাৰা পৰিষ্কৃত নহয়, যি কল্পনা অকল মাত্ৰ দিবা স্বপ্ন, অলীক কল্পনা বা অনুমান বিশেষ, সেই কল্পনাই আমাক হঠাৎ কেতিয়াবা সহায় কৰিলেও সত্যক আলোকিত কৰি দেখুওৱাত সহায় নকৰে। এনেয়ে কৰা অনুমান এটা মাত্ৰ কল্পনাৰ বস্তু; তাৰ লগত ওতঃপ্ৰোত জ্ঞান বা স্বজ্ঞাৰ প্ৰভেদ আছে। যিসকলে প্ৰকল্পৰ সৃষ্টি অকল কল্পনাৰ বস্তু বুলি ভাৱে, তেওঁলোকেও ইয়াৰ হেতু বিশ্লেষণাত্মক বুদ্ধি বুলি নধৰি আমাৰ মনৰ মৰ্মজ্ঞান বুলিহে ধৰে। এই অন্তৰ্দৃষ্টি কোনো সমস্যাৰ সমাধান স্বৰূপে উৎপত্তি নহয়, হয় কোনো সত্যৰ অনুভূতি ৰূপেহে।

স্বজ্ঞা হ'ল আমাৰ সমগ্ৰ সত্তাৰ ক্ৰিয়া, ইয়াক অকল বৌদ্ধিক প্ৰচেষ্টাৰদ্বাৰাই লাভ কৰিব নোৱাৰি। অৱশ্যে এইটোও ঠিক যে ইয়াক নোহোৱাকৈও নোৱাৰি। বৌদ্ধিক নিস্ক্ৰিয়তাই স্বজ্ঞাৰ বিজুলী চমকৰ আগজাননী বুলি ক'ব পাৰি। কোনো বিষয়-বস্তুৰ ওপৰত আমাৰ মনৰ অ-বৌদ্ধিক অথচ যৌক্তিক অংশই ক্ৰিয়া কৰিবৰ হ'লে বিশ্ৰামৰ প্ৰয়োজন। সৃষ্টিশীল ক্ৰিয়া একাগ্ৰতাৰ দৰেই বিশ্ৰামৰো ফল। আমি যেতিয়া গভীৰভাৱে কোনো বস্তু এটাৰ ওপৰত মনোনিবেশ কৰোঁ আৰু ইয়াৰ বিভিন্ন কথাসমূহ একাগ্ৰভাৱে চিন্তা কৰোঁ, তেতিয়া আমি ঠিক যি ঠাইৰপৰা আৰম্ভ কৰিছিলোঁ, তাৰপৰা বৰ বেছি আঁতৰি যোৱা যেন নালাগে। আমি আমাৰ বুদ্ধিক চন পেলাই থ'ব লাগিব, বস্তুটোৱে যেন আমাৰ মানসিক জীৱন-ভূমিৰ অন্তৰ প্ৰৱেশ কৰে আৰু তাৰ প্ৰতিক্ৰিয়া নিজে নিজে প্ৰকাশিত হৈ উঠে। আমাৰ সচেতন শক্তিৰে ঘটনাসমূহ চিন্তা কৰাৰ উপৰিও আমাৰ শৰীৰ আৰু মনৰ সমগ্ৰ শক্তিৰে তাৰ লগত সংযোগ স্থাপন কৰিবৰ কাৰণে চেষ্টা কৰিব লাগে, কাৰণ, আমাৰ সমগ্ৰ মনেহে সমগ্ৰ বস্তুটোক উপলব্ধি কৰিব পাৰে। আমাৰ সমগ্ৰ মনৰ ঐক্যবদ্ধ আক্ৰমণ বস্তুটোৰ সাৰৱতাই ৰোধ কৰিব বা এৰি পলাব নোৱাৰে। অলসভাৱে বিশ্ৰাম কৰি থকা অৱস্থাত বা সৰু-সুৰা কথাত লাগি থাকোঁতেও আমাৰ মনে নতুন কিবা এটালৈ গতি কৰি থাকে। আমাৰ ব্যস্ত জীৱনত যি একোটা গভীৰ মৌনতাই কেতিয়াবা কেতিয়াবা যতি চিন দিয়ে, তাৰপৰাই উৎপত্তি হয় স্বজ্ঞাত ধাৰণা বা ভাব। সেইবিলাকৰ মাজেদিয়েই আমাৰ মন আত্মাৰ কবলত সোমাই পৰে, ঠিক তেতিয়াই আমাৰ গভীৰ চৈতন্যৰ উদ্ভৱ হয়, আৰু বস্তুৰ প্ৰকৃতি সম্বন্ধে অতি নিবিড়ভাৱে বুজি উঠে। সত্যাই আপোনা-আপুনি ভিতৰতে ৰূপ গ্ৰহণ কৰে আৰু জুইৰ মাজৰপৰা ফিৰিঙতি ওলোৱাদি ই যেন উফৰি পৰে। বুদ্ধিৰ বিশ্ৰাম মানে হ'ল সমগ্ৰ মনৰ ক্ৰিয়া; চূড়ান্তক্ৰিয়া উদ্ভৱ হ'বৰ কাৰণে সমগ্ৰ সত্তাৰ সেয়ে চৈতন্যোদয়। যেতিয়া এই বিজুলী চমক

উপস্থিত হয়, আমি তেতিয়া তাক সত্য বুলি অনুভৱ কৰোঁ আৰু দেখোঁ যে আমাৰ শাঁথৰ আৰু প্ৰত্যক্ষ বিবোধসমূহ এক যেন আলোকিত স্তৰলৈ উন্নীত হৈ যায়। সৰুস্বৰা কথা বা বিতং ঘটনাৰ বিভিন্নতাত তেতিয়া আৰু নিৰুপায়ভাৱে উজুতিয়াই ফুৰিব নালাগে। সত্যটো ঠিক যেন উৎপাদিত নহয়, উপলব্ধহে হয়। ইয়াৰ উৎপত্তি যদিও অনিৰ্বচনীয়, উৎপত্তি হওঁতে ই অতি সৰল। সাধাৰণ প্ৰত্যক্ষ দৃষ্টি যেনে পোনপটীয়া আৰু অনায়াসলব্ধ, ইয়াকো তেনে যেনেই লাগে, যদিও ইয়াৰ উৎপত্তিৰ আগমুহূৰ্তত ই অজস্ৰ বিতং কথা অতিক্ৰম কৰি আহিবলগীয়া হয়। প্ৰত্যক্ষৰ বাবে প্ৰযোজন একাগ্ৰতাৰ; কিন্তু স্বজ্ঞানক লাগে বিশ্ৰাম। আৰ্কিমিডিচে তেওঁৰ সমস্যাৰ সমাধান কৰিছিল তেওঁৰ পঢ়া কোঠালীত নহয়, গাধোৱা ঘৰতহে। হেলম্‌হজে কৈছে, "মোৰ ক্ষেত্ৰত মই পাইছোঁ যে সুন্দৰ ভাববোৰ অনুপ্ৰেৰণাৰ দৰেই অপ্ৰত্যাশিতভাৱে বিনা যত্নে উপস্থিত হয়। তেনে ভাববোৰ মোৰ শ্ৰান্ত অৱস্থাত বা মই মেজৰ ওচৰত বহি কাম কৰি থকা অৱস্থাত কেতিয়াও অহা নাই।" (৪) আমাক এক প্ৰকাৰৰ বৌদ্ধিক নিষ্ক্ৰিয়তাৰ প্ৰয়োজন হয়। আমাৰ মন শান্ত আৰু পৱিত্ৰ কৰি নিশ্চল অৱস্থাত ৰাখিলেহেযে শবদ ব্ৰহ্মৰ উৎপত্তি স্থল মৌনতাৰ ধ্বনি শুনিব পাৰোঁ বুলি আমাৰ ধৰ্মশাস্ত্ৰসমূহে কয়, তাৰ অৰ্থ হ'ল এয়ে যে শ্ৰেষ্ঠতম জ্ঞান লাভৰ কাৰণে যি প্ৰস্তুতিৰ প্ৰয়োজন, সি হ'ল এই নিষ্ক্ৰিয়তা।

স্বজ্ঞা হ'ল জীৱনৰ পূৰ্ণতাৰপৰা আপোনা-আপুনি ওলাই অহা দৃঢ় বিশ্বাস বিশেষ; কল্পনা বা বুদ্ধিতকৈ সংবেদনৰ লগতহে ইয়াৰ বেছি সম্বন্ধ আৰু এই উভয়তকৈ ই অনিবাৰ্য। ইহঁতৰ ওপৰত কোনো শাসন নাই। এই উৰ্ধমুখী স্ফুৰণ, অচেতন আৰু অনিচ্ছাৰ সৃষ্টি। "আত্মাই য'তেই পায় ত'তেই স্ফুৰণ লাভ কৰে, আৰু তুমি ক'ব নোৱাৰা, ক'ৰপৰা ইয়াৰ উৎপত্তি হয় আৰু ক'লৈ ই যায়।" ক্ষণপ্ৰভ মেধা-শক্তি চেষ্টাৰদ্বাৰা তৈয়াৰ কৰিব নোৱাৰি, ই দেৱতাসকলৰ দান। প্লেটো নিজে এজন ক্ষণজন্মা পুৰুষ, তেৱেঁ কৈছে যে সৃজনধৰ্মী চিন্তা কোনো উদ্দেশ্য সাধনৰ অৰ্থে দেৱতাই মানুহলৈ পঠিওৱা উন্মত্ততা, আৰু এই উদ্দেশ্যও জানে তেওঁলোকেইহে, আমি নাজানো। প্লেটোৱে কৈছে, "আমি গ্ৰীকসকলে পোৱা শ্ৰেষ্ঠতম আশীৰ্বাদৰ মূল ঈশ্বৰপ্ৰেৰিত উন্মত্ততা। কাৰণ, ডেলফিৰ দেৱী আৰু ডডনাৰ

---

(৪) Rignano : *The Psychology of Reasoning, E.T.*(1923) Pp.267–68 গেল্‌টনে লিখিছে—"আমি যাক সাধাৰণতে প্ৰতিভা বুলি কওঁ, সি হ'ল মনৰ এটি স্বয়ংচালিত ক্ৰিয়া; আমাৰ ইচ্ছাৰ প্ৰযত্নতকৈ ই পৃথক। প্ৰতিভাশালী লোকৰ মনলৈ ভাব আহে অনুপ্ৰেৰণাৰদ্বাৰা; তেওঁক তালৈ খেলি লৈ যায়। নিজে তালৈ আগবাঢ়ি নাযায়।" *Englishmen of Science, their Nature and Nurture* (1874) Pp. 233.

বাজিনীয়ে তেওঁলোকৰ উন্মত্ত মুহূৰ্তত গ্ৰীচনগৰ আৰু তাৰ লোকসকলৰ কাৰণে যিমান মহৎ আৰু গৌৰৱপূৰ্ণ অৱদান দি থৈ গৈছে, তেওঁলোকৰ ধীৰ বা শান্ত অৱস্থাত অতি সামান্যহে দিছে বা দিয়াই নাই।"(৫) খপ্‌জপাই ফুৰা বদ্ধিজীৱী অৰ্থাৎ স্বজ্ঞাবিহীন মানুহ চিন্তা আৰু জগতৰ কাৰণে বিশেষ আৱশ্যকীয় কৰ্মী হ'ব পাৰে; কিন্তু ক্ষণজন্মা পুৰুষ এওঁলোকতকৈ বহুত বেলেগ আৰু উচ্চস্তৰৰ। এনে পুৰুষৰ বাণীযে আত্মাৰ অতি নিভৃত গভীৰ স্থলত ৰূপ লয়।

প্ৰতিভা বা অনুপ্ৰেৰণা এনে এটা বস্তু নহয় যে সি প্ৰথমতে আমাক যুক্তি-বিহীন কৰি আমাক দখল কৰে। আমাৰ সমগ্ৰ চৈতন্য শক্তিৰ প্ৰকাশ হিচাপে সিহঁত অযৌক্তিক নহয়। সিহঁতৰ যেতিয়া উৎপত্তি হয়, তেতিয়া সিহঁতক তৰ্কৰ-দ্বাৰা প্ৰমাণ কৰিব পৰা হ'ব লাগে আৰু কৰিব পাৰি। স্বজ্ঞাসমূহ চিন্তাৰ উপকল্প নহয়। সিহঁত বুদ্ধিৰ বিৰুদ্ধে প্ৰত্যাহ্বান। স্বজ্ঞা অকলে অন্ধ আৰু বৌদ্ধিক কাৰ্য হ'ল শূন্য। সকলো প্ৰক্ৰিয়াই আংশিকভাৱে স্বজ্ঞাত আৰু আংশিকভাৱে বৌদ্ধিক। দুয়ো-টাৰ মাজত এৰাব নোৱৰা ব্যৱধান নাই। যি নৈষ্ঠিক বৈজ্ঞানিকে ভাবে যে তেওঁ দত্ত ঘটনাৱলী অতিক্ৰম কৰি নাযায়, তেৱেঁ৷ অজ্ঞাতে স্বজ্ঞাৰ ক্ষেত্ৰত সোমায়। সকলো চিন্তাৰে ভিত্তি হ'ল স্বজ্ঞা। ই নিজে যদিও অব্যক্ত, ই সকলো আলোচনাৰেই উদ্ৰেক কৰে। সকলো তাৰ্কিক প্ৰমাণতেই এক প্ৰকাৰ সকলোকে একে কৰি ধৰিব পৰা এটা বৌদ্ধিক সংশ্লেষণ শক্তি আছে। বিভিন্ন অৱস্থাৰদ্বাৰা এই সমগ্ৰতা বোধ ধাৰণ কৰিব পৰা এটা স্বজ্ঞা আছে। অকল সৃজনশীল অন্তৰ্দৃষ্টিৰ ক্ষেত্ৰতেই নহয়, সাধাৰণ বোধৰ ক্ষেত্ৰতো এই প্ৰক্ৰিয়া নিহিত থাকে। সকলো সক্ৰিয় চিন্তাই অকল মানসিক চিত্ত আৰু ধাৰণাসমূহক একত্ৰিত কৰি ৰখাতকৈ আৰু কিবা বেছি। স্বজ্ঞাত ধাৰণাই ঘটনা সমষ্টিৰ গোটেই প্ৰক্ৰিয়াৰ মাজেৰে ক্ৰিয়া কৰে, সিহঁতৰ বিষয়ে কৰা চিন্তাত, ক্ৰমবৰ্ধমান মানসিক উত্তেজনাত হঠাৎ মুক্ত হৈ পৰা অৱস্থাত আৰু ধীৰে ধীৰে ধাৰণা আৰু বিচাৰণাৰদ্বাৰা বিস্তৃত ঘটনাৱলীৰ ওপৰত প্ৰভুত্ব স্থাপন কৰাত এই স্বজ্ঞা সক্ৰিয়। যিকোনো বস্তুৰ ক্ৰিয়াতে চিন্তাশীল মনৰ সক্ৰিয় অভিজ্ঞতা স্বজ্ঞাত আৰু বৌদ্ধিক, উভয়েই। (৬)

---

(৫) Pheadrus, Pp. 244.

(৬) তু/ক: হেনৰী পইনকাৰে—"যি ক্ষেত্ৰত দীঘলীয়া যোগ-বিয়োগ কৰিব-লগীয়া হয়, তাত আমি ধৰা-বন্ধা নিয়ম-কাৰণকে পালন কৰি চলিব লাগিব; এনে ফল অচেতন ক্ৰিয়াই দিব নোৱাৰে।............এনে অচেতন ক্ৰিয়াৰ যি ফল, সেই অনুপ্ৰেৰণাৰপৰা আমি মাত্ৰ আশা কৰিব পাৰোঁ৷ এই হিচাপ-নিকাচৰ ফলৰপৰা কোনো ক্ষেত্ৰত বিগমহে। এই হিচাপ-নিকাচবোৰ কৰিব লাগিব অনুপ্ৰেৰণাৰ পিচত অহা সচেতন ক্ৰিয়াৰ দ্বিতীয় পৰ্যায়ত; আৰু তাত অনুপ্ৰেৰণালব্ধ ফলৰ প্ৰমাণ কৰা

আমি এতিয়া তেনেহ'লে বুজিব পাৰিছোঁ, প্ৰাচীন লোকসকলে সমগ্ৰ দৰ্শনক অভিজ্ঞতাৰ অন্তৰ্দৃষ্টি বা দৰ্শন বোলাৰ কি যুক্তি আছিল। ইয়াক অকল অতি উচ্চ পৰ্যায়ত অমূৰ্তক ধাৰণাক সংগঠিত কৰা বৌদ্ধিক শৃঙ্খলা বিশেষ বুলি ভুল কৰিলে জীৱনৰ লগত বিচ্ছিন্ন কৰি পেলোৱা হ'ব। অৱশ্যে যদিও কোনো দাৰ্শনিকৰ চিন্তা তেওঁৰ মনৰ কামনা–বাসনাৰদ্বাৰা বিচলিত হ'বলৈ দিয়াটো অনুচিত, তথাপি এইটোও ঠিক যে যিজনৰ যুক্তিৰ অতীত ফালটো বিশেষভাৱে পুষ্ট হোৱা নাই তেওঁ দাৰ্শনিক হ'বও নোৱাৰে। এসময়ত দাৰ্শনিকসকল যেনে প্ৰভাৱশালী আছিল আজিৰ যুগত তেনে নোহোৱাৰ ই ও এটা কাৰণ যে তেওঁলোকে আজিকালি এনে কিছুমান দুৰ্বোধ্য সমস্যাৰ বিশেষ অধ্যয়ন কৰে যে সাধাৰণ মানুহৰ সি বোধৰ অতীত। তেওঁ-লোকে যৌক্তিক বিশ্লেষণৰ আহিলাৰে অমূৰ্তক ধাৰণাসমূহ প্ৰকাশ কৰিবলৈ বিচাৰে। দৰ্শন এসময়ত জ্ঞানৰ সাধনা আছিল, আজি সি হৈ পৰিছে এটি বিশেষ প্ৰযুক্তি বা কলা-কৌশল মাথোন। দৰ্শন যদিও চিন্তাধাৰাৰ এক প্ৰবাহ বিশেষ, তথাপি ই সংগঠিত কৰিবলৈ লোৱা অভিজ্ঞতাসমূহ চহকী আৰু পৰ্যাপ্ত হ'ব লাগিব। দাৰ্শনিকৰ দৃষ্টি হ'ল এই অভিজ্ঞতাৰ জগতখনৰ প্ৰকৃতিৰ প্ৰতি তেওঁৰ সমগ্ৰ ব্যক্তিত্বৰ এটি প্ৰতি-ক্ৰিয়া। প্ৰাচীন দৰ্শনসমূহৰ ভিতৰত এই বিশ্বজগতৰ বিশালতা আৰু আত্মাৰ গভীৰ ৰহস্যৰ প্ৰতি যথোপযুক্ত দৃষ্টি আছিল। দৰ্শনৰ ক্ষেত্ৰত সত্যক অৱধাৰণ কৰিবৰ কাৰণে মাত্ৰ বৌদ্ধিক গুণ থাকিলেই হ'ল বুলি ভবাটো ভুল। যিসকলৰ জীৱন অতি গভীৰ আৰু সম্পদশালী, তেওঁলোকেহে মানৱ জাতিৰ কাৰণে এই জগতত থকা তাৎপৰ্যপূৰ্ণ প্ৰকৃত সমগ্ৰতাৰ ওপৰত জ্যোতি বিকিৰণ কৰিব পাৰে।

## স্বজ্ঞা আৰু কলাৰ ফল

সকলো কলাই কোনো মাধ্যমৰ জৰিয়তে কৰা অভিজ্ঞতাৰ প্ৰকাশ মাথোন। এই অভিজ্ঞতাসমূহক এনে ৰূপ দিয়া হয়, যাতে সিহঁতে ইন্দ্ৰিয়ৰ জৰিয়তে আমাৰ অনুভূতিক আকৰ্ষণ কৰে। ভাস্কৰ্যৰ মাধ্যম হ'ল শিল আৰু মাৰ্বল, চিত্ৰকলাৰ ৰং, সঙ্গীতৰ ধ্বনি আৰু কাব্যৰ শব্দ। কোনো কোনো ক্ষেত্ৰত অভিজ্ঞতা আৰু মাধ্যমৰ মাজত সম্বন্ধ নিচেই ওচৰ, কোনো ক্ষেত্ৰত আকৌ দূৰ; যেনে কবিতাত সঙ্গীতত্তকৈ, চিত্ৰকলাত ভাস্কৰ্যতকৈ ওচৰ। কলাৰ জৰিয়তে দৰ্শক বা শ্ৰোতাৰ অন্তৰত অভিজ্ঞতাই

---

হয় আৰু তাৰপৰা লাভ কৰিব পৰা প্ৰতিফল আহৰণ কৰা হয়।" *Science and Method E.T.* (1913) *Pp.*62–63.

নতুনকৈ উজ্জীৱিত হৈ উঠে। এই ৰসগ্ৰাহীজন সৃষ্টিকাৰৰ মনৰ গোপন অংশী-দাৰ হৈ পৰে।

কেতিয়াবা কেতিয়াবা কলাসুলভ অভিজ্ঞতাক ভ্ৰমাত্মক বুলি বা ই বুদ্ধিয়ে আবিষ্কাৰ কৰিব পৰা ক্ৰিয়াৰপৰাই উৎপত্তি বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰা হয়। আমি সকলোৱে জনা শ্ৰেষ্ঠ কলা-কাব্যৰ ক্ষেত্ৰতেই আবদ্ধ ৰাখি নতুন বিজ্ঞানে কৰা ইঙ্গিতসমূহ পৰীক্ষা কৰি চাব পাৰোঁ। নৃতত্ত্বই কাব্যক লয়যুক্ত গীত বুলিছে। ছন্দে, লয়ে শ্বাস-প্ৰশ্বাসক সহায় কৰে। সেই কাৰণে কাব্য আৰু গীতে ইয়াক ব্যৱহাৰ কৰে। আমি যেতিয়া উত্তেজিত বচন লয়ত প্ৰকাশ কৰোঁ, তেতিয়া আমি পাওঁ সঙ্গীত। মনঃসমীক্ষণে কয় যে, কলা আমাৰ ইন্দ্ৰিয় প্ৰবৃত্তিৰ অচেতন আৰু প্ৰতীক-মূলক প্ৰকাশ। (৭) কবিতাক কেতিয়াবা পৰিবেশৰ প্ৰতিক্ৰিয়া মাথোন বুলিও কোৱা হয়। ঐতিহাসিক ঘটনাসমূহৰদ্বাৰা সহজে ইয়াক কৰিব পাৰি। উৎপত্তি স্থলৰ বৰ্ণনা দিলেই অৱশ্যে কোনো বস্তু এটাৰ ব্যাখ্যা কৰা নহয়। উৎপত্তিৰ কথাই আমাক কলাৰ বিকাৰতত্ত্ব আৰু ইয়াৰ অকৃতকাৰ্যতা সম্বন্ধে বুজাত সহায় কৰিব পাৰে; কিন্তু কলাৰ স্বাভাৱিক সৃষ্টি-ধৰ্ম সম্বন্ধে ই বুজাব নোৱাৰে। আমি সকলো কলাৰে যদি অকল লয়, যৌনতত্ত্ব বা পৰিবেশৰপৰাই উৎপত্তি বুলি ধৰিব খোজোঁ, তেনেহ'লে দেখোন আমি বীথ'বেন আৰু কাঁহৰ তাল বজোৱা ভিক্ষাৰী গায়ক এজনৰ মাজত, চেক্সপীয়েৰ আৰু চতুৰ অস্নাতক পদ্য-লেখক এজনৰ মাজত কোনো প্ৰভে-দকে কৰিব নোৱাৰিম। এই সকলোবোৰ কোৱা-মেলাৰ পিচত আমি এটা কথা ক'ব পাৰোঁ যে কলা যেন এটি হঠাৎ ঘটি উঠা ক্ৰিয়া, আৰু ই নিৰ্ভৰ কৰে অৱস্থা-সমূহক আমি কেনেকৈ ব্যৱহাৰ কৰোঁ তাৰ ওপৰত, অৱস্থাসমূহে আমাক কি কৰে তাৰ ওপৰত নহয়। কলাশিল্পীজনৰ প্ৰতিভাইহে ইয়াত প্ৰধান নিৰ্ণায়ক। তেওঁ যেনে প্ৰকৃতিৰ অভিজ্ঞতা লাভ কৰে আৰু তেওঁৰ শিল্পকলাৰ মাজেৰে কেনে প্ৰতিভাৰে আনৰ ওচৰত দাঙি ধৰিব পাৰে, তাকেহে বাখ্যা কৰাৰ প্ৰয়োজন; এই বিভিন্ন নতুন নতুন মতবাদবোৰে উৎপত্তি আৰু অৱস্থাসমূহক ফলাফলৰ লগত মিহলাই বিমোৰত পেলায়, সেইবোৰে কেন্দ্ৰস্থ কথাটো ধৰিবগৈ নোৱাৰে।

## কাব্য

বৈজ্ঞানিকৰ কোনো নীতি বা নিয়মৰ আবিষ্কাৰৰ পৰিপূৰক দিকটো হ'ল কলাকাৰৰ অভিজ্ঞতা বা দৰ্শন। এই সৃজনধৰ্মী অভিজ্ঞতা বা দৰ্শনৰ হেতু ক'ত?—

(৭) See Roger Fry: *The Artist and Psycho-analysis* (1924).

বাসনা, কল্পনা, ইন্দ্ৰিয়ানুভূতি বা চিন্তা, নে এই সকলোকে সামৰি লোৱা আন কিবা, যি ইয়াকো অতিক্ৰমি যায়? কাব্যিক অভিজ্ঞতাত আমি যি জ্ঞান লাভ কৰোঁ, সি তন্ময়ী হৈ পোৱা জ্ঞান; আৰু সিজনাৰপৰা লাভ কৰা জ্ঞানতকৈ পৃথক। মনটোৱে বস্তুটোৰ সমগ্ৰতাক আঁকোৱালি ধৰে, ইয়াক বুকুৰ মাজত সুমুৱাই লয় আৰু ইয়াত নিজৰ আত্মাৰ বোল বিলাই দিয়ে, আৰু তাৰে সৈতে একে হৈ পৰে। কীট্‌চে লিখিছিল, "ঘনচিৰিকা এটাও যদি আহি মোৰ খিৰিকীত পৰেহি, মই ইয়াৰ সত্তাৰ ভাগ লওঁ আৰু চোতালত খুঁটিয়াই ফুৰোঁ।" এনে ক্ষেত্ৰত ব্যক্তিত্বক ইচ্ছাকৃতভাৱে ৰোধ কৰি ৰখা হয়; সম্পূৰ্ণভাৱে সত্যটোৰ ওচৰত শৰণাপন্ন হয়। বিষয় ঠিক যেনে আছে তাৰ লগত সম্পূৰ্ণভাৱে নিমজ্জিত হৈ যায়, আৰু তেতিয়া যেন তাৰেই জীৱনৰ শ্বাস-প্ৰশ্বাস লৈ, তাৰেই ৰূপ ধাৰণ কৰে। বায়ৰণৰ কথাত ক'ব লাগিলে, "অন্তৰ আত্মা আৰু ইন্দ্ৰিয় তেতিয়া একে অভিমুখে গতি কৰে," ব্যক্তি তেতিয়া বিষয়ত সম্পূৰ্ণভাৱে নিমজ্জিত হৈ যায় আৰু তাৰ লয়তেই জীৱন যাপন কৰি তাৰ অন্তৰৰ সমস্বৰ শুনিবলৈ পায়। সেই অধিচৈতন্য অৱস্থাত বিষয় আৰু বিষয়ী পৰস্পৰ সলনি কৰিব পৰা হয় আৰু ব্লেকে কোৱাৰ দৰে, "আমি যি দেখোঁ সেয়ে হৈ পৰোঁ।" ওৱৰ্ড্‌সওৱৰ্থে তেওঁৰ 'Ode on The Intimations of Immortality'ৰ এটি টোকাত লিখিছে: "মই প্ৰায়ে বাহিৰৰ বস্তুসমূহৰ কিবা বাহ্যিক স্থিতি আছে বুলি ভাবিবই নোৱৰা হৈ পৰিছিলোঁ আৰু মই যিহকে দেখিছিলোঁ তাৰেই লগত যেন সংযোগ স্থাপন কৰিছিলোঁ, মোতকৈ বেলেগ কিবা এটা বুলি নহয়, মোৰ এই অশৰীৰী প্ৰকৃতিৰ ভিতৰত নিহিত কিবা এটাৰ বুলিহে।" বিষয়টো যেন কিবা এটি আচৰিত পোহৰেৰে আবৃত হৈ পৰে, নিজক কিবা এটি বিশেষ ৰূপত প্ৰকাশ কৰি তোলে ভাবৰ এটি বাস্তৱ চিত্ৰৰ ৰূপত, "ঈশ্বৰৰ ইচ্ছাৰ বিশুদ্ধ সাৰবত্তাত।" (৮) ইন্দ্ৰিয়গ্ৰাহ্য জগতৰ সীমাহীন বৈচিত্ৰ্য এক অদৃশ্য আদৰ্শ জগতৰ প্ৰতীক-স্বৰূপ হৈ পৰে, সি যেন ইয়াৰ পটভূমিত আৰু ভিতৰত নিহিত থাকি ইয়াকো আৰু ইয়াক দৰ্শন কৰা মনকো ৰক্ষা কৰি থাকে। কবিৰ লক্ষ্য সম্বন্ধে ব্ৰাউনিঙে তেওঁৰ 'Essay on Shelley' কিতাপত লিখিছে, "মানুহে দেখা বস্তু নহয়, ঈশ্বৰে দেখা বস্তু—প্লেটোৰ আইদিয়া, সৃষ্টিৰ বীজ জ্বলি আছে ঈশ্বৰৰ হাতত, আৰু তেওঁ ইয়াকে পাবলৈকে প্ৰযত্ন কৰে।" আচল জগতখনে পুনৰ্জন্ম লাভ কৰে আৰু ইয়াৰ প্ৰকৃত সত্তা বিকশিত কৰি তোলে। ই সেই পুৰণি জগতখনেই, অথচ নতুন। আমি আমাৰ ইন্দ্ৰিয় শক্তি প্ৰয়োগ কৰোঁ ইয়াৰ বাহ্যিক মিলসমূহ ধৰা পেলাবলৈ; আমি আমাৰ বুদ্ধিৰ সামৰ্থ্যক প্ৰয়োগ কৰোঁ ইহতৰ পাৰম্পৰিক যৌক্তিক সম্বন্ধ বুজিবৰ বাবে। কিন্তু বস্তুৰ আত্মাক বুজিবলৈ হ'লে প্ৰয়োজন আত্মাৰ শক্তিৰ। মানৱাত্মা

(৮) Bridges: *The Testament of Beauty* (1929) II.32.

যেনে গভীৰ আৰু সত্য বস্তুসমূহত যি সত্য ই উপলব্ধি কৰে, সিও তেনে সত্য। যেতিয়ালৈকে আমি কেৱল ইয়াৰ ইন্দ্ৰিয় আৰু বুদ্ধিগ্ৰাহ্য বিৱৰণীত নিজে বিলুপ্ত হৈ থাকোঁ তেতিয়ালৈকে আমাৰ আত্মা নিষ্ক্ৰিয় হৈ থাকে।

কিন্তু যেতিয়া—

"সুপ্ত হৈ পৰে
দেহ, আৰু হওঁ আমি বিমুক্ত আতমা,
সম্যক শক্তিৰে কৰা শান্ত নয়নেৰে
আৰু আনন্দৰ গভীৰ শক্তিৰে
দেখোঁ আমি বস্তুত থকা নিহিত জীৱন।"

ঠিক তেতিয়া আমি গতি কৰোঁ সেই বিষয়লৈ, জাপ দি পৰোঁ তাৰ ওপৰত, বাস কৰোঁ তাৰ ছন্দত আৰু দেখা হওঁ তাৰ ভিতৰেদি, বাস্তৱ বস্তু হওক বা কোনো তত্ত্বৰ ধাৰণা হওক, সাময়িক ধাৰণা হওক বা কোনো বিশেষ ব্যক্তি হওক, বিষয়ী যেয়ে হওক, যিহলৈকে আমাৰ সকলো শক্তি নিক্ষেপ কৰা হয়, কবিয়ে তেওঁৰ সমগ্ৰ সত্তা এই চিন্তিত বিস্ময়কৰ কেন্দ্ৰত স্থাপন কৰি লয আৰু তাৰ ভিতৰৰপৰা ক্ৰমে বাহিৰলৈ সমগ্ৰ প্ৰকৃতি উপলব্ধি কৰিবলৈ ধৰে। কাব্য হ'ল তেনেহ'লে জীৱনৰ এটি ৰূপ, সাধাৰণ জীৱন অতি গভীৰভাৱে যাপন কৰি উপলব্ধি কৰা তাৰ অৰ্থ। ই পৰিপূৰ্ণ প্ৰকৃতি, জীৱনৰ দৰেই ই আঙ্গিক সত্তা। ই জীৱন, বচন-বিকশিত। ই সম্পূৰ্ণ স্বতঃস্ফূৰ্ত। কবিৰ বিষয়ে কীট্‌চে কৈছে, "যদি গছত পাত অহা দি স্বাভাৱিকভাৱে কবিলৈকো কাব্য নাহে, তেনেহ'লে ই নহাই ভাল।" কলাৰ ক্ৰিয়া জীৱন প্ৰক্ৰিয়াৰ স্ফটিকীকৰণ। ই সৃষ্টিশীল সাধনা। ই আত্মাৰ পৰিশ্ৰমৰ প্ৰক্ৰিয়া বিশেষ। মন যেন থাকে গৰ্ভস্থ হৈ আৰু ই সঞ্জীৱনী লাভ কৰে সমগ্ৰ সত্তাৰপৰা। বৌদ্ধিক বৃত্তিসমূহেও তাত কাম কৰি থাকে, কিন্তু সৃষ্টিশীল জীৱন ধৰ্মৰদ্বাৰা সিহঁত আচ্ছাদিত হৈ থাকে। জগতৰ দুখ-যন্ত্ৰণা আৰু অভিজ্ঞতাৰদ্বাৰা ঐশ্বৰ্যশালী প্ৰকৃত কাব্যৰ মাজত জীৱনৰ পৰিপূৰ্ণতা আৰু ৰহস্য আছে, গভীৰতা আৰু কৰ্তৃত্ব আছে। কবিয়ে মাথোন ইয়াক অতি গভীৰভাৱে দেখে বুলিয়েই তেওঁ তেওঁৰ অনুভূতি আৰু বিচাৰ আমালৈ আগবঢ়াব পাৰে। (৯)

**সৃজনশীল আত্মা তাৰ ক্ৰিয়া-সচেতন মনৰ লগত ইমান বেলেগ যে সি পিচৰটোৱে নিজকে আত্মাৰ সঞ্চালনৰদ্বাৰা অনুপ্ৰাণিত বুলি ভাবে আৰু প্ৰাণৰ**

---

**(৯) কাৰ্লাইলে সুধিছে: "কাব্যিক সৃষ্টি কি?—বস্তুটোক সম্পূৰ্ণভাৱে দেখাই, নহয় জানো?" আৰু লিখিছে—"যি কথাৰে বস্তুটোৰ বৰ্ণনা দিয়া হয়, সেই কথাও উদ্ভূত হয় সেই বস্তুটোৰপৰাই, তাক গভীৰ আৰু স্পষ্টভাৱে কৰা দৃষ্টিৰ ফল স্বৰূপে।" (*On Heroes*, III)**

সঞ্চালনৰদ্বাৰা ইয়াৰ স্বাভাৱিক শক্তিৰ ওপৰত অধিষ্ঠিত হোৱা বুলি অনুভৱ কৰে। অনুপ্ৰাণিত আত্মাই চৈতন্যৰ এনে গভীৰতাৰপৰা কথা কয় যে সেই চৈতন্যই সসীমৰ সীমা অতিক্ৰম কৰি যায় আৰু এনে কৰ্তৃত্বৰ দাবী কৰিব পাৰে, যিটো দান কৰাটো সাধাৰণ ব্যক্তিৰ পক্ষে সাধ্যাতীত। তেওঁলোকে ঠিক চিন্তা নকৰে, চিন্তা আপোনা-আপুনি তেওঁলোকলৈ আহে। কবিয়ে বিশ্বাস কৰে যে তেওঁৰ ৰচনা কোনো বৌদ্ধিক পাৰদৰ্শিতা বা কল্পনাৰ দৃঢ়তাৰপৰা অহা নহয়, ই তেওঁৰ মতে অনুপ্ৰেৰণাৰ বস্তু। কবিৰ জীৱনলৈ ই কেতিয়াবা আহে আৰু তেওঁৰ ইচ্ছা সত্ত্বেও ই আঁতৰি যায়; সেই কাৰণে কবিয়ে ভাবে, ইয়াৰ উৎস কোনো চৈতন্য শক্তিতকৈ অচেতন শক্তিহে। (৯) প্ৰাচীন হিন্দু আৰু গ্ৰীকসকলৰ মতে কাব্যৰ অনুশীলন আছিল এটি ধাৰ্মিক ক্ৰিয়া। কবিয়ে সেই দেখি প্ৰথমতে বাগ্‌দেৱীক আৱাহন কৰি প্ৰাৰ্থনাৰে কাব্য আৰম্ভ কৰিছিল। ই সদায় আছিল ডেমন আৰু চাইকীৰ মাজৰ কথোপকথন। বেদৰ মন্ত্ৰ ৰচকসকলে নিজকে তেওঁলোকে জনাসকলতকৈও মহৎ কাৰোবাৰ স্ৰোত বুলি, তেওঁলোকতকৈ উচ্চ আত্মাৰ যন্ত্ৰবিশেষ বুলি ভাবিছিল। তেওঁলোকে বিষয়বস্তু সৃষ্টি নকৰিছিল, তেওঁলোকৰ গভীৰতা অন্তৰ্দৃষ্টিৰ মুহূৰ্তত তাক মাত্ৰ ধ্যান কৰিছিল। প্লেটোৱে তেওঁৰ Symposium-ত ঠিক এনে ধাৰণা মতকেই দাঙি ধৰিছে। এৰিষ্টটোলে কৈছে যে কবি হয় "প্ৰকৃতিদত্ত গুণসম্পন্ন," নহয় "অলপ উন্মত্ত।" "মই তোমাক যি কথা কৈছোঁ, সেইবোৰ মোৰ নহয়, কিন্তু যি পিতৃয়ে মোক ইয়ালৈ পঠিয়াইছে তেওঁৰহে।" ডান্টেই কৈছে, "মই যেতিয়া প্ৰেমৰদ্বাৰা অনুপ্ৰাণিত হৈ পৰোঁ তেতিয়া মই টোকা লওঁ আৰু যেতিয়া মোৰ অন্তৰৰ ভিতৰত আদেশ হয়, মই তেতিয়া নিজক প্ৰকাশ কৰোঁ।" (১০) পেৰেদাইজ লষ্টৰ শান্ত সৌম্য আৰ-

---

(৯) "ক'ৰবাৰপৰা মন্দাকিনী ধাৰে বৈ অহা এটা জ্যোতি বা এটি উদ্দীপনা শক্তি তেওঁলোকৰ ওপৰত পৰাৰ কথা তেওঁলোকৰ মনত পৰে; ই হয়তো আহে জীৱিত বা মৃত কোনোবাৰ চিন্তা বা উপস্থিতিৰপৰা বা প্ৰকৃতিৰ লগত যোগাযোগৰ-পৰা বা নিজস্ব আনন্দৰ চৰম স্তৰৰপৰা নাইবা অবুজ দুখৰ গভীৰতাৰপৰা: এই মুহূৰ্তকে তেওঁলোকে ভাবে অনুপ্ৰাণিত বুলি।" (A. C. Bradley : *A Miscellany* (1929) Pp.226.)

(১০) *Purgatario, Canto XIV, Graham Wallas*ৰ *The Art of Thought* (1926)ত উদ্ধৃত জৰ্জ ইলিয়টে কৈছিল যে, "তেওঁ যিবোৰ তেওঁৰ শ্ৰেষ্ঠ ৰচনা বুলি ভাবে, তাত কোনোবাই তেওঁক অধিকাৰ কৰি লোৱা গৰাকী নিশ্চয় তেওঁ নাছিল; তেওঁৰ নিজৰ ব্যক্তিত্ব সম্পূৰ্ণ যেন এই দেৱদূতৰ যন্ত্ৰস্বৰূপ হৈ পৰিছিল, সেই দেৱদূতেহে যেন কাম কৰি গৈছিল।" *Cross : Life of George Eliot,*

শুনিব পাৰীটো হ'ল, "গোৰঁা সৰগীয়া গীত।" মিল্টনে, "সৰগীয়া অধিকাৰিণী" এগৰাকীৰ কথা কৈছে, যি

"নামি আহি
দেখা দিয়ে নিশা বেলা বিনা আৱেদনে
আৰু নিদ্ৰালস মোক কৈ যায় কথা ; নতু প্ৰেৰণাৰে
অকল্পিত কাব্যধাৰা মোৰ সহজে প্ৰকাশে।"(১১)

কাব্যিক অভিজ্ঞতা অত্যন্ত অস্থায়ী। কাৰণ, আকৌ ওৰণি টানি দিয়া হয় আৰু উদ্দীপ্ত মনৰ অৱস্থা আঁতৰি যায়। কবিয়ে এই অনিৰ্বচনীয় অভিজ্ঞতাক শব্দত ৰূপান্তৰিত কৰিবৰ চেষ্টা কৰে। যদিও কাব্য থাকে আতমাত, কবিতা মাত্ৰ সেই মূলৰ দুৰ্বল প্ৰতিচ্ছবিহে, স্মৃতিৰ ফলকত থকা প্ৰতিমাৰ ছাপ এটা মাত্ৰ ভাষাৰে প্ৰকাশ কৰাৰ চেষ্টাহে। তাত এনে কিবা এটি আছে যি অননুৰূপ, যি ভাষাৰ প্ৰকাশ এৰাই ফুৰে। কাব্যিক অনুভূতি আমাৰ সকলোৰে আছে ; কিন্তু দুই-এজনেহে তাৰ চৰ্চা কৰে। কবিৰ এনে গুণ আছে, অৱশ্যে অতি কম সংখ্যক কবিৰ, যাৰ ফলত ওজস্বী ভাষাৰ সহায়েৰে তেওঁলোকে অভিজ্ঞতা প্ৰকাশ কৰিব পাৰে। আত্মাৰ অৱস্থা শব্দ আৰু ছবিলৈ ৰূপান্তৰিত কৰা অতি টান। কোনো এক প্ৰকাৰৰ অভিজ্ঞতা আন এক প্ৰকাৰৰ ভাষাত ৰূপান্তৰ কৰিব পৰা ক্ষমতাৰে কলাৰ কৃতকাৰ্যতা জোখা হয়। ক্ৰিয়াশৈলীৰ উপযুক্ত অধিকাৰ অৱশ্যে ইয়াৰ বাবে প্ৰয়োজন। ৰচনা কৰা কালতো কবি এনে মানসিক অৱস্থাত থাকে যে সেই সময়তো তেওঁৰ চিন্তাধৰ্ম স্বজ্ঞাৰ বশৱৰ্তী হৈয়ে থাকে। অৱশ্যে যেতিয়ালৈকে কবিৰ দৃষ্টি চলি থাকে, তেতিয়ালৈকে ই ক্ৰিয়াশীল নহয় ; ইয়াৰ বাবে প্ৰয়োজনীয় একাগ্ৰতাই প্ৰকাশত বাধক স্বৰূপে কাম কৰে। এই অভিজ্ঞতা স্মৰণ কৰা হয় ; কিন্তু শান্ত বা সুস্থ অৱস্থাত নহয়। কবিতা হ'ল উত্তেজনাৰ ভাষা ; কাৰণ, উত্তেজিত অভিজ্ঞতা স্মৰণ কৰোঁতে কবিয়ে তাৰ ঘটনাৰ অৱস্থাসমূহ পুনৰ সৃষ্টি কৰি লয় আৰু নিজক তাৰ লগত এক কৰি মিলাই দিয়ে। অভিজ্ঞতাৰ সেই মায়াজাল কবিৰ তেতিয়াও থাকে। আৰু তেতিয়া তাৰ প্ৰভাৱত তেওঁ যি স্বজ্ঞাত শব্দ আৰু চিত্ৰৰ প্ৰয়োগ কৰে তাত থাকে যৌক্তিক অৰ্থতকৈ আবেগসুলভ মূল্য বেছি। কবিতা যদিও কবিৰ দৃষ্ট দৃশ্যই নহয়, তাঁৰ মাথোন চিত্ৰ এটিহে, তথাপি ই সেই দৃশ্য আমাৰ মনত কিমান দূৰ উদ্ৰেক কৰি তুলিব পাৰে, তাৰ ওপৰতে ইয়াৰ গুণ নিৰ্ভৰ কৰে।

কবিৰ এনে অভিজ্ঞতা আৰু প্ৰকাশৰ কথা ক্ৰোচেৰ স্বজ্ঞা আৰু প্ৰকাশৰ ঐক্যবোধৰ মত-বিৰোধী যেন লাগে। তেওঁলোকৰ বাবে ই "এটা সাধাৰণ জ্ঞানৰ

(১১) *Paradise Lost, Book* IX.11.21-24.

নীতি মাত্র, যাৰ ফলত যি লোকে ভাব থকা বুলি কয় অথচ প্রকাশ কৰিব নোৱাৰে বা এখন ছবিৰ কল্পনা কৰে অথচ তাক আঁকিব নোৱাৰে, তেওঁলোকক হাঁহে।"(১২) আমি যদিও স্বজ্ঞাক প্রকাশৰপৰা বেলেগ কৰিব নোৱাৰোঁ, তথাপি এইটো ক'ব পাৰি যে সাধাৰণ মানুহৰ কাৰণে অভিজ্ঞতা আৰু তাৰ প্রকাশৰ মাজত যে অনিৰ্বচনীয়তাৰ ব্যৱধান আছে, তাক ক্রোচেৰ মতবাদে লক্ষ্য কৰা নাই। যি মুহূর্ততে কবিৰ স্বজ্ঞা বা অভিজ্ঞতা লাভ হয়, অৰ্থাৎ অভিজ্ঞতা স্পষ্টভাৱে অনুভৱ কৰে, স্বজ্ঞা তেতিয়াই নিৰ্ভুলভাৱে জ্ঞাত হয়, ইয়াৰ প্রকাশ বা ৰূপো তাত নিহিত থাকে। কাৰণ, শুদ্ধ নিৰাকাৰস্বক জানিবও নোৱাৰি বা ধাৰণা কৰিবও নোৱাৰি। অভিজ্ঞতাটোতেই আকাৰ বা ৰূপ থাকে। কিন্তু মহৎ কবিসকলেহে উৰণীয়া ৰহস্যময় আৰু আনতো অভিজ্ঞতা উদ্রেক কৰিব পৰা ভাষাৰে নিজৰ অভিজ্ঞতা প্রকাশ কৰিব পাৰে। যি শব্দ আৰু চাঁচেৰে এই অভিজ্ঞতাক ৰূপ দিয়া হয় সিয়েই অভিজ্ঞতাৰ সম্পূর্ণ ৰূপ প্রকাশ কৰে। অভিজ্ঞতাটোত প্রকাশ মাত্র নিহিত থাকে। কবিয়ে যিমানদূৰ এই অভিজ্ঞতা সম্বন্ধে সচেতন, তেওঁৰ প্রকাশো ঠিক তিমান দূৰলৈকে সম্পূর্ণ বুলি ক'ব পাৰি, অৱশ্যে এইটো ঠিক যে তাঁৰ ভাষিক প্রতিৰূপ ইযাতে পূর্ণ নহয়। কলাকুশল যোগাযোগৰ সমস্যাটো ক্রোচেই আওহেলা কৰা যেন লাগে।

কবি আৰু অকবিৰ মাজত প্রভেদ এয়ে যে কবিৰ অভিজ্ঞতাৰ পৰিসৰ বহুল আৰু ভাষিক আধিপত্যও অধিক। কিছুমান মানুহ আছে, তেওঁলোকে যান্ত্রিকে যন্ত্রৰ কথা কোৱাৰ দৰে কবিতাৰ বিষয়েও কয়। আমি কোনো কাম কৰিলে তাৰপৰা নিশ্চয় কিছুমান ফল হ'ব। যন্ত্র বিদ্যাতকৈ তেনেহ'লে কবিতাত অধিক কোনো ৰহস্য নাই। আমি কেৱল ব্যৱসায়ৰ দুই-এটি কৌশল খটুৱালেই কবিতা পাব পাৰোঁ। কবিতাক এনেকৈ কৌশল বিশেষলৈ পতিত কৰা হৈছে। কিন্তু অনুপ্রেৰণাহীন কৌশল বন্ধ্যা। বৌদ্ধিক শক্তি, ইন্দ্রিয়গ্রাহ্য ঘটনা, কাল্পনিক মূর্তি আদি চতুৰ পদ্য-ৰচনা পূৰণি বিষয়-বস্তুৰ পূৰণ বা বৃত্তি কৰা পদ আদিত থাকিব পাৰে। কিন্তু সেই-বোৰ হ'ল তৈয়াৰী কবিতা। তাত নিৰ্ভৰ কৰাসকল ছন্দৰ পৰিকল্পকহে, কবি নহয়। তেওঁলোকে আমাক সৰু-সুৰা কল্পনাৰ ছন্দেৰে আমোদ দিব পাৰে; কিন্তু অন্তৰ্নিহিত গুণ দিব পৰা দ্রষ্টাসকলেহে আমাক পুলকিত কৰিব পাৰে। কবি বিচৰণ কৰা ক্ষেত্ৰত গুণৰ তাৰতম্যই যে আছে এনে নহয়, তাৰ উৎসৰ প্রকাৰ ভেদো থাকে। প্রকৃত কাব্যত এনে অভিজ্ঞতাৰ পক্কতা, মনৰ বিশালতা আৰু আত্মাৰ স্পর্শ আছে যে অকল ওপৰে ওপৰে ফুৰাসকলে তাক ধৰিব নোৱাৰে। আমি কবিতাৰ মূল্যাঙ্কন কৰোঁ, বাস্তৱক্ষেত্রত ই কিমান দলৈ শিপাব পাৰিছে তাৰদ্বাৰা। যি কবিতা

(১২) "*Aesthetics*", *Encyclopaedia Britannica*, 14th. Ed. (1920), Vol. I. Pp. 266.

আত্মাৰপৰা নিঃসৃত হৈ ওলাই অহাৰ লগে লগে গৌৰৱৰ মেঘপুঞ্জ আকৰ্ষণ কৰি লৈ আহে, সেই কবিতাই আমাৰ অন্তৰত স্পন্দন তুলিব আৰু চকু উদ্দীপ্ত কৰি তুলিব পাৰে। প্লেটোৱে ক্ষণজন্মা পুৰুষক বাগেদৱীৰদ্বাৰা অনুপ্ৰাণিত উন্মত্ত মানুহ বুলি কৈছে আৰু ভাষা-কলাৰ কছৰৎ কৰা শিক্ষা নবীছুতকৈ বেলেগ বুলি দেখুৱাইছে। তেওঁ কৈছে, আগৰ বিধৰ লগত পিচৰ বিধৰ কোনো স্থান নাই। "যাৰ অন্তৰাত্মাত বাগেদৱীৰ উন্মাদনাৰ পৰশ নাই, তেওঁলোকে দুৱাৰমুখলৈ আহি ভাবে যে তেওঁলোকে কলাৰ সহায়তে মন্দিৰ প্ৰৱেশ কৰিব; কিন্তু মই কওঁ, তেওঁ আৰু তেওঁৰ কবিতাই তাত প্ৰৱেশ-অধিকাৰ নাপায়; জ্ঞানী মানুহে যেতিয়া উন্মত্ত লোকৰ লগত বিৰোধ কৰিবলৈ ধৰে, তেতিয়া তেওঁৰ কোনো স্থান নোহোৱা হয়।"(১৩) কোলেৰীজে তেওঁৰ 'Table Talk'অৰ আৰম্ভণিতেই কলাকাৰ আৰু শিল্পকাৰৰ মূলগত প্ৰভেদ পৰিষ্কাৰ কৰি দেখুৱাইছে। ভয়ৰ অনুভূতি সঞ্চাৰ কৰিবৰ কাৰণে শ্চীলাৰে গোটেই নগৰ এখনকে জুই জলাই দি শিশুবিলাকক সেই জুইলৈ দলিয়াই দিছে আৰু বুঢ়াবিলাকক পুৰণি দুৰ্গসমূহত ভৰাই বাহিৰৰপৰা বন্ধ কৰি থৈছে। চেক্সপীয়েৰে মাথোন ৰুমাল এখন পেলাই দিয়েই আমাৰ তেজ গোট মৰাই দিছে। কিন্তু কবিয়ে অন্তৰৰ গভীৰ স্তৰৰপৰা কথা নক'লে তেওঁ আনৰ অন্তঃস্থল স্পৰ্শ কৰিব নোৱাৰে। কাৰ্‌লাইলে যেতিয়া ফৰাচী বিপ্লৱৰ পাণ্ডুলিপি তেওঁৰ পৰিবাৰৰ হাতত গটাই দিয়ে, তেতিয়া কৈছিল, "মই ক'ব নোৱাৰোঁ। এই কিতাপখনৰ কিবা মূল্য আছেনেকি, জগতে ইয়াৰে কি কৰিব বা কি নকৰিব বা একেবাৰে একোকে নকৰে (নকৰাটোৱেই আটাইতকৈ সম্ভৱ), মই ক'ব নোৱাৰোঁ। কিন্তু মই জগতক এই আমাৰ কথা ক'ব পাৰোঁ: আজি এশ বছৰৰ ভিতৰত কোনো জীৱন্ত মানুহৰ অন্তৰৰপৰা জুইৰ দৰে আৰু পোনপটীয়াকৈ ওলোৱা এনে কোনো কিতাপকে তোমালোকে পোৱা নাই।"(১৪)

মাজে মাজে এনে প্ৰশ্ন সোধা হয় যে কাব্যৰ শক্তি ক'ত ?—শব্দৰ ঝঙ্কাৰত নে তাৰে ব্যঞ্জিত চিত্ৰত নে ভাবৰ অভিব্যক্তিত। প্ৰত্যেকটো মতৰে যথেষ্ট শক্তিশালী সমৰ্থক আছে। কোনো কোনোৰ মতে কবিতা হ'ল "শ্ৰেষ্ঠ প্ৰণালীৰে প্ৰকাশিত শ্ৰেষ্ঠ শব্দসমূহ।" আমাৰ মনত যে শব্দৰ লয়ে বিশেষ এটি চিত্তাকৰ্ষক প্ৰেৰণা যোগায়, তাত কোনো সন্দেহ নাই। আমি কেতিয়াবা অৰ্থ বুজিব নোৱাৰিলেও তাৰ সঙ্গীতত সাঁতুৰি দিওঁ; সেইবুলি কবিতা অকল ধ্বনি মাত্ৰ আৰু তাত কোনো অৰ্থ নাথাকে, এনে অনুমান কৰাও ভুল হ'ব। আনহাতে আকৌ এইটোও সঁচা যে কবিতাত আমি কোনো জ্ঞান বা বাতৰি বিচাৰি নাযাওঁ। কলাৰ কাম হ'ল আমাৰ প্ৰাণ সঞ্জীৱিত কৰা,

(১৩) Phaedrus, Pp. 245.
(১৪) *Carlyle's Life*, Vol. I. Pp. 86.

আমাৰ প্ৰকৃতি মানৱীয় কৰা, জীৱন সংস্কাৰ কৰা আৰু আমাৰ মনত এনে গভীৰ তৃপ্তিৰ অৱস্থা সৃষ্টি কৰা যাতে সেয়ে ধীৰে ধীৰে আমাৰ জীৱনৰ সনাতন মনো ভাবত পৰিণত কৰেগৈ। জ্ঞানৰ জ্যোতিয়ে নিজৰ মৃদুতাৰ গুণেই নিজক আকৰ্ষণীয় কৰি তোলে। শিক্ষিত ইন্দ্ৰিয়বোধে অন্তৰ সত্তাৰ মাজত সোমাই যি সমন্বয় স্থাপন কৰে, সিও সত্য জ্ঞান। ভাষিক লয় বা ঝঙ্কাৰ আৰু যৌক্তিক অৰ্থ কাব্যত থাকে হয়, কিন্তু সেয়ে সকলো নহয়। ইয়াৰ প্ৰধান গুণ হ'ল আবেগৰ বোল (উচ্ছ্বাস), বাসনাৰ শক্তি, জীৱনৰ গভীৰতা, যিবিলাক প্ৰস্ফুটিত হৈ উঠে পুলকিত ধ্বনিত। চিন্তাবিহীন আবেগ মাত্ৰ উত্তেজনা বিশেষ। কিন্তু এই আবেগ নহ'লেও আকৌ কবিয়ে পাঠকক তেওঁৰ অভিজ্ঞতা গ্ৰহণ কৰিবৰ কাৰণে আগ্ৰহান্বিত কৰিব নোৱাৰে। এই অভিজ্ঞতা হ'ল একক ঘটনা, ইয়াৰ পুনৰাবৃত্তি নচলে। কবিতা মাত্ৰ তাৰ এটি স্মৃতি বা বৰ্ণনা। কিন্তু কবিৰ ভাষাই পাঠকৰ অন্তৰত এটি স্বাভাৱিক সহানুভূতি জগাই তুলিব লাগিব আৰু এনে এটি উচ্ছ্বসিত মনোভাব সৃষ্টি কৰিব লাগিব যাতে তাৰ ফলত পাঠকৰ অন্তৰত আপোনা-আপুনি সেই ভাবৰ বোধ উদয় হয়। পাঠকে নিজকে কবিৰ মানসিক অৱস্থাৰ লগত ধীৰে ধীৰে মিলাই দিব পাৰিব লাগিব, তেওঁ চাব লাগিব কবিৰ চকুৰে, অনুভৱ কৰিব লাগিব তেওঁৰেই অন্তৰেৰে আৰু বিচাৰ কৰিব লাগিব তেওঁৰেই মনেৰে। লক্ষণীয় কথা হ'ল ভাবৰ বিশালতা বা বিষয়-বস্তুৰ গুৰুত্ব নহয়, অভিজ্ঞতাৰ পৱিত্ৰতা আৰু গভীৰতাহে। কবিৰ মন অতি সূক্ষ্ম, তেওঁৰ অন্তৰত সুদূৰৰ সামান্য গুণগুণনিও ধ্বনিত হৈ উঠে। নিশাৰ মলয়া, প্ৰেমৰ কল্পনা, এপাহি ফুল বা এটি পাহৰি পেলোৱা স্মৃতি—যি বিষয়-বস্তুৰ কথাকে তেওঁ নকওক, তাৰ বিশেষ গুৰুত্ব নাই। তেওঁ স্বৰ্গৰ যুক্তি বা ঈশ্বৰ আৰু এই জগতৰ অস্থায়ী বস্তুসমূহৰ মাজত মাধ্যম হিচাপে কাম কৰে। অৱশ্যে ইয়াৰ অৰ্থ এইটো নহয় যে কাব্যৰ বিষয়ে সকলো বিষয়, সকলো বস্তুৱেই উত্তম। ৰূপ আৰু বিষয়-বস্তুৰ অতি ঘনিষ্ঠ সম্বন্ধ আৰু অকল মহৎ বিষয়ৰপৰাইহে মহান কাব্য সম্ভৱপৰ হ'ব পাৰে। গদ্য হ'ল আলোচনা আৰু যোগাযোগৰ মাধ্যম, ইয়াৰদ্বাৰা শ্ৰেষ্ঠতম বিষয়-বস্তুৰ প্ৰকাশ সম্ভৱ নহয়। কাব্য হ'ল আত্মাৰ ভাষা আৰু গদ্য হ'ল বিজ্ঞানৰ ভাষা। ৰহস্য, ভক্তি আৰু ধৰ্মৰ ভাষা হ'ল কাব্য। গদ্যই সমস্ত অৰ্থ আমাৰ বুদ্ধিৰ সমুখত দাঙি ধৰে ; কিন্তু কাব্যই আমাক নি বুৰাই দিয়ে জীৱনৰ বিশাল ৰহস্য-সাগৰৰ মাজত আৰু অব্যক্ত সত্যৰ ইঙ্গিত মাত্ৰ দিয়ে। এটি ৰহস্যময় পৰিবেশে সকলো কাব্যকেই আচ্ছাদিত কৰি ৰাখে। বিশ্লেষণৰ শেহত দেখা যায় যে প্ৰধান কাব্যিক লক্ষণৰ উৎপত্তি হয় এটি সৃষ্টিশীল স্বভাৱৰপৰা, যি ধ্বনি, ব্যঞ্জনা আৰু ইন্দ্ৰিয়বোধ একত্ৰিত কৰি দাঙি ধৰে। (১৫)

---

(১৫) *See Herbert Read : Phases of English Poetry* (1928) *iv.* কলাৰ

আধুনিক সাহিত্য মূলতঃ লঘু। আমাৰ যুগৰ শ্ৰেষ্ঠ মনীষী বাৰ্নাৰ্ড শ্ব আৰু এইচ্. জি, ওৱেল্‌চেও প্ৰতিভা-শক্তিৰ শিখৰ স্পৰ্শ কৰিবগৈ পৰা নাই। তেওঁলোকে আমাক এনে এখন মহাকাব্য দিব পৰা নাই যি আমাৰ জীৱনৰ সমগ্ৰ অৰ্থ ব্যক্ত কৰিব পাৰিছে, যি আমাক আকাশ কুসুম দেখুৱাই কল্পুৱাব পাৰিছে আৰু নতুন পথেৰে আমাৰ চকুত চমক লগাব পাৰিছে ; আমাক তেওঁলোকে এনে এখন নাটক দিব পৰা নাই, যিখনে আমাক গভীৰভাৱে মুগ্ধ কৰিব পাৰে, যাৰ মাহাত্ম্যই আমাক বিপ্লুত কৰি তুলিব পাৰে, ভাগ্যৰ বিপৰ্যয়ত মানুহে পাহৰিব নোৱৰা দৃষ্টিৰে আমাৰ অন্তৰ জ্বলাই তুলিব পাৰে, যি আমাক কঁপাই তুলি নিঃশেষ কৰি পৰিষ্কাৰ কৰি তুলিব পাৰে। ইয়াৰ কাৰণ হ'ল, তেওঁলোকে আত্মাৰ ওপৰৰ কোলাহল লৈয়েই ব্যস্ত, তাৰ গভীৰতালৈ যোৱা নাই। তেওঁলোক ঘাইকৈ বুদ্ধিধৰ্মী। আমি ঘাইকৈ বুদ্ধিধৰ্মৰ যুগৰ বিশ্লেষণৰ প্ৰতি তীক্ষ্ণ নজৰ আৰু নিৰীক্ষণ কাৰ্যত ধৈৰ্যশীল ; কিন্তু জগতত কলাৰ কোনো মহৎ বস্তু নিৰীক্ষণ আৰু বিশ্লেষণৰদ্বাৰা কেতিয়াও সৃষ্ট হোৱা নাই। বৰ্তমানৰ উশৃঙ্খলতাৰ সম্বন্ধে আমি অত্যন্ত সচেতন আৰু সুপৰিকল্পনা এটিৰে সমাজ পুনৰ্গঠন কৰাৰ বাবেও আমি উদ্বিগ্ন। কোনো অন্যায় দেখিলে আমি খণ্ডত পুৰি মৰোঁ আৰু তাক দূৰ কৰাৰ উপায় প্ৰচাৰ কৰোঁ। কিন্তু আমাৰ এই যাতনা কেৱল মানসিকহে, মনৰ পীড়াহে, আত্মাৰ তাপ বা ব্যথা নহয়। প্ৰকৃত কলাকাৰে গভীৰ অভিজ্ঞতা আৰু তীব্ৰ যাতনা ভোগ কৰিব লাগে। শিক্ষা দানৰ কাৰণে তেওঁলোকৰ সময় নাই। তেওঁলোকে জীয়াই থাকে আৰু ভাল পায় ; তেওঁলোকৰ অভিজ্ঞতা যেতিয়া তেওঁলোকে শব্দত ৰূপান্তৰিত কৰে, আমি তেতিয়া তাত দেখিবলৈ পাওঁ তেওঁলোকৰ মনৰ অগণিত গুণ, সৃষ্টিশীল বাসনা, যি অকল তল সৰা ফুলৰ কৌশলপূৰ্ণ বিন্যাস বা গ্ৰন্থন নহয়, ই আৱেগৰ ক্ৰিয়া, অকল চতুৰালি মাত্ৰ নহয়। তেওঁলোকে আমাক দিয়ে সুন্দৰৰ বস্তু, অকল সাজ-সজ্জা নহয়। প্ৰকৃত কলাৰ বস্তু অবিশ্লেষণীয়, ইয়াক মাথোন তুলনা কৰিব পাৰি সৰগৰপৰা হঠাৎ নামি অহা বিজুলীচমকৰ লগত, যি আহি পৃথিৱীত পৰি ইয়াত একুৰা জুই জ্বলাই দিয়ে। এই ক্ষেত্ৰত ৰবাৰ্ট ব্ৰীজৰ The Testament of Beauty উল্লেখনীয়। দাৰ্শনিক বিষয়বস্তু এটি, যিটো কাব্যিক হোৱাতকৈ বেছি তত্ত্বমূলক, তাক ভাষাত অতি বিশদভাৱে ইয়াত

---

কথা ৰবাৰ্ট ব্ৰীজে এইবুলি কৈছে :

"য'ৰপৰা আপুনি উদ্ভাসি উঠে চৰম শ্ৰেষ্ঠতা
অমূল্য গছত ফলা বিৰল ফলৰ দৰে
আৰ্য ব্যক্তিৰো সি জন্মগত গুণ ঐশ্বৰিক দান
যাৰ বিনে সৃষ্টিশীল যুক্তি মাথোঁ বন্ধ্যা।"

( *The Testament of Beauty* (1929) ii, Pp. 738—741)

বিশ্লেষণ কৰা হৈছে। ইয়াৰ জ্ঞানৰ সমগ্ৰতাৰ ফালৰপৰা, বিশ্বাসৰ উৎকৰ্ষ আৰু আত্মাৰ পৰিপূৰ্ণতাৰ ফালৰপৰা বিচাৰ কৰিলে দেখা যায় যে ই নিঃসন্দেহে এখন ডাঙৰ গ্ৰন্থ। ইয়াত ঠায়ে ঠায়ে এনে একোটা ছেদ আছে যিবোৰ অতিশয় মনোৰম আৰু গীতি-মধুৰ; কিন্তু কাব্যিক শ্ৰেষ্ঠতাৰ কাৰণে আমি বিচাৰোঁ আবেগৰ গভীৰতা আৰু আলম্বিত অনুপ্ৰেৰণা। এই The Testament of Beauty নিশ্চয় এখন অতি মহৎ গ্ৰন্থ, মহৎ কাব্যও; কিন্তু সমালোচকসকলেহে ক'ব পাৰিব ই মহৎ কাব্য হয় নে নহয়, ইয়াৰ কাব্যিক শক্তি, অৰ্থাৎ প্ৰতিভা, আৰু কাব্যিক গুণ, অৰ্থাৎ সন্মোহিনী শক্তি, সেইবোৰ আছে নে নাই।

## কলাজ্ঞান

বস্তুৰ অন্তৰ্নিহিত সত্তাৰ প্ৰকাশ স্বৰূপে কলাও একপ্ৰকাৰ জ্ঞান। এৰিষ্টটোলৰ মতে ই অনুকৰণ, কিন্তু বাহ্যিক প্ৰকৃতিৰ নহয়, অন্তৰ-সত্তাৰহে। কাব্যিক বিষয়-বোধ ফটোৰ দৰে বাস্তৱ নহয়। আনকি যিবিলাকক অনুকৰণমূলক কলা বোলা হয়, সিও অকল অনুকৰণেই নহয়। কলাকাৰৰ মন কোনো বিশেষ উদ্দেশ্য প্ৰণোদিত হৈ ইয়াত নিবিষ্ট থাকে। তেওঁ এই দৃশ্যমান জগতৰ মাজতে এই বহিৰ্দৃশ্যতকৈ বেছি সত্য আৰু-কিবা উপলব্ধি কৰে, সত্যৰ কিবা ধাৰণা ৰূপ, কল্যাণময় বা সুন্দৰ যিটো বাহ্যিক দৃশ্যমান বস্তুতকৈ আত্মাৰ অতি ওচৰত কিন্তু এই ধাৰণা বা আকাৰ এই অৰ্থ বা মূল্য, এই বস্তুৰ ওপৰত সংযোজিত কোনো লাৱণ্য বা পৰিশোধিত ৰূপ নহয়, বিষয়ৰ একেবাৰেই অন্তঃকৰণটোৱেই, আৰু ইয়াক আমি তাৰপৰা আঁতৰাই আনিব নোৱাৰোঁ। কাব্যিক সত্য আবিষ্কাৰহে, সৃষ্টি নহয়।

কবিতাই সত্যৰ প্ৰকৃতি প্ৰকাশ কৰে বুলি ক্ৰোচেই স্বীকাৰ নকৰে। ই কেৱল ব্যক্তিগত মনোৱস্থাৰ প্ৰকাশ মাথোন, আৰু কবিয়ে যদি ভাবে যে তেওঁৰ গ্ৰহণশীল মনোৱস্থাত সত্যৰ প্ৰকৃতি জানে আৰু সৃজনশীল মনোৱস্থাত প্ৰকাশ কৰে, তেনেহ'লে তেওঁ নিজকে প্ৰৱঞ্চনা কৰে। কবিতা হ'ল মূলতঃ আত্মপ্ৰকাশ। এই অৰ্থেৰে চাবলৈ গ'লে এজন মানুহৰ কথা আন এজনৰ কাৰণে কিয় সঁচা হ'ব বা আন মানুহৰ কাৰণে তাৎপৰ্যপূৰ্ণ হ'ব, তাক বুজা কঠিন। আনহাতে আকৌ, ক্ৰোচেও স্বীকাৰ কৰিছে যে, কলাও স্বজ্ঞা বিশেষ আৰু স্বজ্ঞা সত্যৰ বা ব্যক্তিৰ। গতিকে ইয়াৰপৰা ওলাই পৰে যে কাব্যিক স্বজ্ঞাৰপৰাও আমি এক প্ৰকাৰ জ্ঞান লাভ কৰোঁ। তাৰ বাহিৰেও সত্যক যদি আমি আমাৰ জ্ঞানৰপৰা সম্পূৰ্ণ স্বতন্ত্ৰভাৱে থকা বুলি অৰ্থ কৰোঁ, তেনেহ'লে কলাই আমাক বিষয়ী চিত্ত-সংস্কাৰ দিয়া বুলি ক'ব

পাৰোঁ, এই অৰ্থত বিজ্ঞান আৰু সাধাৰণজ্ঞানেও আমাক কোনো জ্ঞান নিদিয়ে। সংবেদ্য হ'লেই সত্য নহয়। চক থকা মানুহে অন্ধ মানুহতকৈ বেছি জানে। ভল্টেয়েৰে কল্পনা কৰাৰ দৰে আমাৰ যদি এহেজাৰ ইন্দ্ৰিয়ও থাকিলহেঁতেন, তেনেহ'লে আমি আমাৰ সত্যাৰ উপলব্ধিকেই সত্যৰ জ্ঞান বুলি নিশ্চিন্ত হ'ব নোৱাৰিলোঁহেঁতেন। সংবেদ্য—বস্তু নিৰীক্ষকৰপৰা স্বতন্ত্ৰ নহয়। গোলাপ ফুলৰ ৰংটো কেৱল দৃষ্টি-শক্তি-সম্পন্ন মানুহেহে পাব পাৰে। এই সৃষ্টিখনৰ বৈজ্ঞানিক সৃষ্টি এটিও আমাৰ জ্ঞানৰ পন্থাৰ ওপৰত নিৰ্ভৰ কৰে। স্পন্দনেই হওক বা ৰঙেই হওক, তাৰ সম্বন্ধ নিৰীক্ষকৰ লগতহে। প্ৰত্যক্ষমূলক হওক বা ধাৰণামূলক হওক, সকলো জ্ঞানেই বিষয় আৰু বিষয়ীৰ মিলনভূমি। আমি কলাত পোৱা জ্ঞান এই বিষয়ে একো বৈশিষ্ট্যপূৰ্ণ নহয়। ইয়াত মাত্ৰ আমাৰ সত্যৰ গুণৰ প্ৰতি আমাৰ সূক্ষ্ম সংবেদ্য-অনুভূতিৰ প্ৰতিক্ৰিয়া পাওঁ। কাব্যিক সত্য বৈজ্ঞানিক সত্যতকৈ বেলেগ; কাৰণ, ই সত্যৰ গুণবাচক বৈশিষ্ট্যৰ ফালটো প্ৰকাশ কৰে, সংখ্যাগত সাৰ্বজনীনতাক নকৰে। ই জোখ-মাখ কৰিব পৰা বস্তুগত গুণৰ কথা নহয়, মাত্ৰ অনুভৱ কৰিব পৰা অন্তৰ্নিহিত লাৱণ্যৰ কথাহে কয়। কাব্যিক সত্য বিশদ বিশ্লেষণেৰে দাঙি ধৰিব নোৱাৰি; অথচ বেছি সূক্ষ্মভাৱে ই আমাত সঞ্চাৰিত হয়। দৃষ্টিৰ অৱলোকন কৰা মানেই তাৰ সত্যতা সম্বন্ধে নিশ্চিন্ত হোৱা।

কলা যদিও আত্মপ্ৰকাশ, যি আত্মা প্ৰকাশিত হয় সি কোনো বিশেষ সংকীৰ্ণ আত্মা নহয়। Critique of Judgmentত কাণ্টে প্ৰমাণ কৰিছে যে আমি সৌন্দৰ্য উপভোগ কৰোঁতে যি তৃপ্তি লাভ কৰোঁ সি ব্যক্তিগত, আৰু সেই অৰ্থত ই আত্মমুখী; ই নিৰপেক্ষও; আৰু এই বিষয়ে আমাৰ বিচাৰ সাৰ্বজনীন। গভীৰতম কাব্যৰ সদৃশ মৰ্মস্পৰ্শী।

বৈজ্ঞানিকে যেতিয়া কোনো নিয়ম আবিষ্কাৰ কৰে, তেতিয়া তেওঁ নিৰীক্ষিত ঘটনাসমূহকে প্ৰণালীবদ্ধ কৰে। কলাকাৰেও ঠিক তেনে কামকেই কৰে। তেওঁ আমাৰ অভিজ্ঞতাক নতুন অৰ্থ দান কৰে আৰু সত্যত থকা সূক্ষ্ম গুণসমূহৰ প্ৰত্যক্ষানুভূতি তেওঁৰ আছে কাৰণে অভিজ্ঞতাসমূহক বেলেগ ধৰণে সুসংবদ্ধ কৰে। তেওঁ আমাৰ জীৱন সম্বন্ধে বোধ বৃদ্ধি কৰে; আৰু সত্য সম্বন্ধে এটি উচ্চ ভাব প্ৰদান কৰে। বস্তুসমূহৰ মাজত গভীৰ ঐক্য স্থাপন কৰি সেই বিষয়ে আমাক অৱধাৰণৰ সুবিধা দিয়ে। "আটাইতকৈ পবিত্ৰ বস্তু কি?"—এই প্ৰশ্ন কৰি গ্যেটেই নিজেই উত্তৰ দিছে, "যি বস্তুটো বৰ্তমান আৰু চিৰন্তন, অতি গভীৰভাৱে অনুভূত হোৱাৰ লগে লগে সি গভীৰতম ঐক্যবোধেৰে আকৃষ্ট হয়।"

কলাৰ আটাইতকৈ শ্ৰেষ্ঠ অৱদান হ'ল শান্তি আৰু মৈত্ৰী। যি বিৰল মুহূৰ্তত আমি কোনো সুন্দৰ কবিতা বা কলাৰ কোনো মহৎ কামৰদ্বাৰা আকৰ্ষিত হৈ পৰোঁ, তেতিয়া আমি তাতে নিমজ্জিত হৈয়েই নপৰোঁ, আমাৰ মনো অতি উচ্চ

স্তৰলৈ উন্নীত হৈ পৰে, তেতিয়া ই ইন্দ্ৰিয়জ্ঞান বা তৰ্ক-যুক্তিৰ বিশ্লেষণৰ বহুত ওপৰত থকা বস্তু-সত্তাৰ দৃশ্য দেখিবলৈ পায়। সুন্দৰ প্ৰস্তৰ মূৰ্তি একোটিয়েও একোটা বিশেষ শান্তৰূপ ধাৰণ কৰে, প্ৰত্যেকটো মহৎ কবিতাই শান্তিৰ এক অনুভূতি বহন কৰে। কলাৰ কোনো বস্তুক বুদ্ধিৰ মানদণ্ডেৰে আলোচনা আৰু বিচাৰ কৰা আৰু তাৰ লক্ষণ আৰু ঘটনাসমূহক অকল কাল্পনিক বুলি উৰাই দিয়াৰ কোনো অৰ্থ নাই। কোনো অভিনয়ত কোনোবা বিশেষ এজন ব্যক্তি বা কোনো ঘটনা নাথাকিলেও সেই অভিনয়ৰ অৰ্থ থাকিব পাৰে আৰু তাত থকা বস্তুটোতকৈও বেছি চিৰন্তন আৰু উচ্চস্তৰৰ মূল্য থাকিব পাৰে। কল্পিত চৰিত্ৰসমূহ আৰু ঘটনাসমূহ "সপোনৰ বস্তুৰে গঠিত" হ'ব পাৰে, তথাপিও সিহঁতে সত্য বা তাৰ তাৎপৰ্য বুজাত সহায় কৰে। কল্পনাসুলভ ৰূপবোৰেও জীৱনৰ কোনো গুণ প্ৰকাশ কৰিব পাৰে। স্বৰূপতে, "অভিনয়েহে আচল বস্তু", বাকী সকলো ছায়া মাত্ৰ। কলাকাৰৰ কাম হ'ল আমাৰ ভিতৰত জীৱনৰ তাৎপৰ্যৰ এটি বোধ উদ্ৰেক কৰা। কান্টে কোৱাৰ দৰে কলাই আমাক "কোনো বিশেষ উদ্দেশ্যৰ ছাপ নিদিয়াকৈ" সাধাৰণ উদ্দেশ্যবোধৰ এটি ৰূপ দিয়ে। কোনো বিশেষ ঘটনা সম্বন্ধে বিশদ যুক্তি দিয়াটো কলাৰ কাম নহয়। ই মাত্ৰ আমাক দিয়ে জীৱনৰ অৰ্থপূৰ্ণতাৰ এটি আভাস। বিশ্বজগতৰ বিশাল সৌন্দৰ্য ন্যায় আৰু কৰুণাৰ ভাব আমাৰ অন্তৰত সঞ্চাৰ কৰে। কলাকাৰে জগতৰ বাস্তৱতালৈ পিঠি নিদিয়ে। তেওঁ ইয়াৰ দুখ আৰু যন্ত্ৰণা, গুণ আৰু বিজয়ৰ কথাও জানে। অন্যায় আৰু অত্যাচাৰ আছে সঁচা, কিন্তু তাত আতঙ্কিত হ'বৰ কোনো কাৰণ নাই। অন্তঃস্থ ৰূপত এই বিশ্ব অতি সুস্থ। জগতৰ ওপৰত আন্ধাৰৰ বোল সনা আছে সঁচা, কিন্তু সেয়ে আমাক বিচলিত কৰিব নোৱাৰে। আমি যেতিয়া হেমলেট বা কিংলিয়েৰৰ নিচিনা মহৎ নাটক পঢ়োঁ, তেতিয়া আমি এই জগতৰ গুপ্ত সত্যৰ সন্ধেদ পোৱা যেন পাওঁ। জীৱনৰ মূল ভিত্তি সম্বন্ধে কবিয়ে যি জ্ঞান অৰ্জন কৰে, আমাকো তাৰ অংশীদাৰ কৰি লয়। বাহ্যিক ফলবোৰ দেখাত হয়তো ব্যথাভৰা বা শোকাবহ হ'ব পাৰে; কিন্তু মন শান্ত হৈ ৰয়। জুলিয়েট মৰে, কিন্তু প্ৰেমৰ মাহাত্ম্য প্ৰতিষ্ঠিত কৰিহে। অথেল' যদি নিজক আঘাত কৰা মুহূৰ্ততেই মৰি থাকিলহেঁতেন, তেনেহ'লে তেওঁ এই জগতৰ বিৰুদ্ধে এটি বিক্ষোভ লৈ মৰিলহেঁতেন। কিন্তু তেওঁ ডেচ্‌ডেমনাৰ পৱিত্ৰতা দেখিবলৈ পালে, তাৰ পিচতহে মৰিল; কাৰণ, তেতিয়া মৃত্যু অতি সামান্য। বাহ্যিক পৰাজয় বা পতনে জীৱনৰ অন্তঃস্থ সত্যক স্পৰ্শ কৰিব নোৱাৰে। সকলো বস্তুৰ শেষান্তত থকা ঔচিত্য বা মৰ্যাদাৰ সাধাৰণ ৰূপ এটি আমি অনুভৱ কৰিবগৈ পাৰোঁ। আদি পুথিত লেখা ঈশ্বৰজনৰ দৰে আমিও যেতিয়া এই সৃষ্টিৰ সকলোলৈকে চাই পঠিয়াওঁ, তেতিয়া আমিও দেখোঁ যে ইয়াৰ সামগ্ৰিক ৰূপ অতি ভাল। আমি বিশ্বমন অকল যে গ্ৰহণেই কৰোঁ। এনে নহয়, আমি ইয়াক আপোনাৰ যেন অনুভৱ কৰি থাকোঁ। জগতখন অপৰিবৰ্তনীয়ভাৱে সম্পূৰ্ণ সিদ্ধ নহয়। আমি ইয়াক উৎপত্তি

দেখোঁ, স্থায়িত্ব দেখোঁ, ধৈৰ্য দেখোঁ আৰু দুখ-যাতনা আৰু শোকাবহ ঘটনাও দেখোঁ; তথাপি আমাৰ কৰ্তব্য সাধাৰণ গতিটোৰ লগত দি তাক আগবঢ়াই লৈ যোৱাহে। বিচ্ছিন্ন হৈ পৰা ব্যক্তিক কলাই জগতৰ সমাজৰ মাজত পুনৰ প্ৰতিষ্ঠিত কৰে। ইয়াৰ ফলত এটি পুনৰ সংস্কাৰ হয়, আৱেগময় শোধন হয়, পৰিপূৰ্ণতাৰ অনুভূতি হয়। কলাই জীৱনী শক্তিৰ সঞ্চাৰ কৰে আৰু সেয়ে নহ'লে এই জীৱন মাথোন নীৰস বেপাৰ হয়। ভগৱদ্‌গীতাৰ গ্ৰন্থকাৰে কৈছে যে যি জগতৰ অতিশয় গভীৰ যন্ত্ৰণা সমূলি বিচলিত নোহোৱাকৈ আনন্দৰদ্বাৰা ভোগ কৰিব পাৰে তেৱেঁইহে স্থিতপ্ৰজ্ঞ। এনে স্থিতপ্ৰজ্ঞ আত্মাইহে জীৱনৰ স্বাদ লাভ কৰিব পাৰে আৰু জীৱনেও এওঁলোকক পৰীক্ষা কৰে আৰু তেওঁলোকেইহে, আমি লোকৰ প্ৰভাৱত পৰি কেতিয়াবা এই জীৱনৰ দৰ্শন লাভ কৰাৰ দৰে, চিৰতিকাল দেখি থাকে। আমাৰ অতি সুখৰ সঙ্গীত হ'ল অতি দুখবহ মানসিক অৱস্থাৰ বিষয়ে লেখাবোৰেই। আমি যাতনা ভুগি যি শিক্ষা লাভ কৰোঁ তাকে প্ৰকাশ কৰোঁ গীতত।

সৌন্দৰ্যানুভূতিৰ কাৰণে আমাৰ সমগ্ৰ মনৰ ক্ৰিয়াৰ প্ৰয়োজন, অকল যৌক্তিক বোধেই যথেষ্ট নহয়। আমি যদি কোনো উচ্চ অন্তৰ্দৃষ্টিৰ সহায় নাপাওঁ, তেনেহ'লে আমি প্ৰকৃতপক্ষে গুণাগুণ বিচাৰ কৰিব নোৱাৰোঁ। কলাকাৰে যিখন জগত আমাৰ আগত দাঙি ধৰে, আমিও তাৰ অংশীদাৰ হ'ব লাগিব। কাব্যৰ পাঠকো অনুৰূপ সহৃদয় বা সমহৃদয়ৰ হ'ব লাগিব। স্বপেনহাৱাৰৰ মতে কলাকাৰে ধাৰে দিয়া চকুৰেহে আমি চাওঁ। গুণাগুণ বিচাৰৰ কাৰণে বিশ্বাস আৰু মতৈক্যৰ প্ৰয়োজন নহ'লেও লাগে সহানুভূতি আৰু বোধ। আমি সেই মুহূৰ্তৰ বাবে নিৰপেক্ষ হৈ পৰিব লাগিব আৰু গভীৰভাৱে ধ্যানস্থ হ'ব লাগিব। গ্যাটেই কৈছিল যে শ্লেগেলে যদি ইউপাইদিকে সমালোচনা কৰিব খুজিছিল, তেনেহ'লে তেওঁ তাক আঁঠু লৈ কৰিব লাগিছিল। তেওঁ প্ৰথমতে নিজক বিলাই দিব লাগিব; কাৰণ, জানিবৰ সেইটোৱেইহে একমাত্ৰ উপায়। সৌন্দৰ্যৰ সৃষ্টি আৰু উপভোগ দুয়োটাই অবৌদ্ধিক ক্ৰিয়া।

## স্বজ্ঞা আৰু নৈতিক জীৱন

আমাৰ নৈতিক জীৱনতো শ্ৰেষ্ঠতা লাভৰ কাৰণে স্বজ্ঞাত অন্তৰ্দৃষ্টিৰ একান্ত প্ৰয়োজন। দুঃসাহসিক পথ নিৰ্মাণকাৰী বীৰ এজন বিচ্ছিন্ন বস্তুসমূহ একত্ৰিত কৰি বৈজ্ঞানিক আৱিষ্কাৰ কৰোঁতাজন বা সঙ্গীত ৰচয়িতা বা কোনো ভৱনৰ আঁচনি কৰোঁতা কলাকাৰজনৰ সমপৰ্যায়ৰ। যন্ত্ৰৰদৰে অকল নিয়ম-প্ৰণালী পালন কৰিলেই বা কোনো চানেকিক অনুকৰণ কৰিলেই আমি বৰ বেছি দূৰ আগবাঢ়িব নোৱাৰোঁ।

অসাৰ অঙ্গসমূহৰ চালনা-চলনেই জীৱন-কলা নহয়। ব্লেকে তেওঁৰ অতি আকৰ্ষণীয় এষাৰ স্বাৰ্থক বাক্যত কৈছিল, "যি লোক কলাকাৰ নহয় তেওঁ খৃষ্টীয়ানো নহয়।" জীৱন এখন খেলা মাত্ৰ, আৰু ইয়াৰপৰা অৱসৰ ল'লেহে ইয়াৰ অন্ত পৰে। ইয়াৰ কাৰণে আৱশ্যক কৌশল আৰু দুঃসাহস প্ৰয়োগৰ। কৃতী খেলুৱৈ কৌশলৰ ওস্তাদ। তেওঁ যেতিয়া নিজৰ ঠাই লয়, তেতিয়া নিশ্চিত অন্তৰ্দৃষ্টিৰে আগবাঢ়ি যায়। জীৱনৰ ডবা খেলত অৱস্থা অনুযায়ী তাৰ গুটিবিলাকৰ শক্তি বেলেগ বেলেগ, আৰু সিইঁতক এনে অসংখ্য সম্বন্ধেৰে জড়িত কৰিব পাৰি যে সেই বিষযে কোনো আগবতৰা দিয়াও সম্ভৱ নহয়। কৃতী খেলুৱৈয়ে কোনটো শুদ্ধ হয় তাক ভালকৈ জানে আৰু এইটো অনুভৱ কৰে যে যদি তাকে তেওঁ অনুসৰণ নকৰে তেনেহ'লে তেওঁ নিজকেই ফাঁকি দিয়া হ'ব। যিকোনো সংকীৰ্ণ অৱস্থা একোটাত গুটি চলোৱাটোৱেই এটা সৃষ্টিশীল ক্ৰিয়া। প্ৰকৃতিৰ নিয়ম অনুযাযী ই আত্মাৰপৰাই উত্তৰ হয়। ইয়াত এটা গুপ্ত, ঐন্দ্ৰিক, অনিবাৰ্য নিয়তি আছে।

নৈতিক বীৰে তেওঁক আগবঢ়াই দি থকা এটা অন্তৰ্যামী লয অনুসৰণ কৰে আৰু তাতে তেওঁৰ আত্মাৰ কাৰ্য সম্পাদন কৰাত আৰু ভাগ্যক মানি চলাৰ তৃপ্তি অনুভৱ কৰে। তেওঁৰ গভীৰ প্ৰকৃতি অনুসৰণ কৰাৰ ফলত, যিসকলে চলিত নীতি-নিয়ম মাত্ৰ মানি চলে, তেওঁলোকৰ মানত, হয় অজ্ঞ, নহয় অৰ্থনৈতিক বুলি পৰিগণিত হ'ব পাৰে। কিন্তু তেওঁৰ কাৰণে সামাজিক পৰম্পৰা ৰক্ষা কৰাতকৈ আধ্যাত্মিক দায়িত্ব পালন কৰাটো বেছি অৰ্থপূৰ্ণ। বাহিৰৰপৰা জাপি দিয়া নিয়মতকৈ অন্তৰৰপৰা অহা শাসন বেছি গুৰুত্বপূৰ্ণ। তেওঁ বাঞ্ছা কৰে আন্তৰিক সত্যবাদিতা, চৰম আন্তৰিকতা, আৰু নিৰ্বিচাৰে প্ৰচলিত নিয়মৰ লগত সামঞ্জস্য ৰক্ষা কৰাটোকেহে। সমাজক নতুন আৰু সুস্থিৰ আদৰ্শেৰে পুনৰ গঠন কৰিবলৈকে তেওঁ চেষ্টা চলায়। চলিত আচৰণ সম্বন্ধে সচেতন লোকৰ শালীনতাবোধকে তেওঁ কেতিয়াবা ক্ষুণ্ণ কৰিব পাৰে; সূক্ষ্মদৃষ্টিসম্পন্ন আৰু সৃজনধৰ্মী পুৰুষে যে কেতিয়াবা কেতিয়াবা সামাজিক নেতাসকলৰ হাতত যন্ত্ৰণা ভোগ কৰিবলগীয়া হয়, ই বৰ দুখৰ কথা; অৱশ্যে ইযে যুক্তিবিহীন, তাকো ক'ব নোৱাৰি। এনে ঘটনাই এই দুখবহ প্ৰমাণ কৰে যে আমাৰ সমাজত যেতিয়া কোনোৱে লগ-সমনীয়াবিলাকতকৈ উন্নতি কৰে, তেতিয়া তেওঁলোক ইসকলৰ ঘৃণাৰ পাত্ৰ হয়। আমাৰ পৰম পথ-প্ৰদৰ্শক আৰু গুৰুসকলক আমি সন্মান কৰোঁ। ক্ৰুচবিদ্ধ কৰি। ওপৰৰ ৰং-ৰূপৰ কাৰণে সাৱধান হৈ যিসকলে বৰ হিচাপ-নিকাচ কৰি চলে, তেওঁলোক হয়তো খুব তললৈ পতিত নহ'ব পাৰে, অৱশ্যে তেওঁলোক খুব ওপৰলৈ উঠাবও নোৱাৰে। অতি গভীৰভাৱে আন্তৰিকতাপূৰ্ণসকলে নিজকে পিচত জনসমাজত মূৰ্খ প্ৰতীয়মান কৰি তোলে। যীশুৰ উপদেশ কেৰিছীসকলতকৈ বেছি বিৰুদ্ধবাদী। "ভাল পোৱা আৰু যি ইচ্ছা তাকে কৰা।" প্ৰেমে আমাক জীৱনৰ গুপ্ত সত্তাৰ ওচৰ চপাই দিয়ে আৰু বৌদ্ধিক

সূক্ষ্মতা আৰু সৰল নীতি-নিয়মতকৈ বেছি গভীৰতাৰে অখণ্ড বা পৰিপূৰ্ণ ভাবধাৰা এটি দিব পাৰে। নৈতিকতাই যদিও সকলোৰে লগত এটি সমন্বয় ৰক্ষা কৰিব পাৰে, তথাপি সকলো নৈতিক উন্নতিয়েই সমন্বয় ৰক্ষা নকৰাসকলৰপৰাহে সম্ভৱ হৈছে।

সমাজে সকলো কামকে সৰ্বজনবিদিত সাধাৰণ মানদণ্ডৰেহে বিচাৰ কৰে। ই ধৰি লয় যে সকলো কথাতেই বৈজ্ঞানিক সূক্ষ্মতা বা নৈৰ্ব্যক্তিক বিচাৰ আৰোপ কৰিব পাৰি। ই মানুহক যন্ত্ৰজ্ঞান কৰে আৰু সকলো ব্যক্তিগত সমস্যাতে সাধাৰণতা প্ৰয়োগ কৰে, আৰু ব্যক্তিগত কাৰ্যৰ নৈতিক মূল্য নিৰ্ধাৰণ কৰে কিছুমান ধৰাবন্ধা শ্ৰেণীৱদ্ধ অৱস্থা আৰু নৈতিক সূত্ৰৰ সহাযত। আমি কিছুমান যান্ত্ৰিক ধাৰণাৰ বশ। নৈতিকতাৰ যৌক্তিক বিধিয়ে শুদ্ধতা আৰু সামঞ্জস্য ৰক্ষা কৰিবলৈ গৈ পৰিবৰ্তনীয়তা আৰু ঐশ্বৰ্যক ত্যাগ কৰে। নীতিৰ দোহাই দি কাম কৰিবলৈ গৈ আমাৰ বুদ্ধিজীৱীসকলে জীৱনৰ গভীৰ উৎসৰপৰা নিজকে বিচ্ছিন্ন কৰি পেলায় আৰু তেওঁলোকৰ আত্মাই মনৰ লগত অবিৰাম যুদ্ধ কৰি চলিবলগীয়া হয়। জীৱন, প্ৰেম আৰু যন্ত্ৰণাক অতি সহজে পৰিচালনা কৰিব নোৱাৰি। কোনো দুটা ঘটনা বা ঘটনাৰ সমন্বয় কেতিয়াও একে নহয়। আমি প্ৰত্যেকটোক একক অৱস্থা বুলি আৰু পৰিবেশৰ লগত সজীৱ সামঞ্জস্য থকা বুলি গ্ৰহণ কৰিব লাগিব ; কোনো পূৰ্বকল্পিত উদ্দেশ্যৰ লগত কেৱল যান্ত্ৰিক সমন্বয় থকা বুলিলেই নহ'ব। যি লোকৰ অতি সূক্ষ্ম নীতিবোধ আৰু গভীৰ প্ৰেম আছে, যাৰ মন পৰিচালিত হয় সত্যসমূহৰ গভীৰ বোধৰদ্বাৰা, যাৰ সত্য আৰু নিৰ্ভুলটোক জানিবৰ কাৰণে এটি বোধৰ বিকাশ লাভ হৈছে, তেনে মানুহেইহে আনলোকৰ অনুভূতি আৰু সমস্যা বুজিব পাৰে। তেওঁলোক যিকোনো অপায় দূৰ কৰাত কৃতকাৰ্য নহ'লেও তাৰ যন্ত্ৰণা ধৈযেৰে বহন কৰিবলৈ সক্ষম আত্মা। বুনিয়াদ সম্বন্ধে তেওঁলোকৰ জ্ঞান আছে ; কালৰ বীজৰ অন্তৰ তেওঁলোকে দেখিছে।

আমাৰ চূড়ান্ত মুক্তিৰ মুহূৰ্ত্ততহে আমি আত্মাৰ গভীৰতালৈ প্ৰৱেশ কৰিব পাৰোঁ। আমাৰ দৈনন্দিন জীৱনত সাধাৰণ অৱস্থাৰ কাৰণে নিধাৰণ কৰা ব্যৱহাৰিক আচাৰ পালন কৰি আমি কাম কৰোঁ, আমাৰ চূড়ান্ত দুৰ্যোগৰ কালতো আমি আমাৰ সমগ্ৰ আত্মাৰে তাত সোমাই দিবৰ কাৰণে সুবিধা গ্ৰহণ কৰিবলৈ অক্ষম হৈ পৰোঁ। কিন্তু এনে কাম নাই যি অতি নীচ, এনে দুৰ্ভোগ নাই যি অতি যন্ত্ৰণাদায়ক, এনে কামনা নাই যি অতি পাপাসক্ত, যি আমাৰ আত্মাৰ লগত আমাৰ সংযোগ ঘটাব নোৱাৰে আৰু অতি সৌম্য মানসিক ৰূপ তাত আনি দিব নোৱাৰে ; মাথোন ব্যক্তিজনৰ লাগে আধ্যাত্মিক সজীৱতা। চক্ৰেটিছে কোৱাৰদৰে পুণ্যই জ্ঞান; মাথোন ইয়াক যৌক্তিক জ্ঞানৰদৰে আনক শিকাব নোৱাৰি। ই মানৱসত্তাৰ গভীৰতম অন্তঃস্থলৰপৰা নিঃসৃত হোৱা জ্ঞান। ইয়াক লাভ কৰিব পাৰি নিজৰ মন উন্নীত কৰি, নিজৰ

চৈতন্য সংবৰ্ধন কৰি। মানুহ যিমানেই আত্মাত নিবিষ্ট হয় তিমানেই তেওঁ বেছি জ্ঞান লাভ কৰে। যাৰ নৈতিক চৈতন্য আছে, তাৰ কাৰণে কৰ্তব্যৰ পথ আমি লাভ কৰা যিকোনো জ্ঞানৰদৰে পৰিষ্কাৰ; ইয়াৰ প্ৰত্যক্ষৰ ফলত আমাৰ কাৰণে সন্তৰপৰ চূড়ান্ত নিশ্চয়তাৰ আমি ওচৰ চাপিব পাৰোঁ। এনে ক্ষেত্ৰত আমাৰ প্ৰজ্ঞা লাভ হয়, যদিও পিচত চিন্তা কৰিহে তাৰ সত্যতাৰ যুক্তিসমূহ আমি আবিষ্কাৰ কৰিব পাৰোঁ। (১৬) যাৰ জীৱন অন্তৰ্দৃষ্টিৰদ্বাৰা পৰিচালিত, তেওঁ তেওঁৰ গভীৰ চৈতন্য কলাকাৰৰদৰে কবিতা আৰু চিত্ৰত মাথোন প্ৰকাশ নকৰে, কৰে এক উচ্চ স্তৰপৰ জীৱন যাপনৰদ্বাৰা। তেওঁ দাবী আৰু প্ৰতিদাবীৰ জগত পিচত পেলাই থৈ আগবাঢ়ি যায়। যি নৈতিকতাৰ বাদ্ধোন বাধা আৰু ভাৰসাম্য ৰক্ষাৰহে কথা, সেই নৈতিকতাৰ প্ৰতি তেওঁ উদাস; কাৰণ, পৰমনীতিৰ সূত্ৰ নিয়ম নহয়, প্ৰেমহে; আৰু সেয়েহে তেওঁৰ সত্তাৰ বাবে আৱশ্যকীয়। বুদ্ধ বা খ্ৰীষ্টৰদৰে মহাপুৰুষসকলৰ জীৱন অকল সত্যবাদী আৰু সংযমীয়েই নহয়, সৰ্বস্বপ্ৰাতীত সুন্দৰো।

## ধৰ্ম চৈতন্য আৰু অন্যান্য মূল

ধাৰ্মিক চৈতন্যক বৌদ্ধিক, নৈতিক বা সৌন্দৰ্যক্ৰিয়া বা এই সকলোৰে সমাহাৰ বুলিও ক'ব নোৱাৰি। ই এটি আধ্যাত্মিক জীৱনৰ স্বতন্ত্ৰ ৰূপ, ইয়াৰ ভিতৰত এই বিষয়সমূহ আছে যদিও ই তাক অতিক্ৰম কৰি যায়; ধৰ্মৰ বিষয়বস্তু সত্য, শ্ৰেয়স্ সুন্দৰ বা এই সকলোৰে ঐক্যও নহয়, ই ঈশ্বৰ মাত্ৰ; যি সৰ্বময় চৈতন্য, যাৰ, ভিতৰত এই মূল্যসমূহো নিহিত আছে অথচ যি এইবিলাকক অতিক্ৰম কৰিও গৈছে। মানৱ মন সদায় মূল্যসন্ধানী। ই সদায় বিচাৰে ঐক্য আৰু সঙ্গতি, সমন্বয় আৰু সৌন্দৰ্য, মূল আৰু ইষ্ট। সত্য, সৌন্দৰ্য আৰু ইষ্টৰ মূল্যসমূহৰ প্ৰত্যেকৰে নিজা নিজা বৈশিষ্ট্য আছে। আমি তাক কোনো সোপানত খাপত খাপে সজাই থ'ব নোৱাৰোঁ বা এটাক আনটোৰ তলৰ বুলি ধৰিব নোৱাৰোঁ। এই মূল্যসমূহ যে পৰম মূল্য তাৰ স্পষ্ট প্ৰমাণ আমাৰ আছে আৰু ইয়াৰ অৰ্থ হ'ল ঈশ্বৰত থকা বিশ্বাস। এইবোৰ হ'ল ঈশ্বৰ সম্বন্ধে চিন্তা। আৰু আমি তেওঁক অনুসৰণ কৰি চিন্তা কৰোঁ। সত্যতা, সৌন্দৰ্য আৰু ইষ্টতা, সত্য, সুন্দৰ আৰু ইষ্ট বস্তুৰ দৰেই স্থিতিশীল বস্তু নহয়, তথাপিও যাৰ গাত এই গুণসমূহ আৰোপ কৰা হয়, সেই মানুহ বস্তু বা সম্বন্ধতকৈ

(১৬) তুঃক ব্ৰেড্‌লি: "আমি কোনো ক্ষেত্ৰত কোনটো শুদ্ধ তাক এক বিশেষ প্ৰকাৰে জানিব পাৰোঁ, যাক অব্যৱহিত বিচাৰণা বা স্বজ্ঞাত সংহৰণ (subsumption) বুলিব পাৰোঁ।" *Ethical Studies*, 2nd Ed. (1917) Pp. 124.

ইহঁত বেছি সত্য। ইয়াক ইন্দ্ৰিয়বোধ বা যুক্তিৰে জানিব নোৱাৰিলেও ধৰ্মবেত্তাসকলে ক'বৰ দৰে স্বজ্ঞা বা বিশ্বাসৰদ্বাৰা ইয়াৰ বোধ লাভ কৰিব পৰা যায়। (১৭) সত্য, সৌন্দৰ্য আৰু ইষ্ট পৰম সত্য হৈ নাথাকে আৰু ঈশ্বৰৰ অস্তিত্ব আৰু সত্তাৰ সৈতে একীভূত হৈ পৰে। পৰম মূল্যৰূপৰা জীৱনত এইবোৰৰ মনত যি অৱস্থিতি হয় আমি তাৰ অনুধাৱন কৰোঁ। গতিকে এই গুণসমূহে বিষয়ত্ব লাভ কৰে আৰু আমাৰ ব্যক্তিগত মনৰ ওপৰতেই মাত্ৰ নিৰ্ভৰ নকৰে। ঐশ্বৰিক চৈতন্যত থকাৰ কাৰণে ইহঁত স্থাবৰ আদৰ্শ নহৈ জঙ্গম শক্তিস্বৰূপ হৈ পৰে। ধাৰ্মিক চৈতন্য তেতিয়া, স্পিনোজাই ক'বৰ দৰে, "বৌদ্ধিকসকলৰ ঈশ্বৰ প্ৰেম" (*amor-dei-intellectualis*) হৈ পৰে। ই প্ৰেম (*amor*), কাৰণ ই উজ্জ্বল আৰু উষ্ম, আনন্দ আৰু আন্তৰিকতাপূৰ্ণ। ই বৌদ্ধিকসকলৰ প্ৰেম, কাৰণ, ই প্ৰত্যক্ষ আৰু বোধৰ সূক্ষ্মতাৰ ওপৰত নিৰ্ভৰ কৰে। ই ঈশ্বৰ প্ৰেম, কাৰণ, সকলো মূল্যকেই ঈশ্বৰৰ সত্তাৰ অস্তিত্বৰ লগত জড়িত কৰা হয়।

আমাৰ জীৱনৰ জ্ঞান, সৌন্দৰ্য আৰু নৈতিক ফালকিটা যিমানেই প্ৰাণস্বৰূপ আৰু তাৎপৰ্যপূৰ্ণ নহওক, তথাপি সিহঁত একোটা দিশহে। ধৰ্ম-ভাবে এই সকলোকে সামৰি লয়। বিজ্ঞানে এই বিশ্বক ধৰি থকা নিয়ম বুজিবৰ কাৰণে চেষ্টা কৰে, কলাই চেষ্টা কৰে এই জগতৰ মাজেৰে প্ৰস্ফুটিত সৌন্দৰ্য প্ৰকাশ কৰিবলৈ আৰু নীতি-জ্ঞানে চেষ্টা কৰে এই বিশ্বই অহোপুৰুষাৰ্থ কৰি লাভ কৰিব খোজা ইষ্ট উপলব্ধিৰ কাৰণে; ইয়াৰ সম্পূৰ্ণতাত এই প্ৰত্যেকটোৱেই ইটো সিটোৰ লগত নিমজ্জিত হৈ পৰে, কিন্তু ইয়াৰ প্ৰক্ৰিয়াক্ষেত্ৰত প্ৰত্যেকটোকে বেলেগ বেলেগ আৰু অসম্পূৰ্ণ যেন লাগে; অৱশ্যে এইটো সঁচা যে সকলোৱে অলপ অলপ নোহোৱাকৈ প্ৰকৃত কলা, দৰ্শন বা নৈতিকতা লাভ কৰিব নোৱাৰি। মানৱ প্ৰকৃতি কিছুমান পৰস্পৰ স্বতন্ত্ৰ অংশৰ-দ্বাৰা গঠিত নহয়। আমাৰ সত্য বৃত্তি, নৈতিকতাবোধ আৰু কলাৰ প্ৰতি স্পৃহা সকলোবোৰ পৰস্পৰ অঙ্গাঙ্গিভাৱে জড়িত। কিন্তু যেতিয়ালৈকে সিহঁত অ-ঐন্দ্ৰিক বা অসম্পূৰ্ণ হৈ থাকে তেতিয়ালৈকে চিন্তা অৰ্থশূন্য অনুভূতি সামান্য আৰু ক্ৰিয়াও অসংস্কৃত। কলাই যি সমন্বয়ৰ প্ৰকাশ কৰে সি ক্ষণস্থায়ী আৰু ক্ষণভঙ্গুৰ হ'ব পাৰে,

---

(১৭) আমি 'স্বজ্ঞান' (intuition) পদটোৰেই বৈজ্ঞানিক প্ৰতিভা, কাব্যিক অন্তৰ্দৃষ্টি, নৈতিক অন্তঃসংজ্ঞা আৰু ধাৰ্মিক বিশ্বাস আদি সকলো কথা বুজাবলগীয়া হোৱাটো পৰিতাপৰ কথা। এই বিভিন্ন ক্ৰিয়াসমূহে যদিও একেটা মনৰে সামগ্ৰিক ক্ৰিয়া বুজায়, তথাপি কোনো ক্ষেত্ৰত এই ক্ৰিয়া প্ৰযুক্ত হয় জ্ঞানলাভত, আৰু কোনো ক্ষেত্ৰত আনন্দলাভ বা সৃজন ক্ৰিয়াত। হিন্দু দৰ্শনৰ মতে 'প্ৰতিভা'ৰ অৰ্থ হ'ল প্ৰতিভাসম্পন্ন লোকৰ সৃষ্টিধৰ্মী স্বজ্ঞান, আৰু 'আৰ্যজ্ঞান'ৰ অৰ্থ হ'ল ঋষিসকলৰ 'ধাৰ্মিক স্বজ্ঞান'। (*See Indian Philosophy*, Vol. II. 2nd Ed, 1931. Pp. 68)

সপোন হ'ব পাৰে—আত্মনিবেদনতো নহয়েই, আকাঙ্ক্ষাও নহয়। কলাকাৰসকল, অৱশ্যে শ্ৰেষ্ঠসকল নহয়—বুদ্ধিবৃত্তিৰ ফালৰপৰা দুৰ্বল আৰু নৈতিক ক্ষেত্ৰত ভ্ৰষ্ট হ'ব পাৰে। বৃহন্নলীৰ বীৰসকল তেওঁলোকৰ সৌন্দৰ্যজ্ঞানৰ কাৰণে বিখ্যাত নহয়; কলাকাৰসকলো তেনেকৈ নৈতিকতাৰ আহি বিশেষ নহয়। দৰাচলতে ক'বলৈ গ'লে যি কলা নৈতিকতাৰপৰা বিমুক্ত, গভীৰ নৈতিকতাবোধত যাৰ উৎস নাই, যি বস্তুত নিহিত থকা ঐশ্বৰিক ফালৰ প্ৰতি মানুহক আকৰ্ষণ কৰিব নোৱাৰে, তেনে কলা প্ৰকৃত কলাও নহয়। দৰ্শনৰ অন্তৰ্দৃষ্টি সুস্থিৰ আৰু নিশ্চিতভাৱে লাভ নহ'বও পাৰে। দৰ্শনৰ সত্যাই কলাৰ ভাবসমূহতকৈ হয়তো অধিকভাৱে আমাক জীৱনৰ প্ৰতি অনুৰাগী কৰিব নোৱাৰে। জ্ঞানৰ জ্যোতি, অনুভূতিৰ স্থিৰতা আৰু ব্যৱহাৰিক শক্তি—এই তিনিওটা একেলগেই লাগে; অন্তৰৰ জ্যোতি, অনিৰ্বচনীয় সৌন্দৰ্য আৰু তীব্ৰ অগ্নি—এই তিনিওটা যি জীৱনত ওতঃপ্ৰোতভাৱে গ্ৰথিত, য'ত আমি যি দেখোঁ, যাক ভাল পাওঁ আৰু যাক লৈ জীৱন ধাৰণ কৰোঁ, এইসকলো একত্ৰিতভাৱেই আমাৰ আৱশ্যক। ধৰ্মৰ সাৰৱতা হ'ল জীৱনৰ সুসংহত উপলব্ধি, আৰু তাক পাওঁ আমি ইয়াতেই। ধাৰ্মিক পুৰুষে জানে যে সকলো বস্তুৰে তাৎপৰ্য আছে, সকলো বিৰোধৰ মাজত সমন্বয়ৰ ফল্গু প্ৰৱাহিত হৈ আছে বুলি তেওঁলোকে অনুভৱ কৰে আৰু ইয়াৰ তাৎপৰ্য আৰু সমন্বয় উপলব্ধি কৰিবৰ কাৰণে যে তেওঁলোকৰ শক্তি আছে তাকো অনুভৱ কৰে। সত্য, ইষ্ট আৰু সৌন্দৰ্যৰ মূল্য যে সকলো একে পটভূমিৰপৰাই উৎপত্তি আৰু সেই পটভূমি যে পৱিত্ৰ ঈশ্বৰ যি আমাৰ বাহিৰে-ভিতৰে সকলোতে আছে, তাক তেওঁ উপলব্ধি কৰিব পাৰে। যি সত্যক আমি জানো, যি সৌন্দৰ্য আমি অনুভৱ কৰোঁ, যি ইষ্ট বা শ্ৰেয়সৰ অৰ্থে আমি প্ৰযত্ন কৰোঁ, সেয়ে হ'ল আমি আস্তিকসকলে উপলব্ধি কৰা ঈশ্বৰ। কলা, ইষ্ট বা সৌন্দৰ্যই বেলেগ বেলেগ যদিও আমাৰ অন্তৰত ধাৰ্মিক অন্তৰ্দৃষ্টি জাগৃত কৰিব নোৱাৰে, সিহঁতৰ অন্তৰ্হিত সমন্বয়ে তাতকৈ শ্ৰেষ্ঠ কিবা এটালৈ আমাক লৈ যায়। ধাৰ্মিক মানুহে এক নতুন জগতত বাস কৰে, যি তেওঁৰ মন জ্যোতিৰদ্বাৰা, অন্তৰ আনন্দৰদ্বাৰা, আত্মা প্ৰেমৰদ্বাৰা পৰিপূৰ্ণ কৰে। ঈশ্বৰ তেতিয়া দৃষ্ট হয় জ্যোতি, প্ৰেম আৰু জীৱন স্বৰূপে।

ধাৰ্মিক স্বজ্ঞা সৰ্বব্যাপী, ই আমাৰ সমগ্ৰ জীৱনকে আচ্ছাদিত কৰি ৰাখে; মানৱ আত্মাই বিভিন্ন প্ৰকাৰে নিজৰ পূৰ্ণতা লাভ কৰে, আৰু সম্পূৰ্ণকৈ লাভ কৰে ধাৰ্মিক জীৱনৰ মাজেদি। সম্পূৰ্ণ আৰু যুগপটভাৱে উপলব্ধি হোৱা চৈতন্য এয়ে। বিভিন্ন ক্ষণজন্মা পুৰুষসকলে আত্মাৰ বিকাশৰ ক্ষেত্ৰত পথ-প্ৰদৰ্শক হ'লেও ধাৰ্মিক ক্ষণজন্মা পুৰুষৰ ভিতৰতহে আমি পাওঁ আমাৰ অন্তৰৰ বিভিন্ন শক্তিসমূহৰ যুগপৎ উৎকৰ্ষ সাধন। তেওঁৰ হৃদয়তেই সকলো বা অধিকভাগ উচ্চতা আৰু গভীৰতা, কল্পনাসুলভ দৃষ্টি, বৌধিক ক্ষমতা, আবেগৰ উষ্মা আৰু ব্যৱহাৰিক শক্তিৰ সমন্বয়

ঘটে। সকলো ভ্ৰম আৰু বিচ্যুতিৰপৰা মুক্ত, সমাহিত জীৱন এটি শুদ্ধ-উদাসীনতা নৈৰ্ব্যক্তিকতাৰ অৱতাৰ স্বৰূপ হ'ব। কোনো কোনো পুৰুষ ইমান প্ৰাণৱন্ত গঠনশীল যে তেওঁলোকে নিজৰ অন্তৰ্দৃষ্টিমতে নিজৰ সমাজখনকো গঢ়ি ল'ব পাৰে।

এই আত্মাবোৰ ৰূপান্তৰিত নতুন মানৱ আৰু তেওঁলোকৰ সকলো শক্তি চৰম শিখৰলৈ উন্নীত হৈ পৰে। তেওঁলোকত সৰ্বময়ে প্ৰকাশ পায়। অন্যতকৈ তাতেহে ঈশ্বৰে নিজক বেছিকৈ প্ৰকাশ কৰে। তেওঁলোকৰ ঈশ-উন্মত্ত মুখৰ আকৃতিয়ে ব্ৰহ্মতেজৰ দীপ্তি লাভ কৰে। তেওঁলোক হৈ পৰে বেলেগ ঠাইৰ মানুহ, এই জগতৰ ছাঁয়াবাজীৰপৰা মুক্ত মানৱ। জগতৰ শ্ৰেষ্ঠ কলাকাৰসকল যেনেকৈ তেওঁলোকৰ সৰ্বসাধাৰণ গুণজ্ঞসকলতকৈ বেলেগ, এই পুৰুষসকলৰো সম্বন্ধ জনসাধাৰণতকৈ বেলেগ হৈ পৰে। কোনো দীপ্ত কলাকাৰে কৰা কোনো সৌন্দৰ্যৰ সৃষ্টি অলৌকিক ৰহস্য নহয়, সমগ্ৰ জাতিৰ মানুহেই শ্ৰেষ্ঠ বুলি পৰিগণিত কৰা আৰু লাভ কৰা বস্তুবিশেষ। মহাপুৰুষসকলে আৱিষ্কাৰ কৰা সত্যসমূহ যেতিয়া কোনো প্ৰতীকৰ সহায়ত প্ৰকাশ কৰে, আমি তেতিয়া তাক ধীৰে ধীৰে আৰু ধৈৰ্যেৰে আমাৰ ভিতৰত পুনৰ আৱিষ্কাৰ কৰিবৰ কাৰণে যত্ন কৰোঁ। এই ইষ্ট গুণসম্পন্ন আত্মাসকলে গোটেই জাতিটোকেই একোদোপ আগবঢ়াই লৈ যায় বা দৈনন্দিন জীৱনত মাধুৰ্য বঢ়ায় আৰু তেওঁলোকে জীৱনৰ এই মূল্যসমূহ আনৰ জীৱনলৈকো প্ৰসাৰিত কৰিবলৈ চেষ্টা কৰে, অৰ্থাৎ ধৰ্মৰ ভাষাত, তেওঁলোকে যাপন কৰিব খোজে ঐশ্বৰিক পৰমাগতিৰ জীৱন।

বৈজ্ঞানিক ধী বা প্ৰতিভা-শক্তি আৰু শ্ৰম-সাধ্য বুদ্ধি, কাব্যিক প্ৰতিভা আৰু ছন্দবন্ধন ক্ষমতা, নৈতিক বীৰত্ব আৰু প্ৰচলিত শুদ্ধ জীৱন—এইবিলাকৰ মাজত পৰস্পৰ যি পাৰ্থক্য, আধ্যাত্মিক দৃষ্টিও তেনেকৈ ধাৰ্মিক বুদ্ধি-বৃত্তিতকৈ বেলেগ। পিচৰটোত আমি পাওঁ ঈশ্বৰৰ অস্তিত্ব সম্বন্ধে প্ৰমাণসমূহ আগবঢ়াই ধৰ্মত আমাৰ মতি জন্মোৱাৰ চেষ্টা এটি; কিন্তু আগৰটোৱে আমাৰ চৈতন্যক এনে শিকনি দি এটা স্তৰলৈ তুলিবৰ চেষ্টা কৰে, যাতে ই প্ৰত্যক্ষভাৱে ঈশ্বৰ দৰ্শন লাভ কৰে। অন্তৰ্দ্ৰষ্টা পুৰুষসকলে কোনো সংক্ষিপ্ত বৰ্ণনা আৰু স্পষ্ট সংজ্ঞা দিয়াৰপৰা বিৰত থাকে। (১৮) তেওঁলোকে কথা কয় চিত্ৰেৰে আৰু উপমাৰে, সাঁথৰেৰে আৰু অলো-

---

(১৮) Cp.Erasmus : "যি অনুগ্ৰহ বা কৃপাৰ ফলত ঈশ্বৰে আমাক ভাল পায়, আৰু যি কৃপাগুণে আমি ঈশ্বৰক ভাল পাওঁ, এই দুয়োটা কৃপাই একে নে বেলেগ—ইয়াকে লৈ যুগ যুগ ধৰি খৰিয়াল চলি আহিছে। 'পিতৃ' কেনেকৈ 'পুত্ৰ'তকৈ বেলেগ, আৰু দুয়ো কেনেকৈ 'পবিত্ৰ আত্মা'ত (*Holy Ghost*) পৃথক,......আৰু দুয়োটা নোহোৱাতো আনটোৰ স্থিতি থাকিব পাৰে নে তাক লৈও বিলাপ কৰোঁ।

কিক কাহিনীৰে। মানৱ মনৰ নিয়মেই হ'ল ভাষিক প্ৰকাশ কৰিবলৈ লওঁতে তাৰ আতমা হেৰাই যায়, অৰ্থৰ বিলুপ্তিতহে উৎপত্তি হয় বস্তু। স্বজ্ঞাসমূহ অন্ধ মত নহয়। দুয়োটাৰে প্ৰভেদ অকল মাত্ৰাৰে নহয়, প্ৰকৰণৰো। এই প্ৰভেদ ঈশ্বৰৰ সম্বন্ধে অনুভূতি আৰু ঈশ্বৰক জনাৰ। আমি আমাৰ সমগ্ৰ সত্তাৰে পুৰুষাৰ্থ নকৰিলে ঈশ্বৰ সম্বন্ধে স্বজ্ঞা লাভ কৰিব নোৱাৰোঁ। এই অভিজ্ঞতা অৰ্জন কৰিব লাগিব কষ্টসাধ্য পৰিশ্ৰমেৰে, আবেগ আৰু ক্লেশেৰে, বিশ্বাস আৰু প্ৰযত্নেৰে; কিন্তু বৌদ্ধিকসকলে ইয়াক লাভ কৰিব খোজে সহজতে। ধৰ্মত বিশ্বাস কৰা সৰ্বসাধাৰণ লোকসকলে ধাৰ্মিক হ'বৰ কাৰণে আৱশ্যকীয় কষ্ট স্বীকাৰ নকৰাকৈয়ে ধৰ্মৰ সান্ত্বনাখিনি লাভ কৰিব খোজে। তেওঁলোকৰ সমগ্ৰ সত্তা বা আত্মাৰে সৈতে ধাৰ্মিক নহয়, ধাৰ্মিক অকল মগজুৰে আৰু বেছিভাগ তেওঁলোকৰ মেৰুদণ্ডেৰেহে। পুৰোহিতসকলে মানৱ প্ৰকৃতিৰ দুৰ্বলতাৰ ওপৰত ভোগ কৰি থাকে আৰু আমাক কয় যে ত্ৰাণ পাব লাগিলে বিশ্বাস কৰাটো আৱশ্যকীয়। তেওঁলোক যান্ত্ৰিক ধৰ্ম-বিজ্ঞান আৰু নীৰস আচাৰ-নীতি পালনৰ কথাত দক্ষ লোক আৰু সেই ক্ষেত্ৰত বিশেষ উপযুক্ত বুলিয়েই ক'ব লাগিব, কিন্তু সঙ্কট মুহূৰ্তৰ কাৰণেই তেওঁলোক যথোপযোগী নহয়। পুৰোহিতসকলে পুনৰ আবৃত্তিত বিশ্বাস কৰে অতিশয় বেছি আৰু সেইদেখি সৃজনধৰ্মী আত্মাৰ নবীসকলৰ তেওঁলোকৰ লগত বিৰোধ ঘটে। এই নবীসকলে ভাবে যে যি সাঁচত আমাক চলা হৈছে তাক ভাঙি দিব পাৰিলেহে আত্মাই জীৱন লাভ কৰিব পাৰে। তেওঁলোক চলিত নীতিৰ পৰিপোষক নহৈ হয় তাৰ বিৰোধী। মানুহে তেওঁলোকক বিধৰ্মী আৰু সমাজ বিৰোধী বুলি গণ্য কৰিবলৈ ধৰে আৰু এঘৰীয়া কৰি ৰাখি মৃত্যুৰ মুখলৈকো হয়তো ঠেলি দিয়ে, কিন্তু জগতত ধৰ্মৰ যিমান উন্নতি হৈছে, সকলো সম্ভৱ হৈছে এনেদৰে পৰীক্ষিত বা উপক্ৰত আত্মাৰ-পৰাহে। তেনে পুৰুষে এই জগতত ঈশ্বৰৰ জীৱন গভীৰ আৰু মহীয়ান কৰি তোলে, আৰু যেতিয়া পুৰোহিতসকলে জনসাধাৰণৰ আন্তৰিক আৰু তৃষিত অন্তৰ সন্তুষ্ট কৰিব নোৱাৰে, তেতিয়া মহাপুৰুষসকলে জনসাধাৰণক আকৰ্ষণ কৰে।

---

এই চিন্তা-ভাবনাতে বহুতো জীৱন বিনষ্ট হৈ গৈছে, আৰু ইয়াকে লৈ মানুহে কাজিয়া কৰে, গালি-শপনি পাৰে, আৰু শেষত মৰা-কটা কৰে।........'যীশুখৃষ্ট অনন্তকাল ধৰি চলি আহিছে' বোলা বচনষাৰ নিৰ্ভুলভাৱে প্ৰকল্পিত হৈছে নে নাই, তেওঁ দুটা প্ৰকৃতিৰ সমন্বয় নে দুটা প্ৰকৃতি তেওঁৰ আছে, বুলি বিশিষ্টপন্থীসকলে বহু পুৰুষ ধৰি তৰ্কবাদ চলাই আহিছে। এই যি বিষয়-বস্তু সম্বন্ধে আমি একোকে নাজানো, বা জানিবৰ প্ৰয়োজনো নাই, তেওঁলোকে তাকেই বিশ্বাসৰ মুলভিত্তি বুলিও গ্ৰহণ কৰি আহিছে।" ( Note on 1, Timothy i, 6)

আজিৰ জগতত মানদণ্ডৰ সমীকৰণ আৰু সংখ্যাৰ বহুলতাৰ ফলত ব্যক্তিত্ব আৰু গুণৰ গুৰুত্ব অতি কমি যাব লাগিছে। সেই দেখি বৌদ্ধিক ধৰ্মৰ আকৰ্ষণ বাঢ়ি যোৱাৰ ফলত অন্ধ মতবাদৰ আশঙ্কা বৃদ্ধি পাই যাবলৈ ধৰিছে। এনে অন্ধ মতবাদত ভাঙন ধৰাৰ ফলত আমাৰ মাজে মাজে ভয় হয় ধৰ্ম তেনেই নিশ্চিহ্ন হৈ যাব বুলি। সংস্কাৰগত আচাৰ-নীতিকেই যদি চূড়ান্ত বুলি পৰিগণিত কৰোঁ, তেনে-হ'লে তাৰ হেৰফেৰ হোৱাৰ ফলতে আমাৰো সন্দেহ উপস্থিত হোৱাটো যুক্তিকৰ। পৃথিৱীত মহা মহা ধৰ্মদ্ৰষ্টা পুৰুষসকলে কোনো অন্ধ-সংস্কাৰ বা মতবাদ থৈ যোৱা নাই বুলি জানিব পাৰিলে আমি অনুপ্ৰাণিত হৈ ৰ'ব পাৰোঁ। তেওঁলোকে আমাৰ আত্মাক আহ্বান কৰি লৈ যায় অকলশৰীয়া তীৰ্থক্ষেত্ৰলৈ আৰু তাক দিয়ে বিশ্বাসৰ চৰম স্বাধীনতা, কাৰণ আধ্যাত্মিক জীৱনৰ যাই দুৱাৰ হ'ল ঈশ্বৰক স্বতন্ত্ৰভাৱে নিজৰ অন্তৰৰ উপযোগী কৰি লোৱাটো। মানুহৰ প্ৰকৃতিয়েই হ'ল উন্নতিপ্ৰাৰ্থী, 'সাঁচত ঢালিবলৈ বৈ থকা মাটি' নহয়। বিভিন্ন ধৰ্মৰ মহাপুৰুষসকলৰ জীৱনৰ প্ৰযত্ন আৰু ঈশ্বৰ লাভৰ আদৰ্শেৰে আমাক দিক্‌দৰ্শন কৰায়; আনকি তেওঁলোকে কোনো সম্প্ৰ-ভুক্ত হ'লেও তাকো তেওঁলোকে তাৰ প্ৰাণ ৰক্ষাৰ কাৰণে চেষ্টা কৰি থাকে। তেওঁ-লোকে মহৎ জীৱনত কোনো অপৰিৱৰ্তনীয় মন্ত্ৰত, কোনো ৰহস্যক সকলো মানুহে কণ্ঠগত কৰিব পৰা তত্ত্বদৰ্শনলৈ ৰূপান্তৰিত কৰাৰ খৰখেদা নকৰে। আমাৰ মঠ, মন্দিৰ, গীৰ্জা আৰু মচজিদবোৰে যদি ধৰ্মৰ জ্ঞান দিয়াতকৈ আমাৰ অন্তৰ-আত্মাক জাগৃত কৰাটোকে প্ৰাথমিক কৰ্তব্য বুলি জানিলেহেঁতেন, তেনেহ'লে এই ঘৰবোৰে নিজকে ঈশ্বৰৰ ঘৰলৈ ৰূপান্তৰিত কৰিলেহেঁতেন আৰু তাত এটি আধ্যাত্মিক পৰি-বেশত বিভিন্ন মতবাদী আৰু ৰগলোভী সকলো লোককে একত্ৰিত কৰি সৰ্বগ্ৰাহী আৰু মুক্তবিশ্বাসী লোকৰ আলয় কৰিবলৈ সাহ জন্মিলহেঁতেন: এনে ধৰ্মগৃহবোৰে সকলো শুদ্ধ আত্মাকেই আঁকোৱালি ল'ব পৰা এটি অদৃশ্য-মন্দিৰ বান্ধিবৰ কাৰণেই পথ সুগম কৰি তুলিব পাৰে। কোনো জীৱন বা পৰিৱেশ কোনো মঠ বা সংস্কাৰৰে বিৰোধী। ইয়াৰ ভিতৰত থাকে অগণন সম্ভাৱনাৰ বীজ আৰু বিভিন্ন মনৰ উপযোগী সকলো প্ৰকাৰৰ পৰিৱৰ্তনৰ কাৰণে ইয়াত সুবিধা থাকে। মানুহৰ মনৰ সূক্ষ্ম শিপা ৰগাবলৈ যদি কোনো আকাৰৰ প্ৰয়োজন বুলি ভাবোঁ, তেনেহ'লে প্ৰতীক আৰু আহিসমূহকে আগবঢ়াই দি বাকীখিনি মানৱ অন্তৰত স্থিত ঈশ্বৰৰ হাতত এৰি দিব পাৰোঁ। চক্ৰেটিছৰ নিচিনা প্ৰকৃত গুৰুৱে ধাই মাকৰ কাম কৰে। মোৰ মনেৰে হিন্দুধৰ্মবদৰে ধৰ্মত থকা অনিৰ্দিষ্টতাই উচ্চ প্ৰকাৰৰ নিৰ্দিষ্টতা থকাকেই বুজায়। ধৰ্মৰ অৰ্থ হ'ল এই বিশ্বত থকা ঈশ্বৰৰ লগত আমাৰ সচেতন সংযোগ আৰু তাৰ প্ৰধান উপায় হ'ল প্ৰেম।

## সৃজনশীল স্বজ্ঞা

জ্ঞান, সৌন্দৰ্য, নীতি বা ধৰ্মক্ষেত্ৰৰ সৃজনশীল ক্ৰিয়া উৎপত্তি হয় স্বজ্ঞাত বা অধ্যাত্ম-স্পন্দিত চিন্তাৰপৰা। কোনো মহত্ত্ব, কোনো উৎকৰ্ষ, কোনো প্ৰকাৰৰ সিদ্ধি—জীৱনৰ এই সৃজনী শক্তিৰ ব্যতিৰেকে সম্ভৱপৰ নহয়। বুদ্ধ, খৃষ্ট, প্লেটো আৰু প'ল আদি মানৱ বীৰসকল এই একে সাঁচতেই গঢ়া আৰু জীৱনৰ এই প্ৰাথমিক উৎসৰ-দ্বাৰাই প্ৰণোদিত। তেওঁলোকে আত্মাৰ গভীৰতাৰ স্পৰ্শ লাভ কৰে আৰু কথাও কয় সেই অবিভক্ত নৈৰ্ব্যক্তিক উৎসৰপৰাই, আৰু তাৰপৰাই উৎপত্তি হয় আমাৰ ব্যক্তিগত চিন্তা, আবেগ আৰু আকাঙ্ক্ষাসমূহ। চিন্তাবিদসকল, কলাকাৰসকল আৰু বীৰসকলে ধৰ্মৰ ভাষা ব্যৱহাৰ নকৰিলেও আৰু তাৰ লগত দেখাত বিৰোধ কৰিলেও প্ৰকৃত অৰ্থত তেওঁলোক ধাৰ্মিক। কাৰণ, তেওঁলোকে ব্যক্তি আৰু সৰ্বময়ৰ মাজৰ প্ৰাচীৰ ভাঙি দিয়ে। তেওঁলোকৰ সু-বোধ উদাৰতা, শান্ত আত্ম-নিবেদন, ধৈৰ্যশীল বিশ্বাস আছে—যি গুণসমূহ থাকে অন্য এখন জগতত, আত্মাৰ জগতত বাস কৰা সকলৰ গাত। তেওঁলোক অকলশৰীয়া হৈ, আত্মকেন্দ্ৰিক হৈ থাকে, ইচ্ছাকৃতভাৱে নহয়, আৱশ্যকতাৰ বশীভূত হৈ ক্ষণজন্মা পুৰুষসকলে দলভুক্ত হৈ কাম নকৰে। কবি আৰু ভগৱানৰ প্ৰত্যাদিষ্টসকলে সমিতি পাতি আলোচনা নকৰে।

## 'মানবাত্মা'

আমাক কোনোবাই মানৱাত্মাটো কি বুলি সংজ্ঞা দিবলৈ ক'লে স্পষ্ট উত্তৰ এটা দিয়াটো আমাৰ পক্ষে টান হৈ পৰিব। আমি ইয়াক জানো, অথচ বুজাব নোৱাৰোঁ, ইয়াৰ স্থিতি অনুভৱ কৰা হয় সকলোতে, কিন্তু ক'তো হ'লে দেখা নাযায়। ই আমাৰ শৰীৰো নহয় বা জৈৱিক অঙ্গও নহয়, মনো নহয়, প্ৰবৃত্তিও নহয়; কিন্তু এই সকলোতে নিহিত থকা আৰু সকলোকে বৰ্তাই থকা কিবা এটা; ই আমাৰ জীৱন সত্তাৰ ভিত্তি আৰু পটভূমি, ইটো-সিটো সূত্ৰৰদ্বাৰা আবদ্ধ কৰিব নোৱৰা সৰ্বব্যাপিতা বা অখিলাত্মা। "যাক মানুহে মনেৰে চিন্তা নকৰে কিন্তু যাৰদ্বাৰা মনকহে চিন্তা কৰা হয় তাকেই পৰমাত্মা বুলি জানিবা, ইলোকত মানৱে যাৰ পিচত ঘূৰে, ই সেইটো নহয়।"(১৯) উপনিষদত এটা সাধুকথা আছে: এজোপা গছৰ একেটা ডালতে দুটা চৰাই বহি আছে—এটাই খাই আছে, আনটোৱে চাই আছে। আত্মাই নিৰপেক্ষভাৱে চায়েই থাকে, ই আনন্দমুক্ত আৰু শুদ্ধ; আমাৰ ব্যৱহাৰিক আত্মা

---

(১৯) কেন উপনিষদ i, 5

জীৱন-কাৰ্যৰ লগত জড়িত। কিন্তু আগৰটো হ'ল বেছি বিশাল, অতি গভীৰ আৰু বেছি সত্য; কিন্তু ই সাধাৰণতে আমাৰ জ্ঞানৰপৰা আঁৰ হৈ থাকে। এই পৰম জ্যোতিয়ে যেতিয়া আমাৰ বুদ্ধিক অনুপ্ৰাণিত কৰে, তেতিয়া আমি পাওঁ ধী বা প্ৰতিভা শক্তি; যেতিয়া ই আমাৰ প্ৰবৃত্তি স্পন্দিত কৰে, তেতিয়া পাওঁ বীৰত্ব; যেতিয়া ই আমাৰ অন্তৰেদি প্ৰৱাহিত হৈ যায়, তেতিয়া লাভ হয় প্ৰেম, আৰু যেতিয়া ই আমাৰ সমগ্ৰ সত্তাকেই ৰূপান্তৰিত কৰে, তেতিয়া মানৱ সন্তান হৈ পৰে ঈশ্বৰ-সন্তান; আত্মাৰ এই অগনি যিকোনো বেদীতেই থোৱা নহওক, ই প্ৰজ্বলিত হৈ উঠে স্বৰ্গ স্পৰ্শ কৰি। ইয়াৰ শক্তি অসীম, স্বপ্ন দেৱদূতীয়, আৰু বোধ ঐশ্বৰিক। ইয়াৰ প্ৰকাশৰ কোনো অন্ত নাই, ইয়াৰ সম্ভাব্যতা সৰ্বময় (সৰ্ব পৰিবেষ্টিত)। য'তেই প্ৰতিভা-শক্তি, প্ৰেম আৰু বীৰত্ব আছে, সি যিমানেই ক্ষুদ্ৰাতিক্ষুদ্ৰ, আৰু যিমানেই অনাবিষ্কৃত পথ নহওক, তাতেই সৃজনশীল আত্মাৰ ক্ৰিয়া বৰ্তমান। ক্ৰিয়া-ফলৰ পৰিপূৰ্ণতা সদায়েই তৃপ্তিদায়ক। ইও ঈশ্বৰেৰই এটি বিকাশমাত্ৰ। আমি পোৱা সকলো প্ৰকাৰৰ অনুপ্ৰেৰণাও আমাত থকা অখিল আত্মাৰ বিকাশ মাত্ৰ, অকল ধাৰ্মিক মানুহহে এই কথা সম্বন্ধে সচেতন (২০)। তেওঁৰযে প্ৰকৃত সত্তা অখিল কিবা এটা আৰু সিয়ে তেওঁৰ সাধাৰণ অহংটোক তাৰ চৰম ক্ৰিয়াসমূহত প্ৰভাৱান্বিত কৰি ৰাখে, তাক তেওঁ জানে, আৰু সেই কাৰণে তেওঁ ইয়াৰ প্ৰতি ভক্তি আৰু কৃতজ্ঞতাত অভিভূত হৈ পৰে।

আমাৰ বাস্তৱ জীৱনত ব্যস্ততা আৰু কোলাহলৰ মাজত আমাৰ সত্তাৰ এই ৰহস্যৰ প্ৰতি আমি বিশেষ মনোযোগ নিদিওঁ। আমাৰ স্বাভাৱিক জীৱনতযে কিছুমান আচৰিত ৰকমৰ অনুভূতি আছে, যিবোৰ স্বৰূপতে যৌক্তিক নহয়, সেই কথা আমি উপলব্ধি নকৰোঁ। আমিযে প্ৰকৃততে কি, আৰু কি অদৃশ্য জিঞ্জিৰিৰে আমি এই বিশ্ব-জগতৰ লগত বান্ধ খাই আছোঁ, সেই বিষয়ে আমাৰ যথাযথ চেতনা নাই। তাতকৈও নিকৃষ্ট কথা হ'ল, আমাৰ ভিতৰত থকা যি অন্তৰাত্মাই আমাক দিয়ে অন্তৰ্দৃষ্টিৰ বিজুলী চমক, হঠাৎ হোৱা স্বজ্ঞা আৰু অপ্ৰত্যাশিত অনুভূতি, তাক আমি ভুল কৰোঁ আমাৰ আদিম আৰু প্ৰাথমিক সত্তাৰ অৱস্থা মাত্ৰ বুলি। মনঃসমীক্ষক-

---

(২০) "গ্ৰীক ভাস্কৰ এজনে নিজৰ মূৰ্তি এটা কাটিলে আৰু যেতিয়া ই সম্পূৰ্ণ হ'ল, তেতিয়া তেওঁ তাৰ ওচৰত দীঘল দি পৰিল; তেওঁ অনুভৱ কৰিলে যে ইয়াৰ সৌন্দৰ্য নিজৰ সৃষ্টি নহয়, ঐশ্বৰিক। মিল্টনে স্বৰ্গীয় কবিতা দেৱীক কৰা প্ৰাণপূৰ্ণ প্ৰাৰ্থনা সাধাৰণ গতানুগতিক কাব্য-নিয়মেই নহয়। ৱৰ্ডচ্‌ৱৰ্থৰ কাৰণে এই প্ৰাথনা সাহিত্যিক ভাষাত প্ৰতিভাত চৈতন্য—প্ৰকৃততে ই প্ৰকৃতিত বিকাশ লাভ কৰা প্ৰেম আৰু চিন্তাৰ প্ৰাণৰ ওপৰত নিৰ্ভৰশীলতাৰ, তাৰ লগত ঐক্যবোধৰ আৰু তাৰ প্ৰতি শ্ৰদ্ধাৰ চৈতন্যবোধ, আৰু ই সম্পূৰ্ণ বিকশিত হয় মানৱতাৰ প্ৰেম আৰু ভাবত।" (Bradley—*A Miscellany* (1929) Pp. 235-236)

সকলে আমাৰ এই পৰম চৈতন্যৰ মুহূৰ্তক আমাৰ ভিতৰত থকা অনুৎকৰ্ষ শক্তিৰ ব্যঞ্জনা বুলি নধৰি বুজাব খোজে মানসিক 'গুচৈষা' বুলি। মানৱ সত্তাৰ আদিম বিষয়সমূহলৈ প্ৰৱেশ অধিকাৰৰ বিশেষ সুবিধা পোৱাজনেই ক্ষণজন্মা পুৰুষ নহয়; যিজনে ভৱিষ্যৎ আধ্যাত্মিক পুৰুষ হোৱাৰ সম্ভাৱনা দিব পাৰে, তেৱেঁইহে প্ৰকৃত ক্ষণজন্মা পুৰুষ। তেওঁ অৱগত হৈছে অপ্ৰকাশিত আদিম প্ৰবৃত্তি সম্বন্ধে নহয়; কিন্তু আত্মাৰ যি মহত্ত্বই তেওঁক সাধাৰণ স্তৰৰপৰা এক উচ্চস্তৰলৈ উন্নীত কৰি লৈ যায়, সেই সম্পৰ্কেহে।

আমাৰ স্বজ্ঞাত চৈতন্যক বিশ্লেষণ কৰিলে পাওঁ যে আমিয়েই এক অবিভাজ্য আত্মা, আৰু যিখন ব্যৱহাৰিক জগতৰ লগত আমাৰ সম্বন্ধ, সেই জগতখন আমাৰ জাগ্ৰত অৱস্থাত আমাৰ শক্তিৰ সীমিত অংশ এটাই উত্তৰ কৰা এক ব্যৱস্থা মাত্ৰ। আমি যদি আমাৰ অন্তৰত বাস কৰিবলৈ বিচাৰোঁ, তেনেহ'লে আমাৰ অন্তঃস্বজনৰ প্ৰতি আমি সঁহাৰি দিব লাগিব, ইয়েই আমাৰ অধিক সত্য, গভীৰ শান্ত আৰু আনন্দময় সত্তা, ইয়েই সকলো প্ৰকাৰৰ প্ৰকাশৰ আধাৰ আৰু অৱলম্বন।

আমাৰ দ্বিজত্ব লাভ নহ'লে আত্মাৰ এই মহত্ত্ব লাভ সম্ভৱপৰ নহয়; যিসকলে এই উচ্চতা লাভ কৰে, তেওঁলোকেই প্ৰকৃততে দ্বিজ হয়, নৱজন্ম লাভ কৰে; যদিও এই দ্বিজত্ব গুণ মহাত্মাসকলৰ জীৱনতেই বিকাশ লাভ কৰা দেখা যায়, আমাৰ কাৰো জীৱনতো নোহোৱা নহয়। আমি এই মহত্ত্বৰ উৎকৰ্ষ সাধন কৰিব নোৱাৰিলেও যিসকলে ইয়াক লাভ কৰে, তেওঁলোকৰ প্ৰতি আমাৰ শ্ৰদ্ধাঞ্জলি আগবঢ়াবলৈ আমি সদায় সাজু। মহৎ লোকসকলৰ চিন্তা, হৰ্ষ আৰু কাৰ্যাৱলীয়ে আমাৰ অন্তৰত এটি শ্ৰদ্ধাৰ ভাব উদ্ৰেক কৰে। আমাৰ ভিতৰত যদি এই আত্মা নাথাকিলহেঁতেন, তেনেহ'লে কলা, বিজ্ঞান বা জীৱনৰ মহৎ কাৰ্যসমূহৰ সন্মুখত থিয় হৈ আমি কেতিয়াও ৰোমাঞ্চিত বা পুলকিত হৈ নুঠিলোঁহেঁতেন। তেওঁলোকৰ তাৎপৰ্যৰ গভীৰতা, বীৰত্বৰ প্ৰভা আৰু হৰ্ষোন্মাদৰ দৃষ্টি আমি নিজৰ বুলিয়েই দাবী কৰোঁ। কবিৰ কাব্যৰ লয়ে আমাৰ অন্তৰাত্মাৰ স্পন্দনৰ লগত সংযোগ স্থাপন কৰে, আমাৰ কথাত তেওঁলোকৰেই ভাষা প্ৰতিধ্বনিত হয়। যি ক্ষণজ্যোতিয়ে আমাক সমগ্ৰ জীৱন ধৰি বাৰে বাৰে অনুগমন কৰি থাকে, আমাৰ যি আত্মা অনাবিষ্কৃত হৈ থাকে, প্লেটোৰ ভাষাত, সি পুনৰ সংস্মৃত হৈ পৰে। আমাৰ অন্তৰৰ গভীৰতম প্ৰদেশৰপৰা ওলোৱা যিকোনো কথাই হাজাৰ হাজাৰ অপ্ৰকাশ বাণীকে একেলগে প্ৰকাশ কৰি তোলে। কবিৰ কথা আমি আমাৰ আপোন বুলিয়েই দাবী কৰোঁ; দাৰ্শনিক ভাব আমি গ্ৰহণ কৰোঁ আমাৰেই শ্ৰেষ্ঠতম চিন্তাধাৰা বুলি। সন্তসকলৰ সিদ্ধ অৱস্থাও আমি আকাঙ্ক্ষা কৰা আৰু উপলব্ধি কৰিব পৰা অৱস্থা বুলি অনুভৱ কৰোঁ। কোনো এটা বস্তুৰ লগত যেতিয়া আমাৰ লগত কিবা মিল থকা পাওঁ, তেতিয়াহে আমি তাক বুজিব

পাৰোঁ। যেতিয়া কোনো চিত্ৰ, কবিতা বা জীৱনে আমাৰ ভিতৰত আচৰিতভাৱে ক্ৰিয়া কৰে, তেতিয়া আমি বুজিব লাগিব যে তাত সোমাৰি দিব পৰা অন্তঃস্থ গভীৰতম বিস্ময়ো তাত কিবা আছে। প্লেটোৰ আত্মা নাথাকিলে আমি প্লেটোক বুজিব নোৱাৰোঁ। যীশুখৃষ্টক বুজিব লাগিলে আমাৰ থাকিব লাগিব যীশুখৃষ্টৰ মন।

সৌন্দৰ্যৰ অভিজ্ঞতা সক্ৰিয়-সৃষ্টি বুলি ক্ৰোচেই দিয়া মত অলপ অতিশয়োক্তি হ'লেও এটি মূল্যবান সত্য তেওঁ প্ৰকাশ কৰিছে। আমি যেতিয়া কবিতা এটি পঢ়ি ভাল পাওঁ, তেতিয়া আমাৰ মনে সক্ৰিয়ভাৱে এটি স্বজ্ঞাৰ সৃষ্টি কৰে আৰু তাৰ প্ৰকাশ অনুভৱ কৰে, অৱশ্যে আমি এই সম্বন্ধে তেতিয়া সমূলি সচেতন নহ'ব পাৰোঁ। কবিয়ে যি অৰ্থ প্ৰকাশ কৰিব খুজিছে মযো সেই অৰ্থ বুজিব লাগিব, তেওঁ যি চিত্ৰৰ ব্যঞ্জনা কৰে তাক মই মোৰ মনত অঙ্কিত কৰিব পাৰিব লাগিব, আৰু তেওঁৰ ভাবসমূহ মোৰো চিন্তাৰ বিষয় হ'ব লাগিব। যেতিয়ালৈকে কোনো কলাকাৰৰ ভাব মোৰ আপোন হৈ নুঠে, তেতিয়ালৈকে মই তেওঁৰ সৃষ্টিত তেওঁৰ ভাব দেখিবলৈ নাপাওঁ। আমি মহৎ কাব্য বুজিব লাগিলে আংশিক পৰিমাণে হ'লেও তদনুৰূপ অভিজ্ঞতা লৈহে তাৰ ওচৰ চাপিব লাগিব। ঈশ্বৰৰ বিষয়ে বা অদৃশ্য জগতখনৰ বিষয়ে জ্ঞান লাভ কৰিব লাগিলেও আমাৰ অন্তৰাত্মাত তাৰ ধ্বনি শুনিব লাগিব। আমাৰ কাৰো ভিতৰতে আত্মাৰ স্ফুলিঙ্গ সম্পূৰ্ণ নিৰ্বাপিত নহয়, কাৰো অন্তৰৰপৰাই ঈশ্বৰৰ প্ৰতিমূৰ্তি সম্পূৰ্ণ অপসৃত হৈ নাযায়। যিসকল ঋষিত এই আত্মা অকল স্থিতি হিচাপেই নাথাকি উপাৰ্জিত ফলবিশেষ হয়, স্বপেনহাৱাৰৰ ভাষাত তেওঁলোকে আমাকে চকু দান কৰে, আৰু আমি তাৰে দেখিবলৈ আৰম্ভ কৰোঁ। তেওঁলোকে আমাক এই জগতখন নতুন ৰূপত দেখিবলৈ, জানিবলৈ, ভাল পাবলৈ আৰু বুজিবলৈ শক্তি প্ৰদান কৰে। আমাৰ চূড়ান্ত সামৰ্থ্য অনুসৰি তেওঁলোকৰ এই শান্ত আৰু সৌন্দৰ্যময় জীৱন-দৃষ্টিৰ ভাগ লওঁ। সৌন্দৰ্যৰ গুণগ্ৰাহীসকলো যেনেকৈ একপ্ৰকাৰ কলাকাৰ, নবীসকলক বুজিব পৰা সকলো এক শ্ৰেণীৰ নবীয়েই।

সকলো প্ৰকৃত মহত্ত্বই আমাক আলোকিত কৰি তুলিব পাৰে, আমাৰ নীচতা আৰু ক্ষুদ্ৰতা, অস্থায়িত্ব আৰু ব্যৱহাৰ-উপযোগিতাৰপৰা মুক্ত কৰি আমাক ৰূপান্তৰিত কৰি তুলিব পাৰে। এইসকলে যে কেৱল ইন্দ্ৰিয় তৃপ্তিকেই সাধে বা মনকে সন্তুষ্ট কৰে এনে নহয়, আমাৰ আত্মাক স্পৰ্শ কৰে আৰু আমাৰ সমগ্ৰ সত্তাকে পৰিবৰ্তন কৰি পেলায়। এইসকলৰ সহায়ত আমি জীৱনৰ অৰ্থৰ মহত্ত্ব উপলব্ধি কৰিব পৰা হওঁ। আধ্যাত্মিক জীৱনৰ সত্যতাৰ নিশ্চিত প্ৰমাণ ঈশ্বৰৰ এই সন্তসকলৰ লগত হোৱা পৰিচয়তকৈ আৰু কি লাগে? তেওঁলোকে আমাৰ সন্দেহবাদ দূৰ কৰে। তেওঁলোকৰ জীৱনে সত্যক প্ৰকাশ কৰে আৰু তাক একোৱেই খণ্ডন কৰিব

নোৱাৰে। তেওঁলোকৰ প্ৰভাৱ আছে বাধ্যবাধকতাৰদৰে, কাৰণ, তেওঁলোকে লিপি-কাৰৰদৰে কথা নকয়, কয় কৰ্তৃত্বশীল লোকৰ দৰে। (২১)

যি মহাপুৰুষসকলৰ মুখৰপৰা এনে পুলকিত বাণী নিঃসৃত হয়, মানৱ জাতি যে আগলৈ কি হ'ব এওঁলোকে তাৰ আগজাননী দিয়ে। এওঁলোকেই অনন্তৰ অগ্ৰদূত, ভৱিষ্যৎ মানুহৰ প্ৰথম ফল স্বৰূপ। এই মহাপুৰুষসকল আৰু এওঁলোকে আমাৰ অন্তৰত উজলাই তোলা মনোৰস্মাই মানৱ জাতিৰ ভৱিষ্যৎ আধ্যাত্মিকবোধৰ ক্ষেত্ৰত হ'ব পৰা ফল লাভৰে প্ৰতিশ্ৰুতি দিয়ে, এওঁলোকেই নৱ অভ্যুদয়, নতুন মানৱ জাতিৰ পাতনি, প্ৰাণী বিদ্যাৰ ভাষাত "লীলা", আৰু তাতেই নিহিত আছে নতুন গুণসম্পন্ন শ্ৰেণী-সৃষ্টিৰ জাগৰণ। আমি সকলোৱেই পুনঃ জন্ম লাভ কৰিব লাগিব, আমাৰ সত্তাৰ পুত্ৰত্ব (২২) প্ৰকাশ কৰিব লাগিব; ঈশ্বৰ স্বৰূপৰ পূৰ্ণতাৰ (২৩) অংশ গ্ৰহণ কৰিব লাগিব, অৱশ্যে উৎকৰ্ষতা আৰু দ্যুতিৰ সুদীৰ্ঘ প্ৰক্ৰিয়া এটাই আমাক সেই আদৰ্শৰপৰা সম্প্ৰতি বিদূৰ কৰি ৰাখিছে। জীৱনৰ এই নতুন দৃষ্টিযে প্ৰকৃতিৰ অন্তৰ আৰু বাহিৰৰ মাজত নতুন ঐক্যাই বুদ্ধ আৰু যীশুখৃষ্টত শৰীৰ ধাৰণ কৰি দেখা দিছে।

---

(২১) ঈশ্বৰৰ মূল মঙ্গলতা সম্পৰ্কে চক্ৰেটিছে কৰা ব্যাখ্যাক এদিমেন্টাচে (Adeimantus) স্বীকাৰ কৰা সম্পৰ্কত প্লেটোৰ ৰিপাব্লিকত (382 F) এষাৰ বৰ মনত লগা কথা আছে। যি মুহূৰ্তে চক্ৰেটিছে কথাটো দৃঢ়তাৰে প্ৰকাশ কৰিলে, সেই মুহূৰ্ততে ই স্পষ্ট হৈ পৰা যেন হৈছিল। "মযো নিজে এনেকৈযে ভাবিছোঁ, আপুনিও এতিয়া তেনেকৈযে কৈছে।" জন (ইং 43-51)ত ব্যক্তিগত প্ৰভাৱৰ এনে এটি উদাহৰণ আছে। ভায়েক ফিলিপে যেতিয়া ককায়েক নাথানিয়েলক ক'লে যে নতুন গুৰু এজন আহিছে, যি ইজৰাইলৰ মেছায়া (Messiah) হ'ব, তেতিয়া তেওঁ বিশ্বাস কৰিবলৈ টান পালে। কিন্তু যেতিয়া তেওঁ যীশুক লগ পালে আৰু তেওঁৰ কথা শুনিলে, তেতিয়া তেওঁৰ সন্দেহ দূৰ হ'ল আৰু তেওঁ তেওঁৰ ঐশ্বৰিক উদ্দেশ্য আৰু কৰ্তৃত্ব সম্পৰ্কে নিঃসন্দেহ হ'ল। অখ্ৰীষ্টীয় দাৰ্শনিক এজন যেতিয়া সাধাৰণ অশিক্ষিত গাঁৱলীয়া মানুহ এজনৰদ্বাৰা খৃষ্টধৰ্মত দীক্ষিত হ'ল, তেতিয়া কোনোবাই সুধিলে, কেনেকৈ ই ঘটিব পাৰিলে; তেওঁ উত্তৰ দিলে যে এই বুঢ়া মানুহজনৰ গাত এনে এটি পৱিত্ৰতাৰ শক্তি আছিল যে তাক তেওঁ আৰু প্ৰতিৰোধ কৰিব নোৱাৰিলে, অথচ তেওঁ সকলো পাণ্ডিত্যপূৰ্ণ তৰ্কৰে উত্তৰ দিব পাৰিছিল। ডাঙৰ নবীসকলৰ ব্যক্তিত্বৰ প্ৰতি সৰ্বসাধাৰণ মানুহৰ এনেকুৱাই সহজে স্বীকৃত হোৱা আৱেগিক ভাব।

(২২) **Romans, viii. 17.**

(২৩) **Ephesians, iii, 19.**

প্ৰকৃতিৰ বিৱৰ্তনৰ মাজেদি যি আচৰিত ফলসমূহ আমি দেখিবলৈ পাইছোঁ, আমি তালৈ মন কৰিলে এইবিলাকে লাভ কৰা মহত্ত্বও আমি আটায়ে লাভ কৰিব পাৰোঁ বুলি যে আমাৰ কাৰণেও সম্ভৱ, তেনে আশা পোষণ কৰাটো একেবাৰেই অযুক্তিকৰ যেন নহয়। ডাৰ্উইনৰ বান্দৰটো আছিল জঙ্ঘলত অন্ধ বুদ্ধিৰ জীৱন যাপন কৰি; সিনো কেতিয়াবা ভাবিছিলনে যে সিয়েই এসময়ত গৈ বুদ্ধি-বৃত্তি প্ৰয়োগ কৰা এটি জীৱ হৈ পৰিব আৰু গোটেই পৃথিৱী বশ কৰি পেলাব, ইয়াৰ প্ৰাকৃতিক শক্তিসমূহ ব্যৱহাৰ কৰি সাগৰত পাৰি দিব, আকাশত ভ্ৰমণ কৰিব, শাৰীৰিক আৰু মানসিক শক্তিসমূহত প্ৰভুত্ব বিস্তাৰ কৰিব, আৰু তাতোকৈও ডাঙৰ কথা গাৰ্হস্থ্য, জাতি আৰু আন্তৰ্জাতিক জীৱনত আচৰণ-বিধি প্ৰয়োগ কৰি নিজৰ জীৱনকো শাসন কৰি চলিব। মানুহে আজি তেনেকৈয়ে ভাবিবলৈ টান পায় যে, মানুহেও কেতিয়াবা ঈশ্বৰত্ব লাভ কৰিব, প্ৰমাদশূন্য জ্ঞান লাভ কৰিব, দুখবিহীন আনন্দ লাভ কৰিব, দুৰ্বলতাবিহীন শক্তি লাভ কৰিব, দোষ আৰু বাধাহীন পৱিত্ৰতা আৰু পূৰ্ণতা লাভ কৰিব। মানৱ জাতিৰ এনে আদৰ্শৰ ৰূপান্তৰ মানুহৰ স্বৰ্গৰ, ঈশ্বৰৰ শাসনৰ স্বপ্ন। সৃজনশীল প্ৰক্ৰিয়া আৰু মানুহ সম্বন্ধে আমি ক'ব পাৰোঁ, "সিহঁত কি হ'ব, এতিয়াও তাৰ ৰূপ দেখা যোৱা নাই।" আমাৰ বুদ্ধিয়ে মানোন কৈছে যে একমাত্ৰ সম্ভাব্য কথা হ'ল আপেক্ষিক জ্ঞান, শঙ্কাপূৰ্ণ আনন্দ, অৱস্থা-সাপেক্ষ শক্তি, সীমিত ইষ্ট, কিন্তু আমাৰ অন্তৰ্দৃষ্টিৰ মুহূৰ্তই আমাক ঈশ্বৰৰ ৰাজ্যৰ ৰূপ এটি আমাৰ আগত দাঙি ধৰি আমাক অনুপ্ৰাণিত কৰি তোলে, আৰু একালত নৰ-বান্দৰ যেনেকৈ মানুহ হৈছিলহি, মানুহো তেনেকৈ ঈশ্বৰ হোৱাৰ আশা এটি পোষণ কৰোঁ। আমি যদি যোৱা ৫০ শতিকাত আমি লাভ কৰা উন্নতিলৈ চকু দিওঁ, তেনেহ'লে দেখোঁ যে এই যুগাৱৰ্তন ঘড়ীৰ কাটা এডাল ঘূৰাৰ সমান; আমি অধৈৰ্য হ'বৰ কোনো কাৰণ নাই। যেতিয়ালৈকে বিজয়ৰ ধ্বনি হৰ্ষোন্মাদেৰে চাৰিওফালৰ-পৰা ধ্বনিত হৈ নুঠে তেতিয়ালৈকে আমি ঘড়ীৰ কাঁটা ঘূৰায়েই থাকিব লাগিব। ৰোমানসকললৈ চেন্ট্ পলে দিয়া বাণীৰ অষ্টম অধ্যায়ৰ কথা কেইআষাৰমানে আমাক অনুপ্ৰেৰণা যোগাব পাৰে। "আমি আজি যি দুখ-যন্ত্ৰণা ভোগ কৰিব লাগিছোঁ সি আমাৰ ভিতৰত প্ৰকাশিত হ'বলগীয়া গৌৰৱৰ লগত তুলনাৰ অযোগ্য, কাৰণ, গোটেই সৃষ্টিয়ে ঈশ্বৰৰ পুত্ৰৰ আবিৰ্ভাৱৰ কাৰণেই অপেক্ষা কৰি আছে।"

সেই অৱতাৰ নোহোৱালৈকে কোনো ব্যক্তি বিশেষে নিজৰ জীৱন সম্পূৰ্ণ-ভাৱে সু-সংগঠিত কৰিব নোৱাৰে, কাৰণ, সংগঠন অকল আন্তৰিকেই নহয়, বাহিৰিকো। আমাৰ পৰিবেশত থকা শ্ৰেষ্ঠ বস্তুসমূহৰ লগত আমাৰ নিজৰ প্ৰক্ৰিয়া আৰু শক্তিসমূহ সংগঠিত কৰিব লাগিব। এই পাৰস্পৰিক সক্ৰিয় ঐক্যবোধৰ সম্পূৰ্ণ উপলব্ধিয়েই "পূৰ্ণ-জীৱন", আৰু ই মৃত্যুৰপৰ হ'ব পাৰে, জগত যেতিয়া সম্পূৰ্ণ বিমুক্ত হ'ব, যেতিয়া উচ্চ সত্তা লাভৰ কাৰণে উৎকৰ্ষ লাভ কৰিব। সৰ্বসাধাৰণ জনতাক

হেয় বোধ কৰি নিজক তাৰপৰা সগৰ্বে আঁতৰাই অকলশৰীয়া হৈ কোনো থাকিব নোৱাৰে। আমি সকলোকে আমাৰ কাষলৈ আকৰ্ষণ কৰি আনি লৈহে আমাৰ সত্তা লাভৰ সোপানত আগুৱাই যাব পাৰোঁ। যদিও প্ৰত্যেক ব্যক্তিয়ে নিজৰ উদ্যান নিজেই কৰ্ষণ কৰি ল'ব লাগিব আৰু নিজ সত্তাক নিজেই সম্পূৰ্ণতাৰ বাটত লৈ যাব লাগিব, তথাপি এইটোও মনত ৰাখিব লাগিব যে এই সত্তা জগতৰ আনৰপৰা পৃথক কৰি থোৱা হোৱা নাই, আৰু উদ্যানখনো বিশ্বজগতৰ আন অংশৰপৰা জেওৰা দি বেলেগ কৰা হোৱা নাই। গোটেই জগতখনেই আমাৰ উদ্যান আৰু গোটেই জগতখন নোহোৱালৈকে আমি অকলে আত্মনিষ্ঠ হ'ব নোৱাৰোঁ।।

## আত্মপূৰ্ণতা

যিকোনো দিশতে হওক, মানৱ-মনে ইয়াৰ সম্পূৰ্ণতাৰে সত্যক জানিবৰ কাৰণে প্ৰচেষ্টা কৰা সময় দৃষ্টিয়ে স্বজ্ঞাত অন্তৰ্দৃষ্টি, প্ৰজ্ঞা। যি অবিভাজ্য ঐক্য-জীৱন উপলব্ধিৰপৰা বুদ্ধি আৰু অনুভূতি, কল্পনা আৰু স্পৃহা সকলো উৎপত্তি হয় সেয়ে আধ্যাত্মিক জীৱনৰ সাৰবস্তু। সাধাৰণতে আমি সম্পূৰ্ণ মানুহ বা প্ৰকৃত ব্যক্তি নহয়, মানুহৰ ধ্বংসস্তূপ বা ব্যক্তিৰ খোলা মাত্ৰ। আমাৰ সমাধানসমূহ নিয়ম-তান্ত্ৰিক আৰু কাম অনুকৰণমূলক। আমি আত্ম নহয়, স্বয়ংক্ৰিয় মানৱযন্ত্ৰ। আমাৰ জীৱনত সেইকাৰণেই লাৱণ্য, গাম্ভীৰ্য আৰু শক্তিৰ অভাৱ। নিজক সম্পূৰ্ণ আৰু সম্যক প্ৰকৃতিলৈ ৰূপান্তৰিত কৰিবৰ হ'লে, সহজ বা পশুবুদ্ধি আৰু বুদ্ধি, অনুভূতি আৰু অভিলাষ-বিৱৰ্তন-মুখী ব্যক্তিত্ব বিনে যিবিলাকৰ কোনো অস্তিত্ব নাই, সেই সকলোকে সু-সমাহিত কৰি ল'ব লাগিব। অকল ধৰ্মমত পৰিৱৰ্তনেই এই প্ৰক্ৰিয়া নহয়। আমাক চাতুৰী নালাগে, লাগে সু-বিবেচনা; বুদ্ধিৰ শিক্ষা নালাগে, লাগে আত্মাৰ পৱিত্ৰতা, আৰু লাগে সত্যৰ প্ৰকৃতিৰ লগত পৰিচয়ৰ ঘনিষ্ঠতা আৰু সেই আদৰ্শত যাপন কৰা জীৱন। ইন্দ্ৰিয়সমূহক যিমানেই প্ৰশিক্ষণ দিয়া নহওক লাগিলে, সিহঁতে কেতিয়াও চিন্তাক প্ৰত্যক্ষ কৰিব নোৱাৰে, আনকি বুদ্ধি-বৃত্তিৰ কোনো কৌশলেও আমাক স্বজ্ঞাত অন্তৰ্দৃষ্টি বা প্ৰজ্ঞালৈ অগ্ৰসৰ কৰি নিব নোৱাৰে। আমাৰ এনে এক নতুন চৈতন্যবোধ লাভ হ'ব লাগিব, য'ত চিন্তালৈ ধাৰণা আৰু ইন্দ্ৰিয়লৈ বংবোধ হোৱা দি পৰম সত্যও আমাত প্ৰকাশিত হ'ব। আমাৰ জীৱনৰ লক্ষণ প্ৰধানতঃ সৃষ্টিশীল। কোনো সূত্ৰ পালনৰদ্বাৰা যেনেকৈ আমি এপাহ ফুল ফুলাব নোৱাৰোঁ, তেনেকৈ আমাৰ বুদ্ধিৰ প্ৰয়োগৰদ্বাৰা একো সৃষ্টিও কৰিব নোৱাৰোঁ।

সৃষ্টি হ'ল আত্মাৰ উৎকৰ্ষ, চৈতন্যৰ বিস্তাৰৰ ফল। ইয়াৰ কাৰণে আমাক ধৰ্ম লাগে, উত্তোলন শক্তি হিচাপে ঈশ্বৰত বিশ্বাস দেখুৱাবলৈ বা ঈশ্বৰৰ অস্তিত্ব প্ৰমাণ কৰিবলৈ নহয়। ধৰ্ম বিজ্ঞান নহয়, গীৰ্জাও বিদ্যালয় নহয়। ই হ'ল সসীমৰ ভিতৰত অনন্তৰ অনুভূতি।

মনঃসমীক্ষণে আমাক কয় যে, মানৱ-মন এনে কিছুমান পৰস্পৰ-বিৰোধী শক্তিৰ ব্যূহৰ মাজত অৱস্থিত যে সেই শক্তিসমূহক কোনো এক ঐক্যৰ বশৱৰ্তী কৰাৰ প্ৰয়োজন। আমাৰ প্ৰাথমিক বৃত্তিসমূহক এনে তিনিপ্ৰকাৰে শাসন কৰিব পাৰি :

(১) প্ৰতিৰক্ষী প্ৰতিক্ৰিয়া (Defence reaction) : চেতন মনে অৱচেতন বৃত্তিসমূহৰ লগত একপ্ৰকাৰ প্ৰত্যক্ষ বিৰোধৰ ভাব গ্ৰহণ কৰে।

(২) প্ৰতিস্থাপন ( Substitution অনুকল্পবৃদ্ধি ) : বৃত্তিক দমন কৰাৰ সলনি মনে ইয়াৰ অন্য পথে লৈ যায়, যেনে, যৌন-বৃত্তিয়ে কলা-চৰ্চাৰ মাজেদি প্ৰকাশ লাভ কৰে।

(৩) উদ্‌গতি বা উৰ্ধপাতন (Sublimation) : ইয়াত বৃত্তিক দমন কৰা বা পথান্তৰ কৰা নহয়, ইয়াক উচ্চ পৰ্যায়লৈ ৰূপান্তৰ মাত্ৰ কৰা হয়, যৌন-প্ৰেমক আধ্যাত্মিক ভক্তিলৈ উন্নীত কৰা হয়। ইয়াৰ এক উদাহৰণ হ'ল ডান্টেৰ বাসনাৰ আধ্যাত্মিক প্ৰকাশ। এই সকলো ক্ষেত্ৰতে মনে যি ঐক্য লাভ কৰে, সি মাত্ৰ বাহ্যিক। অৱদমিত বৃত্তিসমূহ সুবিধা পালেই তাৰ সকলো শক্তিৰে প্ৰকাশ লাভ কৰিবলৈ বাট চাই পট-ভূমিত অপেক্ষা কৰি ৰৈ থাকে। নিজক ৰুদ্ধ কৰি ৰাখি সন্মানিত জীৱন যাপন কৰা বৃদ্ধা মহিলাযো কেতিয়াবা অদমনীয় আৱেগ আৰু যৌন-অনুভূতি প্ৰকাশ কৰে। তেওঁলোকৰ জীৱনৰ অব্যৱহৃত শক্তিসমূহ ইমান-দিনে অৱচেতন কাৰাগাৰত বন্দী হৈ থাকি হঠাৎ তাৰ তৃপ্তি লাভৰ কাৰণে হাহাকাৰ কৰি উঠে। প্ৰণয় আৰু বন্ধুতাৰ কাৰণেই উদগ্ৰীৱ হৈ পৰি তেওঁলোকে তেওঁ-লোকৰ মৰম ঢালি দিয়ে পোহনীয়া কুকুৰ-মেকুৰীত। এনে প্ৰতিকল্পত অসন্তুষ্ট হৈ তেওঁলোক উন্মাদ আৰু উদ্‌ভ্ৰান্ত হৈ পৰে। এই উপায়সমূহৰদ্বাৰা আত্মাই নিজতে স্থিত হৈ শান্তিৰ যি শক্তি আৰু সাম্য লাভ কৰে তাক আমাৰ মনে লাভ কৰিব নোৱাৰে। যোগৰ প্ৰক্ৰিয়াই আমাৰ প্ৰকৃতিৰ মূল বস্তুটোকেই পৰিৱৰ্তন কৰি পেলাব খোজে, ইয়াক কেৱল ব্যক্তিৰ ইচ্ছাক সচেতনভাৱে দমন কৰিয়েই কৰাটো সম্ভৱপৰ নহয়।

হিন্দুসকলৰ যোগ-প্ৰণালীয়ে আমাৰ শৰীৰ আৰু ইন্দ্ৰিয়, জীৱন আৰু মন আদি আমাৰ প্ৰকৃতিৰ সকলো কালকে শাসন কৰি আৰু সমাহিত কৰিবৰ উদ্দেশ্যে এনে কিছুমান নিয়ম-সংযম বান্ধি দিছে যাতে আমাৰ আত্মাই মুক্তভাৱে সৃষ্টিশীল ক্ৰিয়া সাধন কৰিব পাৰে; কাৰণ, এই সকলোবিলাকেই সেই আত্মাৰেই উৎকৰ্ষ সাধন

মাত্ৰ। ৰোগে আমাৰ শাৰীৰিক সত্তা আৰু তাৰ পৰিবেশৰ মাজত থকা সমন্বয়ৰ মাজত প্ৰাচীৰ গঢ়ি তোলে। প্ৰমাদ আৰু অজ্ঞতাই যুক্তিৰ জগত আৰু সজ্ঞান মনৰ মাজত থকা সংহতিত আঘাত কৰে। পাপে এই বিশ্বৰ ইচ্ছা আৰু মানৱ ইচ্ছাৰ মাজত থকা মৈত্ৰী বিলোপ কৰে। আমাৰ ভিতৰত থকা বিভিন্ন শক্তিসমূহে যেতিয়া আপোন-আপোন ক্ষেত্ৰত অকলশৰে ক্ৰিয়া কৰিব খোজে, তেতিয়াই আত্মা আৰু বিশ্বজগতৰ মাজত বিসম্বাদৰ সৃষ্টি হয়। আমি সকলো বস্তুকে আমাৰ নিজ বাসনা আৰু স্বাৰ্থৰ বিপ্ৰতীপ মাধ্যমেৰে চাবলৈ ধৰোঁ। আমি যেতিয়া এই বান্ধোনৰপৰা নিজক মুক্ত কৰি লʼব পাৰোঁ, তেতিয়াহে আমাৰ চকুৰ আগৰ কুঁৱলী আঁতৰ হয়, আৰু সকলো বস্তুকে ঠিক্ নিজ নিজ ৰূপত দেখিব পৰা হওঁ। যোগধৰ্মই আমাক প্ৰকৃতিৰ বিভিন্ন শক্তিসমূহৰ ওপৰত প্ৰভুত্ব লাভ কৰিবলৈ সুবিধা দিয়ে। আমাক যেতিয়া আমাৰ ক্ৰিয়াসমূহক দমন কৰি বাহ্যিক চৈতন্যৰপৰা গভীৰতালৈ ডুব দিবলৈ কোৱা হয়, তেতিয়া প্ৰকৃততে বিৰাট শক্তিমান আৰু জ্যোতিৰ্ময় আত্মাক তাৰ নিজ প্ৰকৃতি ধাৰণ কৰিবলৈহে কোৱা হয়। ধ্যানধাৰা আমাৰ বিশ্বাস মজ্জাগত হৈ পৰে, আৰু শেষত হৈ পৰে আমাৰ শ্বাস-প্ৰশ্বাস আৰু কোনো সচেতন প্ৰযত্ন নোহোৱাকৈয়ে ই উৎকৰ্ষতা লাভ কৰে।

## সহজ প্ৰবৃত্তি আৰু স্বজ্ঞা

আধ্যাত্মিক জীৱনক সহজ প্ৰবৃত্তিমূলক বা অচেতন জীৱন বুলি ভুল কৰিব নালাগে। অৱশ্যে ধৰ্মগুৰুসকলে আমাক কয় যে শিশুৰদৰে হʼব নোৱাৰিলে আমি স্বৰ্গৰাজ্যত প্ৰৱেশ কৰিব নোৱাৰোঁ। যিসকলে স্বজ্ঞাৰ কথা কয়, তেওঁলোকেও সহজ প্ৰবৃত্তিত থকা ঋজুতা স্বচ্ছন্দতা আৰু জীৱনৰ লগত থকা ঘনিষ্ঠতা আদি সাধাৰণ গুণৰ কথা উল্লেখ কৰে। সহজ প্ৰবৃত্তি হʼল জীৱনী-শক্তিৰ উৎস, আৰু সেয়ে নাড়ীক জাতিৰ লগত এক কৰি বান্ধি ৰাখে। আমি যে জগতৰ লগত একত্ৰ অনুভৱ কৰোঁ, সেই ভাৱ আমাৰ সহজ প্ৰবৃত্তিজনিত ঐক্যৰ চেতনাবোধৰ প্ৰতিবিম্ব স্বৰূপ আৰু এই ঐক্যই আমাৰ সচেতন জীৱনৰো ভিত্তি।

বিৱৰ্তনৰ আদিম স্তৰত আমি জ্ঞান লাভ কৰিব পাৰোঁ সহজ প্ৰবৃত্তিৰ জৰিয়তেই। প্ৰকৃতি সম্বন্ধে আদিম মানৱৰ যি আচৰিত জ্ঞান আছিল আমাৰ সেই জ্ঞান নাই। আমি বহু প্ৰযত্নেৰে কৰা যুক্তি-তৰ্কৰ পিচত যি জ্ঞান লাভ কৰোঁ, সেই জ্ঞান পশুৱে সহজ প্ৰবৃত্তিৰদ্বাৰাই লাভ কৰে। আমি প্ৰকৃতিৰ কোলাত থকা অৱস্থাত আমাৰ জীৱন সৰল আৰু স্পষ্ট। কিন্তু সহজ প্ৰবৃত্তি অচেতন হেতুকে ইয়াৰ পৰিসৰ অতি সঙ্কীৰ্ণ। সহজ প্ৰবৃত্তিৰদ্বাৰা প্ৰণোদিত জীৱই যদিও কিছুমান ক্ষেত্ৰত নিঃস-

ক্ষোচে নিয়ামিকৈ কাম কৰে, তথাপি অচিন পৰিৱেশত সিহঁত নিৰুপায় হৈ পৰে। কাৰণ, সিহঁতে কোন কাম কিয় কৰিছে তাক নাজানে। সিহঁতে নিজক প্ৰকাশ কৰিব নোৱাৰে। তাৰ উপৰি জীৱনৰ যি অচেতন ঐক্যই সহজ-প্ৰবৃত্তিজ জ্ঞান সম্ভৱ কৰি তোলে, বুদ্ধিৰ বিকাশে তাক বিচ্ছিন্ন কৰি পেলায়, কাৰণ, বুদ্ধিয়ে আমাক নিজক জনাত সহায় কৰে আৰু প্ৰকৃতিৰ শক্তিসমূহ সংযমিত কৰে। এই মৌলিক ঐক্য ছিন্ন হৈ যোৱাৰ পিচত মানুহ অনিশ্চিত আৰু বিচলিত হৈ পৰে। আমি প্ৰকৃতিৰপৰা আঁতৰ হৈ পৰি সন্দেহাত্মক, কৃত্ৰিম আৰু আত্মকেন্দ্ৰিক জীৱন যাপন কৰা যেন লাগে। আমাৰ বুদ্ধিক যদি জীৱনৰ লগত ঘনিষ্ঠ কৰি ল'বলগীয়া হয়, তেনেহ'লে ইয়াক সহজ প্ৰবৃত্তিজনিত জ্ঞানৰ লগত সংযোগ কৰি ল'ব লাগিব। এনে সংযোগ এটি আমি পাওঁ আমাৰ স্বজ্ঞাত। ইয়াত সহজ প্ৰবৃত্তিজনিত জ্ঞানৰ ঋজুতা আৰু ঐক্যও আছে আৰু বৌদ্ধিকজ্ঞানৰ চৈতন্যও আছে। ই বিক্ষিপ্ত অযুক্তিবাদ নহয় বা দায়িত্বশূন্য ৰহস্যও নহয়।

ধৰ্মপ্ৰবৰ্তকসকলে যি শিশুসুলভ আদিম দৃষ্টিভঙ্গীৰ কথা কয়, তাৰ অৰ্থ হৈছে জ্ঞান লাভৰ পিচত দ্বিতীয়বাৰ যি নিষ্কলুষতা লাভ হয় সেইটোহে, তাৰ আগৰ শিশুকালৰ প্ৰথম নিষ্কলুষতা নহয়। শিশুৰ স্বতঃবৃত্তি অন্তৰ্দৃষ্টিৰ প্ৰতিকম্পন নহয়। অচেতন পাতনিৰে যি আত্মা আৰম্ভিত হৈছে সেয়ে আমাৰ জীৱনৰ সচেতন প্ৰান্তত পৰিণত হ'ব লাগিব। শিশুসকলে তেওঁলোক আৰু তেওঁলোকৰ জীৱনৰ মাজত থকা সমন্বয়ৰ ফল স্বৰূপে পায় এক নিষ্কলুষতা, আন্তৰিকতা আৰু এক সম্পূৰ্ণতা। তেওঁলোকে শান্তিত বাস কৰে; কেতিয়াও মিছা নামাতে; কোনো অনিষ্ট সাধন নকৰে। তেওঁলোকে নিজৰ স্বতঃবৃত্তিৰ ওচৰত নিজকে সপি দিয়ে। তেওঁলোকৰ ব্যৱহাৰেই তেওঁলোকৰ সত্তাৰ পূৰ্ণ প্ৰকাশ। আমাৰ বৌদ্ধিক চৈতন্যই আমাক সেই সত্তাৰ সম্পূৰ্ণতাৰপৰা আঁতৰাই লৈ আহে। মানৱ-বিৱৰ্তনৰ মূল কামেই হ'ল পুনৰ সেই সম্পূৰ্ণতা লাভ কৰা, যি জীৱনত জ্ঞান আৰু সত্তা পৰস্পৰ বিচ্ছিন্ন নহয়, পুনৰ সেই জীৱন লাভ কৰা। সেই বিলুপ্ত-ঐক্য উদ্ধাৰ কৰিব লাগিলে আমি পুনঃ জন্ম লাভ কৰিব লাগিব। এয়েই আধ্যাত্মিক জীৱনৰ গুপ্ত কথা, ঈশ্বৰৰ সাম্ৰাজ্যৰ পৰম ৰহস্য।

আৱেদনিক ঔষধ আদি বিভিন্ন উপায়েৰে আমি যি এটি 'সম্মোহিত' অৱস্থা লাভ কৰোঁ, সি জীৱনৰ পৰিপূৰ্ণতা লাভ কৰা সকলৰ আধ্যাত্মিক মনোৱস্থাতকৈ বহুতো বেলেগ। এই সম্মোহিত অৱস্থাও একেবাৰেই অলাযক বুলি দলিয়াই পেলাব নোৱাৰি, কাৰণ, এইবোৰে আমাৰ সকলোৰে মাজত অন্তৰ্হিত এই বিশ্বজগতৰ লগত থকা ঐক্যকে সূচায়। বিশ্বজগতৰ লগত এই ঐক্যবোধ আমাৰ জীৱনৰ মহত্ত্বপূৰ্ণ মুহূৰ্ততহে উদ্ভৱ হয় এনে নহয়। উপনিষদতে পাওঁ যে, গ্ৰহ-জগত আৰু পদাৰ্থ-জগত, উদ্ভিদ আৰু পশুৰ লগত মানৱ জীৱনৰ সম্বন্ধ আছে। আমাৰ

গভীৰ নিদ্ৰাত জগতৰ লগত থকা সাধাৰণ অভিন্নতা-বোধৰ অনুভূতিৰ প্ৰভাৱ আমি পাওঁ আমাৰ সুপ্ত অৱস্থাত। জগতৰ লগত আমাৰ যি ঐক্য, সি আমাৰ জীৱনৰ সাধাৰণ অৱস্থাই হওক বা চৰম ক্ৰিয়াৰ ক্ষেত্ৰতেই হওক সদায় আছেই; অৱশ্যে আমাৰ সাধাৰণ জীৱনৰ বিৰোধ আৰু সংঘাতৰ ক্ষেত্ৰত সি বিলোপ হৈ পৰে। আমি হাজাৰপ্ৰকাৰে অনন্তৰ বকুত নিমজ্জিত হৈ পৰিব পাৰোঁ। সহজ প্ৰবৃত্তি-জনিত বা অচেতন জীৱনৰ মাজত সোমাই এনে প্ৰশান্ত হৈ পৰাটো আমাৰ সমগ্ৰ সত্তাক উন্নীত কৰি ইয়াক অখিল আত্মাৰ লগত পুনৰ মিলন কৰি সম্পূৰ্ণতা লাভ কৰাটোতকৈ বহুত বেলেগ। আধ্যাত্মিক উপলব্ধি মূৰ্চ্ছাৰ নিদ্ৰাও নহয় বা ঔষধৰ মাদকতাও নহয়; কাৰণ ঋষি বা দ্ৰষ্টাজনে নতুন গভীৰতা লাভ কৰে, সংহতি আৰু চৰিত্ৰৰ বিশিষ্ট উন্নতি লাভ কৰে। সমগ্ৰ ব্যক্তিত্ব সমৃদ্ধ হৈ পৰে। ই বৰ্ধিত জীৱন, তাৰ ন্যূন নহয়।

মনঃসমীক্ষকসকলে কয় যে কলা, ধৰ্ম আৰু দৰ্শনৰ মৌলিক অন্তৰ্দৃষ্টিসমূহ সচেতন মনৰপৰা উদ্ভূত নহয়, ইয়াৰ মূল আছে নিৰ্জ্ঞাত অঞ্চলত, আৰু সেয়ে অধিক গভীৰ আৰু অধিক প্ৰাণপূৰ্ণ মন, সচেতন অৱস্থাটো তাৰ মাত্ৰ এটি বিশিষ্ট ৰূপহে। এই সচেতন আৰু অচেতন অৱস্থাক সাগৰৰ ওপৰৰ উৰ্মিমালা আৰু তাৰ গভীৰতাৰ লগত তুলনা কৰা হয়। যি মহৎ অন্তৰ্দৃষ্টিৰ নতুনত্ব আৰু তাৎপৰ্যই আমাক বিস্মিত কৰি তোলে, তাৰ উৎপত্তি নিৰ্জ্ঞাত স্তৰৰপৰা নহয়, আমাৰ আত্মাৰপৰাহে, যি আত্মা সজ্ঞাত আৰু নিৰ্জ্ঞাত অৱস্থাৰ সামগ্ৰিক পূৰ্ণসত্তা। যিহেতু এই দৃষ্টিসমূহ আধ্যাত্মিকভাৱে সম্ভূত, অকল সজ্ঞাতভাৱে জাত নহয়, ইয়াৰ জ্ঞানৰ ক্ষেত্ৰত আত্মা যেনেকৈ সচেতন সত্তাতকৈ শ্ৰেষ্ঠতৰ, তেনেকৈ ইয়াৰ পূৰক বস্তুসমূহো অধিক মূল্যবান। আমাৰ নিৰ্জ্ঞাত অৱস্থাটো আমাৰ প্ৰকৃতিয়ে উদ্দীপ্ত কৰা আকাঙ্ক্ষাৰ ভূমিযেই নহয়, আমাৰ সাধাৰণ চৈতন্যই বৰ্জন কৰা আকাঙ্ক্ষাসমূহে সম্পূৰ্ণ শক্তিৰে ইয়াত মনে মনে অপেক্ষা কৰি থাকে, সুবিধা পালেই শাসনকাৰী দণ্ডাধীশক ওফৰাই দি ওলাই আহিবলৈ। ই আমাৰ বহিষ্কৃত আকাঙ্ক্ষাসমূহৰ আশ্ৰয়স্থল নহয়, ই প্ৰত্যেক প্ৰাণীৰ অদ্বিতীয় মূল-স্বভাৱ, স্বভাৱতে ই অবিশ্লেষণীয়। আমি যি ভাবোঁ বা কৰোঁ সি উদ্ভৱ হয় আমি যিটো তাৰপৰা, আমি নিজক যি বুলি ভাবোঁ তাৰপৰা নহয়।

আমাৰ অন্তৰস্থ প্ৰভাৱে কেনেকৈ সজ্ঞান ক্ষেত্ৰত ক্ৰিয়া কৰে মনঃসমীক্ষকে তাত আলোকপাত কৰিছে। জগতত এনে বহুত ঘটনা আছে যিবোৰলৈ আমি সজ্ঞানে চকু নিদিওঁ, অথচ এইবোৰে আমাৰ মনৰ ওপৰত ছাপ দি থৈ যায় আৰু ব্যৱহাৰ ক্ষেত্ৰত তাৰ প্ৰভাৱ পৰিলক্ষিত হয়। আমাৰ প্ৰজ্ঞাই যদি সমগ্ৰ ইন্দ্ৰিয়ানুভূতিয়ে সমগ্ৰ বিষয়কে প্ৰত্যক্ষ কৰাৰ সাক্ষ্য দিব পাৰে তেনেহ'লে আমি আমাৰ এই সমগ্ৰ মন আবিষ্কাৰ কৰি তাক সুস্থ কৰি ৰখাৰ প্ৰয়োজন। নিৰ্জ্ঞাত মনত পৰা

ছাপসমূহো দমন কৰি ৰাখিব লাগে। আমাৰ প্ৰত্যেকৰে অন্তৰালত নিভৃত হৈ থকা জীৱনটো পোহৰলৈ টানি উলিয়াই আনিব লাগে আৰু তাক সজ্ঞাত জীৱনৰ অংশ-বিশেষ কৰি ল'ব লাগে।

ব্যৱহাৰিক মনস্তত্ত্বয়ো আমাৰ অবৌদ্ধিক মনৰ নিহিত শক্তিসমূহৰ কথা কয়; ই কয় যে যেতিয়া মানুহে চিন্তা কৰে তেতিয়া মানুহৰ সমগ্ৰ শৰীৰ-যন্ত্ৰই অবি-কল্পিতভাৱে ক্ৰিয়া কৰে। সকলো চিন্তাই সামগ্ৰিক চিন্তা, চিন্তা-বিষয়ৰ ওপৰত সমগ্ৰ জীৱৰে একাগ্ৰ মনোনিবেশ। আমাৰ শৰীৰ আৰু মন একীভূত হৈ পৰে আৰু আমাৰ জীৱনে যেতিয়া সেই বিষয়-বস্তুক আঁকোৱালি ধৰে, তেতিয়া আমাৰ সমগ্ৰ প্ৰকৃতি একীভূত হৈ পৰে আৰু সি এক গভীৰতম অৱস্থালৈ উন্নীত হয়।

এই সমগ্ৰ সত্তাক আকৰ্ষিত কৰি ৰখা সম্পূৰ্ণতাৰ, গভীৰ ধ্যানে নাৰ্ভতন্ত্ৰৰ ওপৰত যি ক্ৰিয়া কৰে তাৰ ফলত যি এটি প্ৰেমময় উন্মত্ততা লাভ হয় তাক কিছুমান নিগূ খাপৰ ধৰ্ম মতে বিপথে ব্যৱহাৰ কৰে। আমি আমাৰ ইন্দ্ৰিয় বা শৰীৰ ত্যাগ কৰাৰ প্ৰশ্ন নাই, কেৱলমাত্ৰ তাৰ স্বতন্ত্ৰতা দূৰ কৰি সাৰ্বিক পৰিপূৰ্ণতা ঘটাব খোজোঁ, যাতে শৰীৰ তাত এটি বাধা স্বৰূপ নহৈ এই আত্মাৰেই অন্তৰ্ভূত হৈ পৰে।

মনঃসমীক্ষকসকলে কয় যে ধৰ্মৰ সত্য হ'ল আমাৰ নিৰ্জ্ঞাত স্তৰত অৱদমিত হৈ থকা শঙ্কা আৰু আকাঙ্ক্ষাৰ প্ৰকাশ। বিজ্ঞান জগতত আমি যি ধৰণৰ অজ্ঞান যুক্তিৰে সৈতে পৰিচিত, ই তাৰ ফল নহয় বুলি স্বীকাৰ কৰাত এওঁলোকে ভুল কৰিছে এইবুলি ধৰিছে যে বৈজ্ঞানিক যুক্তিৰে বিচাৰ কৰাবোৰেইহে সত্য আৰু বাকী সকলোবোৰ মায়া বা কল্পসৃষ্টি। ধাৰ্মিক লোকসকলে নিজক মাথোন প্ৰবঞ্চনা কৰিছে বুলি কৈ মনঃসমীক্ষকে মনস্তত্ত্বৰ সীমা চেৰাই গৈ তত্ত্ব-দৰ্শনত প্ৰৱেশ কৰিছেগৈ। ধৰ্মৰ ধাৰণা বা ভাবসমূহো নিশ্চয়কৈ মনস্তাত্ত্বিক প্ৰক্ৰিয়াৰেই ফল, অৱশ্যে আমাৰ সজ্ঞান যুক্তিৰ ক্ৰিয়াতকৈ ই বেলেগ; কিন্তু আমি এইটোও দেখিছোঁ যে বিজ্ঞানেও নিজৰ সীমাৰ অতীত মূল কথা কিছুমান ধৰি নোলোৱাকৈ ইয়াৰ কামত আগবাঢ়িব নোৱাৰে। সত্যক একেবাৰেই কল্পনাবিহীন, অসুন্দৰ আৰু সম্পূৰ্ণ প্ৰাকৃতিক দৃষ্টি এটা বুলি সংকীৰ্ণ কৰিবলৈ যোৱাটো ভুল হ'ব। মনঃসমীক্ষণেই স্পষ্টকৈ দেখুৱাই দিছে যে, তাৰ্কিক যুক্তি বা বিচাৰণাতকৈ জীৱন্ত অভিজ্ঞতাৰ পৰিসৰ বহল। জীৱনৰ মূল আছে আত্মাৰ গভীৰ নিৰ্জ্ঞান স্তৰত নিহিত হৈ। মনঃসমীক্ষকসকলে আমাৰ সত্তাৰ গভীৰতম কেন্দ্ৰক বুজাবলৈ libido (কামশক্তি) শব্দটো প্ৰয়োগ কৰাটো অবাঞ্ছনীয় হৈছে। ধৰ্মবিশ্বাসৰ উৎপত্তি হয় মানুহৰ সমগ্ৰ সত্তাৰপৰা। ই শিশুৰ, উন্মাদৰ, বা বৰ্বৰৰ গাত থকা ৰহস্যময় অবুজ কিবা এটা নহয়।

এই জগত আৰু মানৱ প্ৰকৃতিৰ সম্বন্ধে যদিও আমাৰ বৈজ্ঞানিক জ্ঞান বহুত বাঢ়িছে, তথাপি মানৱাত্মাৰ ৰহস্য সম্বন্ধে যুগ যুগ আগতে আমাৰ পূৰ্বপুৰুষসকলে

গিয়ানখিনি জানিছিল তাতকৈ আমি বেছি জানো বুলি ধৰিলোৱাৰ বিশেষ যুক্তি নাই। আত্মাৰ ক্ষেত্ৰত আমাৰ অজ্ঞতাও যথেষ্ট গভীৰ। জগতৰ মহৎ সাহিত্য, দৰ্শন আৰু ধৰ্মসমূহত নিহিত থকা প্ৰকৃত জ্ঞান তাতেই আবদ্ধ আছে। আমাৰ নিৰ্বোধ আত্ম-সন্তুষ্টি এটাৰ কাৰণে আমি তাত নিহিত থকা জীৱনৰ কাৰণে মূল্যবান কথা-বোৰ বিচাৰি ল'ব পৰা নাই। মানৱাত্মা সম্বন্ধে মনঃসমীক্ষণ আদিৰ যি উৎকৰ্ষতা লাভ হৈছে, তাতকৈও বোধহয় এইবোৰ বেছি মূল্যবান। কাৰণ, ইয়াৰপৰা আমি পাওঁ আমাৰ আত্মাৰ উৎকৰ্ষৰ বাৰ্তা আৰু ইয়াৰপৰাই লাভ হ'ব পাৰে আমাৰ সত্তাৰ গভীৰতম পূৰ্ণতা আৰু ইয়াৰপৰাহে সম্ভৱ হয় গোপন বিষয়সমূহৰ প্ৰকৃত তাৎপৰ্য বুজিবৰ কাৰণে বিশুদ্ধ দৰ্শন।

ব্যৱহাৰ নকৰিলে বা বেয়াকৈ ব্যৱহাৰ কৰিলে আমাৰ অঙ্গ-প্ৰত্যঙ্গসমূহৰ দৰেই আমাৰ আত্মাৰ শক্তিও জীৰ্ণ-শীৰ্ণ বা নষ্ট হৈ যাব পাৰে। মানৱাত্মাৰ উৎকৰ্ষ সাধনৰ কাৰণেই জগতৰ মুখ্য উপাসনাসমূহৰ ভিতৰত যি ক্ৰিয়াৰ নিৰ্বন্ধ কৰা হৈছে সেয়ে হ'ল ঈশ্বৰৰ পূজা আৰু প্ৰেম আৰু সহানুভূতিৰ উৎকৰ্ষ সাধন। পূজা আৰু ধ্যানত, প্ৰাৰ্থনা আৰু ভক্তিত আমাৰ যে অকল শৰীৰ বা মনৰেইহে ক্ৰিয়া হয় এনে নহয়, আমাৰ আত্মাই সমগ্ৰভাৱে ইয়াত ক্ৰিয়া কৰে। আমি অকল শৰীৰ বা মনেৰেই পূজা নকৰো। কৰো প্ৰাণেৰে আৰু সত্তাৰে। আমাৰ মনে বোধ লাভ কৰে শৰীৰে তাৰ ভাগ লয়, কিন্তু পূজাই এই সকলোকে অতিক্ৰম কৰি যায়. ই বিশ্বাত্মাৰ লগত মানৱাত্মাৰ সংযোগ ঐশ্বৰিক জ্যোতিৰ লগত খাপ প্ৰত্যক্ষ আৰু অনিৰ্বচনীয় সম্বন্ধ, বিষয় আৰু বিষয়ীৰ সম্বন্ধতকৈও বেছি অন্তৰ্স্পৰ্শী. ইয়াক মন বা শৰীৰৰ ক্ৰিয়াৰদ্বাৰা অতি ক্ষীণভাৱেহে প্ৰকাশ কৰিব পৰা যায়।

ধৰ্মই আমাক আমাৰ অনুভূতিক আকৃষ্ট কৰা ৰূপ আৰু অনুষ্ঠান দান কৰে। কিন্তু মাত্ৰ ধৰ্মত এই ৰূপসমূহ মৃতপ্ৰায় আৰু যুক্তিহীন। মৃত্যুৰ সময়ত চক্ৰেটিছেও কৈছিল: "এস্কেলাপিয়াচক কুকুৰা এটা আগ কৰা থাকিল।" যি অমানৱীয় ৰূপ আৰু আচাৰ-নীতিয়ে মানুহক মানুহৰপৰা পৃথক কৰে, জীৱনৰ আনন্দমুখৰ লীলা, সূক্ষ্ম প্ৰেম-প্ৰীতি আৰু শান্তি-সুখ বিনাশ কৰি কঠোৰ আৰু নিষ্ঠুৰতাকে উচ্চাসন দিয়ে, এইবিলাকৰ লগত যৌক্তিক বিশ্বাসৰ একো সম্বন্ধ নাই। যি আচাৰ-পদ্ধতিয়ে নিষ্প্ৰাণ পুণ্য আৰু কল্পিত পাপৰ কথা উলিয়ায়, সেইবিলাকে জীৱনৰ স্বচ্ছন্দ গতিক পথভ্ৰষ্ট কৰি পেলায়, আৰু সেইদেখি আত্মাৰ এই নঞাৰ্থক মনোভাবৰ লগত প্ৰকৃত ধৰ্মৰ কোনো সাদৃশ্য নাই।

সকলো শুভেচ্ছাকামী নৰ-নাৰীৰ ভ্ৰাতৃত্বৰ ভূমি স্বৰূপ আত্মাৰ এক অদৃশ্য মন্দিৰ স্থাপনৰ কাৰণে যি ধৰ্মই আগবাঢ়ে, য'ত কপটাচাৰতকৈ ঘৃণনীয় একো নাই, অন্তৰৰ কঠোৰতাতকৈ য'ত অনৈতিক একো নাই, সেই ধৰ্মৰ বিৰুদ্ধে বিজ্ঞান আৰু সমালোচনাৰ ক'বলৈ একো নাই। কিন্তু আজি আমি যি ধৰ্ম পালন কৰোঁ,

ই তাৰ আদৰ্শত উপনীত হ'বলৈ আৰু বহুদূৰ বাট গৈ থাকিব লাগিব। মানৱ আৰু প্ৰকৃতিৰ লগত এটা বুজা-পৰাৰ অভাৱৰ ফলতেইযে ভয়ৰ উদ্ৰেক হয় আৰু তাৰ ফলতেইযে ধৰ্মৰ সৃষ্টি হয় তাক আমি দেখি আহিছো। আদিম ধৰ্মসমূহত এই ভয়ক ভূত-প্ৰেত পূজা বংশ-চিহ্ন, বলি আৰু পূজা-পাতলৰ জগত এখন সৃষ্টি কৰি প্ৰশমিত কৰাৰ চেষ্টা কৰা হৈছিল। বিজ্ঞানে আবিষ্কাৰ-সম্ভৱ ঘটনা, আৰু ধৰ্মই অপ্ৰতিপাদনীয় প্ৰকল্পকে লৈ, আলোচনা কৰি থকাৰ ফলত পৰস্পৰ-বিৰোধী হৈ পৰিল। আদিতে ধৰ্ম আৱিষ্কৃত হৈছিল মানুহৰ স্বাভাৱিক আৰু সুস্থ জীৱন যাপনত সহায় কৰিবৰ কাৰণে, কিন্তু শেষত এতিয়া হৈ পৰিল যৌক্তিক চিন্তা বোধ কৰি, জীৱনক নিম্নগামী কৰি নিৰানন্দকে চিৰন্তনীয় কৰা বাধাস্বৰূপ। আজিও সৰ্বসাধাৰণৰ ধৰ্মত ভূত-প্ৰেত, যাদু-মন্ত্ৰ, দৈৱিক চিকিৎসা আৰু পুৰোহিতৰ ঠগ-প্ৰৱঞ্চনা আদি মিহলি হৈ আছে। সৰ্বসাধাৰণ মানুহে এতিয়াও ধৰ্মৰ নামত অন্ধ বিশ্বাসকে ধৰি থাকে আৰু যি গুৰু বা পুৰোহিতে মৃত্যুৰ সিপাৰৰ জগতখনৰ কথা জনা বুলি কয়, ঈশ্বৰৰ আৰু তেওঁৰ পাৰিষদবৰ্গৰ ৰূপৰ বৰ্ণনা দিয়ে, আকাশৰ গ্ৰহ, নক্ষত্ৰ, তৰা কোনে কিয় তাত থাপি থৈছে আৰু আমাৰ ভাগ্যৰ ওপৰত তাৰ কি প্ৰভাৱ—এইবোৰ কয়, তেওঁলোকৰ কথাকে বিশ্বাস কৰে। "মানৱ-মুক্তিৰ পৰৱৰ্তী বুলি এখন অতি জ্ঞানগৰ্ভ পুথি লিখিব পাৰি, আমিযে এটা ধৰ্মৰ পিচত আন এটা মানাৰ কাৰণে কেনেকৈ আদিম যুগৰপৰাই থাপিলেকে যুঁজ কৰি আহিছো, ধৰ্মৰ অভিজ্ঞতা আৰু দুঃসাহৰ কথাসমূহ তাত নৰ কৰি কৰিলা হৈ পৰিব। নিজৰ প্ৰতি, নিজৰ বুদ্ধি আৰু বিবেকৰ প্ৰতি আনুগত্যৰ হেতুকে আমাৰ বিবেক আৰু বিচাৰ-বিৰোধী কোনো কথাতেই আমি সমৰ্থন নিদিওঁ। আমি যিমানেই সহজে সন্দেহ কৰোঁ তিমানেই বেছি ধাৰ্মিক হওঁ, বিশ্বাসৰ উচ্চাৰণদ্বাৰা নহওঁ। আমি বিচাৰশক্তিসম্পন্ন জীৱ হিচাপে আমাৰ মৰ্যাদা ৰক্ষা কৰি, প্ৰৱঞ্চনাৰ শক্তি কমাব লাগিব। দাস হোৱাতকৈ মুক্ত হোৱা ভাল, অজ্ঞ হোৱাতকৈ জনা ভাল। ঈশ্বৰৰ সম্বন্ধে বিবোৰ মিছা শিক্ষা দিয়া হয় আৰু ঈশ্বৰক যেনেকৈ গোয়েন্দা বিষয়া, উদ্‌ভ্ৰান্ত ৰজা বা উত্তম কুলীয়া শিক্ষক বুলি যি কিছুমান বিশ্বাস জন্মাবৰ চেষ্টা কৰা হয়, যুক্তিয়ে সেইবোৰ খণ্ডনত সহায় কৰে। সেইদেখি আমি ধাৰ্মিক বিশ্বাসসমূহো যুক্তিৰদ্বাৰা পুঙ্খানুপুঙ্খকৈ বিচাৰ কৰাৰ প্ৰয়োজন।

## ধৰ্মৰ অভিজ্ঞতাৰ যুক্তি

শ্ৰেষ্ঠতম মানৱ যুক্তিও যৌক্তিক প্ৰমাণ নহয়: আমাৰ পৰম্পৰাৰপৰা লাভ হোৱা অতি মূল্যবান জ্ঞানসমূহ আহিছে অৱতাৰী মহাত্মাসকলৰপৰা; ই তেওঁ-

লোকৰ কোনো আবিষ্কাৰৰ ফল নহয়, তেওঁলোকৰ অন্তৰ-আত্মাত ঈশ্বৰৰ আত্ম-প্ৰকাশৰ জৰিয়তে লাভ হোৱা গভীৰতম দৃঢ়বিশ্বাসহে। (২৪) আমাৰ তত্ত্ববিদ্যাৰ আৰু নৈতিক প্ৰমাণৰ মূল্য এইখিনিতে যে আমাৰ নিগূঢ় বিশ্বাসসমূহেই পৰমতত্ত্ব সম্বন্ধে বিশ্বাসযোগ্য জ্ঞান দিব পাৰে আৰু সেয়ে বোধহয় একমাত্ৰ পাব পৰা জ্ঞান। ঈশ্বৰৰ অস্তিত্বৰ প্ৰমাণ কোনো বাহ্যিক আকস্মিক কথাৰ ওপৰত নিৰ্ভৰ নকৰে, ই আমাৰ অন্তঃস্থ আত্মাৰদ্বাৰা অনুভূত হয়। তত্ত্ববিদ্যাৰ প্ৰমাণ অভিজ্ঞতাৰ বিৱৰণীহে; আমি যেতিয়ালৈকে কোনো বিষয় সম্বন্ধে অভিজ্ঞতা লাভ কৰিব নোৱাৰোঁ, তেতিয়ালৈকে সেই বিষয়ে কোনো ভাব বা ধাৰণাও কৰিব নোৱাৰোঁ। এনে ক্ষেত্ৰত আমি ধাৰণাৰপৰা তাৰ বিষয়লৈ যোৱাটো একো অযুক্তিকৰ নহয়। আমি পৰম সত্তা এটাৰ লগত অব্যৱহিত জ্ঞানৰ সম্বন্ধ নাপালোঁহেঁতেন, এই বিষয়ে যদি আমাৰ স্বজ্ঞাত-চৈতন্য নহ'লহেঁতেন, তেনেহ'লে এই পৰম সত্তাৰ বা পৰমাত্মাৰ কোনো ধাৰণাও আমাৰ নহ'নহেঁতেন। ঈশ্বৰৰ অস্তিত্বৰ প্ৰমাণ এই অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰে। তৰ্কবিদ্যাৰ এই প্ৰমাণ তাৰ্কিক অনুমানৰ ফালৰপৰা চালে দোষযুক্ত হ'ব বুলি ক'ব লাগিব। পৰম সিদ্ধান্তৰ বিষয়ে কৰা ধাৰণা এটা তাৰ অস্তিত্বক স্বীকাৰ কৰাতকৈ বেলেগ কথা। তত্ত্ববিদ্যাৰ প্ৰমাণে এইটোকে বুজাব খোজে যে ঈশ্বৰৰ ধাৰণা একোৰেপৰা অনুমতি হোৱা নাই আৰু ই স্বতঃসিদ্ধ। এই দৃঢ়বিশ্বাস তৰ্কৰ কোনো বিচাৰৰদ্বাৰা প্ৰকাশ কৰাটো অতি কঠিন। সেই কাৰণেই আমি পাওঁ তাৰ অনিশ্চয়তা আৰু বহুধা প্ৰকাশ। এন্ সেলমে যুক্তি দিছে,

---

(২৪) Phaedo-ত চিমিয়াচে কৈছে: "মোৰ মন্তিলটো কি হৈছে কওঁ চক্ৰেটিছ, মই ভাবোঁ আৰু তুমিও নিশ্চয় ভাবা যে আমাৰ এই জীৱনতে এই বিষয়বোৰ সম্বন্ধে শুদ্ধ জ্ঞান লাভ কৰাটো অত্যন্ত টান কথা, আৰু বোধহয় অসম্ভৱো। তথাপিও যি মানুহে এই বিষয়বোৰ সম্বন্ধে যিখিনি কোৱা হৈছে তাক যদি সকলো ফালৰপৰা নিজে বিবেচনা কৰি নাচায়, আৰু নিজে আন একো কৰিব নোৱাৰিলেও সকলো কথা খৰচি মাৰি পৰীক্ষা নকৰালৈকে বাট নাচায়, তেনে মানুহক মই অতি দুখীয়া বুলি ভাবোঁ। দুটাৰ এটা কাম কৰাটো আমাৰ কৰ্তব্যই। এই কথাবোৰৰ সত্যতা সম্বন্ধে আমি শিকিব লাগিব বা নিজে বাছি উলিয়াব লাগিব; যদি সেইটো অসম্ভৱ হয়, তেন্তে মানৱতত্ত্ব সম্বন্ধে শ্ৰেষ্ঠতম আৰু অখণ্ডনীয় কথাসমূহকে আমি গ্ৰহণ কৰি ল'ব লাগিব; জীৱন সাগৰত নিৰাপদে পাৰি দিবলৈ আন কোনো নিৰ্ভৰযোগ্য উৎকৃষ্ট নাও, কোনো ঐশ্বৰিক বাণী আদি নোপোৱালৈকে, ইয়াকে ভুৰ কৰি লৈ উঠি জীৱন-যাত্ৰাত আগবাঢ়িব লাগিব।" (Church's E.T. in the 'Trial and Death of Socrates' (1910) Pp. 156-157.)

সিদ্ধ-সত্তা বা পৰমাত্মাৰ ধাৰণাটোতেই অৱশ্যভাৱে তাৰ অস্তিত্বৰ প্ৰমাণ কৰে। আমি যদি পৰমাত্মাক কেৱল এটি ভাব বা কল্পনা বুলিহে ভাবোঁ, তেনেহ'লে আমি আত্মবিৰোধিতা কৰা হ'ব। আমি ইয়াক স্থিৰ বস্তু বুলিয়েই ভাবিব লাগিব। এন্‌-শ্লেমে কৈছিল যে, "ইয়েই একমাত্ৰ যুক্তি, যাক প্ৰমাণৰ কাৰণে ইয়াৰ বাহিৰে আৰু একো নালাগে, আৰু ঈশ্বৰে সঁচাকৈয়ে আছে তাক প্ৰতিপাদন কৰিবা কাৰণে ই অকলেই সক্ষম।"(২৫) একুইনাচে ইয়াক 'অসমৰ্থনীয় বাক্‌চাতুৰী' বুলি প্ৰত্যাখ্যান কৰিছে। ডেকাৰ্টে কৰা ইয়াৰ সংশোধনো কান্টৰ সমালোচনাৰ সন্মুখীন হ'বলগীয়া হয়, আৰু হেগেলে ভাবে যে এই সম্বন্ধে কান্টে যিমানখিনি তাৎপৰ্য উলিয়াব পাৰিছে, তাতকৈও ই অতি গভীৰ। এই যুক্তিৰ সত্যতা প্ৰতিপাদন কৰিবৰ হ'লে এই ভাবটোনো কেনেকৈ উদ্ভৱ হয় তাৰ সন্ধান বিচাৰিব লাগিব। যদি কোনোবাই সোধে যে, আমি যে জীয়াই আছোঁ বা সজাগ হৈ আছোঁ তাৰ প্ৰমাণ কি, তেনেহ'লে আমি আমাৰ মনৰ বিশ্বাসৰ উৎসটোকেহে অকল প্ৰদৰ্শন কৰিব পাৰোঁ। আমি তাকেই প্ৰদৰ্শন কৰিবৰ কাৰণে ইয়াত চেষ্টা কৰিছো। ধৰ্মৰ বিষয়-বস্তু আমাৰ সহজাত প্ৰবৃত্তিৰ প্ৰতিক্ষেপণ মাত্ৰ বুলি কৰা সমালোচনা এই তত্ত্ববিদ্যাৰ যুক্তিতো খটা যেন লাগে। কিন্তু এই গোটেই কথাটো নিৰ্ভৰ কৰিছে আমাৰ বাধ্যবাধকতাৰ প্ৰকৃতিৰ ওপৰত: ই কেৱল কোনো ব্যক্তিয়ে তাৰ অতীত কোনো পৰ্দাৰ ওপৰত কৰা নিজৰ কল্পনাৰ প্ৰতিক্ষেপণ নে নিজ প্ৰকৃতিৰ গভীৰতম অনিবাৰ্য প্ৰয়োজন-সম্ভূত।

এৰিষ্টটোলে তেওঁৰ 'Poetics' কিতাপত কোৱাৰদৰে ঈশ্বৰ যদি আমাৰ প্ৰজ্ঞালব্ধ সমগ্ৰ সত্তাই হয়, তেনেহ'লে যি বস্তুৱেই যুক্তি-সাপেক্ষভাৱে সমাহিত নহয়, সি কেতিয়াও পূৰ্ণ হ'ব নোৱাৰে। স্বজ্ঞাৰদ্বাৰা প্ৰকাশিত কোনো সত্য ধীৰে ধীৰে অবিৰাম চিন্তা বা নিদিধ্যাসনৰদ্বাৰা প্ৰতিষ্ঠিত হ'লেহে আৱিষ্কাৰ প্ৰমাণ হ'ব পাৰে। এতিয়া আমি দেখুৱাব লাগিব যে আমি ভনা সাধাৰণ লক্ষণসমূহৰ ঈশ্বৰৰ স্বজ্ঞান নিশ্চয়তাৰ লগত মিল আছে। জগতৰ সৰহসংখ্যক মানুহৰ কাৰণে ধৰ্ম এক বিশ্বাস আৰু অনুমানৰ কথা; আমি এই প্ৰকাৰেইহে কেৱল ধৰ্মৰ সত্যসমূহ তেওঁলোকৰ কাৰণে অনুমোদন কৰিব পাৰোঁ। সমালোচনা নোহোৱা স্বজ্ঞা আৰু নিৰ্বিচাৰ অন্ধ-বিশ্বাসৰপৰা আমি নিজক ৰক্ষা কৰিবলৈ ইয়েই একমাত্ৰ উপায়, কিয়নো, ইহঁতে যিহকে বিচাৰে তাকেই সহজে পাব খোজে।

---

(২৫) *Proslogium, Preface. See Baillie : The Interpretation of Religion* (1929) Pp. 79.

ষষ্ঠ অধ্যায়

# জড় পদাৰ্থ, জীৱন আৰু মন

বিশ্বাস আৰু নিশ্চয়তা—বিজ্ঞান আৰু দৰ্শন—বিজ্ঞানৰ সীমাবদ্ধতা—সংসাৰৰ ধাৰণা—জড় পদাৰ্থ—স্থান বা আকাশ—কাল—আপেক্ষিকতা—বস্তু আৰু কাৰণ—পৰ্যায় আৰু প্ৰক্ৰিয়া—পদাৰ্থ বিজ্ঞান আৰু অধ্যাত্মবাদ—এডিংটন, জীনচ্ আৰু হোৱাইট হেড্—জীৱন—জৈৱধৰ্ম—মন আৰু ইয়াৰ তাৎপৰ্য।

## বিশ্বাস আৰু নিশ্চয়তা

বিশ্বাস উৎপত্তিৰ এক পথ হ'ল স্বজ্ঞা, বিশ্বাসে আমাৰ অন্তৰত অব্যৱহিত নিশ্চয়তা উদ্ৰেক কৰে কাৰণেই আমি বিশ্বাস কৰোঁ। আমি কেতিয়াবা কেতিয়াবা আনে দিয়া সাক্ষ্যৰ ওপৰতো বিশ্বাস কৰোঁ আৰু এই সাক্ষ্যও শেহান্তত ব্যক্তিগত বিশ্বাসৰপৰাইযে উদ্ভৱ হৈছে তাক দেখুৱাব পৰা যায়। আমাক যেতিয়া আমি জনা কোনো বেলেগ ক্ষেত্ৰৰ কথাৰ লগত কোনো মতৰ মিল বা সামঞ্জস্য দেখুওৱা হয়, তেতিয়াই আমি বিশ্বাস কৰোঁ, নাইবা এই বিশ্বাস ধৰি লৈ কোনো ফল লাভ হ'লে তেতিয়া আমাৰ দৃঢ়বিশ্বাস উৎপত্তি হয়। "কোনো মানুহে যদি নিজৰ প্ৰবৃত্তি অনুসৰি কাম কৰে তেনেহ'লে তেওঁ ঈশ্বৰৰ কথাই হওক বা মোৰ কথাকেই কওঁ, তেওঁ সেই মত বুজি পাব।" (১) এই বিশ্বাস যদি মন বা জ্ঞান, জীৱন বা আচাৰক্ষেত্ৰত কাৰ্যকৰী হয়, তেনেহ'লে ই সত্য, সেয়ে নহ'লে ই কৃত্ৰিম বা কপট। আমি যাক সত্য বুলি উপলব্ধি কৰোঁ, তাকে যদি আনেও সমৰ্থন কৰে, জীৱনৰ আন ক্ৰিয়া আৰু জ্ঞানৰ লগত ইয়াৰ যদি সঙ্গতি পোৱা যায়, তেনেহ'লে আমি চূড়ান্ত যৌক্তিক নিশ্চয়তা লাভ কৰোঁ। ধাৰ্মিক স্বজ্ঞাকো বিশ্বজগতৰ বৈজ্ঞানিক ব্যাখ্যাৰ লগত খাপ খুৱাই লোৱাৰ প্ৰয়োজন।

---

(১) *John* VI. 17.

## বিজ্ঞান আৰু দৰ্শন

বিজ্ঞান আৰু দৰ্শনৰ মাজত অৱশ্যে প্ৰভেদ আছে। দুয়োটাৰে উদ্দেশ্য আৰু প্ৰণালী বেলেগ। বিজ্ঞানে অভিজ্ঞতাৰ জগতৰ বিভিন্ন ঘটনাসমূহ অধ্যয়ন কৰে আৰু দৰ্শনে অভিজ্ঞতাসমূহ সমগ্ৰভাৱে লৈ তাৰ অৰ্থ আৰু তাৎপৰ্য বিচাৰ কৰি উলিয়ায। ইয়াৰ দুটি ফাল আছে—এটা ব্যাখ্যামূলক, আনটো বৰ্ণনামূলক—এটা তত্ত্বদৰ্শী আৰু আনটো প্ৰায়োগিক। বিজ্ঞান সম্পূৰ্ণ বিৱৰণমূলক। কোনো ঘটনা এটাক তাৰ শ্ৰেণীৰ লগত সম্বন্ধ দেখুৱাই দিব পাৰিলে, উদ্ভিদ এটিক তাৰ জাতিৰ লগত মিলাই দিব পাৰিলে বা বিৱৰ্তনৰ সোপানত তাৰ স্থান নিৰ্ণয় কৰি দিব পাৰিলে বা ধ্বনি বা শব্দৰ উৎস তৰঙ্গ বুলি দেখুৱাবদৰে কোনো এটি বিষয়ক যদি তাৰ মাধ্যমটোৰ লগত সম্বন্ধ দেখুৱাব পৰা যায় বা নিউটনে কেপ্লাৰৰ আৱিষ্কাৰক মাধ্যাকৰ্ষণৰ নিয়মৰ অন্তৰ্ভুক্ত কৰাৰদৰে কোনো ঘটনাপ্ৰৱাহক যদি সুপ্ৰতিষ্ঠিত নিয়মৰ বশৱৰ্তী কৰিব পাৰি, তেনেহ'লে তাতেই বিজ্ঞানৰ কামৰ অন্ত পৰে। ঘটনাসমূহৰ বুৰঞ্জী দাঙি ধৰি সেইবোৰ কি আৰু কিয়নো ঘটিছে, বিজ্ঞানে তাক লৈ মূৰ নঘমায়। তদুপৰি বিজ্ঞানে জড়পদাৰ্থ, জীৱন, চৈতন্য আৰু মূল্যবাদৰ অভিজ্ঞতাজনিত ঘটনাসমূহ বিচ্ছিন্ন নিঃসঙ্গ ঘটনা হিচাপেই অধ্যয়ন কৰে, কিন্তু দৰ্শনে এই সকলোবোৰকে মানৱ-ব্যক্তিত্বত থকাদি পৰস্পৰ-জড়িত ঘটনা হিচাপেহে গ্ৰহণ কৰে। আমি এক, আৰু সেই কাৰণে জগতো এক। বিজ্ঞানে যি অভিজ্ঞতা অধ্যয়ন কৰে সি আংশিক আৰু অমূৰ্তক, কিন্তু দৰ্শনৰ বিষয়-বস্তু মূৰ্তক আৰু সম্পূৰ্ণ। দৰ্শনে অভিজ্ঞতাৰ সম্পূৰ্ণ সিপাৰৰ কোনো কথাকেই মূৰ্তন নকৰে, মাত্ৰ অভিজ্ঞতাৰ ক্ৰম আৰু স্থিতিকেহে আমাৰ আগত দাঙি ধৰে।

## বিজ্ঞানৰ সীমাবদ্ধতা

বিজ্ঞানৰ সীমাবদ্ধতাৰ বিষয়েও আমি জানি ৰখা উচিত। আমি বাস কৰা এই জগতৰ ঘটনাসমূহৰ সাংখ্যিক জোখ-মাখ দিয়েই বিজ্ঞান সন্তুষ্ট। ই অনুসৰণ কৰাৰ মূল নীতি হ'ল, "কোনো বস্তুকেই সংখ্যা হিচাপে বা সংখ্যাৰদ্বাৰা নাজানিলে সম্পূৰ্ণকৈ জানিব নোৱাৰি।" যি প্ৰক্ৰিয়াসমূহৰ পুনৰাবৃত্তি সম্ভৱ, যি প্ৰণালীসমূহৰ প্ৰত্যুৎপত্তি সম্ভৱ, বিজ্ঞানৰ ঘনিষ্ঠতা সেই ক্ষেত্ৰতহে সম্ভৱ। প্ৰকৃতিৰ নীতি হ'ল, "প্ৰত্যেক বস্তুৰেই নিজত্ব আছে আৰু সি আন কিবা এটা নহয়।" বিজ্ঞানৰ নীতি হ'ল প্ৰত্যেক বস্তুৰেই কোনো এক শ্ৰেণীৰ অন্তৰ্ভুক্ত।

বিজ্ঞানে অধ্যয়ন কৰা বিষয়সমূহ অভিজ্ঞতাৰপৰা বাছি লোৱা হয়। প্ৰত্যক্ষ অভিজ্ঞতাৰ বস্তুসমূহ প্ৰত্যক্ষ জগতৰপৰা স্বতন্ত্ৰ বুলি ধৰিহে চৰ্চা কৰা হয়। উদাহৰণ স্বৰূপে, পদাৰ্থ বিজ্ঞানে ভাবে যে মানৱ-দৰ্শকসকলৰ সম্বন্ধত ঘটনাসমূহে যি বিশিষ্ট ৰূপ ধাৰণ কৰে, সেই ৰূপসমূহৰ পদাৰ্থ-নিশ্চিত বস্তুৰ আভ্যন্তৰিক সংগঠনৰ লগত কোনো সম্বন্ধ নাই। বিজ্ঞানত আমি কোনো ঘটনাৰ কাল একোটাহে অধ্যয়নৰ কাৰণে বাছি লওঁ। আমি মানুহকে কোনো বিশেষ জোখ-ওজন থকা ভৌত-ৰাসায়নিক জীৱ বুলি বা মানুহ জাতিৰ এটি জৈৱিক মাত্ৰা এটি বুলি বা মনস্তাত্ত্বিক, নৈতিক বা ধাৰ্মিক সত্তা এটি বুলিও গ্ৰহণ কৰিব পাৰোঁ। বিজ্ঞানৰ বিষয়-বস্তুৱেই হ'ল আচল বস্তুৰ অমূৰ্তক ৰূপ গোটা বস্তুৰ সমতলীয় ক্ষেত্ৰাঙ্কণ মাত্ৰ। ই অৱশ্যে অভিজ্ঞতাৰ বিশেষ এটা কালৰ প্ৰকৃত প্ৰতিচ্ছবি হয় আৰু বিশেষ ক্ষেত্ৰত ইয়াৰ প্ৰয়োজনীয়তাও আছে। কিন্তু ব্যৱহাৰোপযোগী হ'লেইযে সত্য হ'ব লাগিব, তেনে কোনো কথা নাই। আজি-কালি সকলোৱে স্বীকাৰ কৰিছে যে, বিজ্ঞানে আমাক মাথোন কিছুমান পাঠ, মাত্ৰাঙ্কন আৰু প্ৰতীক-প্ৰণালীহে দিয়ে। বিজ্ঞানৰ নিয়মে সাধাৰণ আৰু সম্ভাব্য ফলহে প্ৰকাশ কৰে: এনে এনে কিছুমান অৱস্থা হ'লে, এনে এনে কিছুমান ঘটনা ঘটিব। যি ক্ৰিয়াৰদ্বাৰা এই ঘটনা ঘটিব, সেই সম্বন্ধে এই নিয়মবোৰে কোনো মতামত দাঙি নধৰে। বিশ্বজগতৰ সম্পূৰ্ণ পৰম সাংগঠনিক ৰূপটো বিজ্ঞানে নাজানে। বিজ্ঞানে ইয়াৰ যি আৰ্হি দাঙি ধৰিছে তাতকৈ সি সম্পূৰ্ণ বেলেগ হ'ব পাৰে। নিউটন আৰু আইন্ষ্টাইনৰ যান্ত্ৰিক ধাৰণাটো আদৰ্শ ছবি এখন হ'ব পাৰে, ধাৰণাত্মক আৰ্হি এটা হ'ব পাৰে। ব্যৱহাৰিক ক্ষেত্ৰত ই কাৰ্যকৰী হ'ল বুলিয়েইযে ই প্ৰকৃত ৰূপটোৰ প্ৰতিচ্ছবি হ'ব তেনে কোনো নিশ্চয়তা নাই। যন্ত্ৰপাতিৰ (গঠনৰ) কথা একো নাজানিও আমি অনায়াসে ব্যৱহাৰ কৰিব পাৰোঁ।

আমাৰ চিন্তাৰ সদায় এটা এনে প্ৰবৃত্তি আছে যে ই আপেক্ষিক সত্যকে পৰম সত্য বুলি ল'ব খোজে, প্ৰাসঙ্গিক প্ৰকল্পকে চূড়ান্ত সিদ্ধান্ত বুলি গ্ৰহণ কৰিব খোজে। বৈজ্ঞানিক প্ৰকল্পসমূহৰ পৰীক্ষা কৰা হয়—ই যি স্থলিৰপৰা উদ্ভৱ হোৱা নাই তেনে-স্থলত ইয়াৰ ফলাফল প্ৰয়োগ কৰি। কোনো মত বা 'থিয়ৰি' কোনো সঙ্কীৰ্ণ ক্ষেত্ৰৰপৰা উদ্ভাৱন হোৱাৰ পিচত নতুন প্ৰসঙ্গত যদি ইয়াৰ সঙ্গতি আৰু সমৰ্থন লাভ কৰা হয়, তেনেহ'লে সেই মতৰ সত্যতাৰ প্ৰমাণৰ গুৰুত্ব লাভ হয়। এই সাধাৰণীকৰণৰ প্ৰবৃত্তি অতি সাৱধানেৰে চলোৱা প্ৰয়োজন। পদাৰ্থ বিচাৰত যি মনহীন শক্তিসমূহৰ কথা আলোচনা কৰা হয়, সেই ক্ষেত্ৰত যি কথা সঁচা, সি মানৱ ক্ষেত্ৰত সঁচা নহয়। যি ক্ষেত্ৰত কোনো এটা মত খাপ নাখায়, তাত যদি জোৰ কৰি সেই মত খটুৱাবলৈ চেষ্টা কৰা হয়, তেতিয়াহ'লে বিজ্ঞান অন্ধ-সংস্কাৰত পৰিণত হ'ব। পদাৰ্থবিদ্যা বা প্ৰাণীবিদ্যাৰ মত একোটাই প্ৰকৃতিৰ দৰ্শন নহয়।

সত্য সম্বন্ধে বৈজ্ঞানিক মতবাদ গ্ৰহণ কৰিবলৈ যাওঁতে আমি মনত ৰাখিব লাগিব যে বৈজ্ঞানিক প্ৰণালী মুখ্যতঃ অৱৰোহণৰ ওপৰত নিৰ্ভৰ কৰে, ইয়াৰ বিষয়-বস্তুৰ প্ৰকৃতি প্ৰধানতঃ অমূৰ্তন, ই সঘনে লৈখিক প্ৰক্ৰিয়াৰ ব্যৱহাৰ কৰে, আৰু ব্যৱহাৰিক উদ্দেশ্যৰ হেতুকে ইয়াৰ বৌদ্ধিক বিশ্লেষণ অপৰিহাৰ্য।

## সংসাৰ

হিন্দুদৰ্শনে সাধাৰণতে এই জগতখনক সংসাৰ বুলি, ঘটনাৰ অবিৰাম প্ৰৱাহ বুলি বা ঘটনাৰ চিৰন্তন সমদল বুলি মত পোষণ কৰি আহিছে। এই বিশ্বৰ অস্থায়ী বা অবাস্তৱ লক্ষণ প্ৰকাশ কৰিবৰ কাৰণে 'কালচক্ৰ', 'জন্মমৃত্যুৰ চক্ৰ', 'অনন্ত-স্ৰোত', 'সংসাৰ', 'প্ৰৱাহ', 'জগত' আদি পদৰ ব্যৱহাৰ কৰা হয়। জগতত যিমান বস্তুৰেই স্থিতি আছে, প্ৰত্যেকেই পৰিবৰ্তনশীল। প্ৰতি বাস্তৱ বস্তুৰেই ক্ৰিয়মান বা চলমান ; অশান্তিৰ সুঁতি এটা ইয়াৰ ভিতৰত নিহিত আছে। প্ৰায়োগিক কোনো বস্তুৰেই চিৰন্তন বক্ষিত নহয়। সকলো জীৱই মুহূৰ্তে মুহূৰ্তে জন্ম লাভ কৰিছে বা চলমান হৈ আছে আৰু সকলো জন্মই নিশ্চিত-মৃত্যুৰ মুখত পতিত হৈছে, পৰিবৰ্তন হৈ যাতে নতুন ক্ৰিয়মান ৰূপ লাভ কৰিব পাৰে তাৰবাবে ই ধ্বংসপ্ৰাপ্ত হৈছে। জগত গতিশীল, এই গতিৰ অন্ত পৰিলে ই বিনাশপ্ৰাপ্ত হ'ব। মায়া এই গতিত নাই, আছে স্থিৰতাত। বৌদ্ধধৰ্মই হিন্দু দৰ্শনৰপৰা এই সংসাৰৰ ধাৰণা গ্ৰহণ কৰিলে আৰু তাকে নিজ মতবাদৰ কেন্দ্ৰ স্বৰূপে স্থাপন কৰিলে। বৌদ্ধমতে সত্তা হ'ল এটি প্ৰক্ৰিয়া মাত্ৰ, জন্ম-মৃত্যুৰ ক্ৰমাৱৰ্তন, এটা বস্তুৰপৰা আন এটা বস্তুলৈ ঘটা নিয়ত-সংক্ৰমন। প্ৰতীত্য সমুৎপাদ মতেৰে বিশ্বজগতৰ নিৰ্ভৰশীলতা বা ক্ৰিয়া-ফল লক্ষণকে উল্লেখ কৰা হৈছে। (২) ই সদায় কাৰণৰ ওপৰত নিৰ্ভৰশীল (হেতু প্ৰত্যযাপেক্ষম্)। অবিৰাম পৰিবৰ্তন ক্ষুদ্ৰাতিক্ষুদ্ৰ বস্তুৰ ক্ষেত্ৰত যেনে সত্য, অসীম বিৰাটৰ ক্ষেত্ৰতো তেনে সত্য। হিন্দু আৰু বৌদ্ধ উভয় মতবাদীয়ে অন্ততঃ এই জড়-জগতৰ ক্ষেত্ৰত চলমান জগতৰ ধাৰণা বৈজ্ঞানিক সত্য বুলি গ্ৰহণ কৰাতকৈ চিন্তধৰ্মী মননৰীতি হিচাপেহে গ্ৰহণ কৰিলে।

জগতখন যদি এটি প্ৰক্ৰিয়াই হয়, ইয়াক খণ্ডিত কৰিব নোৱাৰি, স্তৰ-বিভাজন

---

(২) যঃ প্ৰতীত্য-সমুৎপাদম্ পশ্যতি স ধৰ্মম্ পশ্যতি। কোনো কোনোৱে প্ৰতীত্য সমুৎপাদক "প্ৰতি প্ৰতিবিনাশীনাম্ উৎপাদঃ প্ৰতীত্য সমুৎপাদঃ" বুলিও ব্যাখ্যা কৰে। চন্দ্ৰকীৰ্তিয়ে পিচৰ মত সমৰ্থন নকৰে। চন্দ্ৰকীৰ্তিৰ মাধ্যমিকৰ সূত্ৰৰ (১, ১)ৰ টীকা চাওক।

মাত্ৰ সম্ভৱ। আগাধ কোনো সত্তাৰ ক্ষেত্ৰ বা স্তৰ নাই, আছে কেৱল ক্ৰিয়াৰ কোনো ৰূপ বা স্তৰহে। প্ৰকৃতিৰ প্ৰক্ৰিয়া একেটি, মৃদু আৰু অবিৰত, নিৰ্দিষ্ট গুণ-বিশিষ্ট স্থাৱৰ-সত্তা কিছুমানৰ ক্ৰমিক-শ্ৰেণী নহয়। সত্তাক বিশিষ্ট ভাগত ভাগ কৰিব নোৱাৰি।

## জড় পদাৰ্থ

অভিজ্ঞতাক ব্যৱহাৰ কৰাৰ আটাইতকৈ উত্তম উপায় হৈছে ইয়াক ঘটনা-সমষ্টি বুলি গ্ৰহণ কৰাটো। এই ঘটনাসমূহৰ ভিতৰত জাগতিক বা ভৌতিক ঘটনা-সমূহ কোনো প্ৰত্যক্ষকাৰী মনৰ লগত সম্বন্ধ নোহোৱাকৈ আপোনা-আপুনি নিজ অধিকাৰৰ বলত বৰ্তি থকা যেন লাগে। জগত বিৱৰ্তনৰ আদিমকালত এই বাস্তৱ জগতখনক প্ৰত্যক্ষ কৰিবৰ কাৰণে বা ইয়াৰ প্ৰকৃতিৰ বিষয়ে চিন্তা কৰিবৰ কাৰণে কোনো মন নাছিল। জগতখন যদি সংসাৰ বা গতিয়েই হয়, তেনেহ'লে ইয়াৰ এই বাস্তৱ ৰূপটোতো সঞ্চৰণ বা সংক্ৰান্তি আৰু ক্ৰম থাকিব লাগিব।

মনোজগতক নিজকে নিজে অতিক্ৰম কৰি গৈ থকা অবিৰাম গতিশীল বুলি স্বীকাৰ কৰা হয় আৰু জীৱজগতবোৱে এই গতিশীল লক্ষণ আছে, তাকো বিশেষ সন্দেহ কৰা নহয়, কিন্তু জড় পদাৰ্থক হ'লে অপৰিবৰ্তনীয় বুলিয়েই ধৰা হয়। জড় পদাৰ্থ সম্বন্ধে সাধাৰণ ধাৰণা হ'ল এয়ে যে ই সমৰূপে প্ৰৱাহমান কালস্ৰোতত স্থাৱৰ স্থান বা আকাশেদি গতি কৰি থকা চলমান বস্তু-বিশেষ। অতীজৰ আণৱিক থিয়ৰি মতে জড় পদাৰ্থ ক্ষুদ্ৰ ক্ষুদ্ৰ অবিভাজ্য অণুৰ সমষ্টি মাত্ৰ। এই অদৃশ্য কণিকা বা অণুসমূহ বিভিন্নৰকমে লগ লাগিলেই জড় পদাৰ্থৰ সৃষ্টি হয়। এই জড় পদাৰ্থত আমি যি পৰিবৰ্তন দেখো, তাৰ কাৰণ হ'ল—এই অণুসমূহৰ বিন্যাসৰ পৰিবৰ্তন, তাৰ আভ্যন্তৰীণ সংগঠনৰ পৰিবৰ্তন নহয়, কাৰণ, অণুসমূহক অপৰিবৰ্তনীয় প্ৰকৃতিৰ বুলি ধৰি লোৱা হৈছে।

পদাৰ্থবিদ্যাৰ নতুন উৎকৰ্ষ সাধনৰ লগে লগে অণুক গোট বুলি ধৰি লোৱা ধাৰণা আঁতৰি গৈছে। জে. জে. টম্‌চনে অণুসমূহক আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ কণিকালৈ ৰূপান্তৰিত কৰিলে, আৰু তাকো আকৌ পিচত তড়িৎ কণিকালৈ ৰূপান্তৰ কৰা হ'ল, আৰু ইয়াৰ সমষ্টি তড়িৎ-চুম্বকীয় ভৰবেগৰ এটা অৱস্থামাত্ৰ বুলি জনা গ'ল। ৰাডাৰ্‌ফৰ্ডে তেজস্ক্ৰিয়তাক আণৱিক বিশৰণৰ ফল বুলি বুজাইছিল। তেজ-স্ক্ৰিয়তাত ভূত বা মৌলিক বস্তুৰ উপস্থিতি থাকিবই, অণুসমূহৰ অপৰিৱৰ্তনীয়তাৰ লগত ই কোনোমতেই খাপ নাখায়। ৰাডাৰ্‌ফৰ্ডে অণক নঞাৰ্থক ইলেক্‌ট্ৰনসমূহে

চাৰিওফালে বেৰি থকা এটি সদৰ্থক কেন্দ্ৰ বুলি দাঙি ধৰিছে। জড় পদাৰ্থ এনে কোনো ঠাহ খাই থকা বা অতি ঘনীভূত বস্তুসমষ্টি নহয়, ই এটা মুকলি গাঁথনি মাত্ৰ য'ত বহুতো মুক্ত স্থান আছে আৰু সিঁচৰতি হৈ থকা তড়িৎ আধান আছে। প্ৰত্যেক অণুৰেই বিভিন্ন প্ৰকাৰৰ বিভিন্ন মাত্ৰাৰ জটিলতা থকা ইলেক্‌ট্ৰন আৰু প্ৰ'টনৰ সমষ্টিৰ গাথনি বিশেষ। (১) কোনো ভূত বা মূল পদাৰ্থৰ ৰাসায়নিক ধৰ্ম-সমূহ নিৰ্ভৰ কৰে তাৰ ঘূৰ্ণীয়মান ইলেক্‌ট্ৰনসমূহৰ ওপৰত আৰু এই ভূত বা মূল পদাৰ্থৰ অণুৰ পৰিমাণ উদ্ভৱ হয় তাৰপৰাই। প্ৰ'টন আৰু ইলেক্‌ট্ৰনসমূহ বিকীৰণ বা তৰঙ্গমালাৰ উৎস, অৰ্থাৎ এক কেন্দ্ৰৰপৰা বহিৰ্গমন কৰা একশ্ৰেণীৰ ঘটনা বা ফল। জড় পদাৰ্থৰ পৰম পূৰকবস্তু হ'ল এই ইলেক্‌ট্ৰন আৰু ই মাত্ৰ বিকীৰণ-মালাৰ প্ৰকল্পিত কেন্দ্ৰ। আমি ধৰিব পাৰোঁ অকলমাত্ৰ এই বিকীৰণমালাকহে। ইয়াৰনো কেন্দ্ৰত কি আছে, আৰু সঁচাকৈয়ে যদি কোনো মাধ্যম ইয়াৰ আছেও, তেন্তে সেই মাধ্যমেনো কেনেকৈ তৰঙ্গসমূহ বিচ্যুত কৰে, তাক আমি একেবাৰেই নাজানো। ইলেক্‌ট্ৰনসমূহ কেৱল তৰঙ্গৰ ৰূপ যেন লাগে। ইয়াক যদি আমি সন্মি-লিত বিকীৰণ সমষ্টিতকৈ অধিক কিবা বুলি ভাবোঁ, তেনেহ'লে সি আমাৰ কল্পিত বস্তুহে হ'ব। ইলেক্‌ট্ৰন হ'ল এনে ক্ষেত্ৰ যৰপৰা শক্তিয়ে বিকীৰণ কৰিব পাৰে। বোৰৰ (Bohr) মতে ই এটা গোল বস্তু—"তড়িতৰ বিচ্যুতৰ আধান।" এডিংটনে ইয়াক এনে কিবা এটা বুলি কয়, যাৰ গাণিতিক লক্ষণ দিব নোৱাৰি। ই ক্ৰিয়া কৰে; কিন্তু কিয় কৰে তাক আমি নাজানো।

সূৰ্যকে কেন্দ্ৰ কৰি যেনেকৈ গ্ৰহ-নক্ষত্ৰসমূহ ঘূৰি থাকে, তেনেকৈয়ে যদি অণুক কেন্দ্ৰ কৰি ইলেক্‌ট্ৰনসমূহ ঘূৰি থাকে, তেনেহ'লে সকলো তৰঙ্গ-দৈৰ্ঘ্যতে তাৰ বিকীৰণ বিস্তৃত হ'ব লাগে আৰু এই তৰঙ্গ-দৈৰ্ঘ্য যিমানেই হ্ৰাস হৈ যাব, তিমানেই ইয়াৰ শক্তি ধাৰাবাহিকৰূপে বৃদ্ধি হৈ যাব। কিন্তু যিহেতু এনে নঘটে, মেক্স্-প্লেঙ্কে কৈছিল যে বিকীৰণ উদ্ভৱ হয় আৰু এই সসীম গাথনিত বা নিৰ্দিষ্ট পৰিমাণত

---

(১) সকলোতকৈ সৰল উদ্‌জান অণুত ইয়াক কেন্দ্ৰ কৰি ঘূৰি থকা এটা প্ৰ'টন আৰু এটা ইলেক্‌ট্ৰন আছে। অন্যান্য অণুতো বহুতোসংখ্যক প্ৰ'টন আৰু কমসংখ্যক ইলেক্‌ট্ৰন একত্ৰিত হৈ এটা কেন্দ্ৰ স্থাপন কৰে; আৰু কিছুমান ইলেক্-ট্ৰন ইয়াৰ বাহিৰে বাহিৰে সিঁচৰতি হৈ থাকে, ইহঁত কেতিয়াবা অণুটোৰপৰা বিচ্ছুৰিত হৈও যাব পাৰে। উদাহৰণ স্বৰূপে, হেলিয়ামক কেন্দ্ৰ কৰি থকা চাৰিটা প্ৰ'টন আৰু দুটা ইলেক্‌ট্ৰন ঘনিষ্ঠভাৱে জড়িত হৈ আছে; আৰু দুটা ইলেক্‌ট্ৰনে সূৰ্যৰ চাৰিওকাষে গ্ৰহ ঘূৰাদি কেন্দ্ৰটোৰ চাৰিওকাষে ঘূৰি ফুৰে। আটাইতকৈ বৃহৎ এটম্ হ'ল ইউৰেনিয়াম আৰু ইয়াৰ ২৩৮টা প্ৰ'টন আৰু ২৩৮টা ইলেক্‌ট্ৰন আছে—তাৰে ৯২টা ইয়াক কেন্দ্ৰ কৰি ঘূৰে আৰু বাকীবোৰ কেন্দ্ৰটোতে নিবিষ্ট হৈ থাকে।

ই গ্ৰাসিত হৈ পৰে। অণুৱে যেতিয়া কোনো শক্তি বা গ্ৰাস বা বিকীৰণ কৰে তেতিয়া যি পৰিমাণৰ পৰিবৰ্তন হয়, সি বিচ্ছিন্নভাৱে হয়। (৪) ইলেক্‌ট্ৰন এতিয়াই এঠাইত থাকে আৰু অলপ পিচতে আন এঠাই পায়গৈ, মধ্যৱৰ্তীসমূহত স্পৰ্শ নকৰাকৈয়ে ই যায়গৈ। ই কোনো এক নিৰ্দিষ্ট কক্ষৰপৰা আন এটা নিৰ্দিষ্ট আৰু বেলেগ কক্ষলৈ নিয়মিতভাৱে জপিয়াই যায় কিন্তু অবিৰতভাৱে নহয়। সম্প্ৰতিকে পদাৰ্থবিদসকলে কোনো কোনো বিশেষ উদ্দেশ্যৰ হেতুকে এই "পৰিমাণ থিয়ৰি" (quantum theory) ব্যৱহাৰ কৰিবলগীয়া হৈছে আৰু কিছুমান ক্ষেত্ৰত প্ৰাচীন উৰ্মীমত্তা থিয়ৰি (undulatory) ব্যৱহাৰ কৰিবলগীয়া হৈছে; কিন্তু দুয়োটা মতবাদ পৰস্পৰ ৰহিত বা বিৰোধী। পৌৰাণিক উৰ্মীমত্তা মতবাদে যেনেকৈ বিকীৰণৰ কথা ব্যাখ্যা কৰিব পাৰে, পৰিমাণ থিয়ৰিয়ে তেনেকৈ নোৱাৰে। (৫)

আৰু কোৱা হৈছে যে, এই অণুৰ চানেকিৰ কোনো পাৰ্থিৱ তাৎপৰ্য নাই। এই অণুক আমি দ্বিগুণ গগণন সংখ্যক এক অসীম গৰ্ভকোষত স্থাপিত অণু বুলিলেহে বেছি শুদ্ধ হ'ব পেনা পাও আনকি আমি এই অণুৰ সম্বন্ধে এইখিনি মাত্ৰ জানিব পাৰোঁ যে, ই এই গৰ্ভকোষত স্থাপিত। বেছি শুদ্ধকৈ ক'ব লাগিলে প্ৰত্যক্ষমান বস্তু ৰূপৰ সম্বন্ধ প্ৰকাশ কৰাৰ সমীকৰণকেই লৈ আমি সন্তুষ্ট থাকিব লাগিব আৰু এই সমীকৰণসমূহৰ অৰ্থও নাজানো।

আকাশ-কালত অপৰিসীম বেগত ঘূৰোঁতে ঘূৰোঁতে হোৱা শক্তিবিন্দুৰ সংগঠনেই জড় পদাৰ্থ বা বস্তু, এই এক অণুত বিন্দুসমূহৰ সংখ্যা আৰু বিনাশৰ ফলতেই বিভিন্ন ভূত বা মূল পদাৰ্থসমূহৰ উৎপত্তি হয়। এইবিলাকৰ সালসলনি কৰিব পাৰি; সেইবাবে তেজস্ক্ৰিয়তাত সম্ভৱ হোৱাবদৰে এই মূল পদাৰ্থসমূহৰে উপস্থিতি সম্ভৱপৰ হয়। আণৱিক জোখ আৰু সংখ্যাৰ সম্পৰ্ক আছে সেই অণুত গঠিত পূৰ্বোক্ত শক্তিবিন্দুৰ সংখ্যা আৰু তাৰ স্থপতি বা প্ৰতিকৃতিমূলক শ্ৰেণী-বিভাজনৰ লগত। জড় পদাৰ্থ হ'ল শক্তি বা ক্ৰিয়াৰ ৰূপ মাত্ৰ, জাগতিক বিষয়সমূহ হ'ল ঘটনা, কাৰ-

(৪) শ্ৰদিংগাৰে (Schrodinger) এই মত পোষণ নকৰে। See Russell: *An Outline of Philosophy* (1927) Pp. 112

(৫) কোৱাণ্টাম থিয়ৰি বা পৰিমাণবাদৰ কৰ্তা মেক্স্‌প্লেঙ্কে কয় যে "পদাৰ্থবিদ্যাৰ এনে কিছুমান অংশ আছে যে তাত পৰস্পৰ সমাঘাতৰ প্ৰাতিভাসিকৰ বিস্তীৰ্ণ অঞ্চল আছে; পৌৰাণিক মতবাদে ইয়াৰ প্ৰতিক্ষেত্ৰৰে পুঙ্খানুপুঙ্খকৈ যথাৰ্থতা প্ৰমাণ কৰিছে, আনকি অতি অত্যন্ত সূক্ষ্ম পৰিমাণৰ জোখ-মাখৰো বশৱৰ্তী কৰি চাইছে; কিন্তু অন্ততঃ বৰ্তমান ৰূপত পৰিমাণবাদ এই ক্ষেত্ৰসমূহত সম্পূৰ্ণ অকাৰ্যকৰী।" **Max Plank: *The Universe in the Light of Modern Physics E. T.* (1931), Pp. 95, see also Pp. 30 ff.**

ফল বা বৃত্ত। ইহঁত স্বতঃস্ফূৰ্ত, চিৰন্তন বা অপৰিৱৰ্তনীয় বিষয়-বস্তু নহয়, ইহঁত এক অবিৰাম গতিপথত চলন্ত বিন্দু বিশেষ। প্ৰকৃতি হ'ল ঘটনাৰ জটিলতা, প্ৰক্ৰিয়া-সমূহৰ সংগঠন। ঘটনা হ'ল বাস্তৱ স্থিতিৰ বস্তু-বিশেষ, সিহঁত কালবিৰৰ্জিত স্থানত নঘটে, ঘটে আকাশ-কালত ( space-time ) আৰু তাত আকাশ আৰু কালৰ সম্বন্ধ ইমান সঘনে পৰিৱৰ্তিত হৈ থাকে যে আকাশ-কাল প্ৰক্ৰিয়াৰ অসীম পৰিবৰ্তনকে এই বিশ্ব-জগতৰ বৈশিষ্ট্য বুলি ধৰা হয়। স্থান বা আকাশ টুকুৰা বস্তুখণ্ড বা ঘূৰি ফুৰিব পৰা বাকচ এটা নহয়, আৰু এই বস্তু বা পদাৰ্থও আকাশত প্ৰসাৰিত আৰু কালত নিৰন্তৰ চলমান কিবা এটা নহয়। আকাশ-কাল আৰু পদাৰ্থ এক বাস্তৱ ঘটনাৰপৰা কৰা বিমূৰ্তন ৰূপ আৰু এই বাস্তৱ ঘটনা হ'ল এক ঘটনা-পুঞ্জৰ সংহতি। বাস্তৱ ক্ষেত্ৰত ইহঁত সকলো একেলগে থাকে। আইন্‌ষ্টাইনৰ মতে ঘটনাসমূহ হ'ল এক পৰম চতুৰ্মাত্ৰিক অবিৰাম সোঁত-স্থিত মূল-পদাৰ্থ আৰু এই সোঁতৰ জ্যামিতিক গঠনেই হ'ল তাৰ আভ্যন্তৰীণ প্ৰকৃতি। আইন্‌ষ্টাইনে এই সোঁতক "সসীম কিন্তু অপ্ৰান্তিক" বুলি অনুমান কৰিছে।

নিৰন্তৰ আকাশ আৰু জাগতিক কাল—এই দুটা স্বতন্ত্ৰ সত্তাক আকাশ-কালৰ-দ্বাৰা প্ৰতিকল্পিত কৰাৰ ফলত উৎপত্তি হ'ল আপেক্ষিকতাবাদ। প্ৰাক্-আপেক্ষিক পদাৰ্থবিদ্যাত এনেকৈ ধৰি লোৱা হ'ল যে দুটা ঘটনা যদি বিভিন্ন স্থানত সংঘটিত হয়, তেনেহ'লে তাৰ সমকালিনতা সহজে বুজাব পৰা যায়। আজি-কালি কোৱা হৈছে যে প্ৰত্যেক ঘটনা শ্ৰেণীৰে নিজা কালক্ৰম আছে আৰু যিহেতু কালৰ কোনো সাধাৰণ মানদণ্ড নাই, গতিকে এক শ্ৰেণীৰ ঘটনাসমূহক আন এক শ্ৰেণীৰ লগত সম্পৰ্কিত কৰিব নোৱাৰি। আমি যি বিষয়-বস্তুৰ সম্বন্ধে অনুসন্ধান চলাওঁ, সেই বস্তু আৰু তাৰ পৰ্যবেক্ষকৰ আপেক্ষিক ধাৰণালৈ যদি আমি মন নকৰোঁ, তেনে-হ'লে তাৰ অবিকল জোখ-মাখো কৰা সম্ভৱপৰ নহয়। কোনো এটা বস্তুৰ প্ৰকৃতি সেই বস্তুটোৰ গঠনৰ ওপৰতেই নিৰ্ভৰ নকৰে, সেই বস্তু পৰ্যবেক্ষণকাৰীজনৰ প্ৰকৃতিৰ ওপৰতো নিৰ্ভৰ কৰে। দূৰত্ব, দৈৰ্ঘ্য আৰু আয়তন—এই সকলো একোটা বিশেষ প্ৰসঙ্গৰ ওপৰত নিৰ্ভৰ কৰে। (৬) আপেক্ষিকতাবাদৰ নিয়ম তেজস্ক্ৰিয় অণুৰপৰা অন্তৰীক্ষৰ বস্তুলৈকে প্ৰাকৃতিক সকলো ঘটনা ক্ষেত্ৰতেই খাটে।

---

(৬) "এজন পৰ্যবেক্ষকে দেখা তৰা এটাৰ দূৰত্ব আন এজনে দেখা তৰা এটাৰ দূৰত্বৰ সমানেই। তেওঁলোকৰ মিল হ'ব বুলি আশা কৰিব নোৱাৰেঁ। এজনে পোৱা দূৰত্বটো নিজৰ শৰীৰ গঠনৰ লগত আপেক্ষিক আৰু আনজনে পোৱা দূৰত্বটো তেওঁৰ শৰীৰৰ গঠনৰ লগত আপেক্ষিক। কোনো শৰীৰ অবয়বৰ লগত সম্বন্ধ নথকা পৰমদূৰত্ব এটা অৰ্থহীন কথা।" ( *Eddington: The Nature of the Physical World*, 1928, Pp. 21.)

আমি সকলো ঘটনাকে দুটা দিশত পাৰ্থক্য কৰি চাব পাৰোঁ : এটা বাহ্যিক বা ৰূপগত আৰু আনটো বস্তুগত বা আভ্যন্তৰীণ। আকাশ-কাল হ'ল বাহ্যিক ৰূপ। প্ৰত্যেকটো ঘটনাৰে, তাৰ গুণ যিয়েই নহওক, সংস্থিতি আছে, স্থান-কালিক লক্ষণ আছে। ই অসীম, পৰম নহয় ; ই অস্থায়ী, চিৰন্তন নহয়। পৰিমিততা, সীমাৱদ্ধতা আৰু পৰিবৰ্তন—সকলো ঘটনাৰেই বৈশিষ্ট্য আৰু আকাশ-কাল হ'ল তাৰেই স্বাভাৱিক অৱস্থা। ই এটা প্ৰকৃত সমসত্ত্ব সংগঠন নহয়, সত্তাৰ এটা অভিন্ন ৰূপ মাত্ৰ। বিভিন্নপ্ৰকাৰৰ বস্তুসমূহে নৃত্য প্ৰদৰ্শন কৰা ই একপ্ৰকাৰ নাট্যমঞ্চও নহয়, ই মাত্ৰ বিশ্বজগতৰ চলমান ঘটনাসমূহৰ পৰস্পৰৰ সম্বন্ধৰ ৰূপ-প্ৰকাশক কিছুমান সাধাৰণ নিয়ম আৰু অৱস্থাৰ কথাকেহে সূচায়। এই আকাশ-কালৰ সম্পৰ্ক সমগ্ৰ প্ৰকৃতিৰ ক্ষেত্ৰতেই খাটে আৰু ইয়েই প্ৰকৃতিক ঐক্যবদ্ধও কৰে। পৰস্পৰ সম্বন্ধ এটি ঘটনা বিশেষ নহয়, প্ৰকৃতিৰ পৰম সত্যক এটি একক, অবছ প্ৰক্ৰিয়া, এটি গতি বুলি অনুমান কৰা হয়। এই প্ৰক্ৰিয়াটোৰ কোনো অংশ বা ৰূপকে 'ঘটনা' বোলা হয়। প্ৰকৃতি আচলতে পৰিবৰ্তনৰ এক অবিশ্লেষণীয় আৰু অবিভাজ্য প্ৰক্ৰিয়া, ইয়াত আকাশ-কাল আদি কিছুমান বাহ্যিক গুণ আৰু পদাৰ্থ, জীৱন আদি কিছুমান বস্তুগত লক্ষণ (যাক আমি বিষয়-বস্তু বোলোঁ।) পৰস্পৰ আৰু সমগ্ৰ ৰূপৰ লগত বিভিন্ন সম্পৰ্কত থাকি দেখা দিয়ে।

গণিত-বিজ্ঞানে ঘটনাৰ এই ৰূপগত বস্তু লৈ আলোচনা কৰে। তেওঁলোকে আদৰ্শ-অমূৰ্তন সম্পৰ্কে চৰ্চা কৰে। আৰু তেওঁলোকৰ তৰ্ক-শাস্ত্ৰও হ'ল অৰ্থাপত্তি বা বিৰক্ষামূলক আৰু আকাৰগত। শুদ্ধ গণিতে আকাশ-কাল অৱস্থাৰ-পৰাও বিমূৰ্তন কৰে, আৰু ক্ৰম বা সংগঠনৰ সম্ভাৱ্য চূড়ান্ত অমূৰ্তক ৰূপৰ শুদ্ধ-ধাৰণা সম্বন্ধেই চৰ্চা কৰে। মাত্ৰা বা বিন্দুসমূহ বৈশিষ্ট্যবিহীন আৰু সিহঁতক তাৰ আভ্যন্তৰীণ প্ৰকৃতিৰ লগত কোনো ব্যাঘাত নোহোৱাকৈয়ে সংমিশ্ৰণ আৰু সঞ্চাৰণ কৰিব পাৰি। সেই কাৰণেই গণিত হ'ল আদৰ্শ বিজ্ঞান।

ই পদাৰ্থবিদ্যাতকৈ তৰ্ক-শাস্ত্ৰহে বেছি ওচৰ সম্বন্ধীয়। অ-ইউক্লিডিয় জ্যামিতি, বীজগণিত আৰু পাণিগণিতৰ আবিষ্কাৰ, গণ বা সংহতি মতবাদ আৰু অভিক্ষিপ্ত জ্যামিতিৰদৰেই অ-মাত্ৰিক বিষয়সমূহৰ উৎপত্তি আদিয়ে গণিতৰ বিশুদ্ধ আকাৰগত প্ৰকৃতিকেই দাঙি ধৰে। হোৱাইট্‌হেডে কৈছে যে "বহল অৰ্থত গণিত হ'ল সকলোপ্ৰকাৰৰ আকাৰগত, নিশ্চয়াত্মক আৰু আৰোহমূলক যুক্তিৰ বিকাশ সাধন।" (৭) এই মত কান্টৰ মতৰ বিৰোধী, তেওঁৰ মতে গাণিতিক বচনসমূহ সংশ্লেষাত্মক ; কিন্তু তৰ্ক-শাস্ত্ৰৰ বচনসমূহ আকাৰ আৰু বিশ্লেষণমূলক। বিশুদ্ধ আৰু ফলিত গণিতৰ বিষয়ে এটি ভ্ৰমাত্মক ধাৰণা হোৱা যেন অনুমান হয়।

---

(৭) *Universal Algebra*, **Pp. 6.**

কান্টে বিশুদ্ধ যৌক্তিক স্বজ্ঞাৰ সম্ভাৱনাত বিশ্বাস নকৰে, সেইদেখি তেওঁ ইন্দ্ৰিয় জগতৰ প্ৰসঙ্গত আকাশ আৰু কালৰ অভিজ্ঞতাপূৰ্ণ স্বজ্ঞাৰ মত দাঙি ধৰিছে। ৰাছেল আৰু হোৱাইট্‌হেডে তেওঁলোকৰ *Principia Mathematica* কিতাপত দেখুৱাইছে যে ৭+৫=১২, এই প্ৰমাণটো অন্যান্য প্ৰমাণৰদৰেই নিৰ্ঘাত যৌক্তিক বা তাৰ্কিক প্ৰমাণ। আমি বহুতেই গাণিতিক প্ৰতিপাদনসমূহ প্ৰতিকৃতি আৰু ৰৈখিক চিত্ৰৰ সহায় নোহোৱাকৈ বুজিব নোৱাৰোঁ যদিও এইবিলাক প্ৰতিপাদনৰ অংশ নহয়। গণিতক পদাৰ্থবিদ্যাৰ লগত একে লক্ষণবিশিষ্ট বুলি ধৰিব নোৱাৰি।

কোনো কোনোৱে ভাবে যে আকাশ-কাল অভিজ্ঞতাৰপৰা বাহ্যিক বা আকাৰগত বিমূৰ্তন নহয়, ইয়েই সকলো স্থিতিৰ পৰম প্ৰাথমিক সত্যাহে। এডিংটনে ভাবে যে পদাৰ্থক আকাশ-কাল সম্পৰ্কৰ ভাগফলৰহিত সূক্ষ্ম-ৰূপত বিভাজিত কৰিব পাৰি। (৮) তেওঁৰ মতে আকাশ-কালেই হ'ল পৰম সত্য আৰু তাৰদ্বাৰাইহে আন সকলো বস্তুকে সংস্কাৰবদ্ধ কৰিব পাৰি। প্ৰকৃতিৰ পৰমতত্ত্ব পদাৰ্থমূলক নহয়, যুক্তিমূলক বা গণিতমূলক। সত্য হ'ল দ্ৰষ্টা বা পৰ্যবেক্ষণৰপৰা স্বতন্ত্ৰ বস্তু আৰু তাক ইন্দ্ৰিয়সমূহৰদ্বাৰা বোধ লাভ কৰিব পৰা ঘটনা শ্ৰেণী নহয়, ই হ'ল সম্পৰ্কসমূহৰ শ্ৰেণীবন্ধন আৰু তাক চিন্তাৰদ্বাৰাইহে ধাৰণা কৰিব পৰা যায়। সত্য বা বাস্তৱৰ মূল হ'ল চিৰন্তন অপৰিবৰ্তনীয় গাণিতিক সম্পৰ্কসমূহ। বস্তুপিণ্ড আৰু শক্তিসমূহ হ'ল সম্পূৰ্ণ মানসিক প্ৰাতিভাসিক ৰূপ মাত্ৰ আৰু ইয়াৰ উৎপত্তি হয় দ্ৰষ্টা বা পৰ্যবেক্ষক আৰু তাৰ চৰ্তস্বৰূপ চিৰন্তন সম্পৰ্কসমূহৰ মাজত ঘটা পাৰস্পৰিক ক্ৰিয়াফলৰপৰা। পদাৰ্থ ৰূপান্তৰিত হয় চিন্তাত, পদাৰ্থবিদ্যা হয় গণিতত। (৯)

আলেক্‌জেণ্ডাৰৰ মতে আকাশ-কালেই হ'ল পৰম সত্তা আৰু আকাশ আৰু কাল দুয়োটাই তাৰ বিমূৰ্তন। আকাশ-কাল একপ্ৰকাৰ সৰ্বময় গতি, বাস্তৱ বস্তুসমূহ এই সাৰ্বিক আঁচনিভুক্ত গতি-ব্যৱস্থাৰ বিভাজন মাত্ৰ। আকাশ-কালৰ স্থিতি, সৰ্বময়তা আৰু ক্ৰম আদি এনে কিছুমান বিশিষ্ট সৰ্বময় বা নিশ্চয়াত্মক গুণ আছে যিবোৰ সকলো বস্তুৰেই লাক্ষণিক। জগতৰ যিবোৰ অন্যান্য ইন্দ্ৰিয়গ্ৰাহ্য গুণে বস্তুৰ বিভিন্ন শ্ৰেণীক প্ৰভেদ কৰি দেখুৱায়, সেইবিলাকৰ উৎপত্তি হয় বিশেষ

(৮) *Space, Time and Gravitation*, (1921), Pp. 197.

(৯) *Sir James: The Mysterious Universe*. তুঃক, হিন্দু গণিতবিদে কৈছে, "এই সকলোবিলাক বিৱৰি লাভ কি? সকলো চৰাচৰ থকা এই ত্ৰৈলোক্যত যি বস্তু সঁচাকৈয়ে আছে, সি গণিতৰ বাহিৰে একো নহয়।"

বহুভিঃ বিপ্ৰলাপৈঃ কিম্ ত্ৰৈলোক্যে স চৰাচৰে,
যৎ কিঞ্চিৎ বস্তু তৎ সৰ্ব্বম্ গণিতেন বিনা নহি।

বিশেষ অৱস্থাৰ ক্ষেত্ৰত। আলেক্‌জেণ্ডাৰৰ মতে আকাশ-কালে স্বতঃস্ফূৰ্ত্তভাৱে বিন্দুক্ষণৰ অসীম অৱস্থানত নিজকে প্ৰভেদ কৰি পেলায়। ইয়াৰ আটাইতকৈ সামান্য ৰূপবোৰ হ'ল বিভিন্ন বেগ আৰু প্ৰসাৰক্ষেত্ৰৰ গতিসমূহ। এই বস্তুসমূহে যেতিয়া কোনো বিভিন্ন প্ৰতিকৃতি ধাৰণ কৰে, তেতিয়াই তাৰ বস্তুত্ব গুণৰ উৎপত্তি হয় তাৰ লগত যেতিয়া অন্যান্য অৱস্থাসমূহ সংযোজিত হয়, তেতিয়া ৰং আদি গুণ উদ্ভৱ হয়।

জগতৰ অভিজ্ঞতা গণিতৰ সমীকৰণৰ জ্ঞানৰ নিচিনা নহয়। পোহৰ বা ৰঙৰ অনুভূতি অভিজ্ঞতাৰ একত্ৰৰ প্ৰত্যক্ষৰ সৈতে একে নহয়। ঘটনা বাহিৰেকে আকাশ-কাল সম্পৰ্কৰ স্থিতিও অসম্ভৱ। অতি আদিম ৰূপত ঘটনাসমূহ অকল আকাশ-কালিয়েই নহয় ভৌতিক বা পদাৰ্থ বিষয়কো। আকাশ-কাল সম্পৰ্কৰ উপৰিও তাত এক বিশিষ্ট পূৰক আছে। ই বিজুলী চমক, সুন্দৰ বস্তু বা জ্ঞানৰ বিষয়ো হ'ব পাৰে। আমি এই জগতৰ ভৌতিক ঘটনাসমূহতে ইন্দ্ৰিয়গ্ৰাহ্য বা প্ৰাতিভাসিক বিশ্বজগতৰ গভীৰতম অন্তঃস্থলো পাবগৈ পাৰোঁ। সকলো ঘটনাৰে মূল বস্তু হ'ল স্থান-কাল গুণ। ইয়াৰ এটাৰো অকলে স্থিতি নাই। ইহঁত প্ৰত্যেকেই বিভিন্ন ধাৰণা; কিন্তু স্থিতিৰ কালৰপৰা ইহঁত সন্তান প্ৰক্ৰিয়াৰ অন্তৰস্থ অঙ্গ, আৰু ইহঁতক চিন্তাই স্বৰূপ প্ৰক্ৰিয়াৰপৰা অমূৰ্তন কৰি লয়। (১০) সকলো ঘটনাৰদৰেই ভৌতিক ঘটনাসমূহ মাত্ৰ আকাশ-কালতেই ঘটে, সিহঁত ঘটে ইযাতে, তাত নহয়; এতিয়াহে, তেতিয়া নহয়।

বিদ্যুৎ প্ৰভাৱে কঠিন অবিভাজ্য পদাৰ্থকণে খণ্ড খণ্ড কৰি আঁতৰাই পেলায়, সেইটোৱেই হ'ল দাৰ্শনিকৰ দৃষ্টিত অতি গুৰুত্বপূৰ্ণ বিষয়। পদাৰ্থ এটা বস্তু নহয়, পৰস্পৰ সম্পৰ্কিত ঘটনাৰ শ্ৰেণী বিশেষ। জড় পদাৰ্থক পুৰণিমতে কিছুমান বিশিষ্ট গুণ থকা, বিভিন্ন সম্পৰ্কত জড়িত আৰু বিশিষ্ট কিছুমান কাম কৰা স্থায়ী বস্তু বুলি ধৰা হৈছিল, এতিয়া পদাৰ্থক অস্থিৰ ঘটনাপুঞ্জ বুলি ধৰা হোৱাত সেই পুৰণি মত উফৰি গ'ল। পদাৰ্থক জড় বুলি, জীৱনক সক্ৰিয় বুলি আৰু পদাৰ্থক পৰাবৰ্ত্য আৰু জীৱনক অপৰাবৰ্ত্য বুলি ধৰা পাৰ্থক্য আঁতৰি গ'ল। জীৱন আৰু পদাৰ্থৰ পাৰ্থক্য সক্ৰিয়তাৰ আৰু নিষ্ক্ৰিয়তাৰ নহয়, দুটা বিভিন্নৰকমৰ সক্ৰিয়তাৰহে। নিউটনৰ প্ৰথম নিয়মতে উচ্চাসন দিয়া পদাৰ্থৰ জড়তা ইয়াৰ অন্তৰস্থ সক্ৰিয়তাৰেইহে ফল। পদাৰ্থৰ তেজষ্ক্ৰিয়তা জীৱক্ৰমাগমৰ অনুৰূপ; অৱশ্যে আগৰটো পশ্চাদগামী, পিচৰটো অগ্ৰগামী ক্ৰিয়া। আমি পৰিয়াল, বংশ আৰু জাতিৰ ধাৰণা ৰসায়ন শাস্ত্ৰৰ সাময়িক তালিকা আৰু উদ্ভিদবিদ্যা আৰু প্ৰাণীবিদ্যাৰ প্ৰকৰণৰ ক্ষেত্ৰতো প্ৰয়োগ

(১০) তুলক, আকাশাদিত্ৰয়ম্‌ তু ৰস্তুত একম্‌ এব উপাধিভেদেন নানা ভূতম্‌। শিৱাদিত্যৰ সপ্ত-পদাৰ্থী, পৃঃ ১৭।

কৰিব পাৰোঁ। পদাৰ্থ আৰু জীৱনৰ মাজত অতৰণীয় ব্যৱধান নাই। (১১) অণু, অণুপুঞ্জ, কণিকা, অনুৰক্তবীজ, জীৱবিন্দু আদি একেটা চলমান প্ৰক্ৰিয়াৰেই বিভিন্ন স্তৰ মাথোন। পদাৰ্থ হ'ল ঘনীভূত সংগঠিত শক্তি ; ইয়াৰ ফলতে নতুন ৰূপ, আকাৰ আৰু গাঁথনি সৃষ্টি সম্ভৱ হৈ উঠে। ইয়েই জীৱন্ত শৰীৰ বা মনৰদৰেই প্ৰকৃততে সৃষ্টিশীল। অণুসমূহে যেতিয়া এক অণুপুঞ্জত গ্ৰথিত হৈ পৰে, তেতিয়া সিহঁতে এক নতুন অৱস্থা লাভ কৰে। এই সমগ্ৰতা লাভ কৰাৰ পিচত সিহঁতে নতুন গুণৰ অধিকাৰী হয় ; কিন্তু সংগঠিত হোৱাৰ আগতে সিহঁতে এই গুণ লাভ কৰা সম্ভৱপৰ নহয়।

## বস্তু

দৰ্শনৰ সমগ্ৰ বুৰঞ্জীকে একপ্ৰকাৰ বস্তুতত্ত্বৰ মাননীতিৰ সমালোচনা বুলিয়েই ক'ব পাৰি। যদিও সকলো পৰিবৰ্তনীয় বস্তুৰ মাজতেই একান্তিকভাৱে উপস্থিত থকা স্থায়ী সত্তা এটাৰ ধাৰণা লৈ গ্ৰীক দৰ্শন আৰম্ভ হৈছিল, তথাপি পীথাগোৰাচ আৰু হিৰাক্লিটাচৰ দিনত পৰিৱৰ্তিত মত গ্ৰহণ কৰিবলগীয়া হ'ল। প্ৰকৃত সত্তাটো এক অপৰিৱৰ্তনীয় বস্তু নহয়, ই সকলো ক্ৰিয়মানতে বৰ্তি থকা কিছুমান বিশিষ্ট স্থায়ী ধৰ্মমাত্ৰ। পীথাগোৰাচৰ মতে সকলো বস্তুৰে সাৰ হ'ল সংখ্যা। হিৰাক্লিটাচৰ মতে বস্তু ক্ৰিয়মানৰ বাহিৰত থকা কিবা এটা নহয়, ই সকলো ক্ৰিয়মানতে ব্যাপ্ত, আৰু তাক আকাৰ দান কৰা এটা অন্তৰব্যাপী বা অন্তৰ্যামী নিয়ম বা যুক্তি। কাণ্টৰ মতে এই বস্তু হ'ল জ্ঞানবোধৰ ধাৰণা বিশেষ; আৰু হিউমে ইয়াক আমাৰ অভিজ্ঞতাৰ অভ্যাস আৰু অনুষঙ্গৰপৰাই উৎপত্তি বুলিছে। এক নিয়মক্ৰমত সঘনে উপস্থিত হোৱা কথাবোৰ এক ধাৰণাত সংহত কৰে কল্পনাই। আবেনেৰিযাচ আৰু মেকে বস্তুক চিন্তাক সহজ কৰা ধাৰণাত্মক উপায় মাত্ৰ বুলিছে। বস্তুৰ ঐক্যনামিক মাত্ৰ বস্তুৰ অভিন্নতা কল্প-সৃষ্টিহে। ইয়াৰ অৰ্থ হ'ল কিছুমান সম্পৰ্কৰ স্থায়িত্ব বিশেষ। আমাৰ মন এনেকুৱা যে ই কিছুমান অৱস্থাক একেলগে জুটি লৈ একক বুলি গ্ৰহণ কৰে আৰু এই অৱস্থাসমূহকে সেই এককৰ ধৰ্ম বুলি ধৰে । ধৰ্মসমূহৰ-দ্বাৰাই আমি বস্তু প্ৰভেদ কৰি উলিয়াওঁ। যেতিয়ালৈকে আমি কোনো এটা বস্তুৰ ধৰ্ম একে পাই থাকোঁ, তেতিয়ালৈকে আমি তাক একেটা বস্তু বুলিয়েই ধৰি লওঁ।

---

(১১) আজিৰ বিজ্ঞান হ'ল "অৱয়বৰ বা শৰীৰৰ অধ্যয়ন। জীৱবিদ্যা হ'ল বৃহৎ শৰীৰৰ অধ্যয়ন। আৰু পদাৰ্থবিদ্যা হ'ল ক্ষুদ্ৰ শৰীৰৰ অধ্যয়ন।" (*Whitehead ; Science and the Modern World* ; (1926) Pp. 145.)

বস্তুৰ সম্বন্ধে দিয়া মতৰ ভিতৰত শ্ৰেষ্ঠ হ'ল লট্‌জেই এটি স্মৰণীয় বাক্যত প্ৰকাশ কৰা মতটোৱেই : তেওঁ কৈছে, বস্তু হ'ল সি, যি কৰে। তেওঁৰ Metaphysicsত এটা বস্তুক কেন্দ্ৰ কৰি থকা তাৰ অলৰ-অচৰ আৰু স্থায়িত্ব ধৰ্মৰ লগত থকা সংযোগ সূত্ৰ বুলি কৰা বস্তু সত্তাৰ ধাৰণাযে কেনে অমূলক তাক মুকলিকৈ দেখুৱাইছে। (১২) বস্তু এটাৰ অন্তৰস্থ সাৰনো কি তাক আমি নাজানো। আমি বস্তু এটাক সত্য বোলোঁ, সত্তা বা অৱিচ্ছিন্ন বোলোঁ, যেতিয়া ই এক বিশিষ্ট ৰকমে আচৰণ কৰে আৰু এক বিশেষ নিয়মক্ৰমত পৰিবৰ্তিত হৈ থাকে। বস্তু এটাৰ সত্তা হ'ল এটা নিয়ম মাত্ৰ—যি নিয়ম অনুযায়ী পৰিবৰ্তিত ঘটনাসমূহ বিজড়িত; ই এটা সূত্ৰ-বিশেষ—যি ইয়াৰ গোটেই বুৰঞ্জী একত্ৰিত কৰি প্ৰকাশ কৰে; ই এনে এটি প্ৰতি-কৃতি বা ৰূপ—যি ইয়াৰ সকলো আচৰণ প্ৰকাশ কৰে। লট্‌জেই বস্তু সত্তাক এটা সুৰৰ লগত তুলনা কৰিছে : সুৰত পাৰম্পৰ্য ধ্বনিয়ে এক অবিৰামতাৰ নিয়ম মানি চলে। আমি কোনো এটাক বস্তু বোলোঁ—যেতিয়া তাৰ গুণসমূহ সংগত আৰু ইযাৰ ক্ৰমিক পৰিবৰ্তনসমূহে এটি ঐতিহাসিক পথ অৱলম্বন কৰি চলে। বস্তু এটাৰ সত্তা সংগঠিত হয় তাৰ ক্ৰিয়মান স্বভাৱৰদ্বাৰা। হোৱাইট্‌হেডে কয় যে কোনো এক শৰীৰত থকা স্থায়ী বস্তুটো 'বস্তু' নহয়, 'আকাৰ' বা 'ৰূপ'হে; আৰু সম্পৰ্কৰ পৰিবৰ্তনৰ লগে লগে এই ৰূপৰো বিকাৰ ঘটে। (১৩) আকাশ-কালৰ কোনো সীমিত অঞ্চলৰ কেতিয়াবা কেতিয়াবা প্ৰায়েই স্পষ্টভাৱে নিধাৰণ কৰিব পৰা গুণ থাকে আৰু এইবোৰ কেতিয়াবা দীৰ্ঘকাল স্থায়ীও হ'বৰ প্ৰয়াস পায; কেতিয়াবা যদি সিহঁতৰ পৰিবৰ্তন হয়, সিও হয় ধীৰে ধীৰে আৰু এক নিয়মক্ৰমত। চমু কথাত ক'ব লাগিলে, পৰিবৰ্তন সংঘটিত হয় এটা শ্ৰেণীত বা আকাৰৰ সীমাৰ ভিতৰতে। ইয়াৰ মূল গাঁথনিটোৰ পৰিবৰ্তন নহয়। "ভৌতিক বস্তু" পদটো আমি ব্যৱহাৰ কৰোঁ এনে প্ৰসাৰিত, গুণবাচক, আকাশ-কাল অঞ্চল অৰ্থত। এই প্ৰাকৃতিক জগতৰ বস্তু-সমূহ মাত্ৰ এই অৰ্থতহে 'বস্তু'। ইহঁতৰ কোনো এনে স্থায়ী অন্তঃস্তৰ বা ভিত্তি নাই, যি পৰিবৰ্তন হৈ থকা গুণ আৰু সম্পৰ্কসমূহৰ এই চৰিত্ৰ ৰক্ষা কৰি চলিব পাৰে আৰু এই পৰিবৰ্তনীয় চেষ্টিতৰ লগত নিজক অবিচ্ছিন্ন কৰি বৰ্তি থাকিব পাৰে। বস্তু বুলিলে আমি যি বুজোঁ, সি ঘটনাৰ (যোল) মালিচা।

**পৰিমাণবাদে এটি সংস্থিতিমূলক বস্তুৰ ধাৰণা পদাৰ্থবিদ্যাৰ বাবে অপ্ৰাসঙ্গিক কৰি তুলিছে। বস্তু এটা হ'ল কোনো এক স্থান বা কেন্দ্ৰৰপৰা হোৱা প্ৰভাৱৰ এক শ্ৰেণী বা পুঞ্জ, আৰু এই কেন্দ্ৰও মাত্ৰ সম্পূৰ্ণ প্ৰকল্পিত। নিয়াৰিকৈ ক'ব লাগিলে পাওঁ—অভিনয়ৰ বিভিন্ন দৃশ্যৰ ঘটনা বা সুৰৰ বিভিন্ন মাত্ৰাৰ এক শ্ৰেণী বা সমষ্টি।**

---

(১২) *E. T.*, *Book* 1. Chap. III. Pp. 57-75

(১৩) ***Process and Reality*** **(1929) Pp. 40.**

এনে কোনো বস্তু নাই, যি প্ৰত্যেক মুহূৰ্তত একে হৈ থাকে বা সদায় বৰ্তি থাকে। ইলেক্‌ট্ৰন এটাকো একে কাল আৰু সূক্ষ্মভাৱে নিৰ্দিষ্ট স্থান অধিকাৰ কৰি থকা পদাৰ্থৰ পৰমাণু এটিৰ অভিন্ন বা একাত্মৰূপ বুলি ক'ব নোৱাৰি। বহুকাল জুৰি বৰ্তি থকা প্ৰক্ৰিয়া এটাৰ মধ্যম অৱস্থা এটাৰপৰাইহে এই আত্ম-অভিন্নতা ঘটে। ইলেক্‌ট্ৰন এটা হ'ল একপ্ৰকাৰ ৰৈখিক অপৰিৱৰ্তনীয়তা। ইয়াৰ পদাৰ্থত্ব বা বস্তু সত্তাৰ নিৰ্ভৰ কৰে এক উচ্চ সমন্বয়-সাধক শক্তিৰ ওপৰত, কাৰণ, প্ৰত্যেকটো প্ৰবৃত্তমানকে এক সমন্বয়-সাধক ক্ৰিয়া বুলি ধৰা হয়। বস্তু এটাৰ ঐক্য হ'ল তাৰ বুৰঞ্জীৰ ঐক্য। (১৪) কাৰ্য-কাৰণ সম্বন্ধই এটি বিশিষ্ট নাম পাবলগীয়া ঐক্যৰ যোগান ধৰে। দুৰ্ভাগ্যবশতঃ এটা নামে এটা বস্তুকহে বুজায়, আৰু যদি সংশ্লিষ্ট ঘটনাসমূহ একে ঠাইতে নঘটে, তেনেহ'লে আমি কওঁ যে বস্তুটোৱে গতি কৰিছে।

বস্তু যদি ঘটনাসমূহৰ ভাগ মাত্ৰ হয়, তেনেহ'লে অভিন্নতা হ'ল সংযুক্ত ক্ৰমশীলতা। পৰিৱৰ্তনসমূহ যদি ধীৰ হয় আৰু কোনো সাংগঠনিক পৰিৱৰ্তন নঘটায়, তেনেহ'লেও আমি এই ক্ৰমশীলতা পাওঁ আৰু তাকে অভিন্নতা বুলি ভুল কৰা হয়। এই পৰিৱৰ্তনসমূহ যেতিয়া হঠাৎ আৰু সামগ্ৰিকভাৱে হয়, আৰু ফলত সাংগঠনিক পৰিৱৰ্তন ঘটে, তেতিয়া আমি এই অভিন্নতাৰ, এই বস্তুটোৰ, পৰিৱৰ্তন ঘটা বুলি কওঁ। কোনো এটা সংগঠন বা প্ৰতিকৃতিৰ কোনো এক বিশেষ কালৰ কাৰণে নিৰন্তৰতা বা স্থায়িত্ব থাকে। ই যিমানকাল ব্যাপক হয় বস্তুটোও সিমানেই বেছি সত্তা-ধৰ্মী বুলি কোৱা হয়। কিন্তু ই ইয়াৰ বস্তুৰ স্থায়িত্ব বা নিৰন্তৰতা নুবুজায়। যেতিয়ালৈকে ইয়াৰ সাধাৰণ বস্তুৰ পৰিৱৰ্তনৰ লগতে আকাৰটো একে হৈ চলে, তেতিয়ালৈকে আমি তাক একেটা বস্তু বুলি কওঁ। মানুহৰ শৰীৰটোৰ কথাকে ধৰক। দুটা মুহূৰ্তও এই বস্তু অবিকল একে নহয়, তথাপিও যেতিয়ালৈ ইয়াৰ বাহ্যিক আকাৰ আৰু আচৰণৰ বৈশিষ্ট্যসমূহ চলি থাকে, তেতিয়ালৈকে আমি তাক একেটা শৰীৰ বুলি কওঁ। কোনো কোনো ক্ষেত্ৰত আমি ক্ৰমশীলতা নেদেখোঁ বা নিৰীক্ষণ নকৰোঁ, আমি তাক আৰোপ কৰোঁ। আমি ভাবোঁ, আমি সদায় একে আত্মা আৰু আমাৰ পৰিৱেশ সদায় একে, যদিও ইফালে আমাৰ পৰিৱেশৰ পৰিৱৰ্তন ঘটি থাকে, আৰু আমাৰ সজ্ঞান জীৱনত টোপনিত ঘটাৰ নিচিনা বিৰতিও ঘটি থাকে। কেতিয়াবা

---

(১৪) বাৰ্ট্ৰেণ্ড ৰাছেলে কৈছে: "আমি বস্তুসত্তা আৰু কাৰণ সম্পৰ্কে আমাৰ ধাৰণা সলাব লাগিব। অণু এটা বৰ্তি থকা বুলি কোৱা কথাটো সুৰ এটা বৰ্তি থকা বুলি কোৱাৰদৰেই। সুৰ এটা বজাওঁতে পাঁচ মিনিট লাগিলে আমি গোটেই কালছোৱাই একেটা সুৰ থকা বুলি নকওঁ, কওঁ কিছুমান সুৰমাত্ৰা একত্ৰিত হৈ সংযোগ হৈ এটা সুৰ কৰা বুলি। সুৰৰ ক্ষেত্ৰত ঐক্যটো কান্তিমূলক; আৰু অণুৰ ক্ষেত্ৰত ই কাৰণমূলক।" (*An Outline of Philosophy*, (1927) Pp.118.)

কেতিয়াবা আমাৰ ক্ৰমশীলতাৰ ভাবো খেলি-মেলি হৈ থাকে, চিনেমাৰ ছবিৰদৰে জিকাবৰ দৃশ্যও ক্ৰমশীল যেন লাগে। ক্ষিপ্ৰ তৰঙ্গসমূহক আমি স্থিৰচিত্ৰ বুলি অনুভৱ কৰোঁ। পৰিমাণ-প্ৰকল্প শিক্ষা অনুযায়ী এই প্ৰকৃতিতয়ে অন্ততঃ কিছুমান বিচ্ছিন্নতা আছে তাক ধৰিবলগীয়া হয়। অৱশ্যে বস্তু হ'ল এটা যৌক্তিক মনন-ৰীতি হিচাপে আমি নিৰীক্ষণ কৰা বা অনুমান কৰা এক ক্ৰমশীলন বা প্ৰবৃত্তমান।

আমি কিহক বস্তু বোলোঁ, ই নিৰ্ভৰ কৰে নিজৰ স্পৃহা বা অনুৰাগৰ ওপৰত। কোনো কোনো উদ্দেশ্যত মানুহকো বস্তু বুলি ধৰা হয়; কোনো ক্ষেত্ৰত আমাৰ শৰীৰৰ অঙ্গ একোটাকো বস্তু বোলা হয়; দাৰ্শনিক অৰ্থত সমগ্ৰ প্ৰকৃতিকেই বস্তু বুলিব পাৰি। যদি স্থিতিৰ স্বতন্ত্ৰতাকেই বস্তু সত্তাৰ বা পদাৰ্থতাৰ লক্ষণ বুলি ধৰা হয়, তেনেহ'লে আমাৰ বিশেষ বিশেষ উদ্দেশ্যত কোনো ঘটনাশ্ৰেণীক একোটা বস্তু বুলি বিশেষকৈ দেখুৱাব পাৰিলেও কোনো সসীম বস্তুৱেই বস্তু নহয়। আপেক্ষিকভাৱে বদ্ধমূল কিছুমান অভ্যাস আৰু সম্ভাৱ্য-শক্তিসম্পন্ন ঘটনাপুঞ্জৰ নাম পদাৰ্থ।

## কাৰণ

আমাৰ কাৰণৰ ধাৰণাৰো সংস্কাৰৰ প্ৰয়োজন হৈছে। সকলো বিজ্ঞানৰ সম্ভাৱ্যতাৰ এক অৱস্থা বা সত্তা হ'ল এনে যে আমি দেখা সকলো ঘটনাসমূহৰ মাজতে এটা বাস্তৱ সম্বন্ধ আছে আৰু ই অকলমাত্ৰ আমাৰ মানসিক অনুষঙ্গ নহয়। কাণ্টে এটা সহজ উদাহৰণ দিছে। তেওঁ কৈছে, "মই যেতিয়া ঘৰ এটা দেখি বুজিবৰ চেষ্টা কৰোঁ, তেতিয়া মই তাক তলত বা ওপৰত য'তে ত'তে আৰম্ভ কৰিব পাৰোঁ, আৰু তলত বা ওপৰত য'তে ত'তে মোৰ দৃষ্টি অন্ত কৰিব পাৰোঁ; কিন্তু মই যেতিয়া ভাটিয়নী সোঁতত গৈ থকা জাহাজ এখনৰ বোধ লাভ কৰিব লগা হয়, তেতিয়া মোৰ পৰ্যৱেক্ষণ বা প্ৰত্যক্ষৰ ক্ৰম সুনিৰ্দিষ্ট হৈ পৰে। মই সেই ক্ৰমৰ ইফাল-সিফাল বা ওলট-পালট কৰিব নোৱাৰোঁ।" কাণ্টে বুজাইছিল যে, কাৰ্য-কাৰণতা প্ৰাক্ অভিজ্ঞতা-সংশ্লেষাত্মক মূল নীতি বিশেষ। কোনো কোনোৱে ক'ব খোজে যে, বিষয়-বিজ্ঞানৰ ক্ষেত্ৰত আমাৰ প্ৰযত্নৰ সেই অব্যৱহিত অভিজ্ঞতাৰপৰাই কাৰণৰ এই ধাৰণাও উৎপত্তি হয়। ইচ্ছাৰ সামৰ্থ্যই যদি কাৰণিক ধাৰণাৰো ভিত্তি বুলি ধৰা হয়, তেনেহ'লে নিৰ্জীৱ বস্তুসমূহক সমৰ্থ বুলি ধৰিব নোৱাৰি। তদুপৰি ইচ্ছাৰ সামৰ্থ্য (conative efficiency) কথাটোও যিমানেই আমাৰ পৰিচিত নহওক, তাক সহজে বুজাব নোৱাৰি। ই এনে এটা ঘনিষ্ঠ স্পৰ্শ বা সম্পৰ্ক বুজায় যে তেনে সম্পৰ্ক অতি গহন নিবিষ্ট অৱস্থাতো পোৱা নাযায়।

কাৰণিক ধাৰণাত জগতখনক বিভিন্ন স্বতন্ত্ৰ বস্তুসমূহৰ সমষ্টি এটা বুলি ধৰা যেন অনুমান হয়, কিন্তু দৰাচলতে জগতখন তেনে নহয়। ধাৰণাসমূহ স্পষ্ট আৰু সুনিৰ্দিষ্ট হ'ল বুলিয়েইযে তাক প্ৰয়োগ কৰা অৱস্থাসমূহো সমানেই স্পষ্ট আৰু সুনিৰ্দিষ্ট হ'ব, তেনে অনুমান কৰা অনুচিত। বাস্তৱ ক্ষেত্ৰত গণিতৰ সূত্ৰ প্ৰয়োগ কৰি আমি ক'ব পাৰোঁ যে, কাৰণত (cause) যি আছে তাতকৈ বেছি একো তাৰ কাৰ্যত (effect) নাই। কাৰণ আৰু কাৰ্য যদি অভিন্ন বা সমাৰ্থক হ'লহেঁতেন, তেনে-হ'লে কোনো উদ্গতি আৰু সৃজনশীলতাৰ কোনো কথাই সম্ভৱ নহ'লহেঁতেন। কিছুমান নিৰ্দিষ্ট নিয়ম অনুসৰিহে ঘটনাবোৰ ঘটে। সিহঁতযে ঠিক তেনেকৈয়ে কিয় ঘটিব লাগে, তাৰ কোনো অনিবাৰ্যতা নাই। অথচ সিহঁত তেনেকৈয়ে ঘটে। অক্সিজেন আৰু হাইড্ৰোজেন লগ লাগিযে পানী হয়, অথচ অন্য বস্তু লগ লাগি কিয় নহয়, তাক আমি কিয় নাজানো? ই তেনেই অমূলক যেন লাগে। অনিবাৰ্যতাবশতঃই প্ৰকৃতিত বস্তু নাথাকে। একোৰেই অনিবাৰ্যতা থাকিব নালাগিব, নাইবা কোনো এটাযে থকা উচিতেই, তাৰ কোনো উপযুক্ত কাৰণ নাই। কথা হ'ল, বস্তুসমূহ আছে। বহুদিন আগেয়ে হিউমে দেখুৱাইছিল যে এটা ঘটনাৰ পিচত আন এটা ঘটনা ঘটা আমি সদায় দেখি থাকোঁ কাৰণেই আমাৰ কাৰণ আৰু কাৰ্যৰ ওপৰত বিশ্বাস জন্মে, আৰু তাতকৈ ইযাৰ অন্য যুক্তি নাই। কিমান ঘনাই কোনো এটা ঘটনা এটা বিশেষ নিয়ম-ক্ৰমত ঘটি থাকে, তাক জানিলেও আমি বৰ বেছি জনা নহয়। পৌৰ্বাপৰ্বৰ নিয়ম হ'ল পৰ্যবেক্ষিত ঘটনা আৰু সেই নিয়মে কোনো যৌক্তিক অনিবাৰ্যতা নাই। আমি যেতিয়া 'খ'ই অনিবাৰ্যভাৱে 'ক'ৰ অনুসৰণ কৰে বুলি কওঁ, তেতিয়া আমি ইযাকেহে বুজোঁ যে 'ক' আৰু 'খ'ৰ মাজৰ এই সম্পৰ্কৰ নিয়ম বহুতো উদাহৰণৰ ক্ষেত্ৰত প্ৰতিফলিত হয়, আৰু আমি ইযাৰ কোনো বিপৰীত ঘটনা পোৱা নাই। খ, কৰপৰা উৎপন্ন হোৱা বুলি কোৱা মানে আমি এটা পৌৰ্বাপৰ্বৰ কথা লক্ষ্য কৰা। ইয়াৰ অৰ্থ এইটো নহয় যে খই ক বা কৰ সমান। কাৰ্যটো কাৰণটোৰে বেলেগ এটা ৰূপ নহয়। অন্তটো আৰম্ভণিৰে ছদ্মবেশ এটা নহয়। কাৰণ ক'তো নায়েই, সেই কাৰণে আমি কোনো কাৰণৰ কথা ক'ব নোৱাৰোঁ; আমি মাত্ৰ ক'ব পাৰোঁ কাৰণিক নিয়মৰ পৌৰ্বাপৰ্বৰ উদ্বৃত্ত সমতাৰ আৰু পাৰম্পৰ্যৰ পৰ্যবেক্ষিত নিয়মৰ কথা। সকলো ঘটনাই সংযোজিত আৰু কাৰণিক নিয়মে আমাক এই ঘটনাসমূহৰ পাৰম্পৰিক সম্পৰ্কৰ কথা কয়।

## ক্ৰম আৰু উদ্গতি

প্ৰকৃতি পৰস্পৰ-সংযুক্ত ঘটনাসমূহৰ জাল এখনৰ দৰেই, সেইদেখি এই বিশ্ব-জগতৰ বৈজ্ঞানিক পৰ্যালোচনা সম্ভৱপৰ। প্ৰত্যেক ঘটনাৰে এটা ব্যক্তিগত আৰু এটা

সামাজিক লক্ষণ আছে। প্ৰত্যেকটোৰে এটা অনন্য বৈশিষ্ট্য, একক নিজত্ব থকাৰ উপৰিও অন্যান্য ঘটনাৰ লগত সম্পৰ্কও আছে। প্ৰত্যেকটো ঘটনা ঠিক যিটো সেইটোৱেই, কিন্তু অন্যান্য ঘটনাৱলীৰ প্ৰভাৱ আৰু সহায়-শূন্য হৈ সি এইটো হ'ব নোৱাৰে। ঘটনাসমূহ কোনোপ্ৰকাৰেই অৱৰুদ্ধ, অকলশৰীয়া আৰু বিচ্ছিন্ন নহয়। পৰিবেশ ব্যক্তিৰপৰা বেলেগ বা বাহ্যিক নহয়। পুৰণি ধাৰণা অনুযায়ী পৰমাণুৰ লক্ষণ স্বতন্ত্ৰ আৰু সিহঁতৰ সম্বন্ধও বাহ্যিক আৰু আকস্মিক বুলি ধৰা হৈছিল। পৰিবেশ কিবা থাওক-নাথাওক, পৰমাণু এটা সদায় একেই থাকিব। ইলেক্ট্ৰনৰ ধাৰণাই এই 'সামাজিক' লক্ষণ পৰিস্ফুট কৰি তুলিলে। আমি ইয়াক সংসৰ্গবিহীন গোট এটা বুলি ল'লে তাক বুজিবই নোৱাৰিম। ইলেক্ট্ৰনবিলাকে পুঞ্জ বা একোটা সমগ্ৰতা গঠিত কৰে আৰু সিহঁতক সেই সমগ্ৰতাৰ অংশ স্বৰূপ হিচাপে লৈহে সিহঁতৰ সম্পৰ্ক বুজিব পৰা যায়। এটা শৰীৰৰ সংগঠন আৰু বিন্যাসৰ লগত অঙ্গীভূত হোৱাৰ কাৰণে শৰীৰী ইলেক্ট্ৰন এটা বাহিৰৰ এটাতকৈ বেলেগ হয়। সামগ্ৰিক হোৱাৰ কাৰণে অণু আৰু পৰমাণুসমূহৰ নিজা স্বতন্ত্ৰ ৰূপ লাভ হয়। এই সমগ্ৰতাত থকাৰ হেতুকে প্ৰটন আৰু ইলেক্ট্ৰনৰ সম্পৰ্কও বাহ্যিক আৰু আকস্মিক নহয়, এই সম্পৰ্ক পৰমাণুৰ সাধাৰণ সংগঠনৰ উপৰতেই নিৰ্ভৰ কৰে। অণুৰ দৰে বেছি জটিল সংগঠনসমূহে সিহঁতৰ নিজা বৈশিষ্ট্যসূচক ধৰ্ম নিৰ্ধাৰণ কৰে। আনকি জাগতিক স্তৰতো বাস্তৱ বস্তু এটা স্বতন্ত্ৰ বস্তু কিছুমানৰ সঙ্কলন মাত্ৰ নহয়, ই এটা সামগ্ৰিক সত্তা। সেইকাৰণে ইয়াৰ এটা নিজা অৱয়ব আছে, আৰু ইয়েই ইয়াৰ অংশসমূহৰ পৰস্পৰ সম্পৰ্ক আৰু ধৰ্ম নিৰ্ধাৰণ কৰি দিয়ে। এইয়ে সমগ্ৰতাৰ শাসন, ইয়েই এটা লক্ষণীয় ঘটনা। ঘটনাসমূহে এক সংসৰ্গ আৰু অনুষঙ্গৰ জগত সংগঠন কৰে কাৰণে আমি ইয়াৰ এক অংশৰপৰা আন অংশৰ বিষয়ে অনুমান কৰিব পাৰোঁ। যি কোনো এটা বস্তুতেই সমগ্ৰ বিশ্ব-জগতে এটি মহাজাগতিক বা সপ্ৰপঞ্চ অৱস্থা দাঙি ধৰে আৰু ইয়াৰ যিকোনো এটা অংশই ইয়াৰ সমগ্ৰ পটভূমি প্ৰতিফলিত কৰি তোলে।

ইয়াত অকল ক্ৰমেই নহয়, আমি বুজা অৰ্থত উদ্‌গতিও আছে। এই প্ৰাকৃতিক জগতৰ দুটা লক্ষণীয় বৈশিষ্ট্য আছে: ক্ৰমশীলতা আৰু পৰিবৰ্তন—অতীতৰ লগত সম্পৰ্ক আৰু ভৱিষ্যতলৈ সৃজনশীল অগ্ৰসৰণ। সময় অকল পাৰম্পৰ্যই নহয়, সংযোজনো। অতীত কেতিয়াও মৰি নাযায়, ই বৰ্তমানতো বৰ্তি থাকে আৰু বৰ্তমান বৈ যায় ভৱিষ্যতলৈ। সজ্ঞান অৱস্থাত আমাৰ অতীতৰ স্মৃতিও থাকে আৰু থাকে ভৱিষ্যতৰ প্ৰেক্ষণ। প্ৰাকৃতিক ক্ষেত্ৰতো আমাৰ স্মৃতি আৰু প্ৰেক্ষণৰ অনুৰূপ প্ৰাকৃতিক স্মৃতি আৰু অন্ধ প্ৰেক্ষণ আছে। কোনো ঘটনাই স্বয়ংসম্পূৰ্ণ নহয়। প্ৰত্যেকেই এক অনিৰ্দিষ্ট ভৱিষ্যতত নিজৰ সম্পূৰ্ণতা বাঞ্ছা কৰে। প্ৰকৃতিৰ সমগ্ৰ প্ৰক্ৰিয়াৰ মাজত আমি দেখিবলৈ পাওঁ সৃষ্টি ধৰ্ম বা নতুনৰ

উৎপত্তি আৰু তাক পুৰণিলৈ ৰূপান্তৰিত কৰিব নোৱাৰি বা সি পুৰণিৰপৰা অনুমেয়ও নহয়। আমাৰ বৰ্তমানৰ জ্ঞানৰ ভিত্তিত আমি ভৱিষ্যতৰ বিষয়ে একো ক'ব নোৱাৰোঁ। বিকীৰণ আৰু ৰাসায়নিক সংগঠনৰ পাৰমাণবিক প্ৰক্ৰিয়াই স্মাৰৰ মিশ্ৰণ বিশেষ। দূৰত অৱস্থিত, এক অনুষঙ্গ গঠনৰ জোখাই মুঠ শক্তিসম্পন্ন হাইড্ৰোজেনৰ দুটা পৰমাণুৱে, বাহিৰৰ কোনো শক্তিৰদ্বাৰা বাধাপ্ৰাপ্ত নহ'লে আকৰ্ষণৰ এক দুৰ্নিবাৰ নিয়মবশতঃ পৰস্পৰৰ ওচৰ চাপি আহে। দুয়োটা পৰমাণুৱে নিজৰ অজ্ঞাতবশতঃই এটা নিৰ্দিষ্ট উদ্দেশ্যত ক্ৰিয়া কৰে। প্ৰকৃতিৰ এই গতিক্ষেত্ৰত সদায় নতুন কিবা এটা ঘটিবই লাগিছে! প্ৰত্যেকটো ঘটনাই তাৰ অতীতত নথকা নতুন সম্ভাব্য কিবা এটাক মূৰ্তিমান কৰি তুলিছে। পদাৰ্থই তাৰ এই অগ্ৰগতিত নতুন অবয়বৰ পুঞ্জ আৰু সংযোগ সংগঠন কৰে, এইবোৰ আমাৰ কাৰণে মূল্যবান। জি. এইচ. লীৱীৰ পদ এটি ধাৰ কৰি লয়ড্ মৰ্গানে কয় যে প্ৰকৃতিত 'উদ্‌গমন' বা অঙ্কুৰ আছে, আৰু যি বিভিন্ন পদসমূহৰদ্বাৰা ই সংগঠিত হৈছে, তাৰ প্ৰকৃতিৰ জ্ঞানৰপৰাই আমি ইয়াৰ নিজ বৈশিষ্ট্য সম্বন্ধে কোনো আগধাৰণা দিব নোৱাৰোঁ। এই নতুন অবয়ব বা উদ্‌গমন সম্বন্ধে আমি সিহঁত সৃষ্ট হোৱাৰ পিচতহে তাৰ পৰ্যবেক্ষণ আৰু পৰীক্ষাৰদ্বাৰা আমি তাৰ প্ৰকৃতি সম্বন্ধে জানিব পাৰোঁ। অকল সংগঠিত বস্তুৰ ক্ষেত্ৰত উৎপাদিত ফলৰ প্ৰকৃতি সংগঠিত অংশসমূহৰ সমৰূপক হয়। কিন্তু আনহাতে এই উদ্‌গমনসমূহৰ ক্ষেত্ৰত আমি আৰু অনপূৰ্ব অবয়ব আৰু বৈশিষ্ট্য দেখিবলৈ পাওঁ। বিৱৰ্তনৰ অৰ্থ যদি সত্তাত আগতে যি আছে তাৰেই মাত্ৰ প্ৰকাশহে, তেনেহ'লে এই উদ্‌গমৰ অৰ্থও অদৃশ্যভাৱে হ'লেও ইয়াত যি নিহিত আছে তাৰেই উদ্‌গমন বা গোচৰীভূত মাত্ৰহে হ'ব পাৰে। কিন্তু আজিকালি বিৱৰ্তনৰ অৰ্থ উদ্ভৱ হোৱাৰ আগেয়ে ভৱিষ্যদ্বাণী কৰিব নোৱৰা নতুন কিবা এটাৰ আবিৰ্ভাৱ বুলিহে কৰা হয়।

প্ৰত্যেকটো ঘটনাই আন প্ৰত্যেকটো ঘটনাতকৈ বেলেগ আৰু সিহঁতৰ প্ৰত্যেকৰে বৈশিষ্ট্যপূৰ্ণ প্ৰকৃতি আছে। আমি সাধাৰণতে মন দিওঁ তাৰ বাহ্যিক ৰূপ, প্ৰতিকৃতি বা সাংগঠনিক স্বৰূপৰ ওপৰত, আৰু যেতিয়ালৈকে এইবোৰ একে থাকে আমি বৈজ্ঞানিক শ্ৰেণী বন্ধনৰ ফালৰপৰা যিবোৰ নগণ্য সূক্ষ্ম প্ৰভেদ থাকে তালৈ মন-কাণ নিদিওঁ। কিন্তু যেতিয়াই সংগঠনৰ এক নতুন ৰূপ উদ্ভৱ হয় আৰু আমাৰ দৃষ্টি আকৰ্ষণ কৰে, তেতিয়া আমি কওঁ যে এক নতুন ৰূপৰ উদ্ভৱ হৈছে। লব্ধ উদ্‌গতি আৰু উদ্ভিদ ক্ৰমবিৱৰ্তনৰ মাজত থকা প্ৰভেদ তত্ত্বমূলক নহয়, প্ৰণালীমূলকহে। কম-বেছি পৰিমাণে সদায় কালত সৃজনশীল উদ্‌গতি আছে। পদাৰ্থৰ লক্ষণ মুখ্যতঃ সৃজনশীল আৰু ইয়াৰ প্ৰক্ৰিয়া অপৰাবৰ্ত্ত্য। সেইকাৰণেই ইয়াক বিশ্বৰ জননী বুলি কোৱা হয়। সৃজনধৰ্ম অকল জৈৱিক আৰু মানসিক ক্ষেত্ৰতে আৱদ্ধ নহয়, পদাৰ্থও সৃজনশীল পৰিবৰ্তন। পদাৰ্থৰ অপৰাবৰ্ত্ত্য প্ৰক্ৰিয়াৰ অৰ্থ

হ'ল আঁচনি আৰু উদ্দেশ্য, পদাৰ্থ অৱশ্যে এই সম্বন্ধে অজ্ঞ থাকিব পাৰে। প্ৰাকৃতিক জগতে এক অপূৰ্ণ ভৱিষ্যতৰ কাৰণে সাজু কৰিবলৈ ধৰে। কোনো এক সময়ত পৃথিৱীৰ উপৰিভাগত পৰ্যাপ্ত পৰিমাণে কাৰ্বন, হাইড্ৰোজেন আৰু অক্সিজেন উৎপত্তি হোৱাৰ ফলত জীৱ সৃষ্টিৰ হেতুকে উপযুক্ত অৱস্থাৰ উৎপত্তি হৈছিল। জীৱনৰ উদ্দেশ্যৰ প্ৰতি লক্ষ্য নাৰাখিলে প্ৰাকৃতিক পৰিৱেশৰ প্ৰক্ৰিয়াসমূহ বুজিব নোৱাৰি, কাৰণ, এই সকলোবোৰেই হ'ল সেই উদ্দেশ্য সাধনৰ বাটত প্ৰস্তুতি মাত্ৰ।

অতীতে বৰ্তমানৰ কথা বুজাব নোৱাৰে। প্ৰত্যেকটো ঘটনাই একোটা ৰহস্য। এই স্থিতিয়েই এক চলন্ত ৰহস্য। প্ৰকৃতি-বিজ্ঞানে এই ৰহস্য বা অলৌকিক ঘটনাক এক সমীকৰণলৈ ৰূপান্তৰিত কৰিব খুজিলে পৰাজয় স্বীকাৰ কৰিব লাগিব। ই মাত্ৰ বস্তুবিলাকে কেনে আচৰণ কৰে তাৰহে মাথোন বৰ্ণনা দাঙি ধৰে; কিন্তু কিয় তেনে কৰে সেই বিষয়ে ক'ব নোৱাৰে। আমাৰ ভৌতিক আৰু ৰাসায়নিক প্ৰতীকসমূহ অত্যন্ত আৱশ্যকীয় উপকৰণ। কিন্তু ই প্ৰকৃত সত্তাৰ এক দিশৰহে সাধাৰণ প্ৰতিচ্ছবি মাত্ৰ। আমি এনেয়ে ভাবিব পাৰোঁ যে পদাৰ্থ সম্বন্ধে আমি সকলো কথাকে জানো, ইয়াৰ অস্তিত্ব সম্বন্ধে একো সন্দেহ কৰিবলৈ নাই, আৰু ইয়াৰ প্ৰকৃতিও বোধগম্য, কিন্তু ই আমাৰ ওপৰত কেনে ধৰণৰ প্ৰতিক্ৰিয়া কৰে তাকেইহে বোধকৰোঁ আমি মাত্ৰ জানো। যেতিয়াই আমি ইয়াক ভাবিবলৈ লওঁ, তেতিয়াই ই কিছুমান অনুভূতি আৰু পৰস্পৰৰ সম্বন্ধত ৰূপান্তৰিত হৈ পৰে। ই অভিজ্ঞতা আৰু সম্ভাব্য অভিজ্ঞতা।

## প্ৰাকৃতিক বিজ্ঞান আৰু আত্মবাদ

জড় পদাৰ্থ আমি ভবাতকৈও অতিশয় বেছি জটিল আৰু ইয়াৰ সম্ভাব্যতাও সূক্ষ্মতৰ হ'ব পাৰে, তথাপিও ই জড় পদাৰ্থই, আন একো নহয়। ইয়াক তড়িৎ শক্তিলৈ ৰূপান্তৰিত কৰিলেই মনেৰে সৈতে সমাত্মক হৈ নপৰে। কোনো কোনো বৈজ্ঞানিক তত্ত্ব-দাৰ্শনিকৰ ৰচনাত পদাৰ্থক মনস্তাত্ত্বিক পদেৰে বুজাবলৈ চেষ্টা কৰা দেখা যায়। আজিৰ যুগৰ আপেক্ষিকতাবাদ আৰু পৰিমাণবাদৰ মুখ্য মতবাদ দুটাই ইয়াৰ কাৰণে খাইকৈ জগৰীয়া। চিন্তাৰ বুৰঞ্জীত আপেক্ষিকতাবাদ আৰু আত্মবাদ সাধাৰণতে মিহলি হৈ পৰে। এই পৰিৱৰ্তনীয় লক্ষণৰ হেতু সাধাৰণতে বিষয়কে বুলি ধৰা হয়। ইয়াৰ এটা পৌৰাণিক চলিত উদাহৰণ হ'ল প্ৰাথমিক আৰু গৌণ গুণসমূহৰ প্ৰভেদ। পৰিৱৰ্তনীয় লক্ষণৰ প্ৰকাশক গৌণ গুণসমূহৰ উৎপত্তি বিষয়ীৰ ক্ৰিয়া বুলি ধৰা হয়। এতিয়া প্ৰাথমিক গুণসমূহকো যেতিয়া

আপেক্ষিক বুলি ধৰা হ'ল, এইবিলাককো আত্মমুখী বুলি অনুমান কৰা হৈছে। যি ধৰ্মসমূহ কোনো বস্তু বা শ্ৰেণীৰ আন পদৰ লগত কোনো বিশেষ অৱস্থাত সম্পৰ্কিত হৈ থাকে তাক আপেক্ষিক বুলি ধৰা হয়, আৰু কোনো বাহিৰৰ সম্পৰ্ক-ৰহিত হৈ থকা আত্মবেষ্টিত বস্তুৰ প্ৰকৃতিৰপৰা যি ধৰ্মসমূহ উৎপত্তি হয়, তাক কেৱল বা পৰম বুলি ধৰা হয়। যিবিলাক লক্ষণক এসময়ত পৰম আৰু অন্তৰ্ভূত বুলি গণ্য কৰা হৈছিল, এতিয়া সেইবোৰকেই আপেক্ষিক আৰু পৰিবৰ্তনীয় বুলি জনা গৈছে। সিহঁত প্ৰকৃত বস্তুৰ আচল লক্ষণ নহয় আৰু তাৰ উৎপত্তি আত্মমুখী অৱস্থাৰ-পৰাহে। তদুপৰি মানৱ দৃষ্টিভঙ্গীৰ তলনা ঘটনাৰ আপেক্ষিকতাৰ প্ৰকাশৰ ক্ষেত্ৰত ব্যৱহাৰ কৰিব পাৰি। প্ৰাকৃতিক সম্পৰ্কসমূহ যদি আপেক্ষিকৰদ্বাৰাই বিশিষ্ট কৰা হয়, তেনেহ'লে মানৱ দৃষ্টিভঙ্গীৰ আত্মমুখিতাও তাত নিশ্চয় থাকিব লাগিব। (১৫) আমিযে প্ৰকৃতিৰ সমতাৰ কথা বিশ্বাস কৰোঁ, ইয়াৰ কাৰণ কোনো প্ৰাকৃতিক অনিবাৰ্যতা নহয়, আমাৰ সৰলীকৰণৰ স্পৃহাহে। আমাৰ নিয়মবোৰ প্ৰকৃতিৰ আঁচনি বা সংগঠনৰ অংশ নহয়। "আকাশ-কালৰ এটা নিৰ্ধাৰিত পথেদি পৃথিৱী ভ্ৰমণ কৰিব লাগিব বোলা ৰথাটো ইয়াৰ আচৰণৰ ওপৰত বান্ধি দিয়া অনুশাসন নহয়, ইয়াৰ আচৰণ অনুযায়ী ইয়াৰ সম্বন্ধে যি আমি নিয়মতান্ত্ৰিক আঁচনি প্ৰস্তুত কৰোঁ তাতহে ইয়াক জাপি দিয়া হয়।" (১৬) চৈতন্যবোধ মাত্ৰ "ক্ৰমবিৱৰ্তনবাদৰ বুৰঞ্জীৰ শেষ অৱস্থাত অজীৱ প্ৰকৃতিৰ মাজত কেতিয়াবা কেতিয়াবা পোৱা গুৰুত্ব-বিহীন জটিলতাই" নহয়, ই সকলো অভিজ্ঞতাৰ কাৰণেই আৱশ্যকীয়। প্ৰাকৃতিক বিজ্ঞানে ইয়াৰ বিষয়বস্তুসমূহত থকা যি ধৰ্মৰ কথা কয়, সেইবোৰ ঘাইকৈ চিন্তাশীল মনৰ ফল মাত্ৰ। আমি যি মানসিক ৰূপসমূহ পাওঁ আৰু যি নিয়মসমূহ প্ৰস্তুত কৰোঁ, সেইবিলাকৰ ভিত্তিত গঠিত হয় পদাৰ্থ বিজ্ঞান। তাৰ বাহিৰেও এই প্ৰাকৃতিক জগতখনতেই একপ্ৰকাৰৰ সাৰলীলতা বা স্বতঃপ্ৰবৃত্তি থকা যেন অনুমান হয়। অনিৰ্ধাৰণতা বা সম্ভাব্যতাৰ কথা সাধাৰণতে মানুহৰ ইচ্ছা ক্ষেত্ৰতেই জড়িত। প্ৰাকৃতিক ঘটনাসমূহক অনিৰ্ধাৰিত বুলিয়েই জনা যায়। হেইজেন বাৰ্গৰ অনিৰ্ধাৰণ-

---

(১৫) এডিংটনে কৈছে: "আমি নিজে, আমাৰ চলিত নিয়মবোৰ আৰু যিবোৰ বস্তুৱে আমাক আকৰ্ষিত কৰে, এই সকলোবোৰে আমি যিমানখিনি উপলব্ধি কৰা বুলি ভাবোঁ, তাতকৈও বহু বেছিৰকমে পদাৰ্থ জগতৰ আচৰণৰ লগত জড়িত। আমাৰ চলিত নিয়মৰ দৃষ্টিভঙ্গীৰে চালে বস্তু এটাই বিশেষ একৰকমে আৰু চমক-প্ৰদভাৱে আচৰণ কৰা যেন লাগে; কিন্তু সেই একেটাকে অন্য এটা চলিত নিয়মৰ দৃষ্টিভঙ্গীৰে চালে কোনো লেখত ল'বলগীয়া অনুভূতিৰ উদ্ৰেক নকৰে।" (*The Nature of the Physical World* (1928) Pp. 152.)

(১৬) *The Nature of the Physical World*, Pp. 148.

বাদৰ নীতি সম্বন্ধে উল্লেখ কৰি এডিংটনে কৈছে, "পদাৰ্থবিদ্যাই আৰু এক নিৰ্ধাৰণবাদৰ নিয়মৰ প্ৰতি মানি চলিবলৈ ৰাজী নহয়।" (১৭) আইনষ্টাইনৰ ভৌতিক সত্তা আৰু সাংগঠনিক কাৰণৰ মাজত বিৰোধৰ কথা উল্লেখ কৰি তেওঁ লিখিছে যে, "ভৱিষ্যতটো অতীতৰ কিছুমান কাৰণিক প্ৰভাৱৰ সমষ্টি, আৰু লগতে আছে কিছুমান অবক্তব্য কথা : এইবোৰযে অবক্তব্য (unprediotable), ইয়াৰ কাৰণ এনে বাৰ্ত্তাৰ বাবে আৱশ্যকীয় দত্তবস্তুৰ সংগ্ৰহৰ অকাৰ্যকাৰিতা নহয়, আমাৰ অভিজ্ঞতাক সংযোজিত কৰা কোনো কাৰণ নাই বুলিহে।'(১৮) এডিংটনে এনে মত পোষণ কৰা যেন লাগে যে অনিৰ্ধাৰণতা যেন মানসিক ক্ৰিয়াৰ চিনহে, বিচাৰ স্বতন্ত্ৰতাৰ প্ৰকাশহে। পদাৰ্থবিদ্যাৰ নিয়মসমূহ ঠিক কাৰণিক নহয় কাৰণ, পৰমাণুৰ পৰিমাণ নীতি প্ৰাক্-নিৰ্ধাৰণৰ বাবে একো নাই, ই যেন কম-বেছি পৰিমাণে মস্তিষ্কৰেই বাছনি মাত্ৰ, পৰমাণুৰ তলত যিটো নিহিত আছে, তাক যেন মস্তিষ্কৰ তলত থকাটোৰেই সৈতে একে বুলি ক'ব পাৰি। "মস্তিষ্কৰ ক্ষেত্ৰত আমি যি নিৰ্দেশক পাঠ পাও, তাৰে সেই জগতৰ অন্তৰালত থকা এক মানসিক অন্তৰ্দৃষ্টি লাভ কৰিব পাৰোঁ, আৰু জগততে আমি সিদ্ধান্তৰ ঘটনাৰ সম্পৰ্কে নতুন ছবি এখন দেখিবলৈ পাব পাৰোঁ। আৰ সিটোকেই ইয়াৰ প্ৰকাশক ৰূপ বুলি ধৰি ল'ব লাগিব—প্ৰকৃত ৰূপ বোলা কথাষাৰৰ যদি কিবা অৰ্থ থাকে। পৰমাণুৰ ক্ষেত্ৰত এই নিৰ্দেশক পাঠৰ অন্তৰালত কি আছে আমি তাৰ অন্তদৃষ্টি নাপাওঁ। আমি মাথোন বিশ্বাস কৰোঁ যে এই সকলো নিৰ্দেশক পাঠৰ অন্তৰালতে মস্তিষ্কৰ পটভূমিৰ লগত ক্ৰমশীল এক পটভূমি বৰ্ত্তমান।" (১৯)

এডিংটনে প্ৰয়োগ কৰা আন এটি যুক্তি হ'ল : বৈজ্ঞানিক সত্যসমূহ, মাত্ৰ যি ঘটনাসমূহৰ পূৰ্ণ লক্ষণ অকল সমীকৰণবপৰাই অনুমেয় নহয় তেনে জটিল আৰু বাস্তৱ ঘটনা ক্ষেত্ৰতহে প্ৰতিপাদনীয়। পদাৰ্থ বিজ্ঞানৰ নিয়মসমূহে, যিবোৰ "নিৰ্দেশক পাঠৰ" মাত্ৰিক সম্পৰ্ক বিশেষ আৰু যাক সম্ভাব্য জগতসমূহৰ যিকোনো এখনতে প্ৰযোজ্য, তেনে অমূৰ্তনসমূহক লৈয়ে কাম কৰে। "প্ৰাকৃতিক নিয়ম অনুযায়ী সম্ভৱ হোৱা অনন্ত জগতৰ ভিতৰত এখন মাত্ৰ জগতত প্ৰাকৃতিক নিয়মসমূহ পালন কৰাৰ উপৰিও আৰু কিছু কাম কৰা হয়। প্ৰাকৃতিক কোনো নিয়মৰ ক্ষেত্ৰতে কোনো সংজ্ঞাৰদ্বাৰা বুজাব নোৱৰা এই ধৰ্মটোক অনিৰ্দিষ্ট তাৎপৰ্যৰ একপ্ৰকাৰ জ্যোতি বুজোৱা "বাস্তৱিকতা" পদেৰে বুজাব পাৰোঁ। আমি এনে এখন জগতৰ বাস্তৱিকতাৰ অভিজ্ঞান লাভ কৰিব পাৰোঁ, কাৰণ, সেই জগতৰ লগতেইহে আমাৰ

---

(১৭) *The Nature of the Physical World*, Pp. 294.
(১৮) *The Nature of the Physical World*, Pp. 294-295.
(১৯) *The Nature of the Physical World*, Pp. 311-312.

চৈতন্য বা সংজ্ঞাই পাৰস্পৰিক ক্ৰিয়া কৰে।" (২০) বাস্তৱিকক অবাস্তৱিকৰপৰা প্ৰভেদ কৰা কথাটো কেৱলমাত্ৰ মনৰদ্বাৰাইহে বুজাব পাৰি।" (২১) ঘটনাৰ বাস্তৱিক অমাত্ৰিক বস্তু হ'ল মনৰ বস্তু। "এই জগত-বস্তু হ'ল মন-বস্তু।" (২২) মনক বহুত ব্যাপক অৰ্থত ধৰা হয়। "সজ্ঞানতাক সূক্ষ্মভাৱে সংজ্ঞাবদ্ধ কৰিব নোৱাৰি। ই অৰ্ধচেতনৰ মাজত হেৰাই যায় আৰু তাৰ অন্তৰালত আমি কিবা অনিৰ্দিষ্ট এটা ধৰি ল'বলগীয়া হয়, অথচ সেইটো আমাৰ মানসিক প্ৰকৃতিৰ লগত ক্ৰমশীল। ইয়াকেই মই জগত-বস্তু বুলি ধৰিছোঁ।"(২৩) অতীন্দ্ৰিয়বাদীসকলৰ সাক্ষ্যৰপৰাও চৈতন্যৰ লগত বাস্তৱ-জগতৰ ঐক্য অনুমান কৰি লোৱা হয়। (২৪) আপেক্ষিক আৰু পৰিবৰ্তনীয় ৰূপ হ'লেইযে আত্মমুখী হ'ব লাগিব, তেনে কথা নাই। বিশিষ্ট আৰু পৰিবৰ্তনীয় ৰূপসমূহো সৰ্বসাধাৰণ আৰু সৰ্বময় ৰূপৰ দৰেই সমানে সত্য। আপেক্ষিকতাবাদে সকলো পৰ্যবেক্ষকৰ ক্ষেত্ৰতে সমানে কাযকৰী আৰু ব্যক্তিগত অৱস্থানৰপৰা স্বতন্ত্ৰ সমীকৰণ স্থাপনৰ চেষ্টা কৰে। নৱ পদাৰ্থ-বিদ্যাই বস্তুত্বক নতুন পটভূমিত দেখুৱাইছে, কিন্তু আত্মমুখিতা আৰু বস্তুমুখিতাৰ মাজত প্ৰভেদ দূৰ কৰি দিয়া নাই। পৃথিৱীৰ আপেক্ষিক অৱস্থানৰ দৰে দেখ দেখ বাস্তৱ ঘটনাসমূহৰ ঘটন বা অঘটনো মানুহৰ সুবিধা-অসুবিধাই নিৰ্ধাৰণ কৰা বুলি ধৰা মতবাদো সহজ-গ্ৰহণযোগ্য নহয়। আইনষ্টাইনে ক'লে বুলিয়েইযে সূৰ্যই সেই নিয়মকেই মানি চলিব, এনে কোনো কথা নাই। স্বৰ্গৰ গ্ৰহ, তৰামণ্ডলীৰ বাস্তৱিক আৰু নিৰ্ধাৰিত গতি নিৰ্ধাৰিত প্ৰাকৃতিক কাৰণৰ হেতুকেই হোৱা উৎপত্তি। পদাৰ্থবিদ্যাৰ সাধাৰণ নিয়মসমূহে ঘটনাসমূহৰ বাস্তৱিক অৱস্থা নিৰ্ধাৰণ নকৰি বৰ্ণনা মাত্ৰ কৰে বুলি ক'লে তাৰ বস্তুত্বৰ বিনাশ কৰা নহয়। ঘণ্টা, মিনিট, চেকেণ্ড আদি আমাৰ সময়ৰ জোখ-মাখবোৰ মানুহৰ সুবিধাৰ বিধান হ'ব পাৰে, কিন্তু সেইবুলি আমি যেনে ধৰণেই প্ৰকৃতিৰ ওপৰত দৃষ্টিপাত নকৰোঁ লাগিলে,

(২০) *The Nature of the Physical World*, Pp. 265-266.

(২১) *The Nature of the Physical World*, Pp. 267.

(২২) *The Nature of the Physical World*, Pp. 276.

(২৩) *The Nature of the Physical World*, Pp. 280.

(২৪) "আমাৰ যিবোৰ আনন্দ আৰু বিষাদৰ অনুভূতি আছে, আমাৰ মন তাৰপৰা আৰু জগতৰপৰা আঁতৰি নাথাকে, আৰু আমাৰ গভীৰ অনুভূতিসমূহ অকল আমাৰেই নহয়, আমাৰ এক সঙ্কীৰ্ণ বিশেষ চৈতন্যৰ পৰিসৰ অতিক্ৰমি যোৱা, বাস্তৱতাৰহে ঈশৎদৰ্শন মাত্ৰ---প্ৰকৃতিৰ ৰূপত থকা সমন্বয় আৰু সৌন্দৰ্য আৰু মানুহৰ মুখত মুখৰিত কৰি তোলা আনন্দৰ জ্যোতি মূলতঃ একেই।" (*The Nature of the Physical World*, Pp. 321.)

প্ৰকৃতিৰ প্ৰক্ৰিয়াৰ ছন্দ বা লয়ৰ কোনো হানি-বিঘিনি নঘটে। আমি যদিও সৌৰ-জগতখনক বিভিন্ন দৃষ্টিকোণৰপৰা নিৰীক্ষণ কৰিব পাৰোঁ আৰু বিভিন্ন ৰকমৰ জ্যোতিৰ্মণ্ডলীত প্ৰকাশ কৰিব পাৰোঁ, তথাপিও সৌৰজগতখন বস্তুগত। এক স্বৰূপাৰ্থত আমি প্ৰকৃতিক সৃষ্টি কৰোঁ। আমি স্থানিয়ত মূল্য আৰোপ কৰোঁ আৰু সেই প্ৰত্যক্ষ বস্তু বা দ্ৰব্যৰ জগত এখন সৃষ্টি কৰোঁ। কিন্তু সেইবুলি ঘটনা-চক্ৰৰ বাধ্যবাধকতাক আওহেলা কৰাটো যুক্তিযুক্ত নহ'ব। ঘটনাসমূহৰ অনুশাসন মানিহে আমি আমাৰ বিজ্ঞানসমূহ গঢ়ি লওঁ। আমি তাক অবজ্ঞা কৰিলে চিন্তা মাত্ৰ অলীক কল্পনাত পৰিণত হ'ব। মানৱ মনেই পদাৰ্থৰ ধাৰণাৰ বাবে দায়ী হয়, কিন্তু সেইবুলি ইয়েই পদাৰ্থৰ সৃষ্টিকাৰীও নহয়।

অনিৰ্ধাৰণবাদৰপৰা আমি মানৱৰ স্বাধীনতা অনুমান কৰিব নোৱাৰোঁ। প্ৰাকৃতিক ঘটনাসমূহৰ সাধাৰণ স্বৰূপৰ নিয়মসমূহ সম্পূৰ্ণভাৱে স্পষ্টকৈ দিয়া থাকিলেও কোনো কোনো ক্ষেত্ৰত সিহঁত নিৰ্ধাৰণীয় নহয়। কিন্তু সেইবুলি এই অনিৰ্ধাৰণীয়তাৰ অৰ্থ আমি মানুহৰ ক্ষেত্ৰত যিভাৱে বুজোঁ, তেনে অৰ্থত প্ৰকৃতিৰ যুক্তিহীনতা বা স্বেচ্ছাচাৰিতা নহয়। অনিৰ্ধাৰণবাদৰ নীতিয়ে আমাক মাত্ৰ ইয়াকে দেখুৱাই দিয়ে যে প্ৰাকৃতিক জোখ-মাখসমূহে কোনো প্ৰাকৃতিক ঘটনা এটাৰ জটিলতা সম্পূৰ্ণভাৱে নিৰ্ধাৰণ কৰি দিব নোৱাৰে। বাস্তৱিক জোখ-মাখৰ সীমাবদ্ধতাৰ প্ৰকাশেই হ'ল হেইজেনবাৰ্গৰ অনিৰ্ধাৰণবাদৰ নীতি। ইয়াৰ অৰ্থ নিৰ্ধাৰণ-শূন্য নহয়। সমগ্ৰ ঘটনা গ্ৰহণ কৰিলে সকলোবিলাক নিৰ্ধাৰণকে আংশিক বুলি ধৰিব লাগিব। পৰমাণুৰ আভ্যন্তৰীণ লীলাই মানুহৰ স্বতন্ত্ৰতাকো কোনোপ্ৰকাৰৰ সহায় নকৰে। ইলেক্‌ট্ৰনবিলাকৰ ইচ্ছা-স্বাতন্ত্ৰ্য থকা বুলিলে স্বতন্ত্ৰতাকেই হীন কৰা হ'ব।

অৱশ্যে এইটো সঁচা যে বিজ্ঞানৰ সিদ্ধান্তসমূহ অভিজ্ঞতাৰ প্ৰসঙ্গতহে প্ৰতিপাদিত হয়। কিন্তু ঘটিত ঘটনাৰ বাস্তৱ অভিজ্ঞতাৰে প্ৰতিপাদন কৰিবলৈ বিচৰা মানেই আত্মমুখী মনৰদ্বাৰা প্ৰমাণ কৰিবলৈ বিচৰা নহয়। বিজ্ঞানে যি অভিজ্ঞতাৰদ্বাৰা নিয়মৰ প্ৰমাণ কৰিব খোজে, ই আমাৰ মানসিক দত্তবস্তুৰ কোনো গোপন শ্ৰেণী নহয়। বাস্তৱিকতা ঘটনা-চক্ৰৰ মাজতেই আৱিষ্কাৰ্য, সেই বিষয়ে আমাৰ মনৰ অনুভূতি বা ধাৰণাৰদ্বাৰা নহয়। প্ৰাকৃতিক নিয়মসমূহেযে সকলো ঘটনাৰে আভ্যন্তৰীণ স্বৰূপ আমাৰ আগত দাঙি নধৰে, ই স্বীকৃত কথা। এই পদাৰ্থ-জগতৰো অতি অভ্যন্তৰত পদাৰ্থবিদ্‌সকলে প্ৰয়োগ কৰা প্ৰণালীৰদ্বাৰায়ো ধৰিবলৈ নোৱৰা অজানিত সম্পদ লুকাই আছে। কিন্তু তাৰপৰা এইটো প্ৰমাণিত নহয় যে, সজ্ঞান স্তৰতহে আমি ইয়াৰ অন্তঃস্থ স্বৰূপৰ প্ৰত্যক্ষ জ্ঞান লাভ কৰিব পাৰোঁ। হেতুকে ইও চৈতন্য বস্তুহে।

যিহেতু আকস্মিকতা, সাময়িকতা, বাস্তৱিকতা আৰু অনিৰ্ধাৰণীয়তা মানসিক প্ৰপঞ্চৰ বৈশিষ্ট্য হেতুকে অভিজ্ঞতাৰ জগতখনক পদাৰ্থৰ সমীকৰণলৈ ৰূপান্তৰ

কৰিব নোৱাৰি, এডিংটনে এই জগতখনক মনোৰূপ দিবলৈ কৰা চেষ্টাত আমি সহানুভূতি দেখুৱালেও অভিজ্ঞতাৰ যি ৰূপসমূহ অকল সংবেদনাত্মক অনুভূতিত পৰিণত কৰিব নোৱাৰি, তাক অৱজ্ঞা কৰাও সুকঠিন। আত্মা যেনেকৈ এডোখৰ শিলৰ টুকুৰা নহয়, তেনেকৈ শিল এডোখৰকো আত্মা বলিব নোৱাৰি। আমাৰ অভিজ্ঞতাৰ ফালৰপৰা চালে ইহঁতৰ লাক্ষণিক পাৰ্থক্য ইমান বেছি দেখিবলৈ পাওঁ যে এটাক আনটোলৈ ৰূপান্তৰিত কৰা যিকোনো চেষ্টাই নিয়মবিৰুদ্ধ কথা হ'ব। মানৱ মনৰ অভিজ্ঞতাসমূহ অণুসমূহৰ গতিৰ দৰেই এই প্ৰাকৃতিক জগতৰ ৰূপ। (২৫) পদাৰ্থৰ ধাৰণা বা প্ৰত্যয় এই অভিজ্ঞতাৰ জগতৰ এটা দিশ মাত্ৰ আৰু তাক প্ৰকাশৰ মাধ্যম স্বৰূপে মানসিক ৰূপৰ পটভূমিত দাঙি ধৰা হয়। পদাৰ্থৰ আপেক্ষিক ঘটনাই মনৰ প্ৰকাশক সহায় কৰে, কিন্তু লগতে ইয়াৰ ক্ৰিয়া সীমিত কৰে। মানৱ চিন্তাৰ বুৰঞ্জীত পদাৰ্থৰ নঞৰ্থক ক্ৰিয়াই বিশেষ গুৰুত্ব লাভ কৰিছে। শৰীৰৰ অৱনতিৰ লগে লগে আত্মাৰো পতন ঘটে। প্লেটোৰে কবৰ দৰে শৰীৰেই আত্মাৰ কবৰ-স্থান। আধুনিক বিজ্ঞানে ভয় দেখুৱাইছে যে এই প্ৰাকৃতিক জগতৰ ধূলিকণা নুটি আহিবলৈ ধৰিছে আৰু কোনো মানুহ বা অতি মানৱৰ জাতি যে চিৰদিন ইয়াত জীয়াই নাথাকিব, ইও সেই পদাৰ্থৰ নঞৰ্থক ক্ৰিয়াৰ ওপৰতে ভিত্তি কৰা কোৱা কথা। বাস্তৱ অভিজ্ঞতাত মন আৰু পদাৰ্থৰ সম্পৰ্ক আছে, কিন্তু এটাক আনটোলৈ ৰূপান্তৰিত কৰাৰ প্ৰচেষ্টাত এই সম্পৰ্কৰ মূৰ্ততা হেৰাই যায়। পদাৰ্থ আৰু মন—দুয়োটা প্ৰকৃতিৰে সম্পদ, কিন্তু সেইবুলি পদাৰ্থই মন নহয়। এই পদাৰ্থক যিমানেই আমি বায়বীয় কৰি নোতোলোঁ লাগিলে, মনৰ লগত ইয়াৰ পাৰ্থক্য অপৰিৱৰ্তনীয় থাকি যায়।

চাৰ জেম্‌চ জীন্‌চে তেওঁৰ 'The Mysterious Universe' (1930) কিতাপত কৈছে যে প্ৰকৃতিৰ আচৰণসমূহ 'বিশুদ্ধ' গাণিতিক সম্বন্ধসমূহৰদ্বাৰা বঢ়িয়াকৈ প্ৰকাশ কৰিব পাৰি, গতিকে প্ৰকৃতিৰ বাস্তৱতায়ো ঠিক গণিতজ্ঞ এজনৰ মনৰ দৰেই আচৰণ কৰিব লাগিব। যিহেতু মন চিন্তাৰদ্বাৰা গঠিত, গতিকে প্ৰকৃতিকো চিন্তাৰেই গঠিত বুলি ধৰিব পাৰি। প্ৰাকৃতিক জগতক এনে ৰহস্যমূলক উচ্চ স্থানলৈ উন্নয়ন কৰাটো বিজ্ঞানে সমৰ্থন নকৰে। চাৰ জেম্‌চে বোধকৰোঁ পাহৰি

(২৫) *The Universe in the light of Modern Physics. E.T.* (1931) Pp.8. তুঃকঃ মেক্স্ প্লেঙ্ক্ঃ "মানুহ এটা আৰু মানুহ জাতিটো আৰু আমাৰ জ্ঞানেন্দ্ৰিয়ৰদ্বাৰা জনা সমগ্ৰ জগতখন প্ৰকৃতিৰ বিশালতাৰ মাজত এটি ক্ষুদ্ৰ অংশ মাত্ৰ; প্ৰকৃতিৰ নিয়মসমূহত কোনো মানৱ মস্তিষ্কই একো প্ৰভাৱ পেলাব নোৱাৰে। আনহাতে, পৃথিৱীত কোনো প্ৰাণী অৱতীৰ্ণ হোৱাৰ বহু আগৰেপৰাই এইবোৰ চলি আহিছে আৰু জগতৰ শেষ পদাৰ্থবিদজনো ধ্বংস হৈ যোৱাৰ বহু পিছলৈকে চলি থাকিব।"

গৈছে যে গাণিতিক পদাৰ্থবিদ্যাই বিশ্লেষণৰ যি প্ৰকাৰৰ উদাহৰণ দিছে, জাগতিক ঘটনা সম্বন্ধে বিচাৰ কৰাৰ সেয়ে সৰ্বোৎকৃষ্ট প্ৰণালী হ'ব নোৱাৰে'। ঘটনাৰ গাণিতিক ধৰ্মই আমাক তাৰ আভ্যন্তৰীণ প্ৰকৃতিৰ কথা ক'ব নোৱাৰে। আমি ইন্দ্ৰিয়-গ্ৰাহ্য প্ৰপঞ্চকে বাস্তৱ সত্তা বুলি ধৰি লৈ আগবাঢ়োঁ, আৰু ক্ৰমাৎ তাৰ ব্যাখ্যা কৰি কৰি তাৰপৰাই ইলেক্‌ট্ৰন আৰু শক্তি আদি বৈজ্ঞানিক তত্ত্বসমূহ গঠন কৰি লওঁ আৰু এইবোৰ হ'ল অভিজ্ঞতাৰপৰা লোৱা অমূৰ্তন ৰূপ। যদি অমূৰ্তনকে বাস্তৱ বুলি আৰু প্ৰপঞ্চটোকে মূৰ্ত বুলি অৰ্থ কৰা হয়, তেনেহ'লে চাৰ জেম্‌চে দিয়া প্ৰমাণতকৈও অধিকতৰ প্ৰমাণৰ প্ৰয়োজন।

'অনুভূতি', 'অভিজ্ঞতা', 'মূল্য' আদি পদবোৰ যদিও সাধাৰণতে মনস্তত্ত্বমূলক প্ৰসঙ্গতেই ব্যৱহৃত হয়, হোৱাইট্‌হেডে তাক আৰু বহল অৰ্থত ব্যৱহাৰ কৰিছে। (২৬) বাস্তৱ ঘটনাসমূহক বিষয়গ্ৰাহী বা সচেতন বুলি কোৱা হৈছে। প্ৰত্যেকটো প্ৰসঙ্গকে সন্মিলন বা সংযোজন বোলা হৈছে। ই সকলো প্ৰসঙ্গকে নিজৰ মাজলৈ 'সংহত' কৰি আনে। এই 'সংহতি' পদৰ সূত্ৰ ডেকাৰ্টৰ মানসিক 'আলোচনা' (cogitations) আৰু লকৰ 'ধাৰণা'ৰ (ideas)পৰাই উদ্ভূত। বাস্তৱিক সম্পৰ্কও এক্প্ৰকাৰ সংহতি বা বোধ। "একেবাৰেই ব্যক্তিগত বাস্তৱ সত্তাটোও প্ৰত্যক্ষৰ এটা নিৰ্দিষ্ট ক্ৰিয়া"(২৭) আৰু যিহেতু এই প্ৰত্যক্ষতা অব্যৱহিত আৰু অজ্ঞান-শক্তি-মূলক, 'বাস্তৱ ঘটনাটো এটা নন্দন (aesthetic) অভিজ্ঞতাৰ ঘটনা বিশেষ'। (২৮) অতি মূৰ্তক বাস্তৱ কিবা এটা হিচাপে ঘটনাটোৰ মূল্য আছে। মনৰ মাজত থকাৰ দৰেই ইলেক্‌ট্ৰনবোৰতো মূল্য নিহিত আছে, অৱশ্যে অলপ বেলেগ ৰকমে। (২৯)

চৈতন্য আৰু মনোনয়নতাক যদি মানৱ অভিজ্ঞতাৰ বিশিষ্ট লক্ষণ বুলি ধৰা যায়, সকলো ঘটনাতে এইকেইটা পোৱা নাযায়, আৰু পদসমূহক কোনো বহল অৰ্থত ধৰিবলৈ গ'লেও ভ্ৰম হোৱাৰেই সম্ভাৱনা। সচেতন অভিজ্ঞতা হ'ল স্বাভাৱিক ঘটনা ঠিক য'ত যেনেকৈ যিৰকমে ঘটা দেখা গৈছে, ঠিক তেনেকুৱা। ই নিজে সৃষ্টি নকৰা প্ৰাকৃতিক জগত এখনৰ পৰিণত আৰু সীমাবদ্ধ অৱস্থা আৰু তাৰ ব্যাপক ৰূপসমূহক ই বিশেষভাৱে পৰিৱৰ্তন কৰিব নোৱাৰে।

---

(২৬) "আত্মমুখী অভিজ্ঞতাৰ বিষয়বস্তু হিচাপে আৱিষ্কাৰ কৰিব নোৱৰা কোনো সত্তাকেই এই পদাৰ্থক্ষেত্ৰৰ ভিতৰত গ্ৰহণ কৰিব নালাগে।" ***Whitehead*** **:** ***Process and Reality*** (1929) Pp. 253.

(২৭) ***Religion in the Making*** (1926) Pp. 108.

(২৮) ***Religion in the Making*** (1926) Pp. 109.

(২৯) ***Religion in the Making*** (1926) Pp. 113.

আমি এতিয়া প্ৰাকৃতিক জগতৰ সাধাৰণ বৈশিষ্ট্যসমূহ চমুকৈ কওঁ: [১] আমি যাক অপৰিবৰ্তনীয় নিষ্ক্ৰিয় কণিকা বুলি ধৰিছিলোঁ, এতিয়া তাক শক্তিৰ জটিল কুণ্ঠ-শ্ৰেণী বুলি জনা গৈছে। পৰমাণু হ'ল এনে এক শৰীৰী, যাৰ অঙ্গ হ'ল প্ৰ'টন আৰু ইলেক্ট্ৰন। অণু আৰু মানৱ সমাজ অধিক জটিলতৰ শৰীৰী। [২] বাস্তৱ প্ৰকৃতি এক ক্ৰম-পূৰ্ণ সমগ্ৰতা আৰু ই তেনেই সমগ্ৰভাৱে ক্ৰিয়া কৰে আৰু ইয়াৰ অঙ্গসমূহ পৰস্পৰ নিৰ্ভৰশীল। গতিকে প্ৰত্যেক শৰীৰী আৰু তাৰ পৰিবেশৰ মাজত পাৰস্পৰিক ক্ৰিয়মান এক ঐক্য আছে। [৩] প্ৰত্যেক ঘটনাৰে কাৰণ আৰু সৃষ্ট-ফাল আছে। সেইবাবে ইয়াৰ পৰিবৰ্তনসমূহ যান্ত্ৰিকতা-অতীত। [৪] আমি যেতিয়াই এই সৃষ্টিশীল ফালটো পাওঁগৈ, তেতিয়াই বৈজ্ঞানিক ব্যাখ্যাৰ সীমান্তত উপনীত হওঁ। পদাৰ্থ কিয় থাকিব লাগে বা ইলেক্ট্ৰন আৰু প্ৰ'টনৰ এই দুই জাতিবা কিয় হ'ব লাগে, বিজ্ঞানে তাক ব্যাখ্যা কৰিব নোৱাৰে।

## জীৱ

পদাৰ্থৰ প্ৰসঙ্গত চাবলৈ গ'লে জীৱই পোহৰ বিচাৰি উক্‌মুকাই ফুৰিছে। প্ৰাণী-বিজ্ঞানে জীৱাণুৰপৰা স্তন্যপায়ী জীৱলৈকে সকলো জীৱন্ত শৰীৰীৰ বিশিষ্ট ৰূপ আৰু ক্ৰিয়াসমূহৰ বিষয়ে চৰ্চা কৰে। বিশ্বজগতৰ অন্য কোনো স্থানত জীৱৰ দৰে কিবা পালেও, প্ৰাণীবিদসকলে পৃথিবীৰ উপৰিভাগ, সাগৰ আৰু বায়ুমণ্ডলত থকা প্ৰাণী সম্বন্ধেহে অধ্যয়ন কৰে। উচ্চ পৰ্যায়ৰ শৰীৰীসমূহত যদিও চৈতন্যৰ প্ৰকাশ পৰিলক্ষিত হয়, প্ৰাণী-বিজ্ঞানে সেই বিষয়ে কোনো চৰ্চা নকৰে।

জীৱন্ত শৰীৰীসমূহৰ আচৰণত অজীৱসমূহত বিচাৰি নোপোৱা কিছুমান বৈশিষ্ট্য পৰিলক্ষিত হয়। পৰিমিশ্ৰণ, শ্বাস-প্ৰশ্বাস, প্ৰজনন উদ্‌গতি আৰু উৎকৰ্ষৰ প্ৰক্ৰিয়াসমূহ অকল পদাৰ্থিক-ৰাসায়নিক প্ৰক্ৰিয়াতকৈ বেলেগ। জীৱন্ত শৰীৰী এটাই সকলো পৰিবৰ্তনৰ মাজেদিও নিজা বিশিষ্ট সংগঠন আৰু ক্ৰিয়াসমূহ ৰক্ষা কৰি চলে। জীৱন্ত শৰীৰী এটাই নিজৰ ৰূপৰ স্থায়িত্ব ৰক্ষা কৰে এটা আভ্যন্তৰীণ ক্ৰিয়াৰদ্বাৰা, অকল পৰিবেশৰ মাজত পৰিবৰ্তনক নিষ্ক্ৰিয়ভাৱে বাধা প্ৰদান কৰি নহয়। উদাহৰণ স্বৰূপে, শ্বাস-প্ৰশ্বাসৰ ক্ৰিয়াত আমাৰ তেজৰ কাৰণে কিমানখিনি অক্সিজেনৰ চাপৰ প্ৰয়োজন আৰু হাওঁফাওঁৰ কাৰণে কিমানখিনি এঙাৰগেছৰ প্ৰয়োজন, তাক অতি সূক্ষ্মভাৱে নিৰ্ধাৰণ কৰি তাৰ চলাচলৰ সমতা ৰক্ষা কৰাটো বুজিব লাগিলে আমি সমস্ত শৰীৰটো ভাৰসাম্য ৰক্ষাৰ উপায় স্বৰূপেহে বুজিব পাৰোঁ। সমগ্ৰ শৰীৰটোৱেই স্বপ্ন বিষয়বস্তুৰ সম্বন্ধে ধাৰণা হ'ল আমাৰ সমগ্ৰ জীৱন-প্ৰপঞ্চতে সক্ৰিয়ভাৱে প্ৰভাৱান্বিত কৰা এক ক্ৰিয়া। জীৱন হ'ল এক গতিশীল ভাৰসমতা আৰু

ই নিজক সদায় ৰক্ষা কৰি চলিব পোজে। এটা জীৱন্ত শৰীৰীৰ অঙ্গসমূহ এটা পদাৰ্থ শৰীৰীৰ অঙ্গতকৈ কম স্বতন্ত্ৰ। পদাৰ্থ-শৰীৰৰ কোনো অংশ বিচ্ছেদ হ'লে সেই শৰীৰৰ এনে কোনো মৌলিক পৰিৱৰ্তন নঘটে; কিন্তু জীৱন্ত-শৰীৰৰ ৰূপ, গঠন আৰু ৰচনা পৰস্পৰ নিৰ্ভৰশীল। জীৱন্ত শৰীৰী হ'ল এটি সমগ্ৰতা: ই এনে কাম কৰিব পাৰে, যিটো কোনো পৰমাণু পুঞ্জৰ কাৰণে সম্ভৱপৰ নহয়। ইহঁতে নিজৰ অভিজ্ঞতাৰ ফল নিবন্ধন (পঞ্জীবন্ধন) কৰিব পাৰে আৰু অভ্যাস গঠনো কৰিব পাৰে। বাহ্যিক পৰিবেশৰ প্ৰতিক্ৰিয়া স্বৰূপে ইহঁতত সাধিত হোৱা পৰিবৰ্তন সংৰক্ষণ কৰি তাক শৰীৰত পৰিমিশ্ৰিত কৰিব পাৰে।

পৰমাণু এটাই নিজক মেৰামতিও কৰিব নোৱাৰে, প্ৰজনন ক্ষমতাও তাৰ নাই। জীৱন্ত শৰীৰী এটাই নিজক পৰিবেশৰ লগত খাপ খুৱাই ল'ব পাৰে। ই কেৱল পৰিবেশৰ পৰিবৰ্তনৰ লগত সাধাৰণ প্ৰতিক্ৰিয়া কৰিয়েই ক্ষান্ত নহয়, তাৰ প্ৰত্যুত্তৰো দিয়ে। জীৱন্ত শৰীৰী এটাই আঘাত পালে লগে লগে তাৰ উপক্ৰমৰ ক্ৰিয়াও আৰম্ভ হয়। গছৰ ডাল কাটি দিলে তাৰ ওচৰতে নতুন পোখা এটা ওলাই আহে। উৎকৰ্ষ সাধনৰ প্ৰক্ৰিয়াত যিবোৰ পৰিবৰ্তন ঘটে, তাৰ বৈশিষ্ট্য আছে। প্ৰজনন প্ৰক্ৰিয়াৰ কাম শৰীৰীৰ অন্তৰ্তেই আৰম্ভ হয়। পদাৰ্থিক ৰাসায়নিক সংগঠনৰ বংশানুক্ৰমিক ৰূপৰ বা আকাৰৰ প্ৰেৰণৰ এটি অত্যন্ত জটিল ব্যৱস্থা আছে। এক অৰ্থত চাব লাগিলে পৰিবেশ শৰীৰীৰপৰা পৃথক কিবা এটা নহয়, ই তাৰ জীৱনতেই সোমাই পৰে। পৰিবেশৰ বস্তুসমূহ পৰিমিশ্ৰণৰদ্বাৰা শৰীৰীয়ে নিজক পৰিপুষ্ট কৰেৰ। দুয়োটা পৰস্পৰৰ লগত এনেভাৱে সন্মিলিত যে দুয়োটাকে এক বৃহৎ সমগ্ৰতাৰ বিভিন্ন প্ৰকাশ মাত্ৰ বুলি ক'ব পাৰি। দুয়োটা পৰস্পৰ অমোচনীয়ভাৱে জড়িত। জীৱন্ত শৰীৰীসমূহত এনে এটি আভ্যন্তৰীণ বৈশিষ্ট্যপূৰ্ণ দিশ আছে যে ই নিজে নিজে উৎকৰ্ষ লাভ কৰে, মেৰামতি কৰে, প্ৰজননো কৰে আৰু বাহিৰৰ পৰিবেশক সম্পূৰ্ণ নিজৰ ভিতৰত জাহ নিয়াই নিজৰ সাঁচত ঢালি দিয়ে। পদাৰ্থৰ বিষয়ে আমি লাভ কৰা জ্ঞানৰদ্বাৰা জীৱন কেনেকৈ সুসন্মিলিতভাৱে চালিত হয় তাক বুজিব নোৱাৰোঁ। জীৱ সম্পূৰ্ণ এক বেলেগ ঘটনা-ক্ৰম।

## প্ৰাণবাদ

জীৱন্ত আৰু অজীৱৰ মাজত থকা বিশিষ্ট পাৰ্থক্যই কোনো কোনো শৰীৰতত্ত্ববিদক Entelechy বা অচেতন-আত্মাই প্ৰাকৃতিক প্ৰক্ৰিয়াসমূহ পৰিচালন কৰে বুলি নতুন এক প্ৰকল্পৰ সূচনা দিলে। এই Entelechy বা অচেতন আত্মাবোৰ জীৱিত বস্তুসমূহত সকাই থাকে। হানচ্ ড্ৰীকে সাগৰতলিৰ জীৱৰ অণ্ড ভাঙি সেই

অণুৰ ভিতৰতে ক্ষুদ্ৰ ক্ষুদ্ৰ একোটা শৰীৰী পোৱা পৰীক্ষাৰ ভিত্তিতে এনে মত পোষণ কৰিছে। (৩০)

জীৱন্ত শৰীৰীসমূহক অকল কেৱল যন্ত্ৰ বুলি বা পদাৰ্থিক ৰাসায়নিক প্ৰক্ৰিয়াৰ জটিল অৱস্থা বুলি দাঙি ধৰা মতবাদৰ বিৰুদ্ধে প্ৰাণবাদৰ প্ৰকল্প বিশেষ কাৰ্যকৰী। জীৱসমূহৰ বিভিন্ন বিশিষ্ট আচৰণসমূহক পৰমাণুৰ কাৰ্য-কলাপৰ দৰে বুলি ভুল কৰিব নালাগে। এই জীৱন প্ৰপঞ্চতযে সমগ্ৰটোৰ ৰক্ষণ আৰু কাৰ্যৰ হকেই তাৰ অঙ্গসমূহৰ বিভিন্ন ক্ৰিয়াসমূহ সুসঙ্গত কৰি লোৱা হয়, এই কথাটোৰ ওপৰতে প্ৰাণবাদে গুৰুত্ব প্ৰদান কৰিছে। কোনো এটা অংশৰ বিশিষ্ট অৱস্থিতিৰ কাৰণ তাৰ সেই সমগ্ৰতাটোতে নিহিত থাকে। জীৱনৰ অভিজ্ঞতাসমূহ এটা চলন্ত আৰু অবিভাজ্য ঐক্যৰ প্ৰকাশ মাত্ৰ। কিন্তু এই প্ৰাণময় সত্তাটো প্ৰাকৃতিক অভিজ্ঞতাক প্ৰভাৱান্বিত কৰিব পৰা এটা অভৌতিক সত্তা নহয়। অধ্যাপক ল'বে দেখুৱাইছে যে, এক অনুৰ্বৰ ডিম্বকোষত সামান্য বেজি এটাৰ খোঁচ এটা বা অকণমান কিবা লৰচৰ এটাই তাৰ বিভাজন আৰু স্বাভাৱিক উদ্‌গতি সাধনৰ প্ৰক্ৰিয়া আৰম্ভ কৰি দিয়ে; সেই খোঁচ বা সঞ্চালন নোহোৱাহ'লে হয়তো এই ডিম্বকোষৰ বিভাজন আৰু উদ্‌গতি নহ'লহেঁতেন। এই খোঁচটো আৰু উন্নতিমূলক পৰিবৰ্তনৰ অতি কৌশলপূৰ্ণ সংহতিৰ মাজত থকা সম্পৰ্কৰ কোনো কাৰণ আমি নাজানো। তেওঁ সাধাৰণ শৰীৰীসমূহৰ ক্ৰিয়াৰ উৎস আভিমুখ্য, পোহৰ, তাপ আৰু চাপ আদিৰ লগত প্ৰত্যক্ষ প্ৰতিক্ৰিয়া বুলিছে। (৩১) এইটো অৱশ্যে দেখা যায় যে, পদাৰ্থিক-ৰাসায়নিক উদ্দীপকে বহুপ্ৰকাৰৰ প্ৰাণময় ক্ৰিয়া আৰম্ভ কৰি দিয়ে। ইয়াৰ উত্তৰত প্ৰাণবাদীসকলে কয় যে প্ৰাণময় সত্তাই পদাৰ্থিক-ৰাসায়নিক কাৰণসমূহৰ লগত সংযুক্ত হৈহে কাম কৰে। ই মাত্ৰ এটি নিয়ামক সত্তাহে, ইয়াৰ ক্ৰিয়াৰ কাৰণে উপযুক্ত পদাৰ্থিক-ৰাসায়নিক প্ৰক্ৰিয়াৰ নিতান্ত আৱশ্যক। জীৱন-প্ৰপঞ্চই যদিও ভৌতিক অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে, এই ভৌতিক অৱস্থাই কেনেকৈ জীৱন-প্ৰপঞ্চ নিৰ্ধাৰণ কৰে তাক আমি নাজানো। নিখুঁত বৈজ্ঞানিক দৃষ্টিভঙ্গীৰপৰা চালে প্ৰাণবাদক এটা সন্তোষজনক মত বুলি ধৰিব নোৱাৰি; কাৰণ, জীৱন্ত শৰীৰীত ঘটা সকলো কাৰ্যকে তাৰেই ব্যাখ্যা কৰিবলৈ বিচাৰে আৰু আমি ইয়াৰ সত্যতা প্ৰতিপাদন কৰিব নোৱাৰোঁ। অভিজ্ঞতাৰ পৰ্যবেক্ষক হিচাপে আমি কেৱল ঘটনা-সমূহৰ বৰ্ণনা, জীৱন-প্ৰপঞ্চক প্ৰকৃতিক আমি ঠিক যেনেদৰে দেখিবলৈ পাওঁ, তাকে লৈয়েই সন্তুষ্ট থাকিব লাগিব। জীৱন্ত শৰীৰীত নতুন এক সাংগঠনিক ৰূপৰ আৰু ক্ৰিয়াৰ এক বিশিষ্ট সমন্বয় আমি দেখিবলৈ পাওঁ; আৰু দেখোঁ তাৰ মাজত নিহিত

(৩০) *Science and Philosophy of the Organism.*

(৩১) *The Mechanistic conception of Life* (1912).

থকা এক অভিপ্ৰায়, আৰু সমগ্ৰ বস্তুটোৱে কাৰ্য আৰু উদ্দেশ্যৰ লগত খাপ খোৱাকৈ তাৰ অঙ্গসমূহ নিৰ্ধাৰিত হোৱা দেখিবলৈ পাওঁ। কিন্তু এইবিলাক অকল প্ৰাকৃতিক বা ভৌতিক ব্যাখ্যাৰে বুজোৱা সম্ভৱ নহয়। বিজ্ঞানৰ লগত খাপখোৱা এটা মাত্ৰ কথা আমি পাওঁ যে জৈৱিক ঘটনাক্ৰমৰ কাৰণে যি প্ৰকাৰৰ পাৰস্পৰিক সম্বন্ধৰ প্ৰয়োজন, প্ৰাকৃতিক জগতৰ কাৰণে প্ৰয়োজনীয় সম্পৰ্কতকৈ সিহঁত বেলেগ।

প্ৰাণী-বিজ্ঞানে জীৱনৰ কাৰণ নিৰ্দেশ নকৰে, ইয়াক সকলো ব্যাখ্যাৰ অতীত বুলি গ্ৰহণ কৰে। জীৱন প্ৰকৃতিৰ অংশ; কিন্তু পদাৰ্থতকৈ ইয়াৰ প্ৰকাৰ বেলেগ; অৱশ্যে জীৱন্ত শৰীৰীৰ ক্ষেত্ৰত ভৌতিক আৰু প্ৰাণীমূলক উভয় প্ৰকাৰৰ সূত্ৰকে প্ৰয়োগৰ সুবিধা আছে।

## বিবৰ্তনবাদ

এই প্ৰাকৃতিক জগতত থকা ক্ৰমশীলতাৰ আৰু পৰিবৰ্তনৰ বা সংৰক্ষণ আৰু উদ্‌গতি ধৰ্মৰ লগত খাপখোৱাকৈ আমাৰ জীৱজগততো বংশগতি আৰু পৰিবৰ্তনশীলতা আছে। জীৱন্ত-শৰীৰীসমূহে সংগঠনৰ এক আঁচনি পূৰ্বপুৰুষৰপৰা আহৰণ কৰে আৰু তাক পৰিবৰ্তনো কৰে। নতুন নতুন ৰূপ আৰু অঙ্গ, নতুন ক্ৰিয়া আৰু শক্তি আৱিৰ্ভাৱ হয়। এই জীৱ-শ্ৰেণীৰ উৎপত্তি হৈছে সহজতৰ পূৰ্বপুৰুষৰপৰা ক্ৰমাৎ হোৱা পৰিবৰ্তনৰ ফলত। নতুন নতুন জীৱজাতিৰ উৎপত্তিৰ কাৰণ স্বৰূপেই ক্ৰমবিবৰ্তনবাদৰ প্ৰকল্প আগবঢ়োৱা হৈছে।

প্ৰাচীন ভাৰতবৰ্ষ আৰু গ্ৰীচৰ প্ৰাচীন দাৰ্শনিকসকলৰ কথা বাদ দিলে বৰ্তমানৰ বিৱৰ্তনবাদ প্ৰধানকৈ লিনিয়াচ (Linnaeus 1707–1778), বাফন (Buffon 1707–1788), এৰাচ্‌মাচ ডাৰউইন্ (Erasmus Darwin 1731–1802), লেমাৰ্ক (Lamarck 1744–1929), চাৰ্ল্‌চ ডাৰউইন আৰু তেওঁৰ অনুগামীসকলৰ অৱদান। লিনিয়াচে উদ্ভিদ আৰু প্ৰাণীৰ ক্ষেত্ৰত প্ৰত্যেকটো জাতিকে বেলেগে বেলেগে সৃষ্টি কৰা বুলি বিশ্বাস কৰিছিল যদিও, তেওঁৰ শেহতীয়া ৰচনাৱলীত এইটো কথাও স্বীকাৰ কৰিছিল যে পুৰণি জীৱজাতিৰ পৰস্পৰ-সংযোগৰ ফলত কোনো কোনো ক্ষেত্ৰত নতুন আকাৰৰ জীৱৰো উৎপত্তি হৈছিল। তেওঁ অৱশ্যে এনে মত পোষণ কৰিছিল যে এনে পৰিবৰ্তনসমূহ অধোগতিহে আছিল; কাৰণ, আদি-শ্ৰেণীৰ সিদ্ধতা এনে নতুন শ্ৰেণীয়ে লোপ পোৱাৰৰ প্ৰয়াস পাইছিল। বাফনে অৱশ্যে জীৱজাতি স্থিতিশীল (অপৰিবৰ্তনীয়) বুলি বিশ্বাস এটা লৈয়েই আৰম্ভ কৰিছিল; কিন্তু যি আদিম আঁচনিৰ জৰিয়তে এই জীৱজাতি সৃষ্টি হৈছিল,

তাকে তেওঁ বৰ শুদ্ধ নহয় বুলি সন্দেহ প্ৰকাশ কৰিছিল । শৰীৰ-স্থান সম্বন্ধে তেওঁৰ তুলনামূলক জ্ঞানৰপৰা তেওঁ যুক্তি দিছিল যে আদি আঁচনিখনক কেতিয়াও সৰ্ব-শুদ্ধ বুলি ধৰিব নালাগে ; কাৰণ, কোনো কোনো জন্তুৰ একেবাৰেই কামত নলগা বা অতি সামান্য কামত অহা কিছুমান অঙ্গ আছে আৰু এই অঙ্গবোৰ অন্য কোনো জন্তুৰপৰা লোৱা যেন লাগে। এনে এটি মতব ফলতে এক জাতিৰ জীৱসমূহৰ মাজত কিছুমান পৰিয়ালগত মিল থকা বুলি ধাৰণা এটিৰ উদ্ভৱ হ'ল, আৰু ক্ৰমোন্নতি বা অৱনতিমূলক পৰিৱৰ্তনৰ ফলতেই এই সকলোবিলাক কোনো এক আদি পূৰ্বশ্ৰেণীৰপৰা অহা বুলি অনুমানো কৰা হ'ল। পৰিৱেশে উদ্ভিদ আৰু জীৱজগতত কেনেৰকমে পৰিৱৰ্তন সাধন কৰে, সেই বিষয়ে তেওঁ বহুতো মূল্যবান তথ্য দাঙি ধৰিলে। এৰাচ্মাচ ডাৰউইন আৰু লেমাৰ্ক—দুয়ো যুক্তি দিলে যে পৰিবেশৰ পৰিবৰ্তন অনুযায়ী জীৱজন্তুৰ পৰিৱৰ্তন ঘটিছে। আচৰণৰ পৰিৱৰ্তনে কোনো কোনো অঙ্গৰ ব্যৱহাৰ বৃদ্ধি আৰু কোনো অঙ্গৰ ব্যৱহাৰ হানি কৰাৰ ফলত ৰূপৰ পৰিবৰ্তনো ঘটাবলৈ ধৰিলে। তেওঁলোকে ভাবি ল'লে যে এনে 'অৰ্জিত লক্ষণসমূহ' সন্ততিসকললৈ প্ৰেৰিত হয় ।

১৭৯৮ চনত মেল্থাচৰ 'Essay on the Principle of Population' কিতাপে ক্ৰমাগত পৰিৱৰ্তনসমূহ ঘটাৰ এক কাৰণ হিচাপে ডাৰউইনৰ মনত প্ৰাকৃতিক নিৰ্বাচনৰ তাৎপৰ্য উদ্ৰেক কৰিলে। তেওঁৰ 'Origin of Species' (1859) কিতাপত বিৱৰ্তনবাদ সম্বন্ধে বিশদ বিৱৰণ আৰু প্ৰমাণ দাঙি ধৰিলে ; তেওঁ মত প্ৰকাশ কৰিলে যে আমাৰ এই পৃথিৱীত আদিম জীৱৰপৰা একেবাৰে শেষৰ এই মানুহ শ্ৰেণীলৈকে সমগ্ৰ জীৱ-শ্ৰেণী ধীৰে ধীৰে অথচ এক ক্ৰমশীল প্ৰক্ৰিয়াৰ ফলতেই বিকশিত হৈছে। প্ৰাকৃতিক নিৰ্বাচন, পৰিৱৰ্তন আৰু বংশগতিকেই এক জীৱজাতিৰপৰা আন এক নতুন জীৱজাতিলৈ পৰিৱৰ্তন হোৱাৰ প্ৰক্ৰিয়াৰ কাৰণ বুলি কোৱা হ'ল। এই নতুন পৰিৱৰ্তনসমূহ অকল প্ৰাকৃতিক নিৰ্বাচনৰ ফল স্বৰূপেই হোৱা বুলি ক'ব নোৱাৰি। ই এটা শোধন-প্ৰক্ৰিয়া মাত্ৰ আৰু ইয়াৰ লগতে পৰিবৰ্তন আৰু বংশগতিৰ কথা দুটাও ই ধৰি লয়। আগৰটোৰ মতে কোনো দুটা জন্তু বা উদ্ভিদ সম্পূৰ্ণ একে নহয়। একে মাক-বাপেকৰ সন্তান-সন্ততিও কম-বেছি পৰিমাণে সিহঁতৰ মাক-বাপেকতকৈ আৰু পৰস্পৰৰ মাজত বহুতখিনি বেলেগ। এই নতুনত্ব বা অৱস্থান্তৰকে পৰিবৰ্তন বোলা হয়। নতুন পৰিৱৰ্তনৰ এটা যদি সন্ততিত বংশানুক্ৰমে আহৃত নহয়, তেনেহ'লে ক্ৰমবিৱৰ্তনৰ পৰিৱৰ্তনৰ ক্ষেত্ৰত ইয়াৰ কোনো প্ৰত্যক্ষ তাৎপৰ্য নাথাকে। বংশগতিৰ নীতিয়ে আমাক ইয়াকে বুজায় যে পিতৃ-মাতৃৰ বৈশিষ্ট্যসমূহ কম-বেছি পৰিমাণে নিজ সন্ততিলৈ প্ৰেৰিত হয়। শৰীৰীসকলৰ পৰিৱৰ্তনৰদ্বাৰা যেতিয়া নতুন লক্ষণৰ উদ্ভৱ হয়, প্ৰাকৃতিক নিৰ্বাচনে তাৰ সংৰক্ষণ বা ধ্বংসৰ কথা নিৰ্ণয় কৰে। পৰিবেশৰ লগত যদি এই

গুণবোৰ খাপ নাখায়, তেনেহ'লে প্ৰতিযোগিতাৰ ক্ষেত্ৰত সিহঁত বাদ পৰি যায়। আনহাতে, যদি সিহঁতে মালিকক জীৱন-যুদ্ধৰ কাৰণে সক্ষম কৰি তুলিব পাৰে, তেনেহ'লে সিহঁত সংৰক্ষিত হোৱাৰ আশা থাকে। এনে কৃতকৰ্মা সন্ততিসকলৰ গাত এই লাভজনক পৰিবৰ্তনসমূহ পিতৃ-মাতৃতকৈ অধিক গুণে দেখা যায় আৰু বহু বহু জন্মজুৰি সংৰক্ষিত হোৱা অকণ অকণ ভাল গুণবিলাক একেলগে গোট খাই খাই শেষত এক নতুন জাতিৰ বিৱৰ্তন হয়।

ডাৰউইন আৰু স্পেন্চাৰৰ পিচত, উন্নতিৰ স্তৰবোৰ অনুক্ৰমিক নহয়, আকস্মিকহে—এই কথা উপলব্ধি কৰিব পৰা হ'ল। বেট্চনে দেখুৱালে যে বহুতো ক্ষেত্ৰত পৰিবৰ্তনৰ প্ৰকৃতি অসংলগ্ন ধৰণৰ। হিউগ'-ডি-ব্ৰাইজৰ মতে পৰিবৰ্তনসমূহ হঠাতেও হ'ব পাৰে আৰু ক্ৰমাগতভাৱেও হ'ব পাৰে। আগৰবিধক বোলে পৰিব্যক্তি, পিচৰবিধক চপল বা দোলায়মান পৰিবৰ্তন বোলে। ডি-ব্ৰাইজে সকলোবিলাক বিশিষ্ট উদ্গতিকে কিছুমান স্পষ্ট পৰিবৰ্তন বা পৰিব্যক্তিৰপৰা উৎপত্তি হোৱা বুলি কয়। পৰিব্যক্তি স্বতন্ত্ৰভাৱে আহৃত হ'ব পাৰে আৰু ই বংশগতি আহৰণৰ মেণ্ডেলিয়াৰ সূত্ৰকে প্ৰমাণ কৰে।

অৰ্জিত লক্ষণ প্ৰেৰিত হ'ব পাৰে বুলি কৰা ডাৰউইন আৰু স্পেন্চাৰে বিশ্বাস কৰা লেমাৰ্কৰ মতকো বেজমেনে বিৰোধিতা কৰিছিল। তেওঁ বীজাণুকোষ বা প্ৰজনন আৰু শৰীৰকোষ বা শৰীৰ-গ্ৰন্থিক পৃথক কৰি দেখুৱাইছে, আৰু তেওঁ কৈছে যে যিবিলাক পৰিবৰ্তনে বীজাণুকোষত ক্ৰিয়া কৰে শৰীৰৰ তেনে পৰিবৰ্তনসমূহ পিচৰ সন্ততিলৈ প্ৰেৰিত হ'ব পাৰে; এনে প্ৰেৰিতব্য পৰিবৰ্তনসমূহ বীজাণুকোষতে থাকে আৰু অপ্ৰেৰিতসমূহ নাথাকে।

এই ডাঙৰ বা সৰু, ক্ৰমিক বা আকস্মিক পৰিবৰ্তনসমূহৰ কাৰণ কি? আমি তাক অকল পৰিবেশৰ প্ৰভাৱ বুলিয়েই ক'ব নোৱাৰোঁ; কাৰণ, এই পৰিবৰ্তন থকা জাতি বা শ্ৰেণী এটা পৰিবেশৰ লগত যেনেকৈ খাপখোৱা, নথকা এটাও তেনেকুৱাই। বেজ্মেনে যি প্ৰাকৃতিক আৱশ্যকতাৰ মত পোষণ কৰিছে, সি এই কথাৰ সমাধান দিব নোৱাৰে। ডাৰউইনৰ আকস্মিক পৰিবৰ্তন বোলা মতটো তেওঁৰ উৎস উদ্ধাৰ কৰিবলৈ অপাৰগতাৰ স্বীকাৰোক্তি মাত্ৰ। আমাৰ চকু এটাৰ নিচিনা ইমান জটিল অঙ্গ কিছুমান আকস্মিক পৰিবৰ্তনৰ ফলত, আৰু তাতোকৈ আকস্মিকভাৱে সংৰক্ষিত হোৱা বুলি কেতিয়াও বিশ্বাস নহয়। সংশোধন আৰু পৰিবৰ্তনবিলাক অকলশৰীয়াকৈ নহয়, বহুতো সৰু-সুৰা আনুষঙ্গিক সংশোধন আৰু পৰিবৰ্তন লৈ জটিলভাৱেহে হয়। প্ৰত্যেকটো সৰু-সুৰা পৰিবৰ্তনকে অকলশৰে নিৰ্বাচিত কৰা নহয়। আন কথাত ক'ব লাগিলে এই শৰীৰী সমগ্ৰভাৱেই পৰিবৰ্তিত হয়।

বাৰ্গচঁৰ মতে কম্বোজবিলাকে বিৱৰ্তনৰ ক্ৰম অনুযায়ী খুব ধীৰে ধীৰে আগবাঢ়ি একোটা চকু গঠন কৰে, এই চকু মেৰুদণ্ডিবিলাকে স্বতন্ত্ৰভাৱে বিৱৰ্তনৰ জৰিয়তে গঠন কৰা চকুৰ দৰে প্ৰায় একে। বেলেগ বেলেগ উপায়েৰে বেলেগ বেলেগ বিৱৰ্তনৰ পথেৰে একে ধৰণৰ ফল উৎপত্তি হোৱাটো কেনেকৈ সম্ভৱ হয়? সৰু-সুৰা এই পৰিবৰ্তনসমূহ যদি একেবাৰেই আকস্মিকেই হয়, তেনেহ'লে দুটা স্বতন্ত্ৰ পথেদি একেই পৰিবৰ্তন সম্ভৱ হয় কেনেকৈ? দুয়োটা শ্ৰেণী তেনেহ'লে একেটা কাৰ্যকৰী উদ্দেশ্যৰ হকে একেটা সাধাৰণ প্ৰাণময় আৱেগৰদ্বাৰা প্ৰণোদিত হ'ব লাগিব। বাৰ্গচঁৰ মতে এই বিভিন্ন পথত একেটা পথত একেটা উদ্দেশ্যত গতি কৰা জাতিসমূহৰ ভিতৰত 'বাছনিৰ মৌলিক মিল' (৩২) কিবা এটা আছে। নতুন কোনো অৱস্থাত কোনো শ্ৰেণীভুক্ত সকলো ব্যষ্টিৰে ভিতৰত থকা সাধাৰণ 'প্ৰণোদন শক্তিয়ে' নতুন উপায়ৰদ্বাৰা সেই অৱস্থাৰ সন্মুখীন হ'বলৈ আগবঢ়াই দিয়ে। যদি এই আপেক্ষিকভাৱে নতুন আচৰণ স্বিবীকৃত হয়, তেনেহ'লে প্ৰাকৃতিক নিৰ্বাচনে অনুৰূপ পৰিবৰ্তনসমূহ চিৰস্থায়ী কৰে আৰু ইয়াৰ বিৰোধীবিলাক বাদ দিয়ে। বাৰ্গচঁৰ মতে এয়ে হ'ল অন্তস্থ প্ৰণোদন বা জীৱন-শক্তি বা এক উৰ্ধগতি আৰু সেয়ে তাক গোটেই জাতিটোক এটা নিৰ্দিষ্ট দিশত অনুপ্ৰাণিত কৰি তোলে। তেওঁৰ মত প্ৰায় লেমাৰ্কৰ দৰেই। লেমাৰ্কৰ মতে নতুন পৰিবেশে নতুন প্ৰযোজনৰ সৃষ্টি কৰে, আৰু এযে নতুন ক্ৰিয়া উদ্ভাৱনৰ সঁহাৰি যোগায। জীৱজন্তুৱে নিজৰ অৱস্থাৰ উন্নতিৰ কাৰণে নতুন পৰিশোধিত গুণ আহৰণ কৰে সেইবোৰ বংশ পৰম্পৰালৈ প্ৰেৰণ কৰে, বিভিন্ন পৰিৱতনসমূহৰ সমন্বয় সাধনৰ কাৰণে বা এই অঙ্গসমূহৰ কোনো উপকাৰ আমি নেদেখিলেও, নতুন অঙ্গৰ উৎপত্তিৰ কোনো কাৰণ আমি দৰ্শাব নোৱাৰোঁ, যদিহে লেমাৰ্ক আৰু বাৰ্গচঁই অনুমান কৰাৰ দৰেই উচ্চ জীৱন লাভৰ কাৰণেই অন্তৰস্থ প্ৰচেষ্টাৰ প্ৰগাঢ় নিযম এটা জীৱসমূহৰ অন্তৰালত নিহিত আছে বুলি আমি ধৰি নলওঁ। শৰীৰীৰ এই প্ৰচেষ্টাই হ'ল সৃজনশীল শক্তি আৰু বিৱৰ্তনৰ উৎসও সেয়েই। হৰ্মিক থিয়ৰিৰ মতে প্ৰত্যেক জীৱ-জন্তুৰে নিজা বিশিষ্ট প্ৰকৃতি আছে, আৰু তাৰ সহায়তে ইহঁতে নিজ নিজ সীমাবদ্ধ উদ্দেশ্য-লাভৰ বাটত গতি কৰে। বিভিন্ন জাতিসমূহৰ হৰ্মিক প্ৰবৃত্তিসমূহেই হ'ল জীয়াই থকাৰ কাৰণে আদিম প্ৰেৰণাৰ বৈশিষ্ট্য। পৰিবৰ্তনসমূহ হ'ল নতুন অৱস্থাত নিজক মিলাই ল'বৰ কাৰণে জীৱই কৰা প্ৰচেষ্টা।

লেমাৰ্কৰ অৰ্জিত লক্ষণসমূহ সন্ততিলৈ প্ৰেৰিত হোৱা মতটো কেইটামান কাৰণত স্বীকাৰ কৰি লোৱা হোৱা নাই : আকাৰ বৃদ্ধি আদি শৰীৰত হোৱা পৰিবৰ্তনসমূহ বীজাণুকোষৰ অবয়বত প্ৰতিফলিত হোৱাৰ কোনো ব্যৱস্থা নাই;

---

(৩২) *Creative Evolution, E.T.* (1911) Pp. 96.

দ্বিতীয়তে, ব্যৱহাৰ আৰু অব্যৱহাৰৰ ফলত সন্ততিলৈ প্ৰেৰণ হোৱা কথাৰ সমৰ্থনত কোনো প্ৰতিপাদনীয় প্ৰমাণ নাই। শাৰীৰিক পৰিবৰ্তনৰ ফলত বীজাণুকোষত হোৱা সকলো পৰিবৰ্তনকে আমি একেবাৰে অস্বীকাৰ কৰিবলৈকো বীজাণুকোষে শাৰীৰিক পৰিবৰ্তনত কেনেকৈ প্ৰতিক্ৰিয়া কৰে তাৰ অজ্ঞতাই আমাক বাধা দিয়ে। যি অৱস্থাসমূহৰ ভিত্তিত মাত্ৰ কোনো পৰীক্ষা সম্ভৱপৰ, তাৰপৰাও আমি নিৰ্দিষ্ট সন্তোষজনক সিদ্ধান্ত লাভ কৰিব নোৱাৰোঁ। আমি শৰীৰীৰ ওপৰত কম-বেছি পৰিমাণে কিছুমান কৃত্ৰিম উপায়ৰদ্বাৰা বাহিৰৰপৰা পৰিবৰ্তন ঘটাবলগীয়া হয়, আৰু এই কৃত্ৰিমভাৱে উৎপাদিত লক্ষণসমূহৰ পৰ্যবেক্ষণকে নিৰ্ভৰ কৰি স্বাভাৱিকভাৱে হোৱা পৰিৱৰ্তনৰ ক্ষেত্ৰতো সত্য বুলি ধৰি ল'ব নালাগে। তদুপৰি লেমাৰ্কীয় প্ৰকল্পৰ পক্ষে প্ৰমাণ লাহে লাহে বাঢ়ি যাবলৈ ধৰিছে। (৩৩)

ইয়াৰ বাহিৰেও শৰীৰী আৰু তাৰ পৰিবেশ সমগ্ৰতাটোৰ অঙ্গ বিশেষ, বিভিন্ন জাতিৰ জীৱৰ বিভিন্ন অঙ্গসমূহে সুসংবদ্ধভাৱে কৰা ক্ৰিয়া আৰু প্ৰতিক্ৰিয়াত এই সমগ্ৰটোৱে কৰা ক্ৰিয়া-বিশেষ। জীৱকোষে দুটা প্ৰধান পথেদি গৈ উদ্ভিদ আৰু প্ৰাণীজগতত ৰূপান্তৰিত হৈছে। ইহঁত দুয়োজাতি পৰস্পৰ নিৰ্ভৰশীল হৈ থাকিবলগীয়াটোৱেই বিশ্বজগতৰ মাজত থকা সামাজিক আৰু আভ্যন্তৰীণ ঐক্যৰ এক উদাহৰণ।

সকলো প্ৰাণীবিদেই জগতত ঘটা পৰিবৰ্তনৰ কাৰণ হিচাপে বহলভাৱে ক্ৰমবিৱৰ্তনৰ মতকে স্বীকাৰ কৰি লৈছে। অৱশ্যে এই বিৱৰ্তনৰ দেখিবলৈ পোৱা কিছুমান সাময়িক ক্ৰিয়াৰ সম্বন্ধে বিস্তৃত মতভেদো আছে। জ্ঞানৰ ক্ষেত্ৰত আমাৰ অশেষ উদ্‌গতি হোৱা সত্ত্বেও 'Origin of Species' কিতাপত ডাৰউইনে লিখা কথা কেইআষাৰ আজিও সত্য হৈ আছে। "উত্তৰাধিকাৰীসূত্ৰে হোৱা গুণ আহৰণৰ নিয়মসমূহৰ সৰহ অংশ আজিও অজ্ঞাত।" "পৰিবৰ্তনৰ নিয়মসমূহৰ সম্বন্ধে আমাৰ অজ্ঞতা অতি গভীৰ।" প্ৰাণীবিদ্যা সম্পৰ্কে এতিয়ালৈকে আমি জনা সকলো কথাকে মাত্ৰ একাষাৰ কথাতে প্ৰকাশ কৰি ক'ব পাৰি যে জীৱনৰ 'অতি গভীৰ' অন্তঃস্থলতে পৰিবৰ্তনৰ এটি শক্তি নিহিত আছে আৰু ই নিজক সৰ্বসিদ্ধ কৰাৰ উদ্দেশ্যে চিৰন্তন সচেষ্ট হৈ থাকে।

---

(৩৩) অধ্যাপক মেক্‌ডুগলে কৈছে: "১৯২০ চনৰপৰাই মই লেমাৰ্কীয় সূত্ৰ অতি সূক্ষ্মভাৱে মানি এটা পৰীক্ষা চলাই আহিছোঁ, আৰু কোনো এটা কাম কৰিবলৈ প্ৰশিক্ষণ দিলে পশুৱে বংশ পৰম্পৰানুক্ৰমে সেই কাম কৰাত বেছি সুবিধা পোৱাৰ স্পষ্ট প্ৰমাণ মই পাইছোঁ। এই ক্ৰম-বৰ্ধমান সুবিধাৰ কথাটো একমাত্ৰ এই প্ৰকাৰেৰে বুজাব পাৰি যে ব্যক্তিৰ চেষ্টাৰদ্বাৰা অৰ্জিত বিকাৰ বা পৰিণামসমহ পিচৰ জন্মলৈ প্ৰেৰিত হয়।" (*Psychologies of* 1930 (1930) Pp. 27n.)

ডাৰউইনৰ মতবাদ অকল প্ৰাণী জগততেই আৱদ্ধ আছিল। তেওঁ বিভিন্ন শ্ৰেণীৰ জীৱজাতিৰ মাজত ঘটা পৰিৱৰ্তন লক্ষ্য কৰিছিল; কিন্তু জীৱযে জীৱৰ-পৰাই উৎপত্তি হৈছিল, এই কথা ধৰি লৈছিল। তেওঁ মাত্ৰ উচ্চ আৰু নীচ শ্ৰেণীৰ জীৱৰ ভাগৰ দৰে জীৱজাতিৰ মাজত বিভিন্নতাহে দেখুৱাইছিল। ডাৰউইনৰ পৰ্য-বেক্ষণৰ ওপৰত নিৰ্ভৰ কৰি হাৰ্বাৰ্ট স্পেন্সাৰে এক নতুন দৰ্শনৰ সৃষ্টি কৰিলে আৰু তাত অজীৱৰপৰা জীৱ, অ-মানসিকৰপৰা মনৰ উৎপত্তিৰ কথা ব্যাখ্যা কৰিলে। ইহঁতৰ মাজৰ পাৰ্থক্য মাত্ৰ সাংগঠনিক জটিলতাৰ মাত্ৰা বুলি ধৰি ল'লে ।

ক্ৰম-বিৱৰ্তন কোনো ব্যাখ্যা নহয় । এনে প্ৰক্ৰিয়া হ'লেইবা কিয়, আৰু জীৱইবা উৎপত্তি হ'ল কিয়, সেই বিষয়ে ই নিমাত। যোগ্যবানজনেই বৰ্তি থকা কথাযো আমাক বৰ উপকৃত কৰিব নোৱাৰে। যি পদাৰ্থৰপৰা এই জীৱৰ উৎপত্তি হোৱা বুলি ধৰা গৈছে, তাতকৈ এই জীৱ অধিক স্থায়ী হৈ থকা যোগ্যতা একো নাই। শিল এটা কোটী কোটী বছৰ জীয়াই থাকিব পাৰে, ইপিনে আটাইতকৈ পুৰণি গছ এজোপাৰ বয়সো হয়তো কেইহাজাৰমান বছৰৰ ওপৰ নহ'ব পাৰে। বাচি থকা-টোৱেই যদি প্ৰকৃতিৰ উদ্দেশ্য হ'লহেঁতেন, তেনেহ'লে জীৱৰ হয়তো কেতিয়াও উৎপত্তিয়েই নহ'লহেঁতেন। নিখুঁত প্ৰাণী-বিজ্ঞানত আমি পাওঁ কি: আমি পাওঁ যে, আমাৰ জীৱনত বিভিন্ন পৰিৱেশ আছে আৰু সকলো ক্ষেত্ৰতেই নতুনত্ব উৎপত্তি হয়, উদ্ভিদ আৰু জীৱ-জন্তুৰ শ্ৰেণীবোৰ ধৰা-বন্ধা নহয়, সিহঁত ইটোৰপৰা সিটোলৈ বিৱৰ্তন বা পৰিবৰ্ধন হৈছে, আৰু দৰাচলতে সমগ্ৰ শৰীৰী জগতেই এটা আভ্যন্তৰীণ প্ৰণোদন আৰু বাহিৰৰ পৰিবেশৰ মাজেদি ধীৰ বিৱৰ্তনৰ ফলত গঢ় লৈ উঠিছে।

প্ৰাকৃতিক জগতৰ যিবোৰ আমি বৈশিষ্ট্যপূৰ্ণ লক্ষণ বুলিছোঁ, সেইবোৰ জীৱন্ত শৰীৰীৰ ক্ষেত্ৰতো ওপৰ খাপত সত্য বুলি পাইছোঁ। ইহঁতে পাৰমাণৱিক শ্ৰেণী-তকৈ বেলেগ ঘটনাক্ৰম প্ৰতিফলিত কৰে আৰু সিহঁতেইহে পৰমাণুতকৈ বেছি প্ৰকৃত সত্তাৰ ওচৰ চাপে। ইহঁত একোটা ব্যষ্টি-সমগ্ৰতা, আৰু সিহঁতে তেনেকৈয়ে ক্ৰিয়াও কৰে। ইহঁতে বাহ্যিক আৰু আভ্যন্তৰীণ পৰিৱেশৰ মাজত এক সমতা ৰক্ষা কৰে। শৰীৰী আৰু তাৰ পৰিৱেশৰ মাজত কোনো বিভাগ নাই। উভয়কে অন্তৰ্ভুক্ত কৰা এক বৃহৎ সমগ্ৰতাৰেই সিহঁত প্ৰকাশ মাথোন। সিহঁতে যদিও প্ৰতি-কৃতি ৰক্ষা কৰি একে ৰূপকেই চলাই নিব খোজে, সিহঁতৰ মাজত সৃজনশীল পৰিবৰ্তনো আছে। পদাৰ্থবিদ্যাই হওক বা প্ৰাণীবিদ্যাই হওক, কোনেও এই বিশিষ্ট লক্ষণৰ কাৰণ বুজাব নোৱাৰে।

# মন

মনৰ বৈচিত্র্য প্রাণময় ক্রিয়াতকৈ বেলেগ। জীৱন্ত শৰীৰীয়ে যদিও নিজৰ ক্রিয়া ৰক্ষা কৰে আৰু এক সু-সংগঠিত সমষ্টিভাৱে ইয়াৰ আকাৰ প্ৰজনন কৰে, ইয়াৰ প্রতিক্রিয়াসমূহে (Responses) শৰীৰী-সমগ্ৰতা আৰু স্থায়িত্ব মাত্র প্রকাশ কৰে। ইয়াৰ ক্রিয়াৰ প্রত্যেকটো স্তৰেই সেই সময়ত উপস্থিত হোৱা অৱস্থাসমূহৰ অ-ব্যৱহিত প্রতিক্রিয়া মাত্র। আমি যি পাওঁ, সি হ'ল অচেতন-শৰীৰী বা সামগ্রিক ক্রিয়া। এই শৰীৰীসমূহৰ মন একোটা থকা যেন লাগিলেও, ই দেখাতহে। ভ্ৰূণ এটাৰ উৎপত্তিৰ জৰিয়তে এক আঁচনিৰ উপলব্ধি হয়, কিন্তু ইয়াৰ উৎকৰ্ষৰ বিভিন্ন স্তৰবিলাক পৰিবেশৰ সেই ক্ষণৰ অৱস্থাৰ অব্যৱহিত প্রতিক্রিয়া মাত্র। প্রাকৃতিক আৰু প্রাণীজগতক শৰীৰী আৰু পৰিবেশৰ মাজত আমি যি সম্বন্ধ আবিষ্কাৰ কৰিছিলোঁ, মনোজগতত ইন্দ্রিয় আৰু তাৰ ক্রিয়াৰ মাজত তাক বেছি স্পষ্টভাৱে দেখিবলৈ পাওঁ। দৃষ্টি আৰু শ্ৰুতিৰ অঙ্গৰ সহায়ত জীৱ এটাই নিজক দূৰস্থ পৰিবেশ এটাৰ লগত সম্বন্ধ এটা ৰাখি চলিব পাৰে। জীৱ-জন্তুৱে অভিজ্ঞতাৰ-পৰাহে শিকে। আগেয়ে লাভ কৰা ফল অনুযায়ী সিহঁতে নিজৰ আচৰণ সংশোধন কৰে। যেতিয়ালৈকে অন্ত বা আদৰ্শ নহয়, তেতিয়ালৈকে ক্রিয়াৰো অন্ত নপৰে। যি মুহূৰ্ত্তেই অন্ত বা উদ্দেশ্যত উপনীত হয়, সেই মুহূৰ্ততে ক্রিয়াৰ অন্ত পৰে। জীৱ-জন্তুবিলাকে উদ্দীপনা বিচাৰি ঘূৰে আৰু যেতিয়া তাৰ উপস্থিত হয়, তেতিয়া সিহঁতে এই জীৱৰ ওপৰত বিশিষ্ট প্রকাৰে প্রতিক্রিয়া কৰে। সচেতনভাৱে নিজৰ শৰীৰৰ সুখ-দুখ বা উপকাৰ-অপকাৰৰ অনুভূতিৰ ফালে লক্ষ্য কৰি আত্মৰক্ষাৰ প্রচেষ্টা কৰা দেখা যায়। ক্রিয়াসমূহৰো এক ঐক্য আৰু সংহতি থাকে। জন্তু এটাই সমগ্ৰভাৱে কাম কৰে, ইয়াৰ অঙ্গবোৰে বিভিন্নভাৱে কাম নকৰে। চৈতন্য যেনে আদিম নহওক লাগিলে, তাৰো এটা উদ্দেশ্য, দিক্‌বোধ আছে। সচেতন আচৰণ হ'ল খাপ খুৱাই চলাব পৰা আৰু নিৰ্বাচন কৰি পৰা, দৈহিক প্রতিক্রিয়া বা জীৱনৰ সংহতিতকৈ ই বেলেগ। ই স্বয়ং-সম্পূৰ্ণ একক, নতুন আৰু বৈশিষ্ট্যপূৰ্ণ, একক আৰু ক্রিয়াশীল। ইয়াৰ আৱিৰ্ভাৱে অশেষ গুৰুত্বপূৰ্ণ নতুন বৈশিষ্ট্যৰ সূচনা কৰে। ইয়াক মস্তিষ্কৰ স্নায়বিক ঘটনা মাত্র বুলি ক'ব নোৱাৰি। ই পিচত বিৱৰ্তিত হোৱা ক্রিয়া আৰু জীৱনৰ এক বিশিষ্ট পূৰ্ণতা।

স্নায়ু আৰু শাৰীৰিক ক্রিয়াসমূহৰ মাজত সম্পৰ্ক অতি ঘনিষ্ঠ হ'লেও এটাক আনটোলৈ ৰূপান্তৰিত কৰিব নোৱাৰি। অধ্যাপক ৱাট্‌চনে সচেতন আচৰণক প্রতিবৰ্তক ক্রিয়াৰপৰা আহৃত ৰূপ এটা দিব খোজে। সকলোবিলাক জাতিৰ ব্যষ্টিত থকা একপ্রকাৰৰ কিছুমান প্রতিবৰ্তক ক্রিয়াই সকলো প্রকাৰৰ আচৰণৰ ভিত্তি। শাৰীৰিক আচৰণসমূহ উত্তৰাধিকাৰী সূত্রে লাভ হয় আৰু জটিল আচৰণসমূহ

উৎপত্তি হয় একপ্ৰকাৰৰ প্ৰতিবন্ধনৰদ্বাৰা হোৱা অভ্যাস গঠনৰ ফলত। অধ্যাপক পেব্‌লবৰ সপ্ৰতিবন্ধক প্ৰতিবৰ্তক ক্ৰিয়াৰ সম্বন্ধে কৰা পৰীক্ষাকে এই ক্ষেত্ৰত প্ৰমাণ স্বৰূপে আগবঢ়োৱা হয়। কুকুৰ এটাৰ ওচৰলৈ আহাৰ আগবঢ়াই দিলে, তাৰ জিভাৰ পানী পৰে। আহাৰৰ উদ্দীপনে তাৰ জিভাৰ পানী পৰা ক্ৰিয়া ঘটায়, এইটো অপ্ৰতিবন্ধক বা পৰম প্ৰতিবৰ্তক ক্ৰিয়া। যদি এই আহাৰ আগবঢ়োৱাৰ ঠিক আগে আগে বা লগে লগে এটা টিলিঙা বজোৱা হয় আৰু যদি ঘনাই তাকে কৰা হয়, তেতিয়া এনে এটি সপ্ৰতিবন্ধক প্ৰতিবৰ্তক ক্ৰিয়াৰ সৃষ্টি হ'ব যে আহাৰ নিদিলেও টিলিঙাটো বজাই দিলেই কুকুৰটোৰ মুখৰপৰা পানী পৰিবলৈ ধৰিব। এই নতুন প্ৰতিফলটোৰ উৎপত্তি হ'ল নতুন উদ্দীপনাৰপৰা, আৰু তাৰ সম্বন্ধ হ'ল আদিম উদ্দীপনাটোৰ লগত। আমাৰ শৰীৰৰ গতিসমূহৰ ভিত্তিও এনে আদিম প্ৰতিফলৰ জটিল প্ৰতিবন্ধক বুলিয়েই ধৰা হয়। সচেতনাটো হ'ল আমাৰ শাৰীৰিক ক্ৰিয়াসমূহৰ একোটা আকস্মিক লগৰীয়া মাত্ৰ।

কিন্তু সপ্ৰতিবন্ধক প্ৰতিবৰ্তক ক্ৰিয়া সু-চতুৰভাৱে নিৰ্বাচিত ক্ৰিয়া নহয়। সু-চতুৰ ক্ৰিয়া জধে-মধে কৰা ক্ৰিয়াও নহয় বা বহুবাৰ পুনৰাবৃত্তি হোৱাৰ ফলত হোৱা ক্ৰিয়াও নহয়, ই একপ্ৰকাৰ প্ৰত্যক্ষভাৱে হোৱা ক্ৰিয়া। ই যান্ত্ৰিক অভ্যাস মাত্ৰ নহয়, ই সৃজনশীল শক্তি। আমি যি দেখোঁ সি আচৰণ নহয়, আমি দেখোঁ কেৱল গতি। তাক আচৰণ বুলি ধৰিবৰ বাবে আমি সমগ্ৰ শৰীৰটোৰে এটা নিজা উদ্দেশ্য আৰু ক্ৰিয়াৰ সংযোগ আছে বুলি ধৰি ল'ব লাগে। সচেতন শৰীৰী এটাই নিজক দিয়া পৰিচয়ৰ অৰ্থ এটা ব্যঞ্জনা কৰিব লাগিব। যিবিলাক জন্তুৰ গুৰু মস্তিষ্ক নাশ পাইছে, কিন্তু অন্যান্য সকলো অঙ্গ একেই আছে, সেই-বিলাকে জটিল প্ৰতিবৰ্তক ক্ৰিয়া কৰিব পাৰে; কিন্তু সপ্ৰতিবন্ধক প্ৰতিবৰ্তক ক্ৰিয়া কৰিব নোৱাৰে। সপ্ৰতিবন্ধক ক্ৰিয়া (৩৪) উদ্দেশ্যধৰ্মী যেন লাগে। মনবিহীন শৰীৰীসমূহৰ গাত থকা সাংগঠনিক আৰু নিয়ামক লক্ষণসমূহৰে উচ্চ পৰ্য্যায়ৰ প্ৰবাহ এটাই মন যদিও, মনৰ স্থিতি এটা প্ৰাথমিক সত্য। নিজা বৈশিষ্ট্য আৰু নিয়মপূৰ্ণ ই সত্যৰ এটি নতুন অৱস্থা। সচেতন শৰীৰীসমূহত যদিও কিছুমান পদাৰ্থিক ৰাসায়নিক বা প্ৰাণীসুলভ ৰূপ আছে, তথাপি নিৰ্জ্ঞান শৰীৰীবিলাকতকৈ ইয়াৰ আচৰণসমূহ পৃথক।

জেষ্টাল্ট মনোবিজ্ঞানৰ মতে অঙ্গসমূহৰ যোগফল মাত্ৰতকৈ সমগ্ৰ শৰীৰীটোত বেছি কিবা আছে, আৰু ইয়াৰ অৰ্থ হ'ল এয়ে যে চৈতন্যবোধ উদয় হোৱাৰ ফলত ক্ৰিয়াসমূহৰ মাজতো পাৰ্থক্য এটি সোমাই পৰে। সচেতন আৰু অচেতন ক্ৰিয়া-সমূহৰ মাজৰ পাৰ্থক্যৰ কাৰণ শৰীৰত তাতকৈ বেলেগ কিবা এটা বস্তু বুলি অৰ্থাৎ

(৩৪) *Mc Dougall: An outline of Psychology* (1923) Pp. 55–56.

আত্মাৰ উপস্থিতি বুলি লাহে লাহে মানুহৰ মনত ধাৰণা বদ্ধমূল হ'বলৈ ধৰিলে। মস্তিষ্ক বা Pineal glandয়েই ইয়াৰ স্থান বলিও নির্দেশ কৰা হ'ল। পর্য-বেক্ষিত ঘটনাসমূহ শৰীৰৰপৰা স্বতন্ত্ৰভাৱে স্থিত আত্মাৰ কথাৰ লগত খাপ নাখায়। জন্তুৰ মনটো তাৰ শৰীৰ নিয়ামক এটা জন্ত-শক্তি নহয়, ইয়াৰ ক্ৰিয়া-সমূহৰ সংহতিহে, আৰু সি হ'ল মানসিক। সচেতন বাস্তৱ ৰূপসমূহ শাৰীৰিক প্ৰভাৱৰদ্বাৰা নির্ধাৰিত হয়। হৃদপিণ্ডই যেতিয়া স্পন্দন কৰিবলৈ এৰে, চৈতন্যৰ তেতিয়া অৱ-সান ঘটে। তিনি-চাৰিবাৰমানো যদি 'নাইট্ৰোজেন' গভীৰভাৱে শ্বাসিত হয়, তেনে-হ'লে চৈতন্য নোহোৱা হয়। ফুচ্ফুচত পুনৰ অক্সিজেন সুমুৱাই দিলে আকৌ চৈতন্য উদয় হয়। আমি আমাৰ শৰীৰৰ অঙ্গসমূহৰ জটিল ক্ৰিয়া-কলাপৰ মাজেদি মনৰ ক্ৰিয়া বুজি পাওঁ যদিও মন আৰু শৰীৰৰ এই সম্পৰ্কৰ লক্ষণ সম্বন্ধে আমাৰ প্ৰত্যক্ষজ্ঞান নাই। কিন্তু আত্মা তাৰ শৰীৰ আৰু পৰিবেশৰপৰা স্বতন্ত্ৰ নহয়। ই হয় শৰীৰক অন্তৰ্ভুক্ত কৰি ল'ব লাগিব, নহয় শৰীৰৰে ক্ৰিয়া বিশেষ হ'ব লাগিব। জন্ত-চৈতন্যবাদৰ সত্যটো হ'ল: সচেতন আচৰণ অকল শাৰীৰিক আচৰণতকৈ প্ৰভেদ। আমাৰ শৰীৰবিদ্যাৰ জ্ঞানৰ চৰম বিকাশৰ ফলতো আমি মস্তিষ্কৰপৰা মানসিক ক্ৰিয়াসমূহ উদ্ভৱ হোৱা বুলি ক'ব নোৱাৰিম। অজীৱ কোনো এটা সংগ-ঠনতকৈ যেনেকৈ সজীৱ শৰীৰী গোট এটাৰ অঙ্গসমূহৰ মাজত পৰস্পৰ সম্পৰ্কৰ ঘনিষ্ঠতা অধিক, তেনেকৈ মনযুক্ত শৰীৰী এটায়ো অকল শৰীৰ এটাতকৈ অধিক উচ্চ পৰ্যায়ৰ আত্মনিয়ন্ত্ৰণ আৰু শাসন থকা বুজায়। জীৱন্ত শৰীৰী এটাৰ অধ্যয়নৰ-দ্বাৰাই ইয়াক বুজিব নোৱাৰি। এবিষ্টোটলে কৈছে, চকুৰ লগত দৃষ্টি বা কুঠাৰৰ লগত তাৰ কটাৰ যি সম্পৰ্ক, শৰীৰীৰ লগতো আত্মাৰ সেয়ে সম্পৰ্ক। চকুটোৰ সকলো প্ৰকাৰৰ শাৰীৰিক আৰু সাংগঠনিক প্ৰক্ৰিয়াৰ সূক্ষ্ম বিশ্লেষণৰ ফলতো দৃষ্টিশক্তিৰ কথা বজিব নোৱাৰি, আৰু কুঠাৰ এখনৰ আকৃতি-প্ৰকৃতি আদি তন্ন-তন্নকৈ কৰা পৰীক্ষাৰেও কটা ক্ৰিয়াটো বুজিব নোৱাৰি। মানুহৰ চকুৰ যেনেকৈ আচল তত্ত্ব হ'ল তাৰ দৃষ্টি, তেনেকৈ শৰীৰীটোৰো আচল তত্ত্ব হ'ল তাৰ আত্মা। আমি মনস্তত্ত্বক পদাৰ্থবিদ্যাত বা শৰীৰবিদ্যাত পেলাবগৈ নোৱাৰোঁ। চৈতন্যটো যদিও প্ৰাণময় বা জৈৱিকৰপৰাই উৎপত্তি বা আবিভূত হৈছে, ই ঠিক যি প্ৰাণীৰ-পৰা উৎপত্তি হৈছে, তাৰদ্বাৰেই বাস্তৱ আৰু প্ৰাণময় বস্তুসমূহতকৈ বেলেগ বস্তু কিছুমানৰ লগত পৰস্পৰ সংঘাত থকা বুজায়।

পৰিবেশটো সচেতন শৰীৰীৰ লগত সম্পৰ্ক ৰহিত নহয়। ই সিহঁতৰেইহে বস্তু। ইহঁত বাস কৰা জগতখন পদাৰ্থ জগত নহয়। ব্যষ্টিসমূহ আৰু পৰিবেশ লগ লাগিহে এক সমগ্ৰতা গঠন কৰে। ব্যষ্টিসমূহ অন্যৰ মাজতেই থাকে, আৰু সিহঁতৰ লগতেই জীৱন-যুদ্ধ কৰে।

পদাৰ্থ জগতৰ কাৰ্য-কাৰণ সম্বন্ধ আৰু সৃষ্টি-ধৰ্ম প্ৰাণী জগতৰ উত্তৰাধিকাৰী-সূত্ৰে হোৱা গুণ আহৰণ আৰু পৰিবৰ্তনৰ লগত মিলাকৈ আমি এই স্তৰত পাওঁ হৰ্মি (T. P. Nunn) আৰু নিমী (Semon). আৰু ইহঁত মানৱ স্তৰৰ ইচ্ছাবৃত্তি আৰু স্মৃতিৰ লগত মিলে। ক্ৰিয়াৰ নতুন নতুন লক্ষণৰ উৎপত্তি, পাৰ্থক্যবোধৰ নতুন প্ৰণালী, সকলো হৰ্মিক প্ৰৱণতাৰ ফল। বিভিন্ন পৰিবৰ্তিত পৰিবেশৰ অন্ত-স্থাত শৰীৰীসমূহে উত্তৰাধিকাৰীসূত্ৰে লাভ কৰা জাতিগত বৈশিষ্ট্যৰযে পৰিবৰ্তন ঘটে, এই মত এই স্তৰত বহুতৰ সমৰ্থনযোগ্য হয়।

## সপ্তম অধ্যায়

# মানৱ-ব্যক্তিত্ব আৰু ইয়াৰ ভৱিষ্যৎ

আত্ম-চৈতন্য আৰু চৈতন্য—আচৰণবাদ; মনঃ-সমীক্ষণ আৰু জেষ্টাল্ট থিয়ৰি—আত্মা, এক সংহত সমগ্রতা—বিষয়ী ৰূপে আত্মা—পৰিৱেশ ৰূপে আত্মা—কৰ্ম আৰু স্বতন্ত্রতা—পৰজীৱন—ব্যক্তিগত অমৰত্ব—সোপাধিক অমৰত্ব—পুনৰ্জন্ম—আধ্যাত্মিক সত্য—মুক্তি আৰু তাৰ লক্ষণ।

### আত্ম-চৈতন্য

আত্ম-সচেতন জীৱসমূহত অকল পাদাৰ্থিক বা প্ৰাণময় বা অকল সচেতন বস্তুসমূহতকৈ সম্পূৰ্ণ পৃথক এক ৰূপ আমি দেখিবলৈ পাওঁ। চিন্তাধৰ্মী মন কেঁচুৱাৰ বা জন্তুৰ চিন্তাশূন্য মনতকৈ বেলেগ। সাধাৰণ মানুহে যেতিয়া কয় যে, তেওঁলোকক বান্দৰৰ শ্ৰেণী বুলি ভুল কৰা অনুচিত, তেতিয়া প্ৰকৃততে তেওঁলোকে এই কথাকেহে সাব্যস্ত কৰে যে যিমান আদিম মানুহেই নহওক লাগিলে, তথাপি তেওঁলোক নিশ্চিতভাৱে মানুহেই। হাজাৰ হাজাৰ বছৰ ধৰি মানুহ এই পৃথিৱীত আছে। জাভাত পিথেকেন-থ্ৰপাচ আৰু পিল্ট ডাউনত ইয়ন্-থ্ৰপাচৰ কঙ্কাল খান্দি পোৱা হৈছিল। সিহঁত যিমানেই আশ্চৰ্য ৰকমৰ বা জন্তু যেন নহওক, তথাপি সিহঁত স্পষ্টভাৱেই মানুহ আছিল। সিহঁতে হাথিয়াৰ-পাতিযে অকল ব্যৱহাৰেই কৰিছিল এনে নহয়, নিজৰ ব্যৱহাৰ-উপযোগী হাথিয়াৰ-পাতি তৈয়াৰো কৰিছিল। সিহঁতৰো যুক্তি আছিল আৰু সেই যুক্তি সহজ জ্ঞানতকৈ সম্পূৰ্ণ পৃথক আছিল; সেই সহজ জ্ঞান লাগিলে যিমানেই উচ্চ পৰ্যায়ৰ নহওক, মানৱ মনৰ চিন্তাৰ ক্ষমতা আৰু স্বতন্ত্ৰ আৱিষ্কাৰ শক্তি, জন্তু-জগতৰ সহজ-বৃত্তিৰ জটিল ৰূপেই মাত্ৰ নহয়। ই হ'ল আত্মসচেতন বুদ্ধিৰ সাৱৰত্তা আৰু পৰিৱেশ অনুযায়ী ই আগ-পিচ চাই-চিন্তি ক্ৰিয়াৰ পৰিৱৰ্তন সাধন কৰি থাকিব পাৰে। সহজ প্ৰবৃত্তিয়ে ইয়াৰ এটাও কৰিব নোৱাৰে। আমি যেতিয়া জন্তু-জগতৰপৰা মানৱ-জগতলৈ চাওঁ, তেতিয়া তাত এক ক্ৰমাগত উৎকৰ্ষ নেদেখি; আমি হঠাৎ ক্ৰম-ভঙ্গহে দেখোঁ, অভিজ্ঞতাৰ এক নতুন ক্ষেত্ৰত আমি যেন জাপ মাৰি পৰোঁ। মানুহে প্ৰকৃতিৰ ওপৰত প্ৰভুত্ব কৰিব পাৰে। মানুহেহে আজি জগতখনৰ মালিক হৈ পৰিছে, ইয়াৰ কাৰণ মানুহৰ শাৰীৰিক শক্তি

আধিক্য বা গতিবেগৰ ক্ষিপ্রতা বা অন্যান্য জন্তুতকৈ সহজ বৃত্তিৰ তীক্ষ্ণতা নহয়। ইয়াৰ কাৰণ হ'ল মানুহৰ বুদ্ধি, ইয়াৰ ফলত মানুহে নতুন আৰু পৰিৱৰ্তিত অৱস্থাৰ মাজতো নিজক খাপ-খুৱাই ল'ব পাৰে। পাচকালে কৈছে যে, যি অতি সামান্যতম মানুহ এটায়ো তাক পিহি পেলোৱা বুলি জানে, সেই মানুহটো তাক পিহি পেলোৱা জ্ঞানহীন পদাৰ্থ পিণ্ডটোতকৈ অনন্তগুণে ওপৰত। জ্ঞানেই হ'ল মানৱ-চৈতন্যৰ বৈশিষ্ট্য, আৰু ই এক চৰম গুণ, ইয়াক অন্য একোৰেপৰাই আহৰণ কৰি লোৱা গুণ নহয়। আমি হয়তো জ্ঞানৰ বিষয়-বস্তু বৰ্ণনা কৰিব পাৰোঁ, আৰু নানান ধৰণে বিশ্লেষণো কৰিব পাৰোঁ। কিন্তু জ্ঞানযে কিয় হ'ল, তাক আমি কেতিয়াও ক'ব নোৱাৰোঁ।

অৱশ্যে মানুহ একেবাৰেই সম্পূৰ্ণ বেলেগ আৰু অদ্ভুত জীৱ এটা নহয়। মানুহৰ নিজৰ অঙ্গ-প্রত্যঙ্গতে, দুৰ্বল শৰীৰ, সীমিত জীৱন আৰু সীমাবদ্ধ মনৰ মাজতে, তাৰ নিজ উৎপত্তিৰ লক্ষণসমূহ লুকাই আছে। মানুহে প্রাকৃতিক, প্রাণময় আৰু জন্তু-জীৱনৰপৰা উদ্‌গতি লাভ কৰি মানৱত্বৰ এই শক্তিশালী অৱস্থা পাইছে। তেওঁ সমগ্র বিশ্ব-প্রকৃতিৰ অংশ বিশেষ, প্রকৃতিৰ চলন্ত সৃষ্টিৰ মাজত গঢ়ি তোলা এটি বিশিষ্ট ৰূপ। পশু যেনেকৈ মানুহৰপৰা পতিত হোৱা জন্তু এটা নহয়, মানুহো তেনেকৈ জন্তুৰপৰা উন্নত ৰূপ লাভ কৰা জীৱ মাত্র নহয়। দুয়োটাৰ মাজত সাগৰ সদৃশ প্রভেদ। কোনো প্রকাৰৰ বৈজ্ঞানিক পৰ্যবেক্ষণেই এই আচৰিত পৰিবৰ্তনৰ কোনো হেতু দিব পৰা নাই।

মাজে মাজে মানুহক পশুৰ শাৰীলৈ নমাবৰ কাৰণে বহুতো যত্ন কৰা হৈছে। আচৰণবাদী মনস্তত্ত্বই ধৰি লৈছে যে প্রাকৃতিক বিজ্ঞানসমূহে চৰ্চা কৰা ঘটনাৰ দৰেই মানুহৰ আচৰণকো চৰ্চা কৰিব পাৰি। বিজ্ঞান হিচাপে ধৰিলে মনস্তত্ত্ব প্রত্যক্ষ-পৰীক্ষামূলক পৰ্যবেক্ষণতে আৱদ্ধ থকা উচিত। ব্যক্তিগত অভিজ্ঞতা, মূল্য আৰু উদ্দেশ্যৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই।

মানৱ ক্ষেত্রত প্রয়োগৰদ্বাৰাই আচৰণবাদৰ অসম্পূৰ্ণতা ভালকৈ বুজিব পাৰি। মানৱৰ আচৰণক প্রতিবৰ্তক ক্রিয়ালৈ ৰূপান্তৰিত কৰা মানে সত্যৰ অপলাপ কৰা। আত্ম-সমীক্ষণৰদ্বাৰা লাভ কৰা তথ্যসমূহ (আত্মদৰ্শন) মনস্তত্ত্ব বিজ্ঞানৰ কাৰণে উপযোগী। ভিতৰৰপৰা দেখা শৰীৰটো বাহিৰৰপৰা দেখা শৰীৰটোতকৈ বেলেগ। আমাৰ বাহিৰৰ আচৰণসমূহৰ পৰ্যবেক্ষণৰদ্বাৰা ভিলেৰি লাভ কৰি থকা ব্যক্তিগত অভিজ্ঞতাসমূহ প্রকাশিত নহয়। এই পিচৰ অভিজ্ঞতাবোৰ অব্যৱহিত আৰু ইয়াক কোনো মাধ্যম নহ'লে আনলৈ পঠিয়াব নোৱাৰি। যদিও প্রত্যেকটো শৰীৰীয়েই নিজৰ স্বাস্থ্য আৰু সমগ্রতা ৰক্ষা কৰিব খোজে আৰু নিজৰ পূৰ্ণতা লাভৰ হেতুকে নিজ অঙ্গ-প্রত্যঙ্গসমূহৰ সু-সংহতি ৰক্ষাৰ হকে যত্ন কৰে, তথাপি মানুহেইহে অকল নিজ ইচ্ছা আৰু প্রচেষ্টাৰদ্বাৰা এনে কাম কৰিব পাৰে। প্রকৃতিৰ অন্যান্য বস্তুবে

স্বাভাৱিকৰূপে যি গুণ লাভ কৰে, মানুহে তাক লাভ কৰিব লগা হয় নিজ শক্তি আৰু প্ৰচেষ্টাৰদ্বাৰা। সপ্ৰতিবন্ধ প্ৰতিবৰ্তক থিয়ৰিৰদ্বাৰা সু-চতুৰ আচৰণৰ ব্যাখ্যা সম্ভৱপৰ নহয়।(১) আচৰণবাদীৰ মত সঁচা হ'ব লাগিলে মানুহ স্বতন্ত্ৰতাহীন বা মৰ্যাদাহীনভাৱে পৰিৱেশৰ দাস হ'লহেঁতেন। মানুহে তেতিয়া প্ৰতিবন্ধক হওক আৰু অপ্ৰতিবন্ধক হওক, বিভিন্ন অৱস্থাৰ প্ৰতিবৰ্তক ক্ৰিয়া অনুযায়ী স্বয়ংক্ৰিয়ভাৱে কাম কৰিলেহেঁতেন। যত্ন আৰু দুখ-ভোগ, আত্ম-সংযম আৰু আত্মোন্নতিৰদ্বাৰা সচেতনভাৱে নিজৰ উদ্‌গতি সাধন কৰা কথা তেতিয়া নিৰৰ্থক হ'লহেঁতেন। তেতিয়া মোনা এটাত এক ফাউন্ট আখৰ লৈ জোকাৰি দিয়া হ'লেই ওৱাট্‌চনৰ 'Behaviourism' কিতাপখন হৈ পৰিলেহেঁতেন, অৱশ্যে সময় লাগিলহেঁতেন অনন্ত। এনে এটা মতৰ ফলত মনৰ কথা নিৰৰ্থক হৈ পৰে আৰু ইয়াৰ সত্যতা মূঢ়তাত পৰিণত হয়। পৰ্বতৰ ওখ টিঙৰপৰা শিল এটা বাগৰি তললৈ অহাৰ দৰেই যদি মানুহৰ চিন্তাও হ'লহেঁতেন, তেনেহ'লে সেই চিন্তা সম্পূৰ্ণ নিধাৰিত হ'লহেঁতেন, আৰু তাক সঁচা বা মিছা বোলাৰ কোনো যুক্তি নাথাকিলহেঁতেন।

মনঃসমীক্ষণত আমি সম্পূৰ্ণ বেলেগ কথা এটা পাওঁ ; ইয়াত মানসিক ক্ৰিয়াসমূহক কাৰণিক বুলি ধৰা হয় আৰু শাৰীৰিক আচৰণক ব্যক্তিগত বুৰঞ্জীৰ ঘটনাৰে বুজাবৰ চেষ্টা কৰা হয়। মানহ এজনক অকল বস্তুগতভাৱে বুজিব খুজিলেই যথেষ্ট নহয়; আমি তেওঁৰ স্বপ্ন আৰু অনুষঙ্গ সম্বন্ধে জেৰা কৰি কথাবোৰ উলিয়াই ল'ব লাগিব। আমাৰ মনৰ অধিক অঞ্চল আমাৰপৰা লুকাই থাকে। ই পোত খাই বা দমিত হৈ থাকে যদিও আমাৰ সজাগ চৈতন্যত প্ৰভাৱ-বিস্তাৰ কৰে। মনস্তাত্ত্বিকৰ 'নিৰ্জ্ঞান' কথাটোক আচৰণবাদীৰ 'প্ৰাণীমূলক' বুলি একাৰ্থক হিচাপে ল'ব নোৱাৰি। মনঃসমীক্ষকৰ মতে নিৰ্জ্ঞান আৰু সজ্ঞান দুয়োটাই একেটা গোটৰ বিভিন্ন অঙ্গ মাত্ৰ।

আচৰণবাদী আৰু মনঃসমীক্ষকসকলে শৰীৰ আৰু মনক বিভিন্ন বস্তু বুলি জ্ঞান কৰে; কিন্তু জেষ্টাল্ট থিয়ৰিৰ সমৰ্থকসকলে মন আৰু শৰীৰক একেটা বুলি ধৰি লয়। তেওঁলোকে মনোশৰীৰ ক্ষেত্ৰৰ ৰূপ বা প্ৰতিকৃতিৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰে। দৰাচলতে ক'ব লাগিলে সমগ্ৰতা মাত্ৰ এটাহে, আৰু সেয়ে হ'ল

(১) অধ্যাপক পেৰলবে লিখিছে : "মস্তিষ্কাৱৰণৰ শৰীৰবিদ্যা প্ৰকাশক এই প্ৰথম পৰ্যায়সমূহকে মানুহৰ মানসিক উচ্চ ক্ৰিয়াসমূহৰ জটিল সমস্যা সমাধানকাৰী কথা বুলি ভবাটো অতিশয় প্ৰকল্পিত অনুমান হ'ব। প্ৰকৃতপক্ষে আমাৰ গৱেষণাৰ এই প্ৰথম স্তৰত মানুহৰ ক্ষেত্ৰত এই কথাবোৰ এতিয়াও বিতংকৈ খটুৱাবলৈ দিব নোৱাৰি এথোন।" *Behaviorism : A Symposium*, ed. by King (1930), **Pp. 40.**

সত্তাৰ সম্পূর্ণতা। আমাৰ ব্যৱহাৰিক জীৱনৰ সুবিধাৰ হকে আমি বিভিন্ন মাত্ৰাৰ পূর্ণতাক বেলেগ বেলেগ গোট বুলি ধৰি লওঁ। আমি যদি খোজ কঢ়াৰ কথাটোকে ধৰোঁ, আমি অকল এই শৰীৰটোৰ বিভিন্ন প্ৰকৃতিৰ আৰু তাৰ লগত ক্ৰিয়া প্ৰতি-ক্ৰিয়া কৰি থকা জগতখনৰ প্ৰকৃতি জানিলেই তাক বুজাব নোৱাৰোঁ। আমি পানীত খোজ কাঢ়িব নোৱাৰোঁ, তথাপিও ব্যৱহাৰিক সুবিধাৰ কাৰণে আমি আমাৰ আত্মাক এক বিৰাট সমগ্ৰতাৰ মাজত ক্ৰিয়া কৰি থকা এটা প্ৰণালী বা ৰূপ বুলি ধৰি লওঁ। মনস্তাত্ত্বিক পূর্ণতাক আমি আত্মা আৰু তাৰ পৰিবেশ বুলি দুটা অংশত প্ৰভেদ কৰি লওঁ। মনস্তত্ত্বই আত্মাৰ প্ৰকৃতিৰ অধ্যয়ন কৰে, আপেক্ষিক অর্থত চাবলৈ গ'লে সিও এক সমগ্ৰতা। মানৱ ব্যক্তি এটি ভূতৰ লগত শৰীৰ এটা যোগ দিয়া (এপিফেনোমেনালিষ্টচ্) আত্মাটোৰ লগত স্বয়ংক্ৰিয় যন্ত্ৰ এটি (ডেকার্ট) যোগ দিয়াই নহয়। ই এক সম্পূর্ণ গোট এটা হিচাপে ক্ৰিয়া কৰে, বিচ্ছিন্ন অংশেৰে নকৰে।

পাৰমাণৱিক মনস্তত্ত্বই চৈতন্যৰ সোঁতক বিভিন্ন খণ্ডত বিশ্লেষণ কৰিছিল আৰু এই সোঁতৰ কাৰণ বিভিন্ন খণ্ডসমূহৰ পাৰস্পৰিক ক্ৰিয়া বুলি অভিহিত কৰিছিল, সেই মত আজি অপ্ৰচলিত হৈ পৰিল। আমাৰ শাৰীৰিক অৱস্থাই এনে মতৰ বিৰোধী। আমাৰ মস্তিষ্কৰ ক্ৰিয়াক বিভিন্ন অঞ্চলত উৎপত্তি হোৱা মস্তিষ্কৰ প্ৰাথমিক খণ্ড কিছুমানত ভাগ কৰি পেলাব নোৱাৰি। আমাৰ শৰীৰৰ যিকোনো ক্ৰিয়াতেই মস্তি-ষ্কৰ যি বিশিষ্ট প্ৰক্ৰিয়াৰ উৎপত্তি হয়, সি সমগ্ৰ প্ৰক্ৰিয়াৰ এক ৰূপ মাত্ৰ, সি সম্পূর্ণ আৰু ক্ষেত্ৰৰ এক বৈশিষ্ট্য, বিভিন্ন ক্ষেত্ৰত উৎপত্তি হোৱা বিভিন্ন প্ৰক্ৰিয়াৰ সংমি-শ্ৰণ মাত্ৰ নহয়। জেষ্টাল্ট মনস্তত্ত্বই চৈতন্যৰ সোঁতক বিভিন্ন অংশৰ যোগফল মাত্ৰ বুলি নাভাবে। প্ৰত্যেকটো প্ৰভেদ কৰিব পৰা অংশই নির্ধাৰণ কৰা ক্ৰিয়াৰ এক সংস্কাৰ আৰু ই নির্ধাৰিত হয় সমগ্ৰটোৰ প্ৰকৃতিৰদ্বাৰা। চিন্তা আৰু তাৰ সম্পর্ক-সমূহ বশৱৰ্তী অঙ্গসমূহৰ একত্ৰিত সমগ্ৰতা, বিভিন্ন স্বতন্ত্ৰ খণ্ডসমূহৰ যান্ত্ৰিক যোগফল নহয়। আত্মা এনে এক অখণ্ডতা যে সি বশৱৰ্তী অঙ্গসমূহৰ যোগফলতকৈ অধিক। (২) ই এক সক্ৰিয় জীৱন্ত সমগ্ৰতা, বিৱর্তনবাদৰ শেহতীয়া পদ শৰীৰ-মন।

---

(২) আচৰণবাদো মনৰ আণৱিক দৃষ্টি-ভঙ্গীৰ বিৰোধী। তুঃক: ৰাট্চন: "মই ইয়াকে কৈ পাতনি মেলিব খুজিছোঁ যে, আচৰণবাদীৰ মতে মানুহ মুঠতে পশু। মানুহে যেতিয়া প্ৰতিক্ৰিয়া কৰে, তেওঁ তেতিয়া তেওঁৰ শৰীৰৰ প্ৰত্যেকটো অঙ্গেৰেই প্ৰতিক্ৰিয়া কৰে।"

*The Nursery and Instinct: The Psychologies of* 1925 (1925.) Pp.2

# সংগঠিত গোট হিচাপে আত্মা

মানৱাত্মা গোটেই জগত প্ৰকৃতিৰ এক বিৱৰ্তিত ৰূপ, আৰু এই প্ৰক্ৰিয়াতকৈ বেলেগ কিবা প্ৰকাৰৰ বস্তু এটা নহয়। কোনো এটা প্ৰতিকৃতি একে হৈ চলি থকা মানেই সেই বস্তুটোৰ বা সত্তাৰ ঐক্য বুজায়। যদিও শৰীৰৰ প্ৰত্যেকটো সাধন বস্তুৰেই পৰিৱৰ্তন হৈ আছে, তথাপি সংগঠিত ফল এটা হিচাপে শৰীৰটো সদায় আছেই। মানৱ সত্তাৰ ক্ষেত্ৰতো এই কথা খাটে; ইও বিভিন্ন অঙ্গসমূহৰ এক চলমান সংগঠন। ইয়াৰ বহুতো অংশ অস্থায়ী হ'লেও ইয়াৰ সাংগঠনিক ৰূপ ৰক্ষিত হৈ থাকে।

চিন্তাৰ বুৰঞ্জীত ব্যক্তি-সত্তাক পদাৰ্থ বস্তুৰ উপমাৰদ্বাৰাই বুজাবৰ চেষ্টা কৰা হয়। ইয়াৰ এনে এটি পৰম সত্তা আছে, যিটো ইয়াৰ সকলো গুণৰ বা অৱস্থাৰ পৰিবৰ্তন সত্ত্বেও সদায় একে থাকে। ইয়াক নিজৰ দৰেই কিবা এটা সৰল বুলি ধৰা হয় আৰু ইয়াৰ আনুষঙ্গিক অভিজ্ঞতাসমূহতকৈ ইয়াক পৃথক কৰি লোৱা হয়। পাশ্চাত্য দৰ্শনত আত্মাৰ অবিভেদ্যতা আৰু অমৰত্বৰ ধাৰণা যাইকৈ প্লেটোৰ দান। আত্মাটো সংহত বস্তু-সমষ্টি নহয় গতিকে ইয়াৰ বিভাজনো অসম্ভৱ। পণ্ডিত-সকলে আত্মাৰ এই সৰলতা আৰু ঐক্যৰ ওপৰতে ভিত্তি কৰি ইয়াৰ অবিনাশিত্ব আৰু অমৰত্ব প্ৰমাণ কৰিব খোজে। ডেকাৰ্টে আত্মাক এক চিন্তা কৰা বস্তু বুলি ধৰি প্ৰাচীন সূত্ৰটিক পুনৰ উজ্জীৱিত কৰিলে। এই মত গ্ৰহণ কৰা সকলে ব্যক্তিগত ঐক্য আৰু অমৰত্বৰ কথাও ইয়েই প্ৰমাণ কৰিব পাৰে বুলি কয়।

বাস্তৱতা বা সত্য সকলো ঠাইতে জটিল। আনকি পৰমাণুৰ ক্ষেত্ৰতো ই জটিল। সত্য হিচাপে আত্মা সৰল নহ'লেও হয়। লকে স্বীকাৰ কৰিছে যে 'সৰল বস্তু এটা ইয়াৰ বাহ্যিক প্ৰকাশতকৈ সম্পূৰ্ণ পৃথক, তাৰ অন্তৰালত লুকাই থকা কিবা এটা, তাক মই নাজানো।' আত্মাক তাৰ সমগ্ৰ পূৰক বস্তুৰ এক অনিৰ্বচনীয় ৰূপে অতিক্ৰমি যোৱা সত্তা বা বস্তুৰ প্ৰকাশ বুলি কৰা ধাৰণাৰ বিৰুদ্ধে হিউমে দিয়া যুক্তি আজিও সত্য। এনে বস্তু এটা অপৰ্যবেক্ষণীয় আৰু এনে বস্তু এটা যে আছে, তাৰো কোনো প্ৰমাণ নাই। কান্টে কয় যে, এই ধাৰণাটোৱেই আত্ম-বিৰোধী, কাৰণ আমি জানিব পৰা বিষয় হ'ল আত্মাৰ কোনো বিষয়হে, আমি আত্মাটোক জানিব নোৱাৰোঁ, আত্মাটো যদি অবিনাশী পাৰমাণৱিক লক্ষণৰ হয়, তেনেহ'লে ইয়াৰ স্থিতিৰেই কোনো মূল্য নাথাকিব, নিত্যতাৰতো আৰু নাথাকিব। আত্মাৰ এনে কোনো অংশ নাই, যি চিৰকালেই স্বকীয় ৰূপ ৰক্ষা কৰি থাকে। শৰীৰ প্ৰতি মুহূৰ্তেই পৰিবৰ্তিত হ'ব ধৰিছে। অবিৰাম নাশপ্ৰাপ্ত হৈ থকা বস্তুক মেৰামতিৰদ্বাৰা ভাল কৰি থকা হৈছে। চিন্তা আৰু আৱেগো প্ৰতিক্ষণে সলনি

হ'বলৈ ধৰিছে। আত্মাৰ ব্যক্তিত এনে কোনো বাস্তৱ বস্তু নাই, যিটো উৎপাদিত নহয় আৰু যিটো বিনাশপ্ৰাপ্ত নহয় ; এনে কোনো বস্তু নাই, যিটো পৰিবৰ্তন নোহোৱাকৈ থাকিব পাৰে। আমাৰ আত্মত্বৰ বৈশিষ্ট্য অকল ইয়াৰ সৰলতাৰ ওপৰত নিৰ্ভৰ নকৰে; কৰে ইয়াৰ পূৰক বস্তুসমূহৰ বৈশিষ্ট্যপূৰ্ণ সংগঠনৰ ওপৰত ।

কেতিয়াবা কেতিয়াবা আত্মাক মনৰ অৱস্থাৰ অনুক্ৰম মাত্ৰ বুলি ভুল কৰা হয়। আত্মাক অপৰিবৰ্তনীয় সত্তা আৰু ই প্ৰত্যেক মুহূৰ্ত্তেই সম্পূৰ্ণ পৰিবৰ্ত্তিত হৈ থকা বুলি কৰা এই দুয়োটা ধাৰণাৰেই বুদ্ধই বিৰোধিতা কৰিছিল । বুদ্ধই মধ্যৱৰ্ত্তী অৱস্থা এটা গ্ৰহণ কৰিছিল যে অতীতক কাৰণ স্বৰূপে লৈ আত্মাৰ উৎপত্তি ঘটিছে। (৩) ই হ'ল পৰিবেশিক অৱস্থাসমূহৰ লগত হোৱা প্ৰতিক্ৰিয়া। ই এক সংযুক্ত গোট, ইয়াৰ অংশসমূহে একত্ৰিতভাৱে কাম কৰে । অতি আদিম মানুহেও এক ঐক্য হিচাপেই জগতখনক গ্ৰহণ কৰে । আত্মা কিছুমান মানসিক অৱস্থাৰ সংগ্ৰহ এটা মাত্ৰ নহয়, ইয়াৰ বৈশিষ্ট্য ইয়াৰ সংহতিত । ই এক সমগ্ৰ গোট হিচাপে সক্ৰিয় এক সংহতি । জেন্টাইলে ভবাৰ দৰে, যিখন জগতত মনে নিজৰ পৰিবেশ নিজে সৃষ্টি কৰি লয় আৰু যাক কোনো বাহ্যিক ঘটনাই প্ৰভাৱান্বিত কৰিব নোৱাৰে, তেনে নিজা জগত এখনৰ মাজতে ইয়াৰ ক্ৰিয়াসমূহ আৱদ্ধ নহয়। আত্মা এটা ডাঠ খোলাৰ ভিতৰত আৱদ্ধ নহয় । ই প্ৰতি মুহূৰ্ত্তেই পৰিবেশৰ লগত ক্ৰিয়া-প্ৰতিক্ৰিয়া কৰি আছে।

অৱশ্যে আমাৰ সংহতিৰ মাত্ৰাৰ হীন-দেঢ়ি আছে। নিম্নস্তৰৰ জন্তুসমূহ তাৰ নিকটতম পৰিবেশৰ মাজত মাত্ৰ জড়িত, সেইদেখি সিহঁতৰ মাজত সহজ প্ৰবৃত্তি-জাত ঐক্য এটা থাকিলেও মানৱ-আত্মাৰ ক্ষেত্ৰত থকা ঐক্য আৰু সংহতিৰ লক্ষণ তাত দেখা নাযায়। মানৱস্তৰত সংহতি অকল বাহ্যিক নহয় ; প্ৰতীকৰ ব্যৱহাৰ আৰু অভিজ্ঞতাৰ বিষয়ে কৰিব পৰা চিন্তাৰ জৰিয়তে এক উচ্চ পৰ্যায়ৰ সংশ্লেষণ মানৱস্তৰত সম্ভৱপৰ হয় । জন্তু-ক্ষেত্ৰৰ সহজাত পশু-আচৰণ বৃত্তিসমূহ আত্মাৰ ক্ষেত্ৰত যুক্তি-সম্পন্ন নিৰ্দ্ধাৰণত পৰিণত হয়গৈ । মানৱ-সত্তাই অতীতক ৰক্ষা কৰি তাক বৰ্তমানৰ লগত সংযুক্ত কৰি ভৱিষ্যতলৈ অগ্ৰসৰ হ'ব পাৰে । প্লেটোৰ মতে মানৱ আত্মাত তিনি ৰকমৰ ক্ৰিয়া দেখা যায়: ক্ষুধা-তৃষ্ণা আৰু আকাঙ্ক্ষা (কামনা), অনুভূতিমূলক প্ৰতিক্ৰিয়া আৰু বৌদ্ধিক আদৰ্শ। এই শেহৰটোৱেই আমাৰ অভিজ্ঞতাসমূহক কম-বেছি পৰিমাণে স্থায়ী ঐক্য ৰূপত সংহত কৰে । আমি প্ৰত্যেকেই আমাৰ জীৱন এক প্ৰধান উদ্দেশ্যৰদ্বাৰা প্ৰণোদিত কৰি চলাব খোজোঁ, বাকী সকলোবিলাককেই তাৰ বশীভূত কৰি পেলাওঁ। আমাৰ এই বাছনিয়ে আমাৰ

(৩) সংযুক্ত নিকায় ii, ২০; তু/ক: বিশুদ্ধি মাগ গ ১৭শ অধ্যায়।

আত্মাৰ উদ্‌গতিৰ পৰিসৰ নিৰ্দিষ্ট কৰি দিয়ে। আত্মা হ'ল এক উদ্দেশ্যধৰ্মী ঐক্য, আৰু ইয়েই মাত্ৰ বাস্তৱ, ব্যস্ত সক্ৰিয় আৰু গতিশীল আত্মাৰ ক্ষেত্ৰত অপৰিৱৰ্তিত বস্তু। প্ৰত্যেক আত্মাৰে নিজৰ জীৱনৰ আদৰ্শ আছে, একোটা প্ৰধান উদ্দেশ্য আছে। 'মানুহ নিজৰ কামনাৰদ্বাৰা গঠিত।' (৪) এই সকলোবিলাক পৰিৱৰ্তনৰ মাজতো কিছুমান অপৰিৱৰ্তনীয় আৰু বৈশিষ্ট্যপূৰ্ণ লক্ষণ থাকি যায়। কাল অতিবাহিত হোৱাৰ লগে লগে যেনেকৈ সুৰৰ এক ঐক্যৰ ঝঙ্কাৰ বৈ যায়, তেনেকৈ আদৰ্শ লাভৰ পথত বিভিন্ন স্তৰৰ মাজেদি আত্মাৰো এই ঐক্যবোধ উপলব্ধ হয়।

বৰ্তমান সত্তা এটাৰ কোনো এক অৱস্থাৰ ৰূপকেই আমি ব্যক্তি বোলোঁ। আমি যেতিয়া কোনো এজন ব্যক্তিৰ গাত কোনো এক বিশেষ কালত কিছুমান ধৰিব পৰা লক্ষণ দেখি থাকোঁ, তেতিয়ালৈকে তেওঁক এক ব্যক্তি বুলি কওঁ। সেই ব্যক্তিৰ পূৰকসমূহৰ সংহতিত এনে কিছুমান বিশিষ্ট লক্ষণ থাকে যে, সেয়ে সেই ব্যক্তিজনৰ ঐক্য সাধন কৰে। সমগ্ৰ গোটটো অংশসমূহৰ যোগফলতকৈ যিহেতু অধিক, সেইকাৰণে সেই গোটটোৱেই তাৰ অংশসমূহৰ প্ৰকৃতি আৰু ক্ৰিয়া নিৰ্ধাৰণ কৰি দিয়ে। ব্যক্তিৰ এই বৈশিষ্ট্য আনকি বুঢ়া আঙুলিৰ টিপটোতো ধৰা পৰে, ইয়াৰ প্ৰমাণ দাগী আচামীৰ ক্ষেত্ৰতেই পোৱা যায়।

প্ৰকৃতপক্ষে তেনেহ'লে ব্যক্তিত্ব মাত্ৰ এটা মুখা। আমাৰ জীৱন-নাটৰ অভিনয়ৰ ই এটি দৃশ্য মাত্ৰ, আমাৰ প্ৰকৃতিত সাগৰৰ তলিৰ অসম্পূৰ্ণ বাহ্যিক প্ৰকাশ মাত্ৰ। জগতখনলৈ প্ৰত্যেকেই নিজৰ দৃষ্টি-ভঙ্গীৰে চাই পঠিয়ায়। মানসিক অৱস্থাসমূহ বিভিন্ন ৰূপত এক পৰ্যায়ভুক্ত কৰিব পাৰি, আৰু যেতিয়ালৈকে এই ৰূপসমূহ এক গোটত গ্ৰথিত হৈ থাকে, তেতিয়ালৈকে আমি পাওঁ এক আত্মা। বহু ব্যক্তিত্বৰ ৰূপে এইটোকে বুজায় যে বিভিন্ন সময়ত বা একে সময়তে আমাৰ চৈতন্য হৰণৰদ্বাৰা বা গতি বিচ্ছিন্ন হোৱাৰপৰা আমাৰ আত্মাৰ বিভিন্ন ধাৰণা হ'ব পাৰে। অভিজ্ঞতাসমূহ যদি যথাযথভাৱে সুসংহত নহয়, আমাৰ আত্মত্বও শিথিল হ'ব পাৰে, আৰু ফলত আমাৰ আচৰণৰ পৰস্পৰ সম্বন্ধ বিহীন ভাগত বিভাজিত হ'ব পাৰে আৰু সেয়েই আমাৰ বস্তু-সত্তাৰ কাৰণ হয়।

---

(৪) কামময়ম্ এৱায়ম্ পুৰুষঃ (বৃহঃ উপঃ *iv.*—45).

# বিষয়ী স্বৰূপে আত্মা

সংগঠিত সমগ্ৰতা হিচাপে ধৰা আত্মাক বিষয়ী হিচাপে লোৱা আত্মাৰ লগত প্ৰভেদ কৰিব লাগিব। আগৰটো হ'ল মনোবিজ্ঞানৰ বিষয় আৰু দ্বিতীয়টো তত্ত্ব দৰ্শনৰ। আমাৰ সমগ্ৰ অভিজ্ঞতাতে অভিজ্ঞতা পোৱা বিষয়ী আৰু অভিজ্ঞতাৰ বিষয়বস্তুৰ দ্বৈতবোধ আছেই। অভিজ্ঞতাৰ বিষয়ী প্ৰত্যেক মুহূৰ্তৰ অভিজ্ঞতাৰ-পৰা স্পষ্টভাৱে পৃথক বুলি ধৰা হয়। ই পৰ্যৱসিত আধাৰ, যাৰ ফলত জ্ঞান, অভিজ্ঞান আৰু স্মৃতি সম্ভৱপৰ হয়। সকলো প্ৰকাৰৰ ব্যাখ্যাৰ নীতিৰ কাৰণে এই আধাৰ যিমানেই লাগতিয়াল নহওক, মনোবিজ্ঞানে এই বিষয়ে আমাক একো নকয়।

অভিজ্ঞতাৰ শ্ৰেণী, শ্ৰেণী হিচাপে নিজে নিজে আত্ম-সচেতন বুলি মাজে মাজে তৰ্কৰ অৱতাৰণা কৰা হয়। প্ৰত্যেকটো বিষয়ৰ জ্ঞানৰ ক্ষেত্ৰতে সমগ্ৰ শ্ৰেণীয়েই প্ৰযোজিত হয়, আৰু তাক বুজা কঠিন। হিউমে বিষয়ীক বিষয়লৈ ৰূপান্তৰিত কৰি ধৰিছে আৰু আত্মাক কিছুমান সচেতন ঘটনাৰ যোজা আৰু পোলা মাত্ৰ বুলি ধৰিছে, কাৰণ, তেওঁ মানসিক অৱস্থাসমূহৰ মাজতে মই বা অহংটো বিচাৰি নাপালে। কিন্তু আত্মাৰ ক্ৰিয়াবিনে এই অভিজ্ঞতাৰ ছাপসমূহ এটা বস্তুত একত্ৰিত কৰাৰ আন কোনো উপায় নাই। তীব্ৰ বেগত চলমান অভিজ্ঞতাসমূহ কিয়নো মাত্ৰ একেজন ব্যক্তিৰেই অভিজ্ঞতা হিচাপে একত্ৰিত হৈ গোট খায়, তাৰ কোনো কাৰণ বা ব্যাখ্যা নাই। অনুষঙ্গ নীতিয়ে এই কথাৰ কোনো কাৰণ দৰ্শাব নোৱাৰে। কান্টে সেইকাৰণে ঠিকেই কৈছে যে অনুষঙ্গসমূহৰ অৰ্থ হ'ল এক আত্মা, আৰু সি জধে-মধে বান্ধি লোৱা অভিজ্ঞতাসমূহৰ টোপোলাতকৈ আৰু কিবা বেছি।

উইলিয়াম জেম্‌চে চলিত চিন্তাকে অভিজ্ঞতাৰ বিষয়ী বুলি ধৰে। আগতে ঘটা সকলো কথাকেই ই খুপ খুৱাই লয় আৰু নতুন কথাবোৰ সমীকৰণ কৰি (আহৰণ কৰি) ক্ৰমাৎ বাঢ়ি গৈ থাকে। চিন্তাই চিন্তাকাৰী। কিন্তু এটা অৱস্থাই আনটোক কেনেকৈ গ্ৰাস কৰি লয়, তাক আমি বুজিব নোৱাৰোঁ।

জেম্‌চ ওৱাৰ্ডে ভাবে যে উইলিয়াম জেম্‌চে প্ৰক্ৰিয়া আৰু বিষয়বস্তু, বিষয়ী আৰু বিষয়ৰ মাজত খেলিমেলি কৰিছে। তেওঁ কয় যে, আমাৰ অভিজ্ঞতাৰ প্ৰত্যেকটো মুহূৰ্ততে মনোযোগ, অনুভূতি আৰু প্ৰতিপাদনৰ তিনিওটা ফাল থাকে। প্ৰথম দুটা বিষয়ীগত (অধিষ্ঠাননিষ্ঠ) আৰু প্ৰতিপাদন হ'ল অভিজ্ঞতাৰ বিষয়বস্তু। ওৱাৰ্ডৰ মতে মনোযোগৰ ক্ৰমশীল ক্ৰিয়াসমূহে বিষয়ীৰ স্থিতি প্ৰকাশ কৰে। আত্মাৰ প্ৰকৃতিক স্থিত, চিন্তিত বা ইচ্ছিত বিষয়বস্তুৰ প্ৰকাশ নুবুলি স্মৃতি, চিন্তা আৰু ইচ্ছাৰ ক্ৰিয়াসমূহৰদ্বাৰা সংগঠিত বুলি ওৱাৰ্ডে ঠিকেই কৈছে। যি বিষয়বস্তু

সম্বন্ধে বিচাৰ কৰা হয়, তাতকৈ ক্ৰিয়াসমূহেই এই আত্মাৰ গঢ় দিয়ে, অৱশ্যে দুইটা অভেদ্য। সক্ৰিয় আত্মা ক্ষণ-পৰিৱৰ্তনশীল বিষয়বস্তু সমূহতকৈ বেছি স্থায়ী বুলি ধৰা হয়। ওৱাৰ্ডৰ 'বিজয়ী' অতি বেছি ভাববাচক আৰু ইয়াক অভিজ্ঞতাৰ ব্যাখ্যা দিবৰ বাবেই ধৰি লোৱা হয়।

ওৱাৰ্ডৰ মতটোৱে, কান্টৰ সকলো অভিজ্ঞতাতে থাকিবলগীয়া "মই ভাবোঁ" কথাষাৰলৈ মনত পেলায়। কান্টৰ "মই ভাবোঁ।" কথাষাৰ বহু সময়ত চৈতন্যৰ সকলো বিষয়ৰ লগতে বৰ্তমান থকা এটা যৌক্তিক আকাৰ মাত্ৰ বুলিযেই প্ৰকাশ কৰা হয়। যদিও কালি, আজি আৰু সদায়েই একে হৈ থকা অপৰিৱৰ্তনীয় এনে নিষ্ক্ৰিয় বস্তু এটাৰ লগত ক্ষণ-পৰিৱৰ্তনশীল অভিজ্ঞতাৰ লগত সম্বন্ধ অনুমেয় নহয়, আমাৰ অভিজ্ঞতাত যি সংশ্লেষণ হয়, তাৰ কাৰণ দৰ্শাবৰ বাবে এনে এটি বিষয়ীক ধৰি লোৱা হয়। চেতনা বা সংজ্ঞাৰ অভিজ্ঞতামূলক ঐক্যবোধ সংগঠিত কৰা সকলো মননৰীতিৰেই ইয়াক ভিত্তি বুলি কোৱা হয়। কাণ্টৰ শিক্ষাৰ গভীৰতম ধাৰামতে আত্মাক মাত্ৰ ভাববাচক বুলি ধৰাটো সমৰ্থিত নহয়।

সংজ্ঞাৰ বা চেতনাৰ বিষয়ী আৰু বিষয় এনে বস্তু যে তাৰ প্ৰভেদ দেখুৱাব পাৰি, কিন্তু অভিজ্ঞতাত তাক পৃথক কৰিব নোৱাৰি। কাৰণ, দুয়োটাই একেটা। দুয়োটাৰে পাৰ্থক্য একেটা সমগ্ৰ সত্তাৰ ভিতৰত থকা প্ৰভেদৰ দৰেই আমাৰ সমুখত উপস্থিত হয়। দুযোটা যদি পৰস্পৰ স্বতন্ত্ৰ হ'লহেঁতেন তেনেহ'লে জ্ঞান ৰহস্যময় হৈ পৰিলহেঁতেন। সিহঁত আমাৰ সমগ্ৰ অভিজ্ঞতাৰ ভাবৰ অংশ আৰু ইয়াৰ বিভিন্ন বা বিৰোধী খণ্ড বিশেষ নহয়। আমি তাৰপৰা জ্ঞান আহৰণ কৰিব নোৱাৰোঁ, কাৰণ, ইয়েই হ'ল মৌলিক বা পৰম সত্তা, যাৰ পিচফাললৈ আৰু আমি যাব নোৱাৰোঁ। প্ৰকৃত বিষয়ী বা আত্মাক আমি জ্ঞানৰ ক্ষেত্ৰত বিষয়ী স্বৰূপে পাব নোৱাৰোঁ, কাৰণ, ইয়েই জ্ঞানৰ মুখ্য চৰ্ত বা অৱস্থা। ই সকলো বিষয়, শৰীৰ, ইন্দ্ৰিয় আনকি অভিজ্ঞতাৰ আত্মাতকৈও বেলেগ। আমি বিষয়ীজনক কোনো সত্তাৰ গুণ বিশেষ বুলি, বা কোনো কাৰণৰ কাৰ্য বুলি ক'ব নোৱাৰোঁ, কাৰণ, নিজেই হ'ল সকলো এনে সম্পৰ্কৰে ভিত্তি। অভিজ্ঞতাৰ আত্মা বা জীৱাত্মা (Empirical self) নহয় যে মূল সত্তা যাৰ অবিহনে এনে অভিজ্ঞতাৰ আত্মা বুলি কোনো বস্তুৰ স্থিতিৰেই সম্ভৱ নহ'লহেঁতেন। ব্যক্তিসমূহে একে ধৰণৰ অভিজ্ঞতা লাভ কৰিব পাৰে, একেখন প্ৰকৃত জগতৰ জ্ঞান লাভ কৰিব পাৰে, কাৰণ, এই সকলোতেই একেটা আদৰ্শ আত্মাই ক্ৰিয়া কৰি আছে। যি ব্যক্তিয়ে নিজক সীমিত বুলি জানে, তেওঁ যিহে তেওঁক আৰু তেওঁৰ উদ্দেশ্যসমূহক সীমিত কৰিছে তাৰ প্ৰত্যক্ষ চেতনা আছে। সীমাৰ চেতনাই আমাতকৈ অসীম আৰু বৃহৎ আত্মাৰ ক্ৰিয়াৰ প্ৰতি আমাক সচেতন কৰে। আমাৰ চিন্তাৰ সীমা নিৰ্ধাৰণ কৰিব লাগিলে আমি একপ্ৰকাৰ সেই সীমা অতিক্ৰমি যাব লাগিব। আমাৰ

শাৰীৰিক অভিজ্ঞতাৰ মাজত নিমজ্জিত থকা মনটোকে এই বিষয়ী বুলি ভুল কৰিলে আমাৰ সমুখত থকা বিষয়-বস্তুসমূহৰ সম্পূৰ্ণ বোধ লাভ কৰাত বাধা আহিব। প্ৰকৃত বিষয়ীজন হ'ল সবল আত্ম-সত্ত্বাৱান, সৰ্বময় আত্মা আৰু ইয়াক বিষয় হিচাপে পোন-পটীয়াকৈ আগবঢ়াব নোৱাৰি। প্লেটোৰ মতে মানুহৰ মনক চিৰন্তন জগৎমনৰ সন্ততি বুলি কওঁতে এৰিষ্টটোলে আত্মাৰ শিখৰত থকা ঐশ্বৰিক আৰু সৃজনশীল 'সক্ৰিয় যুক্তি' আৰু কাণ্টে সংশ্লেষাত্মক নীতিৰ অভিজ্ঞতাৰ আত্মাতকৈ পৃথক বুলি বুজাওঁতে, এই সকলোৱেই আত্মাক কেৱল বিষয়ী বুলিয়েইহে ধৰিছে। গভীৰতৰ ঐক্যক কাণ্টে বিশ্বাতিগ আত্মা বুলি উল্লেখ কৰিছে। অৱশ্যে ইয়াক আত্মা বোলোঁতে তেওঁ প্ৰাতিভাসিক জগতৰ মননৰীতি এটাকে পাৰমাৰ্থিক সত্তাৰ ক্ষেত্ৰত ব্যৱহাৰ কৰিছে। ই আত্মত্বৰ ভাৱবাচক আকাৰবিশেষ নহয়। কাৰণ, ইয়েই অভিজ্ঞতাৰ আত্মাৰ সংগঠনৰ মাজেদি আত্মপ্ৰকাশ কৰে। এই সৰ্বময় আত্মাৰ ভিতৰতেইহে বিষয় আৰু বিষয়ীৰ প্ৰভেদ উদ্ভৱ হয়। অভিজ্ঞতাৰ আত্মা সদায় অনাত্মাৰ লগত জড়িত; কিন্তু পৰমাত্মাৰ ভিতৰত সকলোৱেই আছে আৰু তাক সীমিত কৰিবৰ কাৰণে তাৰ বাহিৰে একো নাই। হিন্দু দাৰ্শনিকসকলে ইয়াক আত্মা বোলে আৰু অভিজ্ঞতাৰ আত্মা বা জীৱাত্মাতকৈ ইয়াক প্ৰভেদ বুলি ধৰে।

আমি আত্মাৰ এই ঐক্যীকৰণ কাৰ্যৰ কথা কওঁতে দৰাচলতে পদাৰ্থিক আৰু জৈৱিক আদিকে ধৰি সকলো স্থিতিৰেই ঐক্যৰ নীতি সম্পৰ্কীয় সাধাৰণ প্ৰশ্নটোকেই অৱতাৰণা কৰিছোঁ। আত্মাৰ ঐক্য যেনে, এই সকলোৰে ঐক্যও একে প্ৰকাৰৰে; অৱশ্যে কম জটিল আৰু কম ব্যক্তিগত, তথাপিতো মূলতঃ একেই।

## আত্মা আৰু তাৰ পৰিবেশ

বাস্তৱতাৰ মানৱেতৰ ক্ষেত্ৰত শৰীৰী আৰু তাৰ পৰিবেশৰ যি অঙ্গাঙ্গী সম্বন্ধ আমি পাওঁ, মানৱ জগতৰ ক্ষেত্ৰতো সি সত্য। মানৱ ব্যক্তিসমূহ অস্থায়ী গুণসম্পন্ন পৰিবৰ্তনৰ অপৰিবৰ্তনীয় আধাৰ নহয়, আৰু সিহঁতৰ পৰস্পৰ সম্বন্ধও বাহ্যিক নহয়, এটা পৰস্পৰ সম্পৰ্কৰক্ষী শ্ৰেণীৰ অন্তৰ্ভুক্ত। সিহঁত পৰস্পৰ সম্পৰ্কৰ সৃজনশীল সংশ্লেষণৰ জৰিৱতে হোৱা অভিজ্ঞতাৰ কেন্দ্ৰ বা উদ্ভৱমান প্ৰক্ৰিয়া। শ্ৰেণীৰ সাধাৰণ প্ৰকৃতিৰদ্বাৰা সীমিত হ'লেও সিহঁতৰ আপেক্ষিক স্বতন্ত্ৰতা এটি আছে। প্ৰত্যেক অভিজ্ঞতাৰ আত্মাই (জীৱাত্মাই) আত্মপূৰ্ত ব্যক্তি মাত্ৰ নহৈ আত্মাতিগ

কিবা এটাৰ প্ৰকাশ বা দীপ্তি (অগ্ৰাংশু)। (৫) প্ৰকৃত সমগ্ৰতা বা ব্যক্তিটো হ'ল ব্যক্তি আৰু তাৰ পৰিবেশক অন্তৰ্ভূক্ত কৰি লোৱা এক সত্তা আৰু সিহঁতে এক বিষয়বিবিক্ত প্ৰক্ৰিয়াৰ জৰিয়তে স্থিতি লাভ কৰি থাকে। মানৱ ব্যক্তি যিমানেই আত্মসচেতন বা আত্মনিৰ্ধাৰণশীল নহওক, ই সম্পূৰ্ণ স্বতন্ত্ৰ ব্যক্তি নহয়। আদিৰপৰাই জগতখনো নিজৰ দৰেই সমানে বাস্তৱ আৰু তাৰ লগত নিজৰ পাৰস্পৰিক ক্ৰিয়াৰ প্ৰভাৱৰদ্বাৰা নিজৰ ব্যক্তিত্বই গঢ় লৈ গৈ থাকে। ব্যক্তি আৰু জগত সহঅৱস্থিত আৰু দুয়োটা একেলগেই বৰ্তি থাকে।

জৈৱিক স্তৰত জীৱনৰ ব্যক্তিকেন্দ্ৰ বুলি কোনো এটা কথা নাই। সমগ্ৰতা-টোক বাদ দি শৰীৰৰ কোষসমূহ অজ্ঞেয় হৈ পৰে। সিহঁতৰ জীৱন হ'ল সমগ্ৰতা-টোৰ জীৱনক কেন্দ্ৰ কৰিহে। উদ্ভিদ আৰু পশু শ্ৰেণীয়ে গোটেই জীৱন অনিৰুদ্ধ-ভাৱে যাপন নকৰে, কিন্তু মানৱ ব্যক্তিসমূহে নিজৰ ভিতৰত আৰু নিজৰ পৰিবেশৰ লগত বিভিন্নতাৰ সৃষ্টি কৰি লয়। শৰীৰী আৰু তাৰ পৰিবেশৰ মাজত ঐক্যবোধ মানৱেতৰ ক্ষেত্ৰত বিশেষ চকুত লগা ঘটনা, কিন্তু মানৱ ক্ষেত্ৰত সি পৃথক হৈ পৰে। মানৱ ব্যক্তি এক বিৰাট জগতত অঙ্গীভূত আৰু সেই জগত তেওঁৰ লগত তাৰ পাৰস্পৰিক সম্বন্ধেৰে বৰ্তি থাকে, অথচ তেওঁৰ আত্মচৈতন্যাই এক দ্বৈতবোধ জগায়, সেই দ্বৈতবোধ বাস্তৱ ক্ষেত্ৰত অসত্য আৰু সম্পূৰ্ণ প্ৰকৃতিৰ পৰিপন্থী। তেওঁ পাহৰি যায় যে তেওঁৰ স্বাৰ্থ অকল তেওঁৰ নিজা নহয় আৰু তেওঁ ভাবে, আকাৰৰ ব্যক্তিত্ব লৈ তেওঁ নিজে এটা পৃথক সত্তা। কাৰ্যক্ষেত্ৰত তেওঁৰ ব্যক্তিত্বৰ এই সবল মনোভাৱ আৱশ্যকীয় হ'লেও ইয়াক প্ৰকৃত ব্যক্তিত্বৰ লগত ভুল কৰা হয়। তেওঁ এটা অস্থিৰ ভাৱসাম্য অৱস্থাত থাকে। তেওঁৰ বিবেক হ'ল এনে বিভাজিত জীৱনৰ চিন। অনিশ্চিত আকাঙ্ক্ষা আৰু বিশৃংখল অস্থিৰতাৰ তেওঁ শিখা স্বৰূপ। যেতিয়ালৈকে ব্যক্তিয়ে এই বিচ্ছেদৰ ভাৱত অভিভূত হৈ থাকে, তেতিয়ালৈকে তেওঁ এক দুৰ্দমা আৰু গৃহাভিমুখী অশান্তিও ভোগ কৰে। তেওঁ সদায় এই বিচ্ছেদ পাৰ হৈ যাব খোজে।

মানৱৰ উদ্‌গতি মানুহৰ ভিতৰত ক্ৰিয়মান সৰ্বময় সত্তা এটাৰ ক্ৰমবৰ্ধমান চৈতন্যৰ ওপৰত নিৰ্ভৰ কৰে। ব্যক্তিয়ে প্ৰকৃতি ৰাজ্য উদ্‌ঘাটন কৰি জ্ঞানৰ কাৰণে হাবাথুৰি খায় আৰু ঈশ্বৰক পাবলৈ বিচাৰি তেওঁৰ আৰু তেওঁৰ পৰিবেশৰ মাজত সমন্বয় সাধন কৰিবলৈ চেষ্টা কৰে। তেওঁতকৈ বেছি কিবা এটাৰ মাজত তেওঁৰ শ্ৰেয়স বিচাৰি যায়। তেওঁ অনুভৱ কৰে যে একমাত্ৰ সমগ্ৰতাৰ প্ৰতি আসক্তিৰ-

---

(৫) অধ্যাপক জে. এছ. হলডনে কৈছে: 'ব্যক্তিত্ব দেশকালৰ পৰিবেশতকৈ পৃথক আত্মপূৰ্ত আৰু আৱদ্ধ কিবা এটা নহয়; কিন্তু সেই পৰিবেশকো অতিক্ৰম কৰি থাকে।" (*The Sciences and Philosophy*) (1929) *Pp*, 303.

যাবাহে তেওঁৰ এই খণ্ডতাৰ ভাব দূৰ কৰিব পাৰে। জীৱনৰ সম্পূৰ্ণতা মানেই হ'ল সমগ্ৰতাৰ সেৱা। তেওঁ মূল্য লাভৰ প্ৰচেষ্টা কৰে, আদৰ্শ গঢ়ে আৰু ঐক্য আৰু সমন্বয় থকা জগত এখন গঢ়ি ল'বলৈ চেষ্টা কৰে। তেওঁ সংঘ গঠন কৰে আৰু পৰিয়াল, জাতি, ধৰ্মানুষ্ঠান আৰু দেশ সংগঠনৰ মাজেদি উমৈহতীয়া হিত সাধনৰ চেষ্টা কৰে। জ্ঞান, কলা, নৈতিকতা আৰু ধৰ্ম হ'ল মানুহে এক আধ্যাত্মিক ভ্ৰাতৃত্বৰ সভ্য হিচাপে নিজৰ ভাগ্য উপলব্ধি কৰিবৰ কাৰণে প্ৰয়োগ কৰা বুদ্ধি বিশেষ; এই আধ্যাত্মিক কাৰ্যত প্ৰত্যেকেই সমগ্ৰতাৰ ভিতৰত থাকে আৰু সমগ্ৰতা প্ৰত্যেকৰ ভিতৰতে কিছু পৰিমাণে থাকে। "হে পিতৃ! তুমি যেনেকৈ মোৰ ভিতৰত আছা আৰু মই যেনেকৈ তোমাৰ ভিতৰত আছোঁ, তেনেকৈ সিহঁত সকলোৱেই যেন এক হয় আৰু সকলোৱেই যেন আমাতো এক হৈ থাকিব পাৰে।" জ্ঞান, প্ৰেম আৰু সেৱাৰ জৰিয়তে স্থাপিত এই ঐক্য অতি ঘনিষ্ঠ আৰু আপোন; মানৱেতৰ শ্ৰেণীত এনে ঘনিষ্ঠতা প্ৰতিফলিত হোৱা দেখা নাযায়।

মানৱাত্মাৰ বিশেষ অধিকাৰ হ'ল এয়ে যে তেওঁ জানি-শুনি সমগ্ৰতাৰ লগত যোগ দিব আৰু কাম কৰিব পাৰে আৰু সমগ্ৰতাৰ আদৰ্শ নিজৰ জীৱনৰ মাজত সুমুৱাই ল'ব পাৰে। এই সমাহাৰ ব্যক্তিৰপৰা ব্যক্তিলৈ বিভিন্ন অনুপাতত পৃথক হয়। উচ্চ আৰু নীচ আত্মাৰ প্ৰভেদৰ মূল উৎস হ'ল এয়ে। এককত্ব আৰু সৰ্বত্ব, আত্মত্বৰ এই দুয়োটা সম্পদেই একেলগে বৰ্ধিত হৈ গৈ থাকে আৰু শেহান্তত সম্পূৰ্ণ এককটোৱেই গৈ পূৰ্ণসৰ্বময়ত ৰূপান্তৰিত হয়। প্ৰত্যেক ব্যক্তিয়েই সমগ্ৰতাৰ মাজতে নিজৰ প্ৰকৃত কৰ্তব্য সম্পাদন কৰি মূল্য আৰু মাহাত্ম্য লাভ কৰে যদিও কোনো ব্যক্তিয়েই সমগ্ৰতাৰ সমান বিস্তৃত হ'ব নোৱাৰে। ই সসীম, কাৰণ, নিজতকৈয়ো বহুত বৃহৎ সত্তা এটাৰ মাজত ই এটা মাত্ৰ একক অংশ।

মানৱাত্মাৰ স্থান সম্পৰ্কে অতিৰিক্ত মূল্য দিবলৈ চেষ্টা কৰা ভাব এটা পাশ্চাত্যৰ ফালে বিশেষকৈ দেখা যায়। ডেকাৰ্টে নিজৰ নিঃসঙ্গ আত্মত্বৰ নিশ্চয়তাৰপৰাই সকলো কথাকে আহৰণ কৰি ল'ব খোজে। সকলোকে বশ কৰিবলৈ বিচৰা আত্মাৰ ইচ্ছাওযে এক গভীৰ সমগ্ৰতাৰ প্ৰকাশ মাত্ৰ, আৰু এই আত্মা আৰু তাৰ বিষয়বস্তুযে যে তাতে নিহিত, এই কথাটো উপলব্ধি কৰিব নোখোজে। আত্মাক যদি পৰমাত্মাৰ মাজতে বিস্তাৰ কৰি দিয়া নহয়, তেনেহ'লে মূল্যসমূহো আত্মমুখীয়ে হৈ পৰিব আৰু আত্মাটোও শেহান্তত একো নাই হৈ পৰিবগৈ। সকলো ভ্ৰান্তি আৰু ভুল বুজা-বুজি, পৰাজয় আৰু হতাশা সত্ত্বেও মানুহে সিদ্ধি লাভ কৰিবলৈ কৰা প্ৰচেষ্টা আৰু সকলো ঘটনাকে অনবৰত সমন্বয় কৰাৰ এটা যত্ন, বাহ্যিকতাৰ মাজেৰে অন্তৰক প্ৰকাশ কৰাৰ প্ৰচেষ্টা আৰু নিজৰ যত্নৰ আংশিক কৃতকাৰ্যতাৰ মাজত আমি দেখিবলৈ পাওঁ যে তেওঁৰ কাৰ্যও বাস্তৱতাৰ প্ৰকৃতিৰ শাৰীৰেই। আমি লাভ কৰিব খোজা মূল্যও স্থিতিৰ অঙ্গীভূত। প্ৰকৃতিৰ গোটেই স্বৰূপেই হ'ল

মানুহে বুজিবৰ কাৰণে কৰা অৰ্থৰ প্ৰকাশ। আমি সকলোৱেই একেটা শ্ৰেণী বা প্ৰণালীৰ অংশ বিশেষ কাৰণেইহে পাৰস্পৰিক ক্ৰিয়া, ইটো-সিটোৰ জ্ঞান আৰু পৰস্পৰৰ লগত সামাজিক সম্পৰ্ক সম্ভৱপৰ।

## কৰ্ম আৰু স্বতন্ত্ৰতা

অতীতৰ লগত সম্পৰ্ক আৰু ভৱিষ্যতৰ সৃষ্টি —প্ৰকৃতিৰ এই ব্যাপক লক্ষণ দুয়োটাই মানৱস্তৰতো বৰ্তমান। হিন্দু দৰ্শনত মানৱ স্তৰত এই অতীতৰ লগত সম্বন্ধক কৰ্ম বুলি অভিহিত কৰা হয়। মানৱ ব্যক্তি নিজৰ এককত্ব লৈও সৰ্বময় প্ৰকৃতিৰ আত্মসচেতন আৰু কৰ্মক্ষম প্ৰকৃতি বিশেষ। অজ্ঞান অতীতৰপৰাই মানৱ জীৱনৰ বুৰঞ্জীক অতীতৰ স্থূল আৰু প্ৰাণময় অৱস্থাৰ লগত সাঙোৰ খুৱাই ৰাখিছে। মানৱ জীৱন এটি সনম্ভ সত্তা আৰু তাৰ প্ৰত্যেক অনুক্ৰমিক অৱস্থাই তাৰ অতীতৰ-পৰা উদ্ভৱ হয়। আমি যে 'আমি', ইয়াৰ কাৰণ হ'ল অতীতৰ লগত থকা আমাৰ মিলহে। মানৱ জীৱনৰ বৰ্ধন সুবিন্যস্ত আৰু কৰ্মৰ নিয়ম অনুসৰি ই চলিত কাৰণেই ইয়াৰ এই বিন্যাস্ততা।

কৰ্মৰ প্ৰকৃত অৰ্থ হ'ল কাম বা ক্ৰিয়া। প্ৰত্যেক কৰ্মৰেই নিজা ফল আছে আৰু সেই ফল শৰীৰত আৰু পৰিবেশত খোদিত হৈ পৰে। স্থূল বা শাৰীৰিক ফলসমূহ ক্ষণস্থায়ী, কিন্তু নৈতিক ফল বা সংস্কাৰে আত্মাৰ চৰিত্ৰ সংগঠন কৰে। প্ৰত্যেকটো চিন্তা কথা আৰু কৰ্ম-কাৰণৰ সজীৱ শৃঙ্খলত সোমাই যায় আৰু ফল-স্বৰূপে আমি যি, সেইটো হৈ পৰোঁ। আমাৰ জীৱন অন্ধ ঘটনাচক্ৰ বা চপল ভাগ্যৰ মৰ্জিৰ ওপৰত নিৰ্ভৰ নকৰে। এই ভাৱধাৰা অকল প্ৰাচ্যৰ ধৰ্মমতসমূহৰে বৈশিষ্ট্য নহয়। খৃষ্টীয় শাস্ত্ৰসমূহেও ইয়াৰ উল্লেখ কৰিছে। "প্ৰতাৰিত ন'হবা ; ঈশ্বৰক ভুৱা দিব নোৱাৰি : কাৰণ, মানুহে যি গুটি সিঁচে তেনে ফলকেই বুটলিবলৈ পায়।" (৬) যীশুখৃষ্টই পৰ্বতৰ ওপৰৰপৰা কোৱা বুলি আছে—"তোমালোকৰ বিচাৰ ন'হব বুলি নাভাবিবা, কাৰণ, যি বিচাৰ তোমালোকে কৰা, সেই বিচাৰ তোমালোকৰো কৰা হ'ব, আৰু যি শাস্তি তোমালোকে দিয়া, সেই শাস্তিও আকৌ তোমালোকক দিয়া হ'ব।"

কৰ্ম প্ৰতিফলৰ নীতিতকৈ অবিৰতিৰ নীতিহে। ভালৰ ভাল ফল হয় আৰু বেয়াৰপৰা বেয়া হয়। প্ৰেমে আমাৰ প্ৰেমৰ শক্তি বঢ়ায়, ঘৃণাই বঢ়ায় ঘৃণাৰ শক্তি।

(৬) *Galatians vi. Cp. Ezekiel* : "যি আত্মাই পাপ কৰে সি মৰিব।" (*xviii*)

ইয়েই সৎ বা শুদ্ধ কাম কৰাৰ বিশেষ আৱশ্যকতাৰ গুৰুত্ব বুজায়। মানুহে অবিৰাম নিজৰ আত্মা বা সত্তাক ৰূপ দিব লাগিছে। কৰ্ম নিয়মক সুখভোগী মত বা পুৰস্কাৰ আৰু শাস্তি দিয়া ধৰ্মমতৰ লগত ভুল কৰিব নালাগে। পুণ্যৰ পুৰস্কাৰ সুখময় জীৱন নহয়, আৰু পাপৰ শাস্তিও কষ্ট ভোগ নহয়। সুখ-দুখে মানুহৰ পশু প্ৰকৃতিৰ শাসন কৰিব পাৰে; কিন্তু মানৱ প্ৰকৃতিক নোৱাৰে। প্ৰেম আনন্দময়। অথচ তাতো যাতনা ভুগিব লাগে, ঘৃণাৰ ফল স্বৰূপে কেতিয়াবা বিকৃত সন্তুষ্টিও লাভ কৰিব-লগীয়া হয়। সৎ আৰু অসতক ঐশ্বৰ্যভোগ আৰু শাৰীৰিক কষ্ট বুলি ভুল কৰিব নালাগে।

জগতৰ সকলো বস্তুৱেই একাধাৰে কাৰণ আৰু কাৰ্যও। সিহঁতত আছে অতীতৰ শক্তি আৰু সিহঁতে ভৱিষ্যতলৈ শক্তি সঞ্চাৰ কৰে। কৰ্ম বা অতীতৰ লগত সম্বন্ধ সৃজনশীল স্বতন্ত্ৰতাৰ লগত খাপ নোখোৱা নহয়। বৰং ইয়াৰদ্বাৰা সেইটো সূচিতহে হয়। যি নিয়মে অতীতৰ লগত আমাক সংযুক্ত কৰি ৰাখে, সেয়ে এইটোকো সূচায় যে আমাৰ স্বতন্ত্ৰ ক্ৰিয়াৰদ্বাৰা তাক আমি বশবৰ্তী কৰি ৰাখিব পাৰোঁ। অতীতৰ কোনো বাধা থাকিব পাৰে; কিন্তু আন্তৰিকতা আৰু দৃঢ়তা অনুপাতে এই সৃজনশীলৰ আগত সকলোৱে সেও মানিব লাগিব। কৰ্মৰ নিয়ম অনুযায়ী প্ৰত্যেক ব্যক্তিয়েই নিজে যিমান শক্তি প্ৰয়োগ কৰে, সেই অনুপাতে ফল লাভ কৰিব। আত্মাৰ দাবীৰ প্ৰতি বিশ্বজগতে সঁহাৰি জনায় আৰু তাক পূৰণ কৰে। আত্মাৰ দৃঢ় আহ্বানত প্ৰকৃতিয়ে উত্তৰ দিয়ে। "মানুহৰ যেনে আশা, তেনে তাৰ উদ্দেশ্য, যেনে উদ্দেশ্য, তেনে কৰ্মকেই তেওঁ কৰে; আৰু যেনে কৰ্ম কৰে, তেনে ফল তেওঁ লাভ কৰে।" (৭) "মই তোমাক নিশ্চয়কৈ কৈছোঁ যে যিজনে এই পৰ্বতক ক'ব, 'উঠি যোৱা আৰু সাগৰত পৰাগৈ', আৰু যদি নিজৰ অন্তৰত অকণো সন্দেহ নাৰাখি তেওঁ যি কৈছে সেইটো হ'ব বুলি সম্পূৰ্ণ বিশ্বাস ৰাখে, তেন্তে তেওঁৰ হকে এই কাম কৰা হ'বই।" যীশুখৃষ্টই যেতিয়া কৈছিল, "এই মন্দিৰ ধ্বংস কৰি পেলোৱা আৰু মই তিনিদিনৰ ভিতৰতে সাজি পেলাম," তেতিয়া তেওঁ প্ৰকৃততে এই সত্যকেই প্ৰতিপাদিত কৰিছিল যে আমাৰ ভিতৰত থকা আত্মাৰ শক্তি জগতৰ সকলো বস্তুতকৈ বেছি বলবান। আমি যদি সঁচাকৈয়ে কিবা এটা বিচাৰোঁ, তাক লাভ কৰিব নোৱৰা কোনো বস্তুৱেই নাই। আত্মাৰ বশবৰ্তী হোৱাটোৱেই এই বিশ্ব-প্ৰকৃতিৰ নিয়ম। কৰ্ম সূত্ৰৰ এই দুটা ফাল আছে, এটা হ'ল অতীত সম্বন্ধী বা পশ্চাৎদৰ্শী, এটা ভৱিষ্য-দৰ্শী, অতীতৰ লগত অবিৰামতা আৰু আত্মাৰ সৃজনশীল স্বতন্ত্ৰতা।

---

(৭) যথা কামো ভৱতি তৎ ক্ৰতুৰ্ভৱতি; যৎ ক্ৰতুৰ্ভৱতি তৎ কৰ্ম কুৰুতে, যৎ কৰ্ম কুৰুতে তৎ অভিসম্পদ্যতে। (বৃহদাৰণ্যক উপনিষদ *vi. 4. 5*)

প্ৰকৃতিত থকা প্ৰেৰণাই অকল কোনো এটা নিৰ্দিষ্ট স্তৰতে নিজক ৰাখি থ'ব নোখোজে; ই উৰ্দ্ধগামী হৈ মানুহক সচেতন কৰে, মানুহে ইচ্ছাকৃতভাৱে জীৱনৰ নিয়ম আৰু উন্নতিৰ সূত্ৰ বিচাৰিবলৈ ধৰে। "মোৰ পিতৃয়ে ইমানলৈকে কৰিছিল আৰু মই কৰি আছোঁ।" (৮) প্ৰকৃতিৰ সন্ততিৰ ভিতৰত প্ৰথমে মই বুলিব পৰা হ'ল মানুহহে, আৰু প্ৰকৃতিক শাসন কৰা আৰু নিৰ্দেশ কৰা শক্তি সম্বন্ধে জগতখনক ৰূপ দিয়াত সচেতনভাৱে 'পিতৃ'ৰ লগত সংযোগ ৰক্ষা কৰিব পাৰে মানুহেই। মানুহেই মাথোন মানৱেতৰ জগতৰ মন্দ, অন্ধ আৰু ভ্ৰান্তিজনক গতিক যুক্তিময় পথ প্ৰদৰ্শন কৰিব পাৰে। মানৱৰ স্বতন্ত্ৰক্ৰিয়াৰ উৎপত্তি যিমানেই অন্ধকাৰাচ্ছন্ন নহওক, আমি কেতিয়াও তাক অস্বীকাৰ কৰিব নোৱাৰোঁ। আন্তৰিক আৰু বাহ্যিক দত্ত অৱস্থাসমূহ নিজৰ চেষ্টাদ্বাৰা পৰিবৰ্তন কৰিবলৈ আৰু তাক নিজ উদ্দেশ্যেৰে গতি ল'বলৈ আত্মাৰ ঐচ্ছিক প্ৰবৃত্তি, আবেগ আছে।

মানৱ স্বতন্ত্ৰতাৰ সমস্যাটো কোনো কোনোৱে আত্মা আৰু ইচ্ছাৰ প্ৰভেদৰ ফলত ভুল বুজে। ইচ্ছাটো হ'ল আত্মাৰ সক্ৰিয়মান ফল, আৰু ইচ্ছাৰ স্বাতন্ত্ৰ্য হ'ল আচলতে আত্মাৰ স্বতন্ত্ৰতা। ই আত্মাৰদ্বাৰা নিৰ্দ্ধাৰণতা।

আত্মনিৰ্দ্ধাৰণতাক বহুতে প্ৰকৃত স্বতন্ত্ৰতা নহয় বুলি কয়। আত্মা বাহিৰৰপৰাই নিয়ন্ত্ৰিত হওক বা ভিতৰৰপৰাই হওক, তাৰ ফলত একো হানি নহয়। লাটুম এটা ভিতৰৰ স্প্ৰিংৰদ্বাৰা ঘূৰালেও সি যন্ত্ৰ, আৰু বাহিৰৰ বছী এডালেৰে ঘূৰালেও সি যন্ত্ৰই। আত্মাটো সজীৱ যন্ত্ৰবিশেষ হ'ব পাৰে। মদাহীয়ে যেতিয়া অভ্যাসবশতঃ মদৰ গিলাচ মুখলৈ দাঙি লয়, তেতিয়া সি তাৰ প্ৰকৃতিত থকা কিবা এটা গুণৰ বশবৰ্ত্তী হৈয়েই তাক লয়। এই অভ্যাস তাৰ আত্মাৰ অংশ স্বৰূপ হৈ পৰিছে। আমি যদি আত্মাৰ বিষয়-বস্তুসমূহ বিশ্লেষণ কৰি চাওঁ, তেনেহ'লে তাৰ বহুখিনি পৰিবেশৰ প্ৰভাৱ আৰু অতীতৰপৰা আহৃত সম্পদ হিচাপেই লাভ হোৱা বুলি ধৰিবগৈ পাৰোঁ। যদি ব্যক্তিৰ দৃষ্টি-ভঙ্গী আৰু চৰিত্ৰ এটি সুদীৰ্ঘ বিৱৰ্তনৰ ফল হয়, তেনেহ'লে তেওঁৰ যি ক্ৰিয়াসমূহ ইয়াৰপৰাই উৎপত্তি হৈছে, সেইবোৰ কেতিয়াও স্বতন্ত্ৰ হ'ব নোৱাৰে। এই স্বতন্ত্ৰতাৰ অনুভূতিটো আত্মাৰ এটা ভ্ৰান্তি মাত্ৰ হ'ব পাৰে: আত্মা থাকে তাৰ নিয়ামক অতীতক আওহেলা কৰি বৰ্তমানৰ প্ৰতিমুহূৰ্ত্তত। এই সমস্যাসমূহৰ উত্তৰত ক'ব পৰি যে আত্মাৰ এক সম্পৰ্কৰ বা সংহতিৰ ৰূপৰ প্ৰতিফলন কৰে, পশু উদ্ভিদ্ বা অণুত পোৱাতকৈ ই বেছি ওচৰ আৰু ঘনিষ্ঠ। আত্মা নিৰ্দ্ধাৰণ মানে আত্মাৰ প্ৰকৃতিৰ কোনো এটা অংশৰদ্বাৰা নিৰ্দ্ধাৰিত হোৱা নুবুজায়, বুজায় সমগ্ৰ আত্মাটোৰদ্বাৰা হোৱাটোহে। ব্যক্তিয়ে যদি নিজৰ সমগ্ৰ সত্তা প্ৰয়োগ নকৰে, বিভিন্ন সম্ভাৱ্যসমূহ পৰীক্ষা নকৰে আৰু সমগ্ৰ সত্তাৰ লগত

(৮) *John v.* 17

সংগতি থকা উচিতটো বাছি নলয়, তেনেহ'লে কোনো ক্রিয়াকেই প্রকৃততে স্বতন্ত্র বুলিব নোৱাৰি।

প্রকৃতিৰ কোনো ফালতেই নির্ঘাত ভৱিতব্যতা থকা বুলি ক'ব নোৱাৰি; সম্পূর্ণ স্বতন্ত্রতা ঐশ্বৰিক আৰু আত্মা যেতিয়া সর্বাত্মাৰ লগত একীভূত হৈ পৰে, তেতিয়াহে ই সম্ভৱপৰ। মানৱ স্বতন্ত্রতা পৰিমাণবাচক। আমি সম্পূর্ণ মুক্ত বা স্বতন্ত্র, যেতিয়া আমাৰ সমগ্র সত্তা সক্রিয় হয়, এক অংশ মাত্র হ'লে নহয়। আমি সাধাৰণতে আমাৰ সাময়িক বা অভ্যাসগত আত্মাৰ ইচ্ছা অনুযায়ী কাম কৰোঁ, আৰু মাজে মাজে আমি আমাৰ স্বভাৱেতৰ স্তৰলৈ নামি যাওঁ।

স্বতন্ত্রতাই চপলতা নুবুজায় আৰু কর্মযো ভৱিতব্যতা নুবুজায়। মানুহৰ বিশিষ্ট মনোনয়ন উদ্দেশ্যবিহীন বা কাৰণ বিহীন নহয়। আমাৰ ক্রিয়াসমূহ যদি অতীতৰ লগত সংলগ্নবিহীন হ'লহেঁতেন, তেনেহ'লে নৈতিক দায়িত্ব বা উন্নতিৰ কোনো অৱকাশ নাথাকিলহেঁতেন। অনির্ধাৰিত আৰম্ভণি, অকস্মাৎ উদ্ভৱ হোৱা ঘটনা আদি জড়জগতেই হওক বা মানৱজগতেই হওক, অসম্ভৱ। স্বতন্ত্র কর্মই অবিৰতি নুই কৰিব নোৱাৰে। সিহঁত উদ্ভৱ হয় প্রকৃতিৰ নিয়ম-পদ্ধতিৰ ভিতৰতে। অতীত আমাৰ লগত সদায় থাকে কাৰণেই আমাৰ স্বতন্ত্রতা চপলতা নহয়। যি কোনো মুহূর্ততে আমাৰ চৰিত্র অতীত বুৰঞ্জীৰ ঘনীভূত অৱস্থা মাত্র। আমি যি আছিলোঁ সেয়ে 'মোত' প্রৱেশ কৰি এতিয়া সক্রিয় আৰু মনোনয়নকাৰী হৈ পৰিছে। মানুহৰ কর্মৰ স্বাভাৱিক স্বতন্ত্রতাৰ পৰিসৰ সীমিত। সম্ভাৱ্যতাৰ সম্পূর্ণ জগতখন মানুহে অকলেই দখল কৰিব নোৱাৰে। আমাৰ প্রকৃতিৰ বিভিন্ন সম্ভাৱ্যতাৰ সকলোৰেই সুবিধা নাপায়, কোনো কোনো সম্ভাৱ্যতাক উন্নয়ন কৰাত আৰু আনবিলাকক বন্ধ কৰাৰ ক্ষেত্রত পাৰ্থিৱ শক্তিৰ প্রভাৱ আছে। স্বয়ংক্রিয়তায়ো আমাৰ স্বতন্ত্রতাৰ পিচ নেৰে। আমি যেতিয়াই কোনো এটা কাম কৰিবলৈ মনতে সিদ্ধান্ত কৰি লওঁ, তেতিয়া মনটো আগতকৈ বেলেগ হয়। সম্ভাৱ্যতা যেতিয়া বাস্তৱতাত পৰিণত হয়, তেতিয়াই ভৱিতব্যতাৰ লক্ষণ বিশিষ্ট হৈ পৰে। অতীতক কেতিয়াও সম্পূর্ণ নুই কৰিব নোৱাৰি, অৱশ্যে ইয়াক ব্যৱহাৰ কৰিব পাৰি। আমাক যিটো দিয়া আছে তাৰ বিৰোধ কৰিবলৈ গ'লে দুর্ঘটনা হ'ব পাৰে, অৱশ্যে অতীতৰ ভিত্তিত আমি নতুন জীৱন উদ্ভৱ কৰিব পাৰোঁ। সম্ভাৱ্যতাইহে মাত্র স্বতন্ত্রতাৰ ক্ষেত্র। আমাৰ মানৱ জীৱনত বহুখিনি বর্তমানৰ অৱৰোধ বা বাধ্যবাধকতা আৰু অতীতৰ ভৱিতব্যতা আছে। কিন্তু এই ভৱিতব্যতাক ভাগ্য বুলি ভুল কৰিব নালাগে; তাক আমি বিৰোধ কৰিবও নোৱাৰোঁ বা নুই কৰিবও নোৱাৰোঁ : নির্ধাৰণতাৰ বন্ধনৰপৰা আত্মা যদিও মুক্ত নহয়, তথাপিও ই অতীতক বহুখিনি বশৱর্তী কৰিব পাৰে আৰু তাক এটি নতুন গতি দিব পাৰে। মনোনয়ন বা বাছনি হ'ল ভৱিতব্যতাৰ ওপৰত স্বতন্ত্রতাৰ স্থিতিৰ সমর্থন, আৰু ই ভৱিতব্যতাক নিজৰ ব্যৱহাৰৰ

উপযোগী কৰি লয় আৰু তেনেকৈয়ে ই নিজক তাৰপৰা মুক্ত কৰে। "মানৱকৰ্তা মুক্ত।" (১) তেওঁ ভাগ্যৰ হাতৰ পুতলা নহয় বা ঘটনাৰ উৰাউল জোঁৱাৰত উটি যোৱা ওপঙা কাঠো নহয়। তেওঁ সক্ৰিয়ভাৱে ভৱিষ্যতক গঢ় দি ল'ব পাৰে, নিষ্ক্ৰিয়ভাৱে অতীতৰ ওচৰত সেও মানি নাথাকে। সকলো নিৰ্ভৰ কৰে আমি ইয়াক কেনে ব্যৱহাৰ কৰোঁ তাৰ ওপৰত, ই আমাক কি কৰে, তাত নহয়। জীৱন কোনো ধৰা-বন্ধা গতিত চলি থাকিবলৈ বাধ্য নহয়। জীৱন উদ্গতিশীল আৰু এই উদ্গতি বহু পৰিমাণে অনিৰ্ধাৰিত। ভৱিষ্যত যদিও অতীতৰে পৰিণাম মাত্ৰ, তথাপিও ইনো কি হ'বগৈ আমি তাক ক'ব নোৱাৰোঁ। অনিধাৰণতা নাথাকিলে মানৱ চেতনা এটা অনাৱশ্যকীয় বিলাস মাত্ৰ হ'ব।

বিশ্বজগতত থকা নিয়ম-তান্ত্ৰিকতাৰ লগত আমাৰ স্বতন্ত্ৰতাৰ দাবী খাপ খাব লাগিব। জীৱনটো ব্ৰীজ খেল এখনৰ দৰে। তাচপাতবোৰ আমাক দি যোৱা হয়। আমি তাক বাছি নলওঁ। সিহঁতক অতীত কৰ্মৰ ফল বুলি ধৰা হয়, কিন্তু আমি যেনে উচিত বিবেচনা কৰোঁ, তেনে ডাক দিবলৈ আৰু খেলিবলৈ আমি স্বাধীন। মাত্ৰ আমি খেলৰ নিয়মবহে অধীন। খেলৰ আৰম্ভণিতে আমি বেছি স্বাধীন; কিন্তু খেলখনৰ শেষলৈ আমাৰ বাছনি ক্ৰমাৎ বেছি সংকীৰ্ণ হৈ পৰে। কিন্তু তথাপিও শেষলৈকে আমাৰ বাছনিৰ স্বাধীনতা থাকেই। ভাল খেলুৱৈ এজনে সম্ভাৱ্যতাখিনি ধৰিব পাৰে; কিন্তু বেযাজনে নোৱাৰে। খেলুৱৈ যিমানেই পাকৈত হয়, তেওঁ তিমানেই বিকল্প চাল দেখিব পৰা হয়। অচতুৰ খেলত ভাল খেলুৱৈ এজনো হাৰি যাব পাৰে, আৰু বেযা খেলখন দুৰ্ভাগ্যৰ ফল বুলিয়েই ধৰিব নালাগে। তাচপাতবোৰ যেনেকৈ তাচি লোৱা হয়, তাক আমি ভাল নাপালেও আমি খেল ভাল পাওঁ আৰু খেলিবও খোজোঁ। ধুমুহা আৰু জোঁৱাৰ কেতিয়াবা ইমান প্ৰবল হ'ব পাৰে যে সাধুপুৰুষ একোজনৰো পতন হৈ যাব পাৰে। জগতৰ এই সুন্দৰ, এই জ্যোতিৰ্ময়, এই অন্ধকাৰ আৰু এই ভয়ঙ্কৰ—এই নিয়মৰ গাম্ভীৰ্যতাৰ চেতনাই মহাত্মাসকলক গভীৰ শান্তি দিব পাৰে; জগতৰ এই অৱস্থাবোৰৰ মাজতেই মানুহে পায় তাৰ কৰ্তব্য আৰু ভাগ্যৰ সন্ধান, আৰু তাক জ্ঞাত উদ্দেশ্যৰ বশবৰ্তী কৰিব নোৱাৰি। ইয়াৰ এটা নিজা উদ্দেশ্য থকা যেন লাগে; কিন্তু সেই বিষয়ে আমি অজ্ঞ। দুৰ্কপাল ভাগ্য নহয়, ভৱিষ্যৎ-দৰ্শন।

কৰ্মবাদে অদৃষ্টবাদ সমৰ্থন নকৰে। কোনো কোনোৱে বিশ্বাস কৰে যে কিছুমান আত্মাৰ ধ্বংসৰ পূৰ্বনিৰূপণ বা অদৃষ্ট ঈশ্বৰৰ সাৰ্বভৌমত্বৰ লগত খাপ খায়। কুমাৰে যেনেকৈ মাটিৰে যেনে ইচ্ছা তাকে কৰিব পাৰে, ঈশ্বৰেও তেনেকৈয়ে তেওঁৰ সৃষ্ট জীৱক যি ইচ্ছা তাকে কৰাৰ ন্যায়সঙ্গত অধিকাৰ আছে। চেণ্টপলে "ধ্বংসৰ

---

(১) স্বতন্ত্ৰঃ কৰ্তা (পাণিনি 1.4. 54 )

কাৰণে নিৰ্দিষ্ট কৰি থোৱা খণ্ডৰ পাত্ৰৰ" কথা কৈছে। নিত্য জীৱন ঈশ্বৰৰ দয়াৰ দান। ঈশ্বৰৰ সাৰ্বভৌমত্ব সম্বন্ধে এনে মত নৈতিকতা-বিৰোধী। ঈশ্বৰৰ প্ৰেম নীতি-নিয়মৰ ভিতৰেদিহে প্ৰকাশিত হয়।

মানুহৰ অকৃতকাৰ্যতাৰ সম্পৰ্কত কৰ্মত বিশ্বাস কৰিলে আমি সহানুভূতিশীল দৃষ্টি এটি পাব পাৰোঁ। আৰু দুৰ্কপালৰ ৰহস্যৰ প্ৰতি আমাৰ মূৰ দোঁওৱা ভাব এটা জাগৃত হয়। আমি যিমানেই বুজা হওঁ, তিমানেই আমি আমাৰ শ্ৰেষ্ঠত্ব সম্পৰ্কে কৰা গৌৰৱ টুটি আহে। কৰ্মত বিশ্বাসে আমাৰ মনত প্ৰকৃত ন্যায বা বদান্যতাৰ মনোভাব এটা জগাই তোলে আৰু সেয়ে হ'ল আধ্যাত্মিকতাৰ মূল বস্তু। মানুহ একেবাৰে কেনে নিঃসহায আৰু দুৰ্বল আমি তাক উপলব্ধি কৰিবলৈ ধৰোঁ। আমি যেতিয়া দুখীয়া মানুহৰ সঙ্কুচিত জীৱনলৈ চাই পঠিয়াওঁ, তেতিয়া বুজিব পাৰোঁ, এই কৰ্মবন্ধন কিমান সঁচা। সিহঁত যদি এলেহুৱা আৰু পাপাচাৰী হয়, তেনেহ'লে আমি নিজে ভাবি চাওঁ যে সিহঁতে তাতকৈ বেলেগ হ'বৰ কাৰণে বাছি ল'বৰ সিহঁতৰ কি সুযোগ আছিল। সিহঁত দুষ্ট নহয়, দুৰ্কপলীয়া। তাৰ উপৰি অকৃতকাৰ্যতা যেনে ভুলৰ ফল, তেনে পাপৰ ফল নহয়; সেয়ে আমাক লৈ যায় সৰ্বনাশলৈ। গ্ৰীক বিয়োগান্ত সাহিত্যত মানুহক ব্যক্তিগত হিচাপে বেছি দায়ী কৰা হোৱা নাই; অৱস্থাসমূহ বা মৈৰাৰ (Moira) সিদ্ধান্তহে বেছি জগৰীয়া বোলা হৈছে। অডিপাচ ৰেক্সৰ কাহিনীত আমি পাইছোঁ, কেনেকৈ তেওঁ অশেষ চেষ্টা কৰা সত্ত্বেও বাপে-কক হত্যা নকৰাকৈ আৰু মাকক বিয়া নকৰোৱাকৈ থাকিব নোৱাৰিলে। হোমাৰৰ ৰচনাত হেক্টৰ আৰু এণ্ড্ৰমেকৰ বিচ্ছেদো আন এটি উদাহৰণ। শেক্সপীয়েৰত আকৌ আমি পাওঁ যে শিল্পীজনে তেওঁৰ চৰিত্ৰসমূহ কেনেকৈ নিৰ্দিষ্ট পৰিণামলৈ লৈ গৈছেগৈ, লিয়েৰৰ পাপাচাৰী ভুল বা মেকবেথৰ ব্যক্তিগত আকাংক্ষা আদি ছিদ্ৰসমূহৰ স্বাভাৱিক বিকাশৰদ্বাৰাই। শিল্পীয়ে এই আত্মাসমূহক বেদনাক্লিষ্ট কৰি আঁকিছে। হেমলেটৰ যুক্তি বিভ্ৰান্ত হৈছে, ইচ্ছা বিক্ষিপ্ত হৈছে, তেওঁ জীৱন আৰু মৰণ দুয়োটালৈকে চাই পঠিয়াই আচৰিত হৈ ভাবিছে—কোনটো বেছি বেয়া। ব্যক্তিগত আকাংক্ষাৰদ্বাৰা প্ৰৰোচিত হৈ মেকবেথে সকলো খেলিমেলি কৰি পেলাইছে। অথেল'ই দেছদীমোনাক হত্যা কৰিলে আৰু নিজকো হত্যা কৰিলে, কাৰণ ঈৰ্ষাপৰায়ণ দুৰ্জন এটাই তেওঁক এখন ৰুমাল দেখুৱালে। এই সাধু আত্মা-সকলে বিৰূপ শক্তিসমূহৰ লগত যুঁজ কৰি যেতিয়া ধ্বংস হ'বলগা হ'ল, আমি তেতিয়া তেওঁলোকৰ লগত আৰু তেওঁলোকৰ বাবে অভিভূত হওঁ; কাৰণ, আমাৰ যিকোনো এজনৰো এনে ঘটনা ঘটিব পাৰে, যি দুৰ্বলতাই এওঁলোকক বিনাশ কৰি পেলালে, আমিও তাৰপৰা বিমুক্ত নহওঁ। আমি এইবোৰক মুৰ্খামি, উচ্ছৃঙ্খলতা, চঞ্চলতা বা ইচ্ছা কৰিলে উন্নত আকাংক্ষা আৰু স্বাৰ্থসিদ্ধি বুলিও ক'ব পাৰোঁ। আজি গ্ৰীক ট্ৰেজেদি লিখকসকলৰ পাপগ্ৰহৰ ঠাই লৈছে মহান শক্তিশালী অৰ্থ-

নীতিৰ সূত্ৰই। গোটেই জগতজুৰি হাজাৰ হাজাৰ ডেকাই পিঞ্জৰাবদ্ধ চৰাইৰ দৰে সমাজৰ লৌহ কপাটত বৃথাই মূৰ আফালি মৰিবলৈ ধৰিছে; আমি তেওঁলোকৰ জীৱনত দেখিবলৈ পাওঁ, সকলো দুখাবহ কাহিনীৰ মূল সত্যকেই উদাৰ বা কুলীন কিবা এটা অতীত হৈ যাবলৈ ধৰিছে, শান্ত, সৌম্য কিবা এটা যেন ভীষণ শৰদেৰে ধ্বংস হৈ যাবলৈ ধৰিছে। ভাগ্যৰ হেঁচাত ভাগি পৰা এইসকলৰ ওচৰত আমি কেৱল মূৰ দোঁৱাব পাৰোঁ। যাতনা ভোগ কৰাৰ আৰু অকলশৰীয়া হৈ থকাৰ বাবে মানৱাত্মাৰ শক্তি অশেষ। জগতত যি অতি নিকৃষ্ট আৰু লুপ্ত বুলি পৰিগণিত, সেই সাধাৰণ জীৱশ্ৰেণীৰ কথাকেই ধৰা যাওক; সিহঁতে কিহৰ মাজেদি যাবলগা হৈছে, আমি যদি তাক জানিলোঁহেঁতেন, তেনেহ'লে তেওঁলোকৰ সঙ্গ ল'বলৈ পালে আমি সুখী হ'লোহেঁতেন। যিসকলৰ হোৱা উচিত, তেওঁলোকলৈহে দুৰ্ভাগ্য আহে বুলিলে সম্পূৰ্ণ ভুল কৰা হ'ব। জগতখন এক সম্পূৰ্ণ গোট, আৰু আমি ইটো সিটোৰ অংশ, আৰু আমি পৰস্পৰৰ কাৰণেও যাতনা ভুঞ্জিব লাগিব। খ্ৰীষ্টধৰ্মত এক ঐশ্বৰিক আত্মাইহে দেখুৱাইছিল যাতনা ভুঞ্জিবলৈকো কিমান কৰুণাৰ প্ৰয়োজন। দুখ সহাটো, যাতনা ভোগ কৰাটো সবল আত্মা থকাজনৰহে গুণ। ই মানৱৰ আধ্যাত্মিক ঐশ্বৰ্যক গৰীয়ান কৰে।

## পৰজীৱন

মৃত্যুৰ পিচত জীৱন সম্পৰ্কে অতি প্ৰভাৱশালী দৰ্শন আৰু ধৰ্মসমূহো একেবাৰে নিমাত নহ'লেও অস্পষ্ট যদিও, কিছুমান আধুনিক মতবাদে আমাত এনে বিশ্বাস জন্মাব খোজে যে থিয়েটাৰ ঘৰৰ 'ফুট লাইট'ৰ পোহৰে কৰাদিয়েই আত্মাৰ ভৱিষ্যতো মুখৰিত। সকলো তত্ত্বকে ফঁহিয়াই দেখুওৱা হৈছে। নৰকৰ কোনো গোপন ভয় তাত নাই বা স্বৰ্গৰো কোনো অবিকাৰ আনন্দ নাই। যিবিলাকে বিশ্বাস কৰে যে মৃত্যুৰ পিচত জীৱন এটা ঈশ্বৰ-প্ৰেৰিত ঘটনা আৰু যিবিলাকে এই শৰীৰটোৰ বাহিৰে আন একোৱেই নাই বুলি দৃঢ়োক্তি কৰে, তেওঁলোকৰ কাৰণে মৃত্যুৰ পিচত জীৱনৰ সমস্যাটোৰ কোনো অৰ্থ নাই। পদাৰ্থবাদৰ স্থূল মতবাদে পৰজীৱন নুই কৰে। আৰু ই আত্মাৰ উদ্‌গত দৃষ্টিভঙ্গীৰ লগত সম্পূৰ্ণ অমিল। আত্মাটো যদি শৰীৰে উৎপাদন কৰা নাই, তেনেহ'লে শৰীৰ ধ্বংস হোৱাৰ লগতে আত্মাও বিনাশ হোৱাৰ কোনো কথা নাই।

পৰজীৱনৰ প্ৰকৃতি সম্পৰ্কে আমি যেতিয়া সংজ্ঞা দিব খোজোঁ, তেতিয়াই কিছুমান অসুবিধা উপস্থিত হয়। পুনৰ্জীৱনৰ মতবাদ আলোচনা কৰাৰ আগতে আমি চমুকৈ আন দুটা মতৰ কথাও উল্লেখ কৰিব পাৰোঁ; সেই দুটা হ'ল—ব্যক্তিগত অমৰত্ব আৰু সোপাধিক অমৰত্ব।

## ব্যক্তিগত অমৰত্ব

ব্যক্তিগত অমৰত্ব বিচৰাসকলেও স্পষ্টকৈ নাজানে ইয়াৰ অৰ্থ কি। বিলোপ হৈ যোৱাজনৰ স্পৰ্শ, নিমাত হৈ যোৱাজনৰ মাত আমি পাবলৈ বিচাৰোঁ। অন্য কথাত ক'ব লাগিলে, আমি মানুহজনক সম্পূৰ্ণভাৱে ৰাখি থ'বলৈ বিচাৰোঁ। আন কথাত তেওঁৰ শাৰীৰিক স্থিতি, মন আৰু উদ্দেশ্য আমি দেখা আৰু স্পৰ্শ কৰিব পৰা ঘৰখন আৰু সেই গৃহবাসীজনক পাবলৈ বিচাৰোঁ। ঘৰখন ধ্বংসপ্ৰাপ্ত হৈ অকল গৃহবাসীজন পৰোত্তৰ-জীৱিত হৈ থাকিলেও আমাৰ সন্তুষ্টি নহয়। আমি মৃত সন্তানটিকেই বিচাৰোঁ, তাৰ ঠাইত অকণমান দেৱদূত এজন নহয়, আমি ভালপোৱা মানুহজনকে বিচাৰোঁ, শৰীৰ এৰি আত্মা হৈ ঈশ্বৰলৈ ৰূপান্তৰিত হোৱা-জনক আমি নিবিচাৰোঁ, আমি বিচাৰোঁ যিজনে কথা-বতৰাৰে আমাক চমক লগাই থাকিব। আমাক যদি বাছি ল'বলৈ দিয়া হয়, তেনেহ'লে আমি পাৰ্থিব স্থিতিৰ কোন অৱস্থাটো চিৰন্তনীয় কৰি ৰাখিম—মৃত্যুৰ সময়ৰ শৰীৰটো, নে যৌৱন অৱস্থা, নে জন্মৰে কেঁচুৱাটো ? আমি অনন্ত যৌৱন বা অনন্ত বৃদ্ধাৱস্থা নিবিচাৰোঁ। যিটো অৱস্থাই হওক, অনন্তকাল থাকিলে, মৃত্যুৰ কাৰণে আমাৰ হাহাকাৰ লাগি পৰিব। ইৰি-পাইডিচৰ 'হেৰাকলচ'ত থকা বিখ্যাত সমৱেত সঙ্গীতত উজ্জ্বল যৌৱন আকৌ ঘূৰি ঘূৰি পাবলৈ বিচাৰিছিল। আমি কোনোৱে যৌৱনৰ আসক্তিৰ লগত বাৰ্ধক্যৰ অন্তৰ্জ্ঞান লগ লগাই পাবলৈ বিচাৰোঁ ; কিন্তু আমি নাজানো যে ইটোৰ লগত সিটো সম্পূৰ্ণ সঙ্গতিবিহীন। আমি কি বিচাৰোঁ তাকো আমি নাজানো আৰু আমি যিটো জানো তাকো আমি নিবিচাৰোঁ।

## সোপাধিক অমৰত্ব

সোপাধিক অমৰত্বৰ মতবাদ ক্ৰমে জনপ্ৰিয় হৈ উঠিছে, বিশেষকৈ খ্ৰীষ্টীয় দাৰ্শনিকসকলৰ মাজত। লট্‌জেই মাত্ৰ এনে লোকসকলৰ বাবেহে অমৰত্ব দাবী কৰিছে, যিসকলে অতি উচ্চপৰ্যায়ৰ মূল্য নিজৰ ভিতৰত উপলব্ধি কৰিব পাৰে, যাৰ ফলত তেওঁলোক সমগ্ৰতাৰ মাজত হেৰাই নাযায়। এই বিষয়ত অধ্যাপক প্ৰিঙ্গল পেটিচনেও লট্‌জেকে অনুসৰণ কৰিছে। তেওঁ কয় যে অমৰত্ব "প্ৰত্যেক মানৱাত্মাৰ অন্তৰস্থ সম্পদ নহয়, বা মানুহৰ আকাৰ লৈ জন্ম লাভ কৰা যিকোনো মানুহকে দিয়া কবচৰ দৰে বস্তুও নহয়। বহুতো অবিৰাম প্ৰচেষ্টাৰ ফলতহে প্ৰকৃত আত্মাৰ উদ্ভৱ হয় আৰু এই আত্মা এক কৰিবৰ কাৰণে আৰু তাক ৰক্ষা কৰি থাকিবৰ কাৰণে সেই একে প্ৰচেষ্টাৰেই প্ৰয়োজনো হয় ; কাৰণ, ই জহি-খহি

যোৱাৰ আশঙ্কা সকলো সময়তে আছে। (১০) পৰিবেশৰ লগত খাপ খুৱাই চলিব পৰাটো যেনেকৈ শৰীৰধাৰীসকলৰ জীয়াই থকাৰ এটা লক্ষণ, তেনেকৈ মানৱাত্মায়ো জীয়াই থাকিব লাগিলে ঐশ্বৰিক পৰিবেশৰ লগত নিজক খাপ খুৱাই চলিব পাৰিব লাগিব। অমৰত্ব আমাৰ অধিকাৰ থকা জন্মস্বত্ব নহয়, ইয়াক উপাৰ্জন কৰিবলগীয়া পুৰস্কাৰহে।

এই মতবাদৰ থাই কাৰণ হ'ল: আমি অমৰত্বক বাছি থকাৰ লগত, অনন্ত জীৱনক কাল-খণ্ডত চলি থকাৰ লগত ভ্ৰম কৰিছোঁ। যি পৰিমাণৰ সিদ্ধতাৰ ফলত আমি অমৰত্ব লাভ কৰিব পাৰোঁ, মৃত্যুৰ পিচত আমি প্ৰায় সকলোৱেই তাৰ বহুত তলত পৰি থাকোঁ। অমৰত্বক অনন্ত জীৱন বুলি ধৰিলে সেই পৰিমাণৰ সিদ্ধি লাভৰ ওপৰত ই নিৰ্ভৰশীল যদিও, মানুহৰ সৰহভাগেই অমৰত্বৰ কাৰণে অনুপযুক্ত নহ'লেও, সিহঁত একেবাৰেই জীয়াই নাথাকে বুলি আমি স্বীকাৰ কৰিবলগা নহয়। অকল ঋষি-মুনিসকলেহে অমৰত্বৰ কাৰণে যোগ্য হ'লেও সাধু আৰু পাপী উভয়েই মৃত্যুৰ পিচতো জীৱিত থাকে। খ্ৰীষ্টীয় ধৰ্মশাস্ত্ৰমতে দুৰ্বৃত্ত আৰু পাপীবোৰৰ মৃত্যুৰ পিচত সচেতন স্থিতিও অন্ত পৰে বুলি ক'লে ন্যায় কৰা নহ'ব। কেথলিক খ্ৰীষ্টধৰ্মত পৰমাগতি লাভ কৰিব নোৱাৰাসকলৰো অনন্ত স্থিতি আছে বুলি কয়। অনন্ত জীৱন আৰু সম্পূৰ্ণ বিনাশ—এই দুইটাই মাথোন একমাত্ৰ বিকল্প নহয়।

অধ্যাপক প্ৰিঙ্গল পেটিচনে বিশ্বাস কৰে যে নৈতিক জীৱনৰ মূল্যৰ বাবে অমৰত্বৰ সোপাধিক লক্ষণ প্ৰয়োজনীয়। "মানুহে যিহকে নকৰক, অন্তত গৈ সকলোৱেই ঠিক্ হৈ যাব বুলি নিৰ্ভয় দিলেও, ইয়াতে আৰু এতিয়াই লোৱা সিদ্ধান্তৰ গুৰুত্ব সম্পৰ্কে তেওঁলোকক সচেতন কৰি দিবলৈ যথেষ্ট উপায় নহয়; কাৰণ, এই সিদ্ধান্তসমূহে আত্মাক অভ্যাসৰ বান্ধোনেৰে মেৰিয়াই পেলায আৰু তাৰপৰা ওলাই অহাটো দুস্তৰ হৈ পৰে।" (১১) ই সিদ্ধ যুক্তি নহয়। কৰ্মৰ নিয়মে ইয়াতে আৰু এতিয়াই কৰা কামৰ বিশেষ গুৰুত্বৰ ওপৰত জোৰ দিয়ে, অথচ পৰোক্তৰ জীৱিত হৈ থকাটো বিচাৰে। মানৱাত্মাই যদি এই জীৱনতে স্থায়ী অভিলাষসমূহ মনত সমাহৃত কৰি তাক একীভূত কৰিব নোৱাৰেও, তেনেহ'লে সি একেবাৰেই নোহোৱা হৈ যোৱাৰ প্ৰয়োজন নাই। এনে এটা মতবাদ গ্ৰহণ কৰিলে প্ৰকৃত আত্মত্ব লাভ কৰিবলৈ নোপোৱাকৈয়ে প্ৰাণ হেৰুওৱা অগণন কেঁচুৱা আৰু চেমনীয়াহঁতৰ কি গতি হ'ব তাক ভাবিবলৈকো টান লাগে। আনকি বহুতো বয়সীয়া মানুহো মৰাৰ সময়লৈকে ল'ৰা-ছোৱালীৰ দৰেই থাকে। এওঁলোকে যিমানখিনি সমন্বয় লাভ কৰিব পাৰে, সেইখিনিৰ ফলেৰেই পৰজীৱনত জীৱিত থাকিবগৈ পাৰে নে

(১০) *The Idea of Immortality* (1922) Pp.195—196
(১১) *The Idea of Immortality* (1922) Pp.203—4.

নোৱাৰে, সেই বিষয়ে সিদ্ধান্ত কৰাটো বৰ সহজ নহ'ব। আমাৰ জীৱনৰ বিভিন্ন অৱস্থাত উপলব্ধি কৰিব পৰা জোখাই নিত্য মূল্যৰ উপযুক্ত ৰেগুণি আমি মৃত্যুৰ সময়লৈকে বহুত হয়তো নাপাম। আমাৰ জীৱনৰ শলিতা যেতিয়া পুৰি শেষ হৈ আহে, তেতিয়াহে আমি জানোগৈ আমি কেনেকৈ জীয়াই থাকিব লাগে। অধ্যাপক প্রিঙ্গল পেটিচনে হয়তো ভাবিব পাৰে যে "যিবিলাকে জীৱন থাকোঁতেই তাৰ সদ্ব্যৱহাৰ নকৰিলে তেওঁলোকৰ কাৰণে জীয়াই থকাৰ কোনো লাভ নাই,"(১২) আৰু হয়তো মানৱজাতিৰ অধিকাংশ সম্পূর্ণ বিনাশ হৈ গ'লেও তেওঁৰ গাত নালাগিব পাৰে; কিন্তু এই মানুহবোৰে যদি আৰু দুই এটা সুযোগ পায, তেনে-হ'লে মানৱজাতিয়ে একেলগে প্রেম আৰু ইষ্টৰ দৃষ্টি লাভ কৰাৰ সম্ভাৱনা আছে বুলি আমি ধৰি ল'ব পাৰোঁ। তদুপৰি গভীৰ প্রেমে অতি পতিত আত্মাকো তেওঁ-লোকৰ কুৎসিৎ ৰূপটোৰ প্ৰতি সজাগ কৰি দিব পাৰে; গতিকে এইবিলাককো আমি একেবাৰেই ভ্ৰষ্ট হৈ যোৱা বুলি এৰি দিয়া উচিত নহয়। বহুতো 'পাপী'য়ে হঠাৎ পুনৰ পোহৰ দেখা বহুতো উদাহৰণেৰে বুৰঞ্জীৰ পাত ভৰি থকা আছে, কিন্তু মৃত্যুৱে যদি সিহঁতৰ জীৱনৰ অৱসান ঘটায়, তেনেহ'লে সিহঁতৰ জীৱন সম্পূৰ্ণভাৱে বিনষ্ট হৈ যাব আৰু লগতে ঈশ্বৰৰ অভিপ্ৰায়ো ব্যৰ্থ হৈ যাব।

অধ্যাপক প্রিঙ্গল পেটিচনে ব্যক্তিৰ কিবা অবিনাশী মূল্য থকা বুলি নাভাবে, আৰু সেইবাবে তেওঁলোকক আৰু সুযোগ দিয়াৰ কথাও নুঠে। প্লেটোৱে টিমীয়াছ (Timaeus)ত যুক্তি দিছে যে ঈশ্বৰে তেওঁৰ সৃষ্টিক বিনাশ কৰিবলৈ নিবিচাৰে, আৰু আন একোৱেও তাক বিনাশ কৰিব নোৱাৰে; গতিকে ঈশ্বৰৰ ৰূপদি সৃজা এই আত্মাসমূহ কেতিয়াও বিনাশ হ'ব নোৱাৰে; অৱশ্যে যি প্রক্রিয়াৰদ্বাৰা মানুহে ঈশ্বৰৰ প্ৰতিৰূপ লাভ কৰিবগৈ পাৰে, সি অনন্তকাল ব্যাপি হ'ব পাৰে। অধ্যাপক জে. এষ্টলিন কাৰ্পেণ্টাৰে লিখিছে, "বুদ্ধধৰ্মমতে সকলো প্রাণীৰেই পৰম নিৰ্বাণ আছে। খ্ৰীষ্টধৰ্মৰ বিভিন্ন ব্যাপক ঐতিহাসিক ৰূপবোৰে এতিয়াও অগণন লোকক অনন্ত শাস্তি আৰু অবিৰাম পাপেৰে দণ্ডিত কৰি থৈছে।"(১৩) খ্ৰীষ্টধৰ্মৰ বুৰঞ্জীত শেষ দণ্ডৰ শিক্ষা ব্যাপক আৰু চলমান, অৱশ্যে অৰিগেন আৰু খ্ৰীষ্টীয় প্লেটনিক-সকলৰ মতে ঈশ্বৰৰ পিতৃত্ব আৰু শেষ মুক্তিৰ ওপৰত গুৰুত্ব আৰোপ কৰাও পোৱা যায়। অৰিগেনৰ মতে ঈশ্বৰৰ মহাশক্তিকো ধৰি সকলোৱেই মুক্তি লাভ কৰিব। ট্ৰেণ্টৰ কাউন্সিলে ৰোমান কেথলিক ধৰ্ম সমাজক নৰকৰ বন্ধনৰ কথাকেই দিলে। যীশুখ্ৰীষ্টৰ কঠোৰ বাণীসমূহ আমি অপ্ৰমাণিত বুলি বাদ দিব পাৰোঁ। ড্ৰাইভৰ শাস্তিক আমি সংশোধনৰ হকে কৰা বুলি ব্যাখ্যা কৰিব পাৰোঁ। জালৰ উপাখ্যানত কন্দা

(১২) *The Idea of Immortality* (1922) Pp.197.

(১৩) *Buddhism and Christianity* Pp. 306.

আৰু দাঁত কৰচা, আৰু পবিত্ৰ আত্মাৰ বিৰুদ্ধে পাপ কৰা সকলৰ "ইহ সংসাৰতে হওক বা পৰ সংসাৰতে হওক", কোনো ক্ষমা নহ'ব বোলা কথাষাৰ কুসংস্কাৰগত অতিৰঞ্জন বুলি বাদ দিব পাৰি। তথাপিও এপ'কেলিষ্টিক্ সকলৰ হাতত পৰি অতিৰঞ্জিত হোৱা অবিসম্বাদী শিক্ষাও যথেষ্ট পৰিমাণে আছে। আমি যদি দোষ কৰা হাতখন বা ভৰিখন কাটি পেলাব নোখোজোঁ, তেনেহ'লে আমাৰ কাৰণে গেহেনাইছে একমাত্ৰ ঠাই। স্বৰ্গীয় ভোজ আৰু ভেঁৰা আৰু ছাগলীৰ উপাখ্যানতো একেবাৰেই পৰিত্যাগ কৰাটোকেইহে একমাত্ৰ সম্ভৱ বুলি দেখুৱাইছে। কিন্তু আধুনিক মনে এনে অন্তহীন শাস্তিৰ ভাবধাৰা এটা গ্ৰহণ কৰিব নোৱাৰে, কাৰণ ই কোনো উন্নতিৰ পথ নুসূচায়। অতি অসৎ বৃত্তিৰ মানুহো শেহান্তত গৈ জ্ঞানলিপ্ত হৈ পৰিব আৰু মুক্তি লাভ কৰিব। নৈতিক প্ৰযত্নৰ সূক্ষ্মধাৰ ই ভোটা কৰিব বুলি ভাবিব নালাগে। যীশুখ্ৰীষ্টৰ পৰিণত বাণীসমূহত ঈশ্বৰ, পিতৃত্ব আৰু সৰ্বমুক্তি ভাবৰ কৰ্তৃত্ব পোৱা যায়। প্ৰত্যেক আত্মাই ঈশ্বৰক পিতৃ (১৪) বুলি জ্ঞান কৰাত আমি অন্ততঃ এইখিনি নিশ্চিন্ত হ'ব পাৰোঁ। যে তেওঁ নিজৰ কোনো সন্ততিকেই মৃত্যু হৈ বিনাশ হোৱাটো নিবিচাৰে। ক্ৰুচবিদ্ধ হোৱাৰ ঠিক আগতে বোলে যীশুৱে কৈছিল: "মই ভাল ভেঁৰাৰখীয়া। ভাল ভেঁৰাৰখীয়াই তেওঁৰ নিজৰ জীৱন দান কৰিছে, যাতে আৰু কোনো এটাও ভেঁৰা নাশ নহয়।" এটা জীৱনৰ ক্ষুদ্ৰ পৰিসৰতে ঈশ্বৰৰ ধৈৰ্য কেতিয়াও শেষ হ'ব নোৱাৰে। প্ৰত্যেক আত্মাই ঈশ্বৰৰ কাৰণে যদি মূল্যবান হয়, তেনেহ'লে সাৰ্বজনীন মুক্তিও সুনিশ্চিত। কোনোবা আত্মা যদি বিনাশ পায়, তেনেহ'লে ঈশ্বৰৰ সৰ্বশক্তি তত্ত্বও সন্দেহাত্মক হৈ পৰিব।

অমৰত্ব মানে আমি যদি অকল জীয়াই থকাকে নুবুজাই নিত্য জীৱন বুলি বুজোঁ, তেন্তে ব্যক্তিগত প্ৰযত্নৰ মূল্য আছে। লক্ষ্য স্থিৰ থাকিব পাৰে; কিন্তু ইয়াত উপনীত হোৱাটো নিৰ্ভৰ কৰে আত্মাসমূহৰ সক্ৰিয় সহযোগতহে। অতি কঠোৰ আত্মাও কেতিয়াবাযে শুদ্ধ পথেদি যাবগৈ বুলি আমি বিশ্বাস কৰোঁ, ইয়াৰ কাৰণ হ'ল আত্মাৰ সৰ্বশক্তিমান স্বৰূপ আৰু ইষ্টৰ সকলোকে বাধ্য কৰিব পৰা লক্ষণ। কোনো ব্যক্তিয়েই একেবাৰেই পাপাশয় নহয় বা পুণ্যাই ভেদ কৰিব নোৱৰা নহয়। আত্মাৰ প্ৰভাৱ কোনেও বাধা দিব নোৱাৰে, যিসকলে নিয়ম-সংযম আৰু প্ৰযত্নৰ জৰিয়তে নিজক সিদ্ধ কৰে, তেওঁলোকেই গোটেই জাতিটোকে ৰক্ষা কৰিব।

## পুনৰ্জন্ম

পুনৰ্জন্মবাদৰ সুদীৰ্ঘ আৰু প্ৰভাৱশালী বুৰঞ্জী আছে। জন্মচক্ৰ কঠোৰ নিয়মানুৱৰ্তী হৈ চলি থকা বুলি অৰ্ফিক ধৰ্মৰ মুখ্য বিশ্বাস। পীথাগোৰাচ, প্লেটো আৰু

(১৪) *Luke* XV. 2.

এম্পিদক্লচে পুনৰ্জন্মক একপ্ৰকাৰ সূত্ৰ সত্য (সৌত্ৰ) বুলিয়েই ধৰি লয়। তেওঁ-লোকৰ মতে পূৰ্বজন্ম স্থিতি আৰু মৰণোত্তৰ জীৱন—হয় দুয়োটা একেলগে সঁচা, নহয় দুয়োটা মিছা। প্লটিনাচ আৰু নৱপ্লেটনিকসকলৰ দিনলৈকে এই মতবাদ প্ৰায় চলি আহিছে। হিব্ৰুসকললৈ লক্ষ্য কৰিলে দেখা যায় যে ফিলোত ইয়াৰ সাঁচ আছে আৰু কাব্বালাত ইয়াক স্পষ্টভাৱেই গ্ৰহণ কৰা হৈছিল। চুফিসকলে এই মতবাদ মানি লয়। খ্ৰীষ্টধৰ্মৰ প্ৰৱৰ্তনৰ সময়ত পেলেষ্টাইনত এই মতবাদৰ প্ৰচাৰ আছিল। উদাহৰণ স্বৰূপে হেৰ'ডে ভাবিছিল যে যীশুখ্ৰীষ্টৰ মৃত্যুৰ পিচত পুনৰ্জীৱন লাভ কৰাজন হয়তো বেপ্টিষ্টেই। (১৫) যীশুৱ শিষ্যসকলে তেওঁক জন বেপটিষ্ট বা এলিজা বা জেৰেমীয়া বুলি শুনা উৰা-বাতৰিৰ কথা কৈছিল। তেওঁ যেতিয়া জন্মান্ধ মানুহ এটাক চিকিৎসা কৰিছিল, তেওঁৰ শিষ্যসকলে মানুহজনক সুধিছিল যে তেওঁৰ এই অন্ধতা পূৰ্বজন্মৰ পাপৰ ফলনেকি। (১৬) জুলিয়াচ্ ছিজাৰে বৃটিচৰ পূৰ্বপুৰুষসকলৰ মাজত পুনৰ্জন্মত বিশ্বাস থকা পাইছিল; কাৰণ, তেওঁ 'History of Gallic Wars'ত লিখিছে যে ড্ৰুইডসকলে "তেওঁলোকৰ দৃঢ়বিশ্বাসৰ ভিতৰত ইয়াকো ধৰি লয় যে আত্মাই জীৱনৰ শেষ হোৱাৰ লগে লগে নাশ নাপায় বৰং মৰণৰ পিচত এটা শৰীৰৰপৰা আন এটা শৰীৰলৈ যায়, আৰু তেওঁলোকে ভাবে যে যেহেতু এই মতবাদৰ ফলত মৃত্যুভয় তেওঁলোকৰ নোহোৱা হয়, তেওঁ-লোক বীৰত্বৰ কামৰ কাৰণে উদ্দীপ্ত হয়।" খ্ৰীষ্টধৰ্মৰ ভিতৰতো প্ৰথম কেইশতি-কাত কোনো কোনো আস্তিকবাদী দলে আৰু চতুৰ্থ আৰু পঞ্চম শতিকাত মেনি-কিয়ানসকলে এই মত পোষণ কৰিছিল। অৰিগেনেও ইয়াত বিশ্বাস কৰিছিল। মধ্যযুগত কাথাৰি নামে অভিহিত হোৱা বিভিন্ন সম্প্ৰদায়সমূহে এই মত পোষণ কৰি চলিছিল। নৱ অভ্যুদয়ৰ যুগত ব্ৰুনই ইয়াক মানিছিল আৰু সপ্তদশ শতিকাত ৱানহেলমণ্টে ইয়াক গ্ৰহণ কৰিছিল। চুইডানবাৰ্গে ইয়াক এটা পৰিবৰ্তিত ৰূপত প্ৰকাশ কৰিছিল। গ্যেটেই ইয়াক লৈ খেলা কৰিছিল; কিন্তু লেছিং আৰু হাৰ্ডাৰে ইয়াক দৃঢ়ভাৱেই বিশ্বাস কৰিছিল। হিউম আৰু স্বপেনহাৱাৰে ইয়াক শ্ৰদ্ধাৰে উল্লেখ কৰিছে আৰু বৰ্তমানৰ দাৰ্শনিকসকলৰ অন্ততঃ আধাডজনে ইয়াত বিশ্বাস কৰে, যদিও অসম্পূৰ্ণ সাক্ষী-প্ৰমাণৰ অভাৱত এই মত স্বীকাৰ নকৰে। (১৭)

---

(১৫) *Mathew* XIV. 2.

(১৬) *John* IX. 2, *See also Mathew* XI. 14—15.

(১৭) *Mc Taggart : The Nature of Existence*, Vol. 11. (1927) *ch.* LXIII.

আত্মাৰ উদ্‌গত মতবাদে পুনৰ্জন্মৰ প্ৰকল্প যুক্তিযুক্ত বুলি গ্ৰহণ কৰে। প্ৰকৃতিৰ আদিৰপৰা অন্তলৈ অবিৰাম পুনৰ্জীৱনৰদ্বাৰা জীৱন ৰক্ষিত হয়। জীৱ চিৰন্তন চলি থাকে, ইয়াৰ কেতিয়াও বিৰাম নাই আৰু যিটো হোৱা উচিত অথচ হোৱা নাই, তেনে এটা অৱস্থালৈ আগবাঢ়ি যাবৰ কাৰণে চেষ্টা কৰি থাকে। পশু-স্তৰত এই জাতিৰ ক্ৰম ৰক্ষাই মাত্ৰ লক্ষ্য হ'লেও মানৱ-স্তৰত ইয়াৰ লক্ষ্য হ'ল একক ব্যক্তিত্বৰ উন্নতি সাধন কৰাটো। মানুহৰ সত্তা বা আত্মা সকলো সময়তে একে হৈ থকা আনুষংগিক গুণ বা সাৰ পদাৰ্থই নহয়, ই এটা জীৱন্ত অভিজ্ঞতা আৰু ইয়াৰ স্থিতিকালেই হ'ল ইয়াৰ অন্তৰ্নিহিত লক্ষণ। প্ৰকৃতিৰ সকলো ক্ষেত্ৰতে যদি আন-বিলাক বস্তু ইয়াৰ সমব্যাপী অৱস্থাৰপৰাই উদ্ভৱ হয় আৰু সমব্যাপী আন বস্তুলৈকে পৰিৱৰ্তিত হয়, তেনেহ'লে আত্মাৰ ক্ষেত্ৰতো এই সাধাৰণ নিয়মৰ কোনো ব্যতিক্ৰম হ'ব নালাগে। "ধানটোৰ দৰেই মৰণশীলজন বাঢ়ি যায় আৰু ধানটোৰ দৰেই পুনৰ্জন্মও লাভ কৰে।" (১৮) প্ৰকৃতিৰ নিয়ম হ'ল এটা কোনো বিশিষ্ট সাধাৰণ আকাৰত চলি থকাটো। এই অবিচ্ছিন্নতাৰ সাধাৰণ নিয়ম ভঙ্গ কৰিব নুখুজিলে মানুহৰ আত্মাও মৃত্যুৰ পিচত বৰ্তি থাকিব লাগিব। সিহঁতে অতীতৰ সূত্ৰ সংযোগ কৰি বৰ্তমানৰ কিবা এটা গুথি লয় আৰু ভৱিষ্যতৰ কাৰণে সাজু হয়।

এই অবিচ্ছিন্নতা মানৱতাৰ স্তৰৰ দৰে একে হ'ব নোৱাৰে; কাৰণ, আত্মাৰ যি সংগঠন আৰু শাসন ক্ষমতা আছে, সি বিশিষ্ট লক্ষণযুক্ত। মানৱ স্তৰতকৈ মানৱেতৰ স্তৰত থকা ঐক্য শিথিল। বেৰ এখন ভাঙি গ'লেও তাৰ ইটাৰ গোটবোৰ নভগা হৈ থাকিব পাৰে। কিন্তু আত্মাটো যদি নাশ পায়, তেন্তে ইয়াৰ চিন্তাৰ বিষয়বস্তুসমূহ লগতে বিনষ্ট হৈ যাব। ইয়াৰ আকাৰ আৰু বিষয়বস্তু, ইয়াৰ ৰূপ আৰু পদাৰ্থ এনে ওতঃপ্ৰোতভাৱে জড়িত যে ইহঁতক জোৰ কৰি বেলেগ কৰিবলৈ গ'লে আত্মাটোৰেই নাশ পাব; সেইকাৰণে অন্যান্য শৰীৰীসমূহৰ অবিচ্ছিন্নতাৰ দৰে আত্মাৰ অবিচ্ছিন্নতা একেপ্ৰকাৰৰ নহয়।

আত্মাৰ লক্ষ্য হ'ল ব্যক্তিত্বৰ কাৰ্য সম্পাদন বা উদ্‌গতি সাধন। ইয়াৰ গাম্ভীৰ্য, ঐশ্বৰ্য আৰু ব্যাপকতা অনিৰ্দিষ্টভাৱে বৃদ্ধি পাব পাৰে। আমাৰ শক্তিসমূহ আমাৰ একেটা জীৱনতে খটুৱাই শেষ কৰিব নোৱাৰোঁ বা যি মূল্য লাভৰ বাবে আমি প্ৰযত্ন কৰোঁ, তাকো সংগ্ৰহ কৰিব নোৱাৰোঁ। আত্মাৰ এই অনন্ত উদ্‌গতিৰ শক্তি আৰু অবিচ্ছিন্নতাৰ ব্যাপকতাই আমাক য'ত এই আত্মাৰ অসম্পূৰ্ণতাই পূৰ্ণতা লাভৰ সুযোগ পাব পাৰে, তেনে এখন ভৱিষ্যতৰ কথাকেই কয়। পুনৰ আৰম্ভ কৰিব-লগীয়া ভগ্ন জীৱনসমূহেই সৃষ্টিক পূৰ্ণ কৰাৰ শক্তি বিশেষ। পৰম্পৰানুক্ৰম জীৱন-সমূহ ইটোৰ পিচত সিটোকৈ ঘনিষ্ঠভাৱে জড়িত আৰু তাত এটা জীৱনৰ কৰ্ম-

(১৮) কঠ উপ, *i*. 6

সমূহেই পিচৰ জীৱনৰ ভিত্তি আৰু সুযোগ নিৰ্ধাৰণ কৰি দিয়ে। (১৯) লক্ষ্যত উপনীত হ'বলৈ অন্ধভাৱে ধাৱমান হোৱাৰ কোনো কথা নাই। ঈশ্বৰৰ সন্ততি-সকলৰ চকুত হাজাৰ হাজাৰ বছৰ এটা মাথোন দিনৰ দৰে তেওঁলোকে একেটা জীৱনতে সিদ্ধি লাভ কৰিব নোৱাৰিলেও হতাশ হ'বৰ কোনো কাৰণ নাই। অতী-তত ব্যক্তি অগণনবাৰ উপজিছে আৰু মৰিছে আৰু ভবিষ্যতৰ কল্পনাৰেও নুকি পাব নোৱৰা বহুযুগ ধৰি তেওঁলোকে বিনাশ পাব আৰু পুনৰ্জীৱিত হ'ব। আমাৰ এই শৰীৰী জীৱন জন্মৰ পূৰ্বতে থকা আৰু মৃত্যুৰ পিচতো গতিশীল এক আত্মাৰ বৃহৎমাৰ্গৰ সামান্য কাহিনীহে।

আমি কালৰ কোনো স্তৰ পালে তাৰপৰা অতীতটোক অনুমান কৰি ল'ব পৰাটো বিজ্ঞানৰ এটা স্বীকৃত সূত্ৰ। আমি "এই জগতলৈ একোকেই লৈ অহা নাই" (২০) বোলা কথাষাৰ সঁচা নহয়। আত্মাই কিছুমান লক্ষণ আৰু উত্তৰাধি-কাৰী সম্পদ লৈহে এই জীৱনত প্ৰৱেশ কৰে। আমি সাধাৰণতে উত্তৰাধিকাৰী সূত্ৰে পোৱা কিছুমান গুণৰ কথা কওঁ: সৌন্দৰ্যৰ প্ৰতি চকু, গীতৰ প্ৰতি অনুৰাগ, এইবোৰ গোটেই জাতিটোৰ সাধাৰণ গুণ নহয়, ব্যক্তিৰ বিশেষত্বহে। গতিকে আত্মাৰ নিশ্চয় ইয়াত বা অন্যত্ৰত এক অতীত বুৰঞ্জী থাকিবই লাগিব। বিশেষ লক্ষণ লৈ উদ্ভৱ হোৱা এই আত্মা হঠাৎ অকাৰণত হোৱা বুলি আমি বিশ্বাস কৰিব নোৱাৰোঁ। মেকটেগাৰ্টে এনে কিছুমান ঘটনাৰ উল্লেখ কৰিছে, যিবোৰ আমি পূৰ্ব জীৱনৰ প্ৰকল্প স্বীকাৰ নকৰিলে ব্যাখ্যা কৰা টান। "দুজন সম্পূৰ্ণ অপৰিচিত মানুহ হঠাৎ লগলাগি এনে মিল হৈ যায যেন তেওঁলোক বহু বছৰ পৰস্পৰ সহায় আৰু বিশ্বাসৰ যোগে সম্বন্ধ স্থাপিত হোৱা মানুহহে।" (২১) দুজনৰ প্ৰথম দৃষ্টিতেই ওপজা প্ৰেমো অকল যৌন আকাংক্ষাৰ চপলতাই নহয়। আনহাতে আমি যিবিলাক গুণ বহু পৰিশ্ৰম আৰু চেষ্টাৰদ্বাৰাহে লাভ কৰিব পাৰোঁ, তেনেবোৰ হয়তো কোনো কোনোৱে প্ৰকৃতিৰ দান হিচাপেই পোৱা যেন লাগে। (২২) প্ৰাচ্যত

(১৯) চান্দোগ্য উপঃ III. 14. 1.

(২০) *I. Timothy, VI.* 7.

(২১) *Some Dogmas of Religion* (1906) *Pp.* 121.

(২২) "কোনো বিশেষ প্ৰলোভনৰ প্ৰতি অবিৰাম গা এৰি দিয়াৰ ফলত যি দুৰ্বলতাৰ উদ্ভৱ হয়, ঠিক তেনেকৈ প্ৰলোভন ৰোধ কৰাৰ অক্ষমতা আন এজন মানুহৰ গাত আগৰে থাকিব পাৰে। সেইদৰে এজন মানুহে গোটেই জীৱন শান্ত আৰু পবিত্ৰ পুণ্যব্ৰতাৰে কাম আৰম্ভ কৰে—আন এজনে আকৌ তাকে বহুবছৰ পৰিশ্ৰমৰ ফলতহে লাভ কৰিব পাৰে। কিছুমান মানুহৰ আকৌ পৰৰ চৰিত্ৰ সম্পৰ্কে জানি-বলৈ বা বিশেষ সংকট কালত প্ৰত্যুৎপন্নমতিতাৰে সিদ্ধান্ত গ্ৰহণ কৰিবলৈ যি

অদ্ভুত শিশুৰ কথাও বহুতৰে জনা আছে। পাশ্চাত্য জগততো আমি মাজে মাজে এনে উদাহৰণ পাওঁ। বাৰ বছৰীয়া ভায়লিন বাদক ইহুদী মেনহীনে অলপতে এলবাৰ্টহলত তেওঁৰ বিশিষ্ট প্ৰক্ৰিয়াৰ পূৰ্ণ লক্ষণৰদ্বাৰা সকলো সমালোচকক আচৰিত কৰি পেলাইছিল, আৰু সৰ্বোপৰি বেলজিয়ান শিশু এণ্ডাৰলেনৰে যি কোনো পাঁচটা অঙ্কৰ সংখ্যাক আন এটা পাঁচটা অঙ্কৰ সংখ্যাৰে চকুৰ পচাৰতে পূৰণ কৰি ব্ৰুচেলৰ অধ্যাপকসকলক এই অদ্ভুত ক্ষমতাৰে স্তম্ভিত কৰি পেলাইছিল, এই গুণবোৰ বাৰু পূৰ্বজীৱনত অৰ্জিত ক্ষমতাৰ ফল বুলি ধৰিব নোৱাৰিবনে?

আমি যদি পূৰ্বজীৱন অস্বীকাৰ কৰোঁ, তেনেহ'লে ক'ব লাগিব যে দেহৰ লগতে আত্মাৰো সৃষ্টি হয়। এনেমতে সকলো শিক্ষা আৰু অভিজ্ঞতা নিষ্প্ৰয়োজন। আত্মা যদি কোনো এক বিশিষ্ট লক্ষণ লৈয়েই সৃষ্টি কৰা হৈছিল, তেনেহ'লে বিভিন্ন আত্মাসমূহৰ ওপৰত বিভিন্ন লক্ষণ প্ৰয়োগ কৰাৰ অৰ্থ বুজা টান হৈ পৰে। আমাৰ ভাগ্য চপলতা আৰু ক্ৰূৰতাৰ কাৰণেই হোৱা যেন লাগে। প্ৰকৃতিয়ে নকৰিলেও ঈশ্বৰে যেন আমাক বিভিন্ন অৱস্থাৰ মাজত পেলাই দি পিচত আকৌ আমিয়েই যেন আমাৰ কপালৰ বাবে দায়ী, সেইবুলি বিচাৰ কৰে। আমাৰ এনে দুঃস্থ অৱস্থাত আমোদ পোৱা ঈশ্বৰজন নিশ্চয় অদ্ভুত প্ৰকাৰৰ চপল দেৱতা হ'ব লাগিব। তেওঁ যীশু আৰু জুদাক নিজেই বিভিন্ন বৃত্তি দান কৰে, অথচ পিচত আকৌ অভিযোগ কৰে যে স্বৰ্গপ্ৰাপ্তিৰ বাবে কৰা যত্নত যীশুৱে কৃতকাৰ্যতা লাভ কৰে আৰু জুদা অকৃতকাৰ্য হয়। ৰজা যেতিয়া এনে চপল হয়, বিচাৰ তেতিয়া সম্পূৰ্ণ ভ্ৰান্ত যেন লাগে।

অবিচ্ছিন্নতাৰ সূত্ৰ যদি ভগ্ন স্বপ্ন নহয়, তেনেহ'লে মৰণোত্তৰ জীৱন বৰ্তমানৰ জীৱনৰ দৰেই একে প্ৰকৃতিৰেই হ'ব। আত্মাটো সমগ্ৰ শৰীৰী কেন্দ্ৰৰপৰা সম্পূৰ্ণ বিচ্ছিন্ন আণৱিক কেন্দ্ৰ এটা নহয়, গতিকে মৰণৰ পিচতো ই একে লক্ষণ বিশিষ্ট হৈয়েই চলি থাকিব। আত্মা সত্তাপ্ৰকল্পৰ মূল উদ্দেশ্য হ'ল, যিমান পৰিবৰ্তনেই নহওক, আত্মাৰ ঐক্য থাকিব। আমাৰ সকলো অভিজ্ঞতাৰ সামূহিক বা সাংগঠনিক ঐক্য বুলি ধৰি ল'লে আত্মাৰ এই একক লক্ষণ সুৰক্ষিত হয়। পুনৰ্জন্ম

অন্তস্থ শক্তি থাকে আৰু তাৰ ফলত আন অনভিজ্ঞ কলো লাভ কৰিব পাৰে; কিন্তু দুৰ্কপলীয়াসকলে এনে গুণ লাভ কৰিলেও বহুত পৰিশ্ৰমৰ ফলতহে পাব পাৰে। তেনেহ'লে আমি ইয়াকে বুজিব পাৰোঁ যে কিছুমান মানুহৰ কিছুমান জন্মগত শক্তি বা প্ৰতিভা থাকে, কিন্তু তেনে ধৰণৰ গুণ আন মানুহে আকৌ বহুদিনৰ সঞ্চিত অভিজ্ঞতাৰ ফলতহে পাব পাৰে। আমি যদি পূৰ্বজন্ম বিশ্বাস কৰোঁ, তেন্তে এই জন্মজ গুণো সঞ্চিত অভিজ্ঞতাৰ ফল বুলিও ক'ব পাৰোঁ।—অৱশ্যে পূৰ্বজীৱনৰ সঞ্চিত অভিজ্ঞতাহে।" (Some Dogmas of Religion.)

হ'ল এটা সাধাৰণ সাংগঠনিক প্ৰক্ৰিয়াৰ মাজত হোৱা পৰিবৰ্তন বিশেষ। এই উদ্‌গতি পথত মৃত্যু কোনো এক বিশেষ ঘটনা নহয়। ই প্ৰকৃতিত আৱহমান অবিচ্ছিন্ন লয়ৰ অংশ বিশেষ; ই মাত্ৰ ব্যক্তিৰ বুৰঞ্জীত এটি শীৰ্ষতম দুৰ্ঘটনাৰ সূচক। এই মুহূৰ্ততেই নতুন এক অৱস্থাশ্ৰেণী পৰিগ্ৰহণ কৰে।

প্ৰশ্ন হ'ল, দেহৰ মৃত্যুৱে আত্মাৰ প্ৰকৃতিত বিশেষ কোনো পৰিবৰ্তন সূচায় নে নুসূচায়। আত্মসচেতন মনটো যদিও জৈৱিক প্ৰক্ৰিয়াৰ সবল আকাৰৰপৰাই উদ্ভূত, তথাপি ই ক্ৰমে কিছু পৰিমাণে স্বতন্ত্ৰতা লাভ কৰিব পাৰে আৰু ক্ৰমবৰ্ধমান স্বতন্ত্ৰতাৰে ই দেহৰ ওপৰত প্ৰতিক্ৰিয়া কৰিব পাৰে। মানৱ আত্মাৰ জীৱন দেহক কেন্দ্ৰ কৰি নাথাকে, অৱশ্যে ই কিছুমান উদ্দেশ্য সাধনৰ বাবে দেহক ব্যৱহাৰ কৰে। "আত্মাই যেতিয়া এৰি যায়, তেতিয়া শৰীৰটোহে বিনাশ হয়; আত্মা বিনাশ নহয়।" (২৩) পাৰ্থিব শৰীৰৰ মৃত্যুৱে আত্মাৰ ক্ষয় নুবুজায়। স্বপ্নহীন নিদ্ৰাৰ পিচত আত্মাই যেতিয়া সাৰ পায়, শুবলৈ যোৱা আত্মাটোৰে সৈতে অবিচ্ছিন্ন বুলি অনুভৱ কৰে; তেনেহ'লে মৃত্যুৱে বিচ্ছিন্নতা বুজোৱাৰ কোনো অৰ্থ নাই। যদি কোৱা হয় যে আত্মাই তাৰ পূৰক পদাৰ্থসমূহ লাভ কৰে দেহৰ সম্পৰ্কৰ জৰিয়তেহে, আৰু যেতিয়াই এই দেহৰ বিনাশ ঘটে আত্মাও নোহোৱা হৈ যাব; তেতিয়া তাৰ উত্তৰত ক'ব পাৰি যে দেহৰ লগত সম্বন্ধ থকালৈকেহে আত্মাই তাৰ বস্তুৰ বাবে শৰীৰৰ ওপৰত নিৰ্ভৰ কৰে। কিন্তু এই ব্যৱহাৰিক সংযোগেই পাৰমাৰ্থিক আৱশ্যকতা নুবুজায়। শৰীৰী অৱস্থাত চিন্তাৰ বাবে মস্তিষ্কৰ প্ৰয়োজন যদিও আমাৰ শৰীৰৰ বিনষ্ট অৱস্থাতো চিন্তা কৰিবৰ বাবে মস্তিষ্কৰ প্ৰয়োজন থকাৰ কথাটো নুবুজায়। আত্মাটো শৰীৰৰপৰা পৃথক সত্তা এটা আৰু ইয়াক যন্ত্ৰভাৱে ব্যৱহাৰ কৰে বুলি কোৱা যান্ত্ৰিক মতবাদে শৰীৰত হোৱা পৰিবৰ্তনৰ ওপৰত মানসিক অৱস্থাও নিৰ্ভৰ কৰাৰ যি প্ৰত্যক্ষ প্ৰমাণ পোৱা যায়, তাৰ কাৰণ দিবলৈ সমৰ্থ নহয়। শৰীৰৰ কোনো এঠাইত কিবা আঘাত হ'লে আত্মাৰ প্ৰাতিভাসিক ৰূপতেই নহয়, আত্মাতো ক্ৰিয়া কৰে। শাৰীৰিক দুৰ্ঘটনাৰ ফলত মানুহৰ চৰিত্ৰৰো পৰিবৰ্তন হোৱা বহুতো উদাহৰণ পোৱা যায়। আমি এইটো ক'ব নোৱাৰোঁ যে চৰিত্ৰ অপৰিৱৰ্তিত থাকে, আচৰণৰহে পৰিবৰ্তন ঘটে। মনটো শৰীৰতকৈ যিমানেই শ্ৰেষ্ঠতৰ নহওক, আত্মাটো মন দেহৰ জটিল (মিশ্ৰিত) অৱস্থা। সেইকাৰণেই কোৱা হয় যে স্থূল শৰীৰৰ বিনাশ হ'লেই সকলো শাৰীৰিক সম্পৰ্ক সম্পূৰ্ণ বিনাশ হোৱা নুবুজায়। হিন্দুসকলে আত্মাৰ বাহন এটিত বিশ্বাস কৰে, সেই শৰীৰটো এই স্থূল শৰীৰতকৈ বেলেগ যদিও ইয়াৰ লগত সম্পূৰ্ণ বিচ্ছিন্ন নহয়। আন কথাত ক'ব লাগিলে আত্মা আৰু দেহৰ মাজত এটা অঙ্গাঙ্গী সম্বন্ধ আছে। মনোজগতৰ গৱেষণায়ো অতি সূক্ষ্ম বায়ৱ

---

(২৩) ছান্দ. উপ. VI. II, 3.

শৰীৰৰ অস্তিত্ব সম্পৰ্কে প্ৰাচীন মতবাদকে সমৰ্থন কৰে। ভুল-ভ্ৰান্তি আৰু আকস্মিক অৱস্থাৰ বাবে কিছুমান কথা বাদ দিলেও প্ৰেতসমূহযে মৃত ব্যক্তিৰ শৰীৰৰেই প্ৰতিফলন, সেই সম্পৰ্কে প্ৰমাণ পোৱা যায়।

দেহ আৰু আত্মাৰ মাজত যদি ঘনিষ্ঠ সম্বন্ধ থকাটো হয়, তেনেহ'লে যিকোনো আত্মা যিকোনো শৰীৰতে বাস কৰিব পাৰে বুলি ক'ব নোৱাৰি। আত্মা স্থিতিৰ পূৰক আৰু অৱস্থাসমূহ যদি আমি ইয়াত পোৱাবোৰৰ দৰেই হ'বই লাগে,—তেনেহ'লে জন্তু বা দেৱতাৰ ৰূপত আমি পুনৰ্জীৱন পোৱাটো ব্যভিচাৰ বা অপব্যয় মাত্ৰ হ'ব। (২৪) মৰণোত্তৰ জীৱন বৰ্তমানৰ জীৱনতকৈ সম্পূৰ্ণভাৱে বেলেগ হ'ব নোৱাৰে; মৃত্যুৱে কেতিয়াও আত্মাৰ জীৱনক এনে গভীৰভাৱে পৰিৱৰ্তিত কৰিব নোৱাৰে। কোনো মানুহেই নিজৰ উপলব্ধ লক্ষণতকৈ পৃথক কোনো শৰীৰ এটাত জন্ম ধৰিবগৈ নোৱাৰে। মানুহ কেতিয়াবা বৰ্বৰত পতিত হ'ব পাৰে, তথাপিও সি মানুহেই। এই পশ্চাৎগমনৰ কথা যদি ধৰা হয়, তেন্তে ই বহুযুগ ব্যাপক; যি জীৱন-যাত্ৰাৰ ফলত জীৱই মানৱত্বৰ পাইছেহি, সেই একে গতিৰেই পশুত্বৰত পতিত হোৱাটো আৰু তাৰপৰা আকৌ উঠি এটা সম্পূৰ্ণ বেলেগ বিবৰ্তনৰ পথত যাত্ৰা কৰাটো বা আৰু পাশৱেতৰ স্তৰলৈ স্খলিত হোৱাটো প্ৰকল্পিতভাৱে সম্ভৱপৰ হ'লেও আমি এতিয়া এইবোৰ সম্ভাৱনাৰ কথা লৈ মূৰ ঘমোৱাৰ প্ৰয়োজন নাই। আমি যদিও পশু-জন্মলৈ পতিত হোৱাৰ সম্ভাৱনা একেবাৰে খাটাংভাৱে নুই কৰাৰ প্ৰয়েজন নাই, আমি সম্প্ৰতি এটা জাতিৰ ভিতৰত সাধাৰণভাৱে হোৱা পৰিৱৰ্তনৰ কথাকেহে আলোচনা কৰিছোঁ। জন্তুৰ ৰূপ লৈ পুনৰ্জন্ম লাভ কৰা কথাটো জন্তুৰ গুণ লৈ পুনৰ্জন্ম লাভ কৰা কথাৰ এটা আলঙ্কাৰিক প্ৰকাশ মাত্ৰও হ'ব পাৰে। (২৫)

মানুহে পশুৰ ৰূপ লৈ পুনৰ্জন্ম লাভ কৰে বুলি আৰু আমাৰ পাপ-পুণ্যৰ ফলস্বৰূপে পুৰস্কাৰ আৰু শাস্তি পাবৰ কাৰণে স্বৰ্গ আৰু নৰক বুলি দখন ঠাই আছে বুলি কৰা ভ্ৰান্ত ধাৰণাৰ খাই কাৰণ হ'ল এয়ে যে সৰ্বসাধাৰণৰ মনত কৰ্মবাদৰ

---

(২৪) হিন্দু শাস্ত্ৰসমূহে পুনৰ্জন্ম পশুৰ ৰূপত হোৱা বুলি বিশ্বাস কৰে। (বিশেষকৈ চান্দোগ্য উপ V, 10.7.; মনু 156 দ্ৰষ্টব্য।) প্লেটোৰ ৰিপাব্লিকতো পশুৰ আকাৰলব্ধ মানুহৰ কথা আছে। এম্পিদ্‌কল্‌চৰ মতে মানুহৰ আত্মাই পশু আৰু উদ্ভিদলৈ গতি কৰে।

(২৫) Primitive Cultureত টাইলাৰে লিখিছে—"পশুৱেই হ'ল মানুহৰ গাত থকা সচৰাচৰ গুণৰ স্বৰূপ প্ৰকাশক; মানুহকযে আমি বাঘ, সিংহ, ভালুক, কুকুৰ, শিয়াল, কাউৰী, কেঁচা, ভাটো, সাপ আদি নাম দিওঁ, এইবোৰে এনে একোটা পদতে মানুহৰ বহুখিনি মূল চৰিত্ৰ প্ৰকাশ কৰে।" (ii, 17)

লগত ধর্মবিচাৰ সম্বন্ধীয় প্ৰকল্প এটা জড়িত আছে। এই জনমতৰ সমৰ্থনত বহুতো প্ৰমাণ আগবঢ়াব পাৰিলেও ইয়াক হিন্দু চিন্তাধাৰাৰ যথাযথ প্ৰকাশ বুলি ক'ব নোৱাৰি। আনন্দ আৰু যাতনা লাভৰ বাবে চিৰন্তন আবাস ভূমি এখন আছে বুলি কৰা ধাৰণা 'সংসাৰ' মতবাদৰ লগত কোনোৰকমে খাপ নাখায়।

মানুহৰ ন্যায় সম্বন্ধে যি সহজ বৃত্তি আছে সেয়ে দুখ-যাতনাৰ ভাবৰ লগত পাপ আৰু অপকৰ্মক জড়িত কৰি দিয়ে। দুখ-যন্ত্ৰণা হ'ল পাপশক্তিয়ে জাপি দিয়া আস্বাদন বিশেষ। আনকি কান্টেও ঈশ্বৰক ন্যায় বিচাৰত ক্ষতিপূৰণ দিবলৈ বহি থকা মুখ্য খাজাঞ্চি বুলিয়েই অনুমান কৰিব খোজে। কান্টৰ মতে পুণ্য হ'ল পৰম ইষ্ট (Supremum Bonum), ই সম্পূর্ণ ইষ্ট (Summum Bonum) নহয়। পিচৰটোত সুখো সোমাই আছে। কিন্তু এই বিশ্বজগৎখন এনেকুৱা যে পুণ্য আৰু সুখ দুয়োটা একেলগে থকা সম্পূর্ণ ইষ্ট লাভ কৰাটো সম্ভব নহয়। আমি আমাৰ সাধাৰণ ব্যৱহাৰিক জীৱনক যদি অকল কল্পিত লক্ষ্যৰ পিচত ধাৱমান ব্যৰ্থ প্ৰয়াস বুলি নাভাবোঁ, তেনেহ'লে ধৰি ল'ব লাগিব যে সকলো যুক্তি-বিচাৰসম্পন্ন মানুহে পুণ্য লাভ কৰিব পাৰে আৰু তাৰ সমানুপাতে সুখ ভোগ কৰিবলৈ পোৱাটো যিহেতু আমাৰ ব্যৱহাৰিক জীৱনত আমি পোৱা নাই, গতিকে মানুহৰযে জীৱন অনন্ত, সুনিশ্চিত সত্য আৰু পুণ্য আৰু সুখ যথোপযুক্তমতে আমাক দিবৰ কাৰণে ঈশ্বৰ এজনো নিশ্চয় আছে। কান্টে তেওঁৰ বিচাৰত ধৰি লৈছে যে ধাৰ্মিক ব্যক্তিয়ে তেওঁৰ ঠিক ইষ্ট অনুপাতে সুখ পাবই লাগিব। ই নৈতিকতাৰ চৰম ন্যায্য দাবী। জগতৰ ন্যায্য ক্ৰম অনুযায়ী পুণ্যৰ পুৰস্কাৰ সুখ বা আনন্দ পাব লাগিব আৰু পাপে পাব লাগিব তাৰ শাস্তি। চলিত খ্ৰীষ্টীয় মতবাদ অনুযায়ী আমাক 'ঈশ্বৰৰ ইচ্ছা অনুযায়ী আৰু নিৰন্তৰ সুখৰ হকে" (২৬) ভাল কাম কৰিবলৈ কোৱা হৈছে। প্লেটোৱে তেওঁৰ ৰিপাব্লিকত যি ধৰ্ম গুৰুসকলে মৃত ধৰ্মপ্ৰাণ ব্যক্তিসকলক "ধাৰ্মিক ব্যক্তিৰ ভোজ-সভাত আৰাম কৰি বহি থকা বুলি আৰু মূৰত মালা লৈ চিৰন্তন কাল মদিৰা চুপি চুপি থকা বুলি প্ৰচাৰ কৰে আৰু তেওঁলোকৰ মনত পুণ্যৰ চৰম পুৰস্কাৰ এনে নিৰন্তৰ উৎসৱ বুলিয়েই অভিহিত কৰে" (২৭) সেই ধৰ্মগুৰুসকলক

---

(২৬) Paley : *Principles of Moral and Political Philosophy* (1785). *Book* 1. Ch. vii.

(২৭) (৩৬৩) স্পিনোজাই কৈছে যে "যিসকল মানুহে ভাবে যে তেওঁলোকে ইয়াত পুণ্য আৰু উত্তম কৰ্ম কৰাৰ ফলত, দাসত্ব কৰাৰ ফলত মালিকে দিয়াদি যেন, ঈশ্বৰে তেওঁৰ শ্ৰেষ্ঠতম পুৰস্কাৰ দি তেওঁলোকক বিভূষিত কৰিব—তেওঁলোকৰ মতে পুণ্য কৰ্ম আৰু ঈশ্বৰ সেৱাই যেন আনন্দ আৰু পূৰ্ণ মুক্তি নহয়হে!'" (Ethics ii, 49, Sch. Ch. also V. 41 Sch.)

নিন্দা কৰিছে। আমি বহুতো ধৰ্মমতত জগতৰ নৈতিক শাসনত প্ৰতিফলদায়ক বুলি ভুল কৰোঁ; আমাৰ এই জীৱনৰ কৃতকৰ্মৰ বাবে নিয়মিতভাৱে পুৰস্কাৰ আৰু শাস্তি বিধান কৰা বিশ্বাস এটা ভাৰতবৰ্ষতো থকাটো আচৰিত নহয় আৰু এইভাৱে এটা স্থূল আৰু শঙ্কাৰ্হ আকাৰ ধাৰণ কৰিছিল। কৰ্মবাদ গ্ৰহণ কৰা হিন্দু দাৰ্শনিক-সকলে অৱশ্যে ইয়াক ঈশ্বৰৰ ইচ্ছা বুলি ভাবে। ঈশ্বৰ মানুহত আছে আৰু তেওঁৰ নিয়ম মানুহৰ প্ৰকৃতিৰ ভিতৰতে মজ্জাগতভাৱে আছে। (২৮) ঈশ্বৰ হ'ল সৰ্বময় পটভূমি আৰু ইয়াত বিভিন্ন সম্ভাব্যতাৰ প্ৰকাশৰ কাৰণে সুযোগ-সুবিধা আছে, কিন্তু তাক বাস্তৱত পৰিণত কৰাৰ ভাৰ আছে মানুহৰ ইচ্ছাৰ ওপৰত। (২৯) স্বৰ্গ আৰু মৰ্ত্য আত্মাৰ এই অৱস্থামাত্ৰ, আবাসভূমি নহয়। (৩০) অতি ভয়ংকৰ নৰকৰো এদিন অন্ত পৰিব। প্ৰেমময় ঈশ্বৰৰ ভাৱৰ লগত অনন্ত যাতনাৰ ভাৱ খাপ নাখায়। পুণ্যই হ'ল স্বৰ্গ, আত্মাৰ স্বস্থঃ আৰু স্বাস্থ্য, পাপেই হ'ল নৰক আত্মাৰ যাতনা আৰু ৰোগ। সৎকৰ্মৰ গোৱে পুৰস্কাৰ আৰু পাপ কৰ্মৰ শাস্তিও তাৰ লগে লগেই হয়।

মৃত্যুৰ পিচত আত্মাই কেনেকৈ নতুন আবাস লাভ কৰে? পুনৰ্জীৱনৰ এই যান্ত্ৰিক প্ৰক্ৰিয়াৰ কথা জানিবলৈ টান, কিন্তু কল্পনা কৰিবলৈ সিমান টান নহয়। আমি প্ৰক্ৰিয়াটো বুজি নাপালোঁ বুলিয়েই ঘটনাবোৰ নুই কৰিব নোৱাৰোঁ। আমি জানো যে মাক-বাপেকৰ মানসিক গুণসমূহ সতি-সন্ততিলৈ বংশগতি হিচাপে চালিত হয়; কিন্তু কেনেকৈ হয়, আমি তাক ক'ব নোৱাৰোঁ। পিতৃ-মাতৃয়ে নতুন শৰীৰ উদ্ভৱ কৰা বুলি ক'ব পাৰি; কিন্তু তেওঁলোকে নতুন আত্মাৰ সৃষ্টি নকৰে। আন-হাতেদি এনেকৈও কোৱা হয় যে আত্মা একেবাৰেই নিৰ্মাংস নহয়। ই যেতিয়া স্থূল শৰীৰ এৰি যায় তেতিয়া এটা সূক্ষ্ম বাহন বা সূক্ষ্ম শৰীৰ লাভ কৰে। (৩১) এই

---

(২৮) ৰামানুজই কৈছে: "যি মানুহে অকল পৰমেশ্বৰৰ ফলীয়া হৈ কাম কৰাৰ কাৰণে দৃঢ়প্ৰতিজ্ঞ হৈ কাম কৰে, ঈশ্বৰে তেওঁলোকৰ অন্তৰত যি কামৰ জৰিয়তে তেওঁক পাব পাৰি আৰু যি কাম মঙ্গলময়, তেনে কামৰ প্ৰতি প্ৰীতি জন্মায়। কিন্তু যি মানুহে সম্পূৰ্ণ ঈশ্বৰ বিৰোধী হৈ চলিব খোজে, তেনে মানুহৰ অন্তৰত তেওঁক পোৱাৰ বাটত থকা অপায়-অমঙ্গল আৰু পতিত কৰিবৰ কাৰণে দৰকাৰী কামৰ প্ৰতি স্পৃহা জন্মাই শাস্তি বিধান কৰে।" (ব্ৰহ্মসূত্ৰত টীকা : ii, 3.41.)

(২৯) See Samkara on Brahma Sutra ii, i, 34.

(৩০) মনঃ প্ৰীতিকৰঃ স্বৰ্গো নৰকঃ তদ-বিপৰ্যয়ঃ
নৰকং স্বৰ্গ সংজ্ঞে বৈ পাপ পুণ্যে দ্বিজোত্তম। (বিষ্ণু পুৰাণ)

(৩১) চান্দ. উপ. v. 3. 3; v. 9. 1. বৃহৎ উপ. iv 4, 3 আৰু 5; vi 2, 14-15. ভগবদ্গীতা xv. 7 আৰু 8. ব্ৰহ্মসত্ৰ iii. 1.1-7.

সূক্ষ্ম শৰীৰে আৱশ্যকীয় ভৌতিক অৱস্থান গ্ৰহণ কৰে। মানুহৰ ব্যৱহাৰিক স্থিতিৰ আদিৰপৰা অন্ততঃলৈকে এই লিঙ্গ শৰীৰ বা সূক্ষ্ম শৰীৰ বৰ্তমান থাকে আৰু সিয়েই এই ভৌতিক দেহৰ আকাৰ দান কৰে। ইয়েই বিভিন্ন ভৌতিক সত্তাসমূহ সংগ্ৰহ কৰি পৰজন্মৰ বাবে কাৰ্যোপযোগী শৰীৰ নিৰ্ধাৰণ কৰি লয়। ভৌতিক দেহাৰ অৱসান ঘটিলে এই স্থূল শৰীৰ বা বাহ্যিক ৰূপহে বিনাশ হয়, আত্মাৰ বাকী অংশৰ কোনো লৰচৰ নহয়। আত্মাই যি যন্ত্ৰৰ সহায়েৰে কাম কৰে, তাৰ পুনঃ প্ৰাপ্তিয়েই হ'ল পুনৰ্জীৱন। প্ৰত্যেক নতুন জীৱনত আত্মা এটা নতুন সত্তা নহয়, ই অবিচ্ছিন্ন প্ৰক্ৰিয়াইহে মাথোন। ভৌতিক দেহৰ মৃত্যুত এটা অৱস্থাৰপৰা আন এটা অৱস্থালৈ গমন মাত্ৰ বুজায়। খাল এটা পাৰ হ'বলৈ মানুহ এজনে যেনেকৈ গছ এজোপাৰ ডালত ৰছী বান্ধি লৈ ঝুলন দি যায়, ঠিক তেনেকৈয়ে মৃত্যুত মন বা বিজ্ঞানে অন্য বিষয়-বস্তুৰ লগত কাৰ্য-কাৰণ সম্বন্ধৰ দ্বাৰেই চলি গৈ থাকে । (৩২) আত্মিক মাধ্যাকৰ্ষণৰ দৰে আত্মাৰ এনে এটা বস্তু আছে, যাৰ ফলত আত্মাই নিজৰ স্তৰ অৰ্থাৎ উপযুক্ত পৰিবেশ বিচাৰি পায়। জন্ম হ'ল এই মনসৰ অৱতাৰ আৰু মৃত্যু হ'ল তাৰ বিকাৰ। কোনো যন্ত্ৰ যেতিয়া ব্যৱহাৰৰ অনুপযোগী হৈ পৰে, তেতিয়া আমি তাক পেলাই দি তাৰ ঠাইত অন্য এটা লওঁ। পলিনৰ উপমাত আছে যে "প্ৰত্যেক গুটিৰে নিজা শৰীৰ আছে।" (৩৩) হিন্দু ধৰ্মশাস্ত্ৰত আছে যে মৃত্যু সময়ৰ চিন্তা পৰজন্মৰ কাৰণে বিশেষ তাৎপৰ্যপূৰ্ণ। আমাৰ উদ্‌গতিৰ কোনো এটা স্তৰৰ চিন্তাতকৈ মৃত্যুকালৰ চিন্তাযে বেছি মূল্যবান, আচলতে তেনে নহয়, মাত্ৰ এই শেষ চিন্তাই আত্ম উদ্‌গতিৰ প্ৰক্ৰিয়াৰ শেষ অৱস্থা প্ৰতিফলন কৰে। মৃত্যু সময়ৰ চিন্তাত জীৱন্ত কালৰ সকলো অৱস্থা আৰু চিন্তা পুনৰুত্থিত হয়। ই অতীতৰ সকলোৰে সমাহাৰ, অতীতৰ উত্তৰাধিকাৰী আৰু ভৱিষ্যত উদ্‌গতিৰ পাতনি।

আত্মাই গ্ৰহণ কৰা শৰীৰটোৰ লগত তাৰ সংমিশ্ৰণ কেনেকৈ হয়, এই কঠিন কথাটো অকল পুনৰ্জীৱন ক্ষেত্ৰতেই বিশেষ কথা নহয়। যেতিয়ালৈকে আত্মাৰ লক্ষণ বা চৰিত্ৰ শৰীৰতো প্ৰকাশিত হয় বুলি আমি বিশ্বাস নকৰোঁ, তেতিয়ালৈকে এটা বিশেষ আত্মাই এটা বিশেষ শৰীৰৰ লগত সংযুক্ত হোৱা কথাটো আমাৰ কাৰণে সমস্যা হৈয়েই থাকিব। পূৰ্বপুৰুষৰ লক্ষণ সংযুক্ত শৰীৰ এটাৰ লগত এটা আত্মা কেনেকৈ সংযুক্ত হ'ব পাৰে? পিতৃ-মাতৃসকলে যদি শৰীৰ উৎপাদন

---

(৩২) বিশুদ্ধিমাগ্‌গ Pp. 554 (Pali Text Society, 1920-21).

(৩৩) তু/ক: অঙ্গুত্তৰ নিকায়—i, Pp. 223. কৰ্মই হ'ল কঠিয়াতলী ; সংজ্ঞা বা চেতনা হ'ল কঠিয়া। "কামম্ খেত্তম্ বিয়ানম্ বীজম্।" তু/ক : জন মেচফিল্ডে তেওঁৰ A Creed নামৰ কবিতাত লিখিছে "মই বিশ্বাস কৰোঁ যে মানুহ মৰিলে তেওঁৰ আত্মা আকৌ পৃথিৱীলৈ আহে।"

কৰাৰ লগতে আত্মাটো উৎপাদন নকৰে আৰু যদি তাক ঈশ্বৰে কৰা বুলিছে কোৱা হয়, তেনেহ'লেও পুনৰ জীৱনৰ কথাত বিশেষ একো লোকচান নহয়। জীৱনৰ নতুন আচ্ছাদনৰ কাৰণে পিতৃ-মাতৃয়েই বস্তু যোগায়।

পুনৰ্জীৱনৰ প্ৰকল্পটো বংশগতি সূত্ৰৰ লগত খাপ-নোখোৱা বুলি কোৱা হয়। কেঁচুৱা এটাৰ মাক-বাপেকৰ শৰীৰ আৰু মনৰ লগত মিল থাকে আৰু তাক সেই পিতৃ-মাতৃৰে সৃষ্ট বুলি ধৰা হয়। ইয়াক অন্য এটা জীৱনৰপৰা অহা বুলি ধৰাৰ কোনো প্ৰয়োজন নাই। মাক-বাপেকেই যদি সন্ততিৰ উৎপাদক হয়, তেনেহ'লে বংশগতিৰ সূত্ৰটো সাৰ্বজনীন নিয়ম হ'ব। বস্তুবাদী মতৰ বাহিৰে আন সকলো মততেই এই অসুবিধাটো থাকিব। আত্মা যদি ঈশ্বৰেই 'সৃষ্টি' কৰে, তেনেহ'লে মাক-বাপেকৰপৰা হোৱা কোনো যুক্তি থাকিব নোৱাৰে। ঈশ্বৰে যদি প্ৰথমতে আত্মাৰ চৰিত্ৰ নিৰ্ধাৰণ কৰি লয়, আৰু তাৰ পিচত পিতৃ-মাতৃ নিৰ্বাচন কৰি তাৰ বাবে ভৌতিক দেহা বাছি দিয়ে, তেনেহ'লে এই মতটো ক্লিষ্ট-কল্পনা হৈ পৰিব আৰু অন্যান্য সমালোচনাৰ সন্মুখীন হ'ব লাগিব। পুনৰ্জীৱন বিচৰা আত্মাই অনুকূল অৱস্থা থকা ভৌতিক আকাৰ নিজে গ্ৰহণ কৰে বুলি কোৱাটোৱেই সহজ হ'ব। বংশগতিৰ নিয়ম অনুযায়ী পিতৃ-মাতৃৰপৰা লাভ কৰা ভৌতিক দেহাটো সচেতন আত্মাই কাৰ্যোপযোগী কৰি লয়। এই মত যদি গ্ৰহণযোগ্য নহয়, তেনেহ'লে উপযুক্ত মুহূৰ্তত শৰীৰত একপ্ৰকাৰ দৈৱিক সত্তা এটি প্ৰৱেশ কৰাই দিয়া বুলি কৰা ধাৰণা আৰু অনুপযুক্ত। আমাৰ মূৰৰ লগত খাপ খোৱাকৈ আমি যেনেকৈ টুপী বাছি লওঁ, আত্মাযো তেনেকৈ তাত খাপ খোৱা ৰূপ এটা বাছি লয়। আমাৰ গুণসমূহ যি পৰিয়ালত থাকে আৰু য'ত ই বিশেষ পৰিপুষ্টি লাভ কৰিব পাৰে, তেনে পৰিয়া-লতেই আমাৰ পুনৰ্জন্ম লাভ হয়। টুপী নিৰ্বাচনৰ ক্ষেত্ৰত মূৰৰ আকাৰটোহে যেনেকৈ বিশেষ কথা, টুপীৰ আকাৰটো নহয়, তেনেকৈ পুনৰ্জন্মৰ ক্ষেত্ৰতো পিতৃ-মাতৃ নহয়, আত্মাৰ স্বৰূপটোহে নিশ্চয়াত্মক কথা। আত্মাৰ নিজৰ উপযুক্ত পৰিপুষ্টিৰ কাৰণে ই আৱশ্যকীয় শক্তিসমূহ সংগ্ৰহ কৰি লয়। সেইবাবেই ল'ৰা-ছোৱালী মাক-বাপে-কৰ নিচিনা হোৱাটো স্বাভাৱিক কথা।

দৰাচলতে ক'বলৈ গ'লে সকলো লৰা-ছোৱালীয়েই মাক-বাপেকৰ নিচিনা নহয়ো। সিহঁতৰ গাত এনে কিছুমান গুণ থাকে, যিবোৰ সেই বংশৰ বহুতো পূৰ্ব-পুৰুষৰ গাতেই নাই, অতি দূৰ-দূৰান্তৰ কোনোবা অজান পূৰ্বপুৰুষৰ গাত তেনে গুণ আছিল বুলি ক'লে প্ৰশ্নৰ সমাধান নহয়।

আত্মা আৰু দেহৰ পাৰস্পৰিক সম্বন্ধৰ এই মতটোৱে আৰু এটা কথাৰ সূচনা কৰে যে আমাৰ মৰণোত্তৰ জীৱন এই সংসাৰৰ জীৱনৰ দৰেই প্ৰায় একে, আৰু সেই গতিকে সিও পৰিৱৰ্তনৰ নিয়মৰ অধীন। পৰজীৱন মৃত্যুহীন স্থিতি নহয়, শৰীৰৰ সাময়িক মৰণশীলতাই যতি দিয়া এটা সুদীৰ্ঘ প্ৰক্ৰিয়া মাত্ৰ। আত্মাই যিমান

দিনলৈ উদ্‌গতি কৰি চলিব, এই সাময়িক মৃত্যুও সত্য হৈ ৰ'ব। প্ৰায়শ্চিত্তৰ কেথলিক মত অনুযায়ী আমি পাওঁ যে যিবিলাক স্বৰ্গৰ কাৰণে এতিয়াও প্ৰস্তুত হোৱা নাই, তেওঁলোকক ইয়াতেই সংশোধিত বা পৱিত্ৰ কৰি লোৱা হয়। কোনো কোনো সময়ত প্ৰায়শ্চিত্তক (Purgatory) মৰণৰ পিচৰ অবিৰাম নৈতিক উন্নতি বুলিও কোৱা হয়। স্বৰ্গ আৰু নৰকৰ ধাৰ্মিক ধাৰণাই এই জীৱনৰ পিচত এক মৃত্যুহীন জীৱনৰ কথা সূচনা কৰে। স্বৰ্গ ৰাজ্যত যদি সিদ্ধসকলৰহে স্থান আছে আৰু উদ্‌গতি বা পৰিবৰ্ধন তাত অসম্ভৱ, তেনেহ'লে আমাৰ অতি সাধুৱো সাধুজনো কিজানি স্বৰ্গত প্ৰৱেশ কৰিবলৈ যোগ্য নহ'ব। আমাৰ অতি শ্ৰেষ্ঠজন পৰম্পদৰ জ্যোতি হঠাৎ লাভৰ বাবে প্ৰস্তুত নহয়, তেনেকৈয়ে অতি নিকৃষ্টজনো একেবাৰেই চিৰন্তন ধ্বংস বা নৰকত পৰিবলগীয়া নহয়। মৃত্যুৰ পিচত অমৰ অৱস্থা এটা বিশ্বাসযোগ্য নহয়। আমাৰ এই শৰীৰৰ মৃত্যুৰ পিচতো ক্ৰমোন্নতিৰ প্ৰক্ৰিয়া চলি থাকিব লাগিব, আৰু এই জীৱনৰ পিচত আকৌ ইয়াৰে জীৱন আহি গৈ থাকিব পাৰে বুলি ভবাটো যুক্তিসঙ্গত হ'ব। প্ৰত্যেক জীৱন তাৰ আগৰটো আৰু পিচৰটোৰ লগত মৃত্যু আৰু পুনৰ্জীৱনেই বিভিন্ন কৰি ৰখাৰ দৰেই মৃত্যুৰ পিচত এনে অনন্ত হ'ব পাৰে যে আমাৰ এই জীৱনত আৰম্ভ কৰা কাৰ্যৰ ক্ৰমাগতি পিচৰ জীৱনলৈকো চলি থকাটো স্বীকাৰ কৰিবলগীয়া হ'ব পাৰে; তথাপিও বৰ্তমানৰ অভিজ্ঞতাৰ ক্ৰমৰ পৰিৱৰ্তন সাধন হোৱাটো সম্ভৱপৰ নহয়। যিহওক, আমি যদি নৰকত পৰিবলগীয়া আগেযে হয়, তেনেহ'লে ধৰিবেই ল'ব লাগিব যে তাৰ আৰু কোনো অন্ত নাই, অৱশ্যে যদি ঈশ্বৰে আহি কেতিয়াবা অদ্ভুত কিবা এটা নকৰেহি আমি কোনোৱেই আমাৰ ভিতৰত থকা ঐশীশক্তিৰ প্ৰতি এনে বিমুখ নহওঁ যে আমি চিৰকাল নৰকেই ভুঞ্জিব লাগিব। মৃত্যুৰ লগত পৰম সিদ্ধিৰ সম্পৰ্ক যেনেকুৱাই নহওক, পৰম অসিদ্ধতাৰ লগতো ইয়াৰ নিশ্চিত সম্বন্ধ আছে। মৰণোত্তৰ জীৱন আমাৰ বৰ্তমান জীৱনৰ লগত অবিচ্ছিন্নতাৰে জড়িত।

উইলিয়াম জেমছে অমৰত্ব সম্পৰ্কে দিয়া এটা বক্তৃতাত যুক্তি দৰ্শাইছে যে মৰণোত্তৰ জীৱন যদি সঁচা হয়, তেনেহ'লে অগণন মানুহে পৰপাৰ ভৰি পৰিব আৰু তাত ঠাইৰ নাটনিয়েই মহা সমস্যা হৈ পৰিব। "সেই স্বৰ্গ ৰাজ্যই আৰু বিশ্বজাগতিক স্থান আৰু কালে এনে অগণন প্ৰাণীৰ হেঁচা-ঠেলা আৰু অনন্তকাল খুৱাই থাকিবলগীয়া হোৱা কথাত চক্‌খাই উঠিব।" (৩৪) নতুন নতুনকৈ তাত ঠাই ল'বলৈ যোৱা অলেখ অমৰ আত্মাই সমস্যা আৰু কঠিন কৰি তুলিব, এই আপত্তিটো গভীৰভাৱে লোৱা সকলেও মৰণোত্তৰ জীৱনক পুনৰ্জীৱন অৰ্থত ল'লে বহুখিনি সকাহ পাব।

---

(৩৪) *Pp.* 36. *See also Bradley : Appearance and Reality Pp.* 502

অতীত নথকা অথচ ভবিষ্যত এটা ধৰি লোৱা আত্মাৰ এই মতবাদ সহজে গ্ৰহণযোগ্য নহয়। দেহৰ সৃষ্টিৰ লগতেই যদি আত্মাৰো সৃষ্টি হয়, তেনেহ'লে দেহৰ মৃত্যুৰ লগতে তাৰ বিনাশ হয়। "ই যদি শৰীৰেই নহয়, তেনেহ'লে আত্মাটো একেৰেই নহয়," এই মতবাদ পোষণকাৰী টাৰ্টুলিয়ানে ভাবে যে দেহৰ লগতে আত্মাৰো মৃত্যু হয় আৰু এটা দৈৱিক ক্ৰিয়াৰদ্বাৰা ইহঁত দুইটাই পুনৰুজ্জীৱিত হয়। আমি যদি দৈৱিক ঘটনা অস্বীকাৰ কৰোঁ, তেনেহ'লে এই সৃষ্ট জীৱ সদায় বৰ্তি থকাৰ কোনো আৱশ্যক নাই। আত্মাৰ যদি আৰম্ভণি আছে, তেনেহ'লে ইয়াৰ অন্তও হ'ব লাগিব। যি জীৱ কোনো এক নিৰ্দিষ্ট কালত আৰম্ভ হৈছে, ভৱিষ্যতে সি অমৰ হৈ থাকিব বুলি কৰা ধাৰণাটো বছী এডালৰ এটা মূৰ থকা বুলি কোৱাৰ দৰেই অস্বীকাৰ্য। এবাৰ উৎপাদিত হোৱাৰ পিচত মানৱাত্মাৰ আপোন অৰ্থ থকাই নহয়, বিশ্বজগতৰ কৰণে অৰ্থ থকা বুলি কোৱা হয়। তাৰ বিনাশ হোৱাটো বিশ্বজগতৰ শ্ৰেয়সৰ লগত খাপ নাখায়। এই শ্ৰেয়স্ বা শ্ৰেষ্ঠতাই সকলো পাপ বা দুষ্কাৰ্যক বাদ দিয়াটো নুবুজায়। সেয়ে হোৱা হ'লে মানৱ জীৱনৰ লগত জড়িত অৰ্থহীন বিলাই-বিপত্তি আৰু দুখ-যাতনা সকলোৱেই এই জীৱনক শাও দিলেহেঁতেন। শ্ৰেয়স্ যদি পাপ বা দুখ-কষ্টৰ লগত এনে খাপ নোখোৱা নহয়, তেনেহ'লে মানৱাত্মাৰ বিনাশো এই জগতৰ শ্ৰেয়সৰ লগত খাপ নোখোৱা হ'ব নোৱাৰে। ডাঃ মেক্‌টেগাটে মানৱাত্মাৰ স্বাভাৱিক অমৰত্বৰ মত পোষণ কৰিছে। (৩৫) এই মত অনুসাৰে আত্মাৰ অতীত আৰু ভবিষ্যৎ দুযোটাই আছে বুলি ধৰা হৈছে; অৱশ্যে এই মত অনুসাৰে সকলো উন্নতিয়েই ভ্ৰান্তিমূলক হেতুকে ইয়াক সন্তোষজনক বুলি গ্ৰহণ কৰিব নোৱাৰি।

পুনৰ্জন্মৰ প্ৰকল্পৰ বিৰুদ্ধে আৰু এটা কথা কোৱা হয় যে, আমাৰ গত জীৱনৰ স্মৃতি নাথাকে। মই যদি মোৰ অতীত জীৱনটো নিজৰ বুলি ধৰিবই নোৱাৰোঁ, আৰু তাৰপৰা কোনো সুফল পাবও নোৱাৰোঁ, তেনেহ'লে এই মৰণোত্তৰ জীৱনটো নিৰৰ্থক হৈ পৰে। অতীত জীৱনৰ স্মৃতি নোহোৱাকৈ কোনো ব্যক্তিয়ে পুনৰ্জীৱন লাভ কৰাৰ অৰ্থ হ'ল তাৰ অতীত ব্যক্তিত্ব সমূলি বিনাশ কৰা আৰু একে লক্ষণবিশিষ্ট দ্বিতীয় এটাৰ সৃষ্টি কৰা। স্থিতি-কাল-ক্ৰমৰ অবিচ্ছিন্ন সচেতন অভিজ্ঞতাইহে ভবিষ্যৎ জীৱনৰ অৰ্থ আৰু মূল্য প্ৰদান কৰে।

অলপ দকৈ পৰীক্ষা কৰিলেই দেখা যায় যে এই আপত্তি টিকিব নোৱাৰে। পুনৰ্জীৱনৰ মতবাদ যদি অন্যপ্ৰকাৰে সুপ্ৰতিষ্ঠিত হয়, তেনেহ'লে স্মৃতিৰ বিলোপে একো অপকাৰ কৰিব নোৱাৰে। বিশ্বৰ কৰ্মৰ প্ৰতিফল লাভৰ মতবাদৰ কাৰণেহে স্মৃতি আৱশ্যক হ'ব পাৰে, নৈতিক অবিচ্ছিন্নতাৰ বাবে নহয়। মৃত্যুৱে আমাৰ কৰ্মৰ স্মৃতি নাশ কৰিব পাৰে; কিন্তু আমাত হোৱা তাৰ ফল নাশ কৰিব নোৱাৰে। স্মৃতি বিচ্ছিন্ন হোৱাৰ ফলত আমাৰ আত্মাৰ অবিচ্ছিন্নতাৰ পাৰমাৰ্থিক সত্যত ই

কোনো বিলক্ষণ ঘটাব নোৱাৰে। অতীতৰ অভিজ্ঞতাৰ ওপৰতেইহে প্ৰত্যেক ব্যক্তিৰ প্ৰকৃতিয়ে গঢ় লয়। প্ৰত্যেক অৱস্থাই তাৰ পূৰ্বাৱস্থাৰদ্বাৰা নিৰ্ধাৰিত আৰু সি তাৰ পিচৰটোক নিৰ্ধাৰণ কৰে। আমাৰ জীৱনৰ অতীতকালৰ বা মাতৃগৰ্ভত থকা কালৰ কোনো স্মৃতি আমাৰ নাই বুলি আমি তাক অস্বীকাৰ কৰিব নোৱাৰোঁ। আমাৰ এই জীৱনতেই আমাৰ কত পুৰণি কথা পাহৰি যাওঁ।

স্মৃতিৰ যাই কাম হ'ল, অভিজ্ঞতাৰদ্বাৰা আমাক বেছি জ্ঞানী কৰা আৰু প্ৰযত্নৰদ্বাৰা সাধু কৰা। কথাবোৰ স্মৃতিৰ ভঁৰালত গোটখুৱাই থ'লেই আমি জ্ঞান আৰু পুণ্য অৰ্জন কৰিব নোৱাৰোঁ, পাৰোঁ মন আৰু ইচ্ছাক উচিত প্ৰশিক্ষণ দি লৈহে। আমি শিকা কথাবোৰ আৰু কৰা কামবোৰ পাহৰি যাব পাৰোঁ, কিন্তু কৰ্ষিত মন, গঢ়িত ইচ্ছা ৰৈ যায়। আমি শিকা সকলোবোৰ কথা পাহৰি যোৱাৰ পিচত যিখিনি ৰৈ যায়, সেয়ে সংস্কৃতি; তেনেকৈয়ে আমি কৰা সকলোবোৰ কাম পাহৰি যোৱাৰ পিচত বাকী ৰোৱাখিনিযেই আমাৰ চৰিত্ৰ। আমি কি কৰোঁ বা কেনেকৈ কৰোঁ সেইটো কথা নহয়, অভিজ্ঞতাহে আচল কথা। আমি অৰ্জা জ্ঞান আৰু লাভ কৰা সা-সম্পত্তি আমাৰ লগত সদায় নাথাকে, কিন্তু যি ধৈৰ্য আৰু যত্নেৰে আমি তাক আহৰণ কৰোঁ সি আমাৰ লগত ৰৈ যায়। অত্যন্ত স্বাৰ্থসিদ্ধিৰ কাৰণে আমি কৰা সময়ৰ অপব্যয় এলেহুৱা হৈ বা যাতনা ভুগি কটোৱা কালো আত্মাৰ উদ্‌গতিৰ বাবে বেছি ফলৱতী। উপনিষদত কৈছে যে যেতিয়া আত্মাই শৰীৰ এৰি যায়, তেতিয়া জ্ঞান, কৰ্ম আৰু পূৰ্ব প্ৰজ্ঞা ইয়াৰ লগত থাকি যায়। (৩৬) হেগেলে কয় যে মৃত্যুত আমি "অব্যৱহিতিত সম্পত্তিত হওঁ।" আমাৰ সকলোবিলাক অভিজ্ঞতাই লগ লাগি আমাৰ আত্মাক এটা ভাঁজ দিয়ে, মনক এটা দিশ দিয়ে আৰু তাকেই আমি সিপাৰলৈ লৈ যাওঁ। যদিও আমি ইয়াক কেনেকৈ সংগ্ৰহ কৰিলোঁ তাৰ স্মৃতি আমাৰ নাথাকে, তথাপিও ই আমাৰ লগত ৰৈ যায়।

অতীতৰ কোনো স্মৃতি নোহোৱাকৈয়ে যদি আমাৰ বৰ্তমান জীৱন মূল্যবান হয়, তেনেহ'লে অতীতৰ স্মৃতি নাই বুলিয়েই আমাৰ ভৱিষ্য জীৱন কম মূল্যবান হোৱাৰ কোনো অৰ্থ নাই। তদুপৰি যদি আমি স্মৃতিহীন নহওঁ, তেনেহ'লে ই এটা বিশেষ বিড়ম্বনাৰ কথাহে হ'ব পাৰে। অতীত জীৱনৰ স্মৃতি নোহোৱাকৈয়ে আমাৰ লগৰ মানুহৰ লগত আমাৰ সম্পৰ্ক যথেষ্ট জটিল। আনহাতে আমাৰ সংজ্ঞাত নাথাকিলেও বস্তুবোৰ আমাৰ আত্মাত ৰৈ যাব পাৰে। আমাৰ এই জীৱনতে আমি পাওঁ যে আগৰ কথাবোৰ আমি পাহৰি গ'লেও তাৰ সাঁচ আমাৰ মনত ৰৈ যায়।

---

(৩৬) বৃহঃ উপঃ vi. 4. 2.

আমাৰ সংজ্ঞা বা চৈতন্য মানসিক প্ৰক্ৰিয়াসমূহতে আৱদ্ধ, আৰু সাধাৰণ অন্ত-র্দশনৰদ্বাৰা আমি তাৰ প্ৰতি সজাগ হওঁ। জগতৰ যিবোৰ সম্পৰ্ক সম্বন্ধে সাধাৰণতে আমি সচেতন নহওঁ, তেনে কথাবোৰো আমাৰ 'অচেতন' মনত থাকে। তথাপি কোনো ব্যক্তিয়ে অকল সচেতন কথাবোৰকে লৈ জীযাই নাথাকে, থাকে তাৰ সমগ্ৰ মন লৈ, আৰু মনৰ এই বস্তুসমূহ কেতিয়াবা কেতিয়াবা অন্তৰ্দৰ্শনৰ-দ্বাৰা চুকি পাবগৈ পাৰি। 'মেনো'ত চক্ৰেটিছৰ বিষয়ে কোৱা আছে যে তেওঁ পূৰ্বৰ কোনো সচেতন জ্ঞান নথকা দাস ল'ৰা এটাৰপৰা এলানি উপযুক্ত প্ৰশ্নৰদ্বাৰা জ্যামিতিৰ উপপাদ্য এটা উলিয়াই ল'ব পাৰিছিল। (৩৭) ভাৰতবৰ্ষত পূৰ্ব প্ৰচলিত এটা ৰীতি আছে যে কোনো মানুহে তেওঁৰ অতীত জীৱন, সততে কৰা বেদাভ্যাস, শৌচ, তপস্যা আৰু সৰ্বভূতৰ প্ৰতি প্ৰেমৰদ্বাৰা সংস্মৰণ কৰিব পাৰে। (৩৮)

পৰজীৱন বহুতোবিলাক কথাৰ ওপৰত নিৰ্ভৰ কৰে; কাৰণ, আত্মাই প্ৰত্যেক স্তৰতে এটা বিশ্বজাগতিক অৱস্থা প্ৰকাশ কৰে। পুনৰ্জীৱন অনিৰ্দিষ্ট অন্তহীন ঘটনাচক্ৰযে নহয়, ই এটা অৰ্থপূৰ্ণ গতি, এই কথা স্পষ্ট। ই মাথোন আমাৰ এতিয়াৰ স্থান আৰু সদায় পাই অহা স্থানৰ পুনৰাবিষ্কাৰ নহয়। ই মানৱেতৰ জগতৰপৰা অতি সামান্যভাৱে আৰম্ভ হোৱা আৰম্ভণিৰপৰা ব্যক্তিত্ব আৰু চৰিত্ৰত উপনীত হোৱা এটা প্ৰকৃত উদ্‌গতি। উপাৰ্জিত অৰ্থ আৰু সংগঠিত চৰিত্ৰ, আমাৰ মন আৰু উদ্দেশ্যত সংৰক্ষিত হয় আৰু মৃত্যুৰ পিচলৈকো ই আমাৰ লগ নেৰে; পুনৰ্জীৱনে ইয়াক স্বীকাৰ কৰে। এই ভাঁজ দিব পৰা কেঁচা বস্তুক আমাৰ স্বতন্ত্ৰ মনোনয়নৰ-দ্বাৰা কেনেভাৱে গঢ় দিওঁ, তাৰ ওপৰতে ভৱিষ্যৎ নিৰ্ভৰ কৰে। আমাৰ জীৱন পুতলাৰ নাচ নহয়, বাস্তৱ গতিহে।

মানৱাত্মাই অণু, উদ্ভিদ আৰু পশুতকৈ বেলেগ একশ্ৰেণীৰ সত্তাৰ ক্ৰম প্ৰতি-ফলন কৰে। ই স্বপ্ৰকৃতি বৈশিষ্ট্য, বেছি জটিল সংগঠন। ই তাৰ পৰিবেশৰ লগত বেছি ঘনিষ্ঠভাৱে জড়িত। অতীতৰ কৰ্ম আৰু ভৱিষ্যতৰ পিনে সৃজনশীল অগ্ৰগতি এই দুয়োটা অবিচ্ছিন্নতা ইয়াৰ আছে। অন্যান্য দেহী বা শৰীৰীৰ দৰেই ইও অসম্পূৰ্ণ আৰু সেইবাবেই ই অনবৰত গতি কৰি থাকে। বুদ্ধিযুক্ত জীৱ বা তাৰ বিশিষ্ট লক্ষণৰ উৎপত্তি সম্পৰ্কে কোনো বৈজ্ঞানিক ব্যাখ্যা এতিয়াও পোৱা হোৱা নাই।

---

(৩৭) ৮৫

(৩৮) বেদাভ্যাসেন সততম্‌ শৌচেন তপসৈৱেচ অদ্ৰোহেন চ ভূতানাম্‌ জাতিং স্মৰতি পৌৰ্বিকীম্‌। (মনুঃ iv. 148)

ড: ৰেচাণ্ডে কয় যে স্পেনীয় ধৰ্মবিচাৰৰ সভাসদসকলে সদায় বিকলাঙ্গ হৈ পুনৰ্জীৱন লাভ কৰিছিল। এই কথা তেওঁ ক'ত পাইছিল কোনেও ক'ব নোৱাৰে।

## 'অধ্যাত্মা'

পশু জগতৰ সংজ্ঞা (প্ৰত্যক্ষ আৰু ক্ৰিয়া) আৰু মানৱ জগতৰ আত্ম চৈতন্যৰ (বুদ্ধি আৰু ইচ্ছা) বাহিৰেও আমাৰ এক প্ৰকাৰ আধ্যাত্মিক চৈতন্য বা অতি চৈতন্য আছে, অভিজ্ঞতাৰ যি স্তৰত বস্তু সত্তাই নতুন নতুন ৰূপ আপোনা-আপুনি প্ৰকাশ কৰে। প্ৰথম ক্ষেত্ৰত জন্তু আৰু তাৰ পৰিবেশৰ মাজত এক মনস্তাত্ত্বিক ঐক্য আছে, দ্বিতীয় ক্ষেত্ৰত আছে যৌক্তিক ঐক্য, আৰু তৃতীয় ক্ষেত্ৰত আছে আধ্যাত্মিক ঐক্য। আধ্যাত্মিক স্তৰত ব্যক্তিয়ে আত্মাৰ সত্তা সম্পৰ্কে অৱগত হয়; কিন্তু বুদ্ধি জ্ঞানৰ বিষয়বস্তু হিচাপে নহয়; ই এনে এটা চৈতন্য লাভ কৰে, য'ত বিষয়ী নিজে বিষয় হৈ পৰে আৰু য'ত সকলো অভিজ্ঞতাৰ মূল তত্ত্ব আৰু ভিত্তি হিচাপে কালহীন আৰু দেশহীনটো আত্মসচেতন হৈ পৰে। আত্মাৰ সত্তা আৰু বিষয় তাৰে অন্তৰ্ভুক্ত আৰু ই স্বতন্ত্ৰ আৰু স্বয়ং অবিৰোধী। আত্মাৰ বাহিৰে আমাৰ অভিজ্ঞতাৰ একোকেই নিৰুপাধিক অৱস্থাত সত্তা বা ব্যক্তি বুলিব নোৱাৰি। ইয়াৰ ভিতৰত এনে একো নাই, যি ইযাক খণ্ডিত কৰিব পাৰে আৰু ইয়াৰ বাহিৰেও ইয়াক সীমিত কৰিব পৰা একো নাই। ই অকলেই আমাৰ সম্পূৰ্ণ অভিলাষ আৰু সমগ্ৰ বুদ্ধিক সন্তুষ্ট কৰিব পাৰে। সকলো সত্তা আৰু সকলো অৰ্থ, এই সকলো ইয়াতে নিহিত।

আমাৰ বহুতেই ৰহস্যবাদৰ পথত যাব নোৱাৰিব পাৰোঁ আৰু আধ্যাত্মিক অভিজ্ঞতাৰ কথা আমাৰ ভাল নালাগিবও পাৰে। কিন্তু সেইবুলি আমাৰ মনে চিন্তা কৰিব নোৱাৰিলে বুলিয়েই আৰু আমাৰ কোনো বস্তু ভাল নালাগিল বুলিয়েই তাক অবাস্তৱ বুলি দলিয়াই পেলাব নোৱাৰি। আধ্যাত্মিক অভিজ্ঞতাৰ প্ৰতি আমি নিজকে অন্ধ কৰি ৰাখিলেও ই সত্য নোহোৱাকৈ নাথাকে। আমি বহুত চেষ্টা কৰিও আইনষ্টাইনৰ আপেক্ষিকতাবাদ বুজিব নোৱাৰিব পাৰোঁ; কিন্তু সেই বুলিয়েই এনে সচেতন অজ্ঞতা বা অসমৰ্থতাই তাৰ ওপৰত অবিশ্বাস নুবুজায়।

আত্মসচেতন ব্যক্তিৰো ওপৰত যি সৰ্বময় বা পৰমাত্মা বিৰাজমান তেওঁ এই আত্মসচেতন মনতো বৰ্তমান আৰু তাতো ক্ৰিয়া কৰি থাকে; সেইকাৰণে এই মনে যি সসীম ৰূপকেই ধাৰণ নকৰক, তাতেই অসন্তুষ্ট হৈ থাকে। এই আত্মসচেতন মনে যেতিয়া নিজকে সসীম আৰু সীমাস্ত বুলি জানে, তেতিয়া এই আত্মাতকৈ শ্ৰেষ্ঠতৰ কিবা এটাইহে তাক নিজৰ সমগ্ৰ ৰূপত ধৰি তাতকৈ ক্ষুদ্ৰ এই আত্মাৰ বিচাৰ কৰে। পৰমাত্মাৰ সত্তা এটা অপৰীক্ষিত স্বজ্ঞান বা দৰ্শনৰ স্বতঃসিদ্ধ মাথোন নহয়, ই আমাৰ দৈনন্দিন জীৱনতে স্পষ্টভাৱে থকা অনুসঙ্গী। মানৱস্তৰত অতিমানৱ হ'বৰ কাৰণে থকা মানৱ প্ৰকৃতিৰ গোপন অভিপ্ৰায় এটাই কাম কৰি থাকে। মানুহৰ

লক্ষ্য হ'ল এই গোপন স্পৃহাক প্ৰকাশ কৰাটো। আত্মসচেতন ব্যক্তিৰ কাৰণে ধৰ্ম হ'ল অৰ্থ বা মূল্যৰ ওপৰত বিশ্বাস; কিন্তু আধ্যাত্মিক ব্যক্তিৰ বাবে ই হ'ল সত্তাৰ লগত প্ৰাণময় সংযোগ, কাৰণ, সেয়ে সকলো সাৰবত্তাৰ মূল উৎস। যেতিয়ালৈকে মানুহৰ সংজ্ঞাই সত্তাৰ পথত গতি কৰি থাকে, তেতিয়ালৈকে এই অধ্যাত্ম ইয়াৰপৰা বেলেগ হৈ থাকে। আমাৰ চকুৰ আগৰ বেৰ এখনত অন্য এখন জগতৰ, প্ৰতিবিম্ব মাত্ৰ পৰা বুলি কৰা প্লেটোৰ Idea বা ধাৰণাৰ দৰেই ই অতি সুদূৰত; কিন্তু যি এই অধ্যাত্মস্তৰলৈ উঠিব পাৰিছে, তেওঁৰ বাবে ই এই জগতৰ, ইযাতে আৰু এতিয়াই বৰ্তমান। এই জাগৃত মানৱে তেওঁৰ মন, জীৱন, শৰীৰ আৰু যিবিলাক বস্তু তেওঁৰ প্ৰকৃত সত্তাৰ নহয বুলি জানে, তাৰপৰা নিজক আঁতৰাই লৈ যায়, আৰু যি সনাতন আত্মা বা পৰমাত্মা, যি সকলো প্ৰাতিভাষিকৰেই আত্মা, তাৰ লগত নিজক এক বুলি জানে। অধ্যাত্ম হল মূলতঃ আৰু সম্পূৰ্ণভাৱে অন্তঃস্থ বস্তু আৰু তাক জানিবও পাৰি অন্তৰৰপৰাইহে, অথচ তাক যেতিয়া জনা হৈ যায়, তেতিয়া আৰু তাৰ বাহিৰত একো জানিবলগীয়া নাথাকে। ধৰ্মৰ ভাষাত এই অধ্যাত্মাই ঈশ্বৰ, যি পৰমতত্ত্ব এঁকক আৰু সৰ্বময়, সৰ্বব্যাপক। এই পৰমাৰ্থ-লব্ধ পুৰুষ জীৱনৰ এক নতুন গুণ প্ৰকাশক নতুন মানৱ। তেওঁৰ আত্মা সমগ্ৰ জগতৰ সমানেই বিস্তৃত হয়, কাৰণ তেওঁ অনুভৱ কৰে যে একে অধ্যাত্মাই সকলো মন, জীৱন আৰু শৰীৰতেই বিৰাজ কৰি আছে। জীৱনজযী পুৰুষসকল অতিমানৱ। তেওঁলোকে সচেতনভাৱে এই সত্যৰ গৰাকী হৈ পৰে আৰু তাৰদ্বাৰাই ক্ৰিয়া কৰে। তেওঁ-লোকে মানৱতাৰ সনাতন বিধিৰে প্ৰতিনিধিত্ব কৰে। তেওঁলোক হ'ল মুক্ত আত্মা।

## মুক্তি কি?

মুক্তি নিৰন্তৰ জীৱনতকৈ বেলেগ। সংসাৰ বা পুনৰ্জন্মতকৈ মোক্ষ বেলেগ। ঐহিক স্থিতিতকৈ অমৰ জীৱন পৃথক। আত্মসচেতন আৰু আধ্যাত্মিক স্তৰৰ পাৰ্থ-ক্যই হ'ল মুক্তি। আত্মা যেতিয়ালৈকে মানৱস্তৰত থাকে, তেতিয়ালৈকে ই আত্ম বিৰোধী কাৰ্যৰদ্বাৰা বদ্ধন হৈ থাকে আৰু সেইকাৰণেই আত্মোপলব্ধি কৰিব নোৱাৰে। ই হ'ল কালবৰ্তী বা ঐহিক অনন্ত উদ্‌গতি, নিৰন্তৰ সত্তা লাভ নহয়। কান্টৰ মতে নৈতিক স্তৰেই হ'ল শ্ৰেষ্ঠ আৰু সেইকাৰণে তেওঁ নৈতিক জীৱনকে সিদ্ধিলাভৰ নিকটতম অসীম প্ৰক্ৰিয়া বুলি ধৰি লৈছে। আত্মাই কেতিয়াও তাৰ লক্ষ্যত উপনীত হ'বগৈ নোৱাৰে। অৱশ্যে ই নিৰন্তৰেই সেইফালে গতি কৰি থাকে। আত্মাই সদায় স্ব-বিস্তৃতি আৰু উদ্‌গতিৰ পথত গতি কৰি থাকে, যি মুহূৰ্তেই এটি

লক্ষ্যত উপনীত হয়, তেতিয়াই তাক অন্যান্যবোৰে আকৰ্ষণ কৰিবলৈ ধৰে আৰু এই ক্ৰম সীমাহীনভাৱে চলি থাকে।

যিসকলে এই নৈতিক স্তৰ, নৈতিকতাৰ বিশিষ্টতা আৰু কালগতিক শ্ৰেষ্ঠতম বুলি নাভাবে, তেওঁলোকৰ মতে মৰণোত্তৰ জীৱন আত্মাৰ সমীপ ভৱিষ্যৎহে, আৰু সকলো প্ৰগতি আৰু কালৰ গতি বিচ্যুতিৰ অৱস্থাৰ সিপাৰত চৰম লক্ষ্য এটি আছে। হিন্দু দৰ্শনে অনন্ত জীৱনৰ সত্যতা বা পুনৰ্জীৱনৰপৰা মুক্তিত বিশ্বাস কৰে। ই সত্তাৰ এনে এটা পৰম অৱস্থা, য'ত ব্যক্তিয়ে নিজকে জন্ম, মৃত্যু আৰু কালতকৈ উচ্চ বুলি জানে। ই কেৱল ভৱিষ্যৎ বা অনন্ত জীৱন নহয়, ইয়াতেই আৰু বৰ্তমানতেই লাভ কৰা ৰূপান্তৰিত জীৱন, সত্তাৰ নৱতম অৱস্থা। পুনৰ্জন্ম কালাধীন; আৰু যেতিয়ালৈকে আমি ব্যক্তিত্বমুখী অৱস্থা স্বীকাৰ কৰি থাকোঁ তেতিয়ালৈকে ই অনিবাৰ্যৰূপে চলি থাকিব। আমি এই ব্যক্তিত্ব অতিক্ৰম কৰিব পাৰিলে আমি কালৰপৰা ওপৰলৈ উধাব পাৰোঁ, আৰু তেনেকৈয়ে পুনৰ্জীৱনৰ-পৰাও হাত সাৰিব পাৰোঁ। হিন্দু দাৰ্শনিকসকলে আমাক পুনৰ্জীৱনৰ বন্ধনৰপৰা মুক্তি লাভ কৰিবলৈ কোৱাৰ অৰ্থ হ'ল, আমি যাতে অকল এই ব্যক্তিত্বৰ স্তৰ অতিক্ৰম কৰি যাব পাৰোঁ, আৰু নৈৰ্ব্যক্তিক সৰ্বময় স্তৰলৈ উত্থিত হ'ব পাৰোঁ। জন্ম-মৃত্যুৰ চক্ৰৰপৰা মুক্তি লাভ কৰিবলৈ বিচৰা মানে আমি অকল নৈতিক ক্ষেত্ৰৰ-পৰা এই আধ্যাত্মিক স্তৰলৈ উধোৱাটোকেই বুজায়। নৈতিক স্তৰৰ বিস্তাৰেই আধ্যা-ত্মিকতা নহয়। ই এক সম্পূৰ্ণ নতুন পৰিসৰ। ইয়াৰ বিষয়বস্তু হ'ল সনাতন। যিসকল মহাপুৰুষে ঈশ্বৰক পূজা কৰে, তেওঁলোকে এজন অতিমানৱক পূজা নকৰে। এই বিশ্বজগতৰ এক নতুন সৃষ্টিক্ৰম হিচাপে আধ্যাত্মিকতাই অকল মান-ৱতাৰ বিকাশকেই নুবুজায়।

পাশ্চাত্য জগততো এই হিন্দু মতবাদৰ বহুতো উদাহৰণ আছে। ব্যক্তিয়ে যেতিয়া নিজক অতিক্ৰম কৰি পাৰ হৈ যায় আৰু পৰমেশ্বৰৰ লগত একাত্মবোধ লাভ কৰে, তেতিয়া নাথৰন্ত হোৱাৰ এক অভূতপূৰ্ব আনন্দৰ অনুভূতি লাভ কৰাৰ কথা অফিকত উল্লেখ আছে। ডায়নিচাচৰ পশ্চাত নিত্য-নৈমিত্তিক ক্ৰিয়া-পদ্ধতিৰ মুখ্য উদ্দেশ্য হ'ল পূজা কৰা ব্যক্তিজনক ঈশ্বৰৰ লগত একীভূত কৰা। সময় আৰু ৰূপ বা আকাৰৰপৰা হাত সাৰি গৈ, কালহীন অৱস্থা এটা এই স্থান-কালতে প্ৰাপ্তিৰ মতবাদ এটা প্লেটোৱেও তেওঁৰ 'চিম্পচিয়ামত' দাঙি ধৰিছে। ইচ-লামে অতীন্দ্ৰিয়বাদী আৰু তুৰস্কৰ যোগীসকলে এই জীৱনতে ঈশ্বৰৰ লগত সংযুক্ত হৈ পোৱা পৰম আনন্দৰ কথা বৰ্ণনা কৰিছে। নৱ প্লেটোবাদী, স্পিনোজা আৰু খ্ৰীষ্টীয় অতীন্দ্ৰিয়বাদীসকলেও অনুৰূপ মতকে পোষণ কৰে।

বিশ্বজগতৰ বুৰঞ্জীয়ে এনে চৰম মুহূৰ্তৰ পথত যেন গতি কৰিছে, যি মুহূৰ্তত আধ্যাত্মিক জীৱনৰ সাৰ্বজনীন প্ৰৱাহ প্ৰতিজনতে আৰু সকলোতে উপলব্ধি হ'ব,

যেতিয়া নৈতিক অভিজ্ঞতাৰপৰা অনুপলব্ধিৰ ফলস্বৰূপে সকলো জীৱই অনন্ত জীৱনৰ ভাগ ল'বলৈ আগবাঢ়িব আৰু যেতিয়া ব্যক্তিৰ বলবান ইচ্ছায়ো বিশ্বাত্মাৰ প্ৰেমত নিজক সম্পূৰ্ণ নিবেদন কৰি দিব। জীৱনৰপৰা যেনেকৈ বস্তুৰ আৰু মনৰ-পৰা যেনেকৈ জীৱনৰ উৎপত্তি, তেনেকৈ অধ্যাত্মাৰপৰাও মানুহক সমুদ্ধাৰ কৰিব লাগিব। এয়ে মানৱ জীৱনৰ প্ৰাক্তন বা ভাগ্য। আমাৰ যৌক্তিক সংজ্ঞাই সত্যত উপনীত হ'বলৈ বিচাৰে; কিন্তু অতি সীমিতভাৱেহে কৃতকাৰ্য হ'ব পাৰে; আমাৰ নৈতিক ইচ্ছাই আংশিকভাৱেহে তাৰ লক্ষ্যত উপনীত হ'ব পাৰে। আমাৰ অন্তৰৰ আশা-আকাংক্ষাই জীৱনৰ সকলো সুখ-আনন্দ উপভোগ কৰিবলৈ বিচাৰিলেও সীমিতভাৱেহে তাক পাব পাৰে। আমাৰ গভীৰ আত্মাই যদি সত্যক বিকশিত দেখে আৰু জীৱনৰ আনন্দ মুক্তভাৱে উপভোগ কৰিব পাৰে, তেনেহ'লে আত্মসচেতন মন নহয়, এই অধ্যাত্মাইহে সৰ্বশেষত উদ্ভূত হ'ব লগা প্ৰকৃতিৰ মৌলিক আৰু প্ৰধান উদ্দেশ্য বুলি ক'ব লাগিব। বস্তু বা পদাৰ্থ যেনেকৈ জীৱনৰ লগত সংযুক্ত থকাৰপৰা তাৰ আৱশ্যকীয় স্বাভাৱিক অৱস্থাসমূহ সংগঠিত হোৱাৰ পিচত উদ্ভৱ হ'ব পাৰিলে, জীৱন যেনেকৈ মনৰ লগত সংযুক্ত থকাৰপৰা প্ৰাণময় সংগঠনৰ মাজেদি প্ৰকাশ পাবলৈ উপযুক্ত মুহূৰ্তৰ বাবে অপেক্ষা কৰিবলগীয়া হয়, তেনে-কৈয়ে মানৱ সংজ্ঞাও অতিমন বা অধ্যাত্ম সত্তাৰ লগত জড়িত হৈ থাকে আৰু প্ৰকাশ লাভ কৰিব পাৰে যেতিয়া উপযুক্ত অৱস্থা আৰু প্ৰযত্নেৰে ই সাজু হৈ পৰে। মানৱ জীৱনকো একেই গতি-বিচ্যুতি আৰু অগ্ৰগতি আৰু পশ্চাৎগমনৰ দৰেই এই একে লক্ষ্যৰ পথতেই সাজু কৰা হৈছে।

ভাৰতীয় দাৰ্শনিকসকলে কয় যে জ্ঞান বা সজ্ঞাতবোধৰদ্বাৰা নৈতিক ব্যক্তিত্বৰ-পৰা আধ্যাত্মিক সৰ্বময়তালৈ অভিগমন সম্ভৱপৰ। নৈতিক ব্যক্তিত্ববাদ আমাৰ এক অপূৰ্ণ দৃষ্টিভঙ্গীৰ ওপৰত প্ৰতিষ্ঠিত আৰু সেয়ে আমাৰ সসীমতাৰ গুৰি। আমি গোটেই বিশ্বজগতৰপৰা আমাক যেতিয়া বিচ্ছিন্ন কৰি ধৰোঁ, তেতিয়া সেই আমি 'আমি' নহয়। বহুবাদী দৃষ্টিভঙ্গী যদিও কোনো ব্যক্তি সত্তাই ৰূপ দিয়া উপকথা নহয়, প্ৰগতিশীল বিশ্বজগতৰে অৱস্থা মাত্ৰ, তথাপি ইয়াক অতিক্ৰম কৰিব লাগিব। সেই দেখিয়েই আত্মজ্ঞান বা তত্ত্বজ্ঞানৰ এনে বিশেষ আৱশ্যকতা।

মুক্তিৰ অৱস্থাক বিভিন্ন ৰূপে ধাৰণা কৰা হয়। কোনো কোনোৰ মতে ই ঈশ্বৰৰ লগত প্ৰায়শ্চিত্ত সাধন বা আদৰ্শ জগতৰ অবিৰত ধ্যান, ফল লাভকাৰী-জনৰ মুখত প্ৰতিবিম্বিত আনন্দ বা ব্যক্তিৰ বিলোপ সাধন। মূল কথাটো হ'ল আত্মাই নিজৰ ব্যক্তিত্ব হেৰুৱাই পেলায় নে ৰক্ষা কৰি থাকে। এনে দুৰাগম আৰু কঠিন বিষয়টোৰ সম্পৰ্কে আমাৰ চিন্তাৰ সসীমতা স্বীকাৰ কৰি আমি সাধাৰণভাৱে আৰু প্ৰকল্পিতভাৱে দুই-চাৰিটা কথা আগবঢ়াব খুজিছোঁ, আৰু ই বোধহয় সম্পূৰ্ণ আপ্ত-বিৰোধীও নহ'ব।

প্ৰাচ্যতে হওক বা পাশ্চাত্যতে হওক, ঈশ্বৰবাদীসকলে বিশ্বাস কৰে যে ব্যৱহাৰিক জগতত ঈশ্বৰৰ লগত কৰা সংযোগ ক্ষণস্থায়ী, অবিৰাম আৰু মাজে মাজে দুৰ্বোধ্য হ'লেও সম্পূৰ্ণ সিদ্ধ অৱস্থাত ই অবিৰাম স্থায়ী আৰু সুবোধ হৈ পৰে। যত্না আৰু প্ৰগতিয়ে শান্তি আৰু আনন্দ দান কৰে; কিন্তু তাত ব্যক্তিত্বৰ বিলোপ নহয়; ব্যক্তিৰ জীৱন আত্মাৰ জ্যোতি আৰু বিশালতালৈ উঠি যায়। ই এক বাধাহীন শক্তি আৰু ক্ৰিয়াৰ অৱস্থা নিষ্ক্ৰিয়তা আৰু ৰুদ্ধগতি নহয়। "তেওঁ নিজেই নিজৰ প্ৰভু হৈ পৰে, সকলো লোকতে তেওঁৰ গতি বাধাহীন হয়।" (৩৯)

মোক্ষ প্ৰাপ্তিৰ পিচত ব্যক্তি পৰম ব্ৰহ্মৰ লগত মিলিত হৈ যোৱা মতটো শঙ্কৰে পোষণ কৰা বুলি সাধাৰণতে ধৰি লোৱা হয়। শাশ্বত মানে অবিনশ্বৰ-হীনতা বুলিয়েই তেওঁ বাৰে বাৰে কৰা দৃঢ়োক্তিৰপৰাই এই অনুমান কৰা হৈছে যেন লাগে। অশাশ্বতা যদি সসীম ব্যক্তিত্বৰ লক্ষণ হয়, তেনেহ'লে অশাশ্বতাহীনতাই ব্যক্তিহীনতা বুজায়; কিন্তু শঙ্কৰৰ বহুতো ৰচনাত আমি এনে কিছুমান কথা পাওঁ যাৰপৰা বুজিব পাৰি যে মুক্ত আত্মাই যি মুহূৰ্ততে মুক্তি লাভ কৰে সেই মুহূৰ্ততে সৰ্বাত্মতা লাভ কৰে (৪০), তথাপিও যিমান দিনলৈকে এই বিশ্বপ্ৰক্ৰিয়া চলি থাকে তিমান দিনলৈকে কৰ্ম কেন্দ্ৰ স্বৰূপে ব্যক্তিয়ে নিজৰ ব্যক্তিত্ব ৰক্ষা কৰি থাকে। (৪১) জগতখনৰ যেতিয়া পূৰ্ণ পৰিত্ৰাণ হয়, তেতিয়াহে ব্যক্তিত্বৰ বিলোপ সাধন হয় আৰু তেতিয়া ইয়াত প্ৰকাশিত বহু ফলসমূহ লব্ধ হয়। জগতে আত্ম-বিনাশৰ জৰিয়তে পৰিপূৰ্ণতা লাভ কৰে। যেতিয়ালৈকে বিশ্বপ্ৰক্ৰিয়া চলি থাকে, তেতিয়ালৈকে মুক্ত আত্মাও ইয়াৰ ভাগী হৈ থাকে, আৰু অকল নিজৰ কাৰণে নহয়, সমগ্ৰতাৰ কাৰণেই শৰীৰীৰূপ ধাৰণ কৰে। ইয়াৰ সকলোৰে লগত আত্মীয়তা বা সৰ্বাত্ম ভাব থাকে। ই নিজক সৰ্বময় গতিৰ লগত মিলাই দিয়ে আৰু তাৰেই প্ৰবাহ অনুসৰণ কৰি চলে। এই শাশ্বত বা অনন্ত জীৱন জীয়াই থকাৰ পৰিৱৰ্তিত ৰূপ এটাহে; গতিকে শৰীৰ ধাৰণ কৰাৰ লগত ইয়াৰ বিশেষ একো কথা নাই। মুক্ত আত্মাই ডাৱৰৰ দাঁতিয়েদিহে যায়, তাৰ ভিতৰ নোসোমায়, বা আন এটা বিখ্যাত উপমা দি ক'ব লাগিলে, সিহঁতে পোহৰৰ ভিতৰ সোমায়, কিন্তু অগ্নিশিখাক স্পৰ্শ নকৰে। ব্যক্তিৰ ভিতৰত সংহতি আৰু পৰিবেশৰ লগত সমন্বয়—উভয়েই মুক্তিৰ বাবে প্ৰয়োজনীয় কথা। আমি যদি আমাৰ নিজৰ ভিতৰতে সুসমন্বয় সাধন কৰিব পাৰোঁ, তেনেহ'লে তাৰ প্ৰথম

---

(৩৯) স স্বৰাট্ ভৱতি, তস্য সৰ্ব্বেষু লোকেষু কামাচাৰো ভৱতি। (চান্দ. উপ: vii 25-32)

(৪০) সম্যাগ্ দৰ্শন—কালম্, এব তৎফলম্ সৰ্বাত্মম্ দৰ্শয়তি।

(৪১) শঙ্কৰৰ ব্ৰহ্মসূত্ৰ, iii, 32. *Indian Philosophy* vol. II. 2nd.Ed. (1931) Pp. 642 ff.

চৰ্ত পূৰ্ণ কৰা হয়। কিন্তু যেতিয়ালৈকে পৰিবেশৰ মাজত অপৰিমুক্ত কিবা থাকি যায়, তেতিয়ালৈকে পৰিবেশৰ লগত সমন্বয় সাধন কৰাটো সম্ভৱপৰ নহয়। যেতিয়ালৈকে আমাৰ প্ৰকৃতিৰ বিৰোধী কথাসমূহ আৰু ব্যক্তিৰ মাজৰ পৰস্পৰ প্ৰতিদ্বন্দ্বিতাসমূহক জীৱনৰ এক ঐক্য আৰু আধ্যাত্মিক ভ্ৰাতৃত্বৰ তলতীয়া কৰি ল'ব নোৱাৰোঁ, তেতিয়ালৈকে আমি প্ৰকৃতপক্ষে মুক্ত হ'ব নোৱাৰোঁ। অসিদ্ধ জগতত পূৰ্ণ মুক্তি সম্ভৱপৰ নহয়। এই জগতত যিসকলে আত্মদৰ্শন লাভ কৰিছে, তেওঁলোকে যেতিয়ালৈকে এই জগতত অন্যায়ক ন্যায়ৰ পথলৈ নিবলৈ, ভুলক শুদ্ধ কৰিবলৈ আৰু অসুন্দৰক জীৱনৰপৰা দূৰীভূত কৰিবলৈ সক্ষম নহয়, তেতিয়ালৈকে কাম কৰি থাকে। যি ব্যক্তিয়ে নিজৰ ভিতৰত ঐক্য লাভ কৰে তেওঁলোকে আন মানুহকো একে শ্ৰেয়স্ লাভৰ আকাংক্ষাৰেই আগবঢ়াই লৈ যায়। প্ৰকৃত অৰ্থত আদৰ্শ ব্যক্তি আৰু সিদ্ধ সমাজৰ একেলগেই অভ্যুত্থান হয়।

সকলো ব্যক্তিয়েই অনন্ত জীৱন বা শাশ্বত জীৱন পোৱাৰ গৰাকী; কাৰণ, হিন্দু শাস্ত্ৰত আছে, আমি সকলোৱেই অমৃতৰ পুত্ৰ (অমৃতস্য পুত্ৰাঃ)। এজন ঋষি লেখকে কৈছে: "আমি এতিয়া ঈশ্বৰৰ পুত্ৰ আৰু ইয়াৰ পিচত আমি কি হ'ম ক'ব নোৱাৰোঁ।" আমাৰ যেতিয়া এই অৱস্থা প্ৰাপ্ত হয়, তেতিয়া আমি ব্ৰহ্মলোক পাওঁ; তাত ঈশ্বৰৰ সত্তাত ধ্যান কৰাৰ ফলত ব্যক্তিয়ে যি দৰ্শন লাভ কৰে সেই ৰূপলৈ ৰূপান্তৰিত হয়। ই এনে জীৱন, য'ত মনৰ পাৰস্পৰিক পূৰ্ণ সংযোজনৰ ফলত ব্যক্তিসমূহে ঐক্য লাভ কৰে। প্লেটোৰ ভাষাত মুক্তি হ'ল 'সত্তাৰদ্বাৰা' পৰিপূৰ্ণ হোৱা। জগতৰ শেষ লক্ষ্য হ'ল এনে সিদ্ধ অৱস্থা বা আধ্যাত্মিক ঐক্য।

তৰ্ক শাস্ত্ৰৰ ভাষাৰে ব্যক্তিৰ এই অৱস্থা বৰ্ণনা কৰা সম্ভৱপৰ নহয়; কিন্তু ইযে পৰিতৃপ্ত আকাংক্ষাৰ এটি অৱস্থা তাক সহজে ধৰিব পাৰি। জীৱনক আমি যেনেভাৱে দেখিছোঁ তাৰপৰা আমি পাওঁ যে ই পূৰ্ণ সমন্বয়ৰ অভাৱতেই চলি গৈ থাকে। হব্‌সে কোৱাৰ দৰে "ইন্দ্ৰিয় আৰু কল্পনা স্থিৰ হৈ পৰিলে মানুহ যেনেকৈ আৰু জীয়াই থাকিব নোৱাৰে, তেনেকৈ আকাংক্ষাৰ অন্ত পৰিলেও মানুহ জীয়াই থাকিব নোৱাৰে। (৪২) য'ত সকলোৱেই সত্তা আৰু একোৱেই ক্ৰিয়মান নহয়, য'ত সকলোৱেই চূড়ান্তভাৱে কৃত হৈ আছে আৰু একোকেই কৰিবলগীয়া নাই, তাত ক্ৰিয়াৰ কথা ধাৰণা কৰিব নোৱাৰি। গতিকে যেতিয়া তাৰ লক্ষ্যত উপনীত হয়, জীৱন তেতিয়া আৰু গতিশীল হৈ নাথাকে। ঐতিহাসিক প্ৰক্ৰিয়াৰ তাত অন্ত পৰে আৰু ঐতিহাসিক সত্তা হিচাপে ব্যক্তিও তেতিয়া আৰু তাত নাথাকে। সিদ্ধিৰ এনে অৱস্থা এটা সক্ৰিয়তাৰ লগত কেনেকৈ খাপ খাব পাৰে আমি তাক

(৪২) *Leviathan* Ch. XI.

ভাবিব নোৱাৰোঁ। গীলবাৰ্টৰ ৰজা গামাৰ দৰ্শনত এই বিষয়ে আমালৈ এটি শিক্ষা দিয়া আছে :

"দিনবোৰ জানো নালাগে দীঘল আৰু শিথিল
যেতিয়া সকলো চলে মাথোঁ শুধ বাটে, নকৰে অকণো ভুল।
নহ'ব জীৱন জানো অতিকে নীৰস
নাথাকিলে কৰিবলৈ কোনো অসন্তোষ?"

ষ্ট্ৰীণ্ডবাৰ্গৰ নাটক 'মাষ্টাৰ ওলাফ'ত এঠাইত চুইডেনৰ প্ৰধান সংস্কাৰকজনে তেওঁ ভবাতকৈও বহুত আগতে যেতিয়া প্ৰায় লক্ষ্যত উপনীত হওঁ হওঁ হ'লহি তেতিয়া ভাবাবেগেৰে কৈ উঠিছিল, "উস্. কি ভয়ঙ্কৰ কথা। আৰু কোনো প্ৰয়াস কৰিবলগীয়া নাই? তেন্তেতো ই মৃত্যু। তেনেহ'লেতো মই ইমানদিনে এই বিজয় বিচৰা নাছিলোঁ।" যি অৱস্থাত সকলো ব্যক্তিয়েই সিদ্ধ হৈ পৰিব আৰু ঈশ্বৰৰ মহাদ্যুতি উপভোগ কৰি থাকিব, তাক কল্পনা কৰিবলৈও টান লাগে। ইংৰাজী প্ৰাৰ্থনা গীত এটাত স্বৰ্গ এনে এখন ঠাই বুলিছে, য'ত "সমাজ কেতিয়াও নাভাগে আৰু বিশ্ৰাম দিবসৰ (Sabbath) কেতিয়াও অন্ত নপৰে।" আমি সাধাৰণ মানুহৰ কাৰণে যি হওক, ধৰ্মৰ গুৰুসকলে ভবা স্বৰ্গ এইখন নিশ্চয় নহয়। আমাৰ কাৰণে যদি সিপাৰত অকল নিৰন্তৰ অলসতাইহে আছে, তেনেহলে সি কাৰো কাৰণে উপযোগী নহয়। চৌতৌকোৱা ( Chautauqua )ৰ 'চৌদাপানীৰ স্বৰ্গ'ৰপৰা ওলাই এবাৰ আকৌ এই অন্ধকাৰ আৰু দুষ্টজগতৰ মাজলৈ সোমাই, উইলিয়াম জেম্ছে কেনেকৈ চিঞৰি উঠিছিল আমি তাক সকলোৱে জানো : তেওঁ কৈছিল, "উস্ কি ৰক্ষা। আকৌ আদিম আৰু বৰ্বৰ কিবা এটা পালেও হয়; ই হয়তো আৰ্মেনিয়াৰ বিধ্বংসৰ দৰেই অতি নিকৃষ্ট হ'ব পাৰে, তথাপিও অন্ততঃ ভাৰসাম্য ৰক্ষা হ'ব।" এৰিষ্টটোলে কৈছে, "অনন্ত স্থিতিয়ে শ্ৰেয়সক শ্ৰেষ্ঠতৰ কৰিব নোৱাৰে বা বগাকো আৰু বগা কৰিব নোৱাৰে।"

এনে কঠিন অৱস্থা এটাৰ হাত সাৰিবৰ কাৰণে কেতিয়াবা কোৱা হয় যে ঐতিহাসিক প্ৰক্ৰিয়াৰ কেতিয়াও অন্ত নপৰে। ব্যক্তিয়ে অ'ত ত'ত কেতিয়াবা মুক্তি লাভ কৰিব পাৰে, কিন্তু সমগ্ৰ জগতখন কেতিয়াও মুক্ত হ'ব নোৱাৰে। অনন্ত কালৰপৰা জগত অনন্ত কাললৈকে বৰ্তি থাকিব। ইয়াৰপৰা এইটো অনুমিত হয় যে কোনো ব্যক্তিয়েই আন্তৰিক আৰু বাহ্যিক সিদ্ধ-সমন্বয় লাভ কৰিব নোৱাৰে। সম্পূৰ্ণ সিদ্ধিৰ কথা ভাবিব নোৱৰা অৱস্থা। আমি সিদ্ধি লাভৰ বাবে প্ৰযত্ন কৰিয়েই থাকিব লাগিব আৰু আংশিকভাৱে ইয়াক লাভ কৰিবলৈ পোৱাটোৱেই আমাৰ কামনা। আমি নিৰন্তৰ প্ৰচেষ্টাৰ ভাব লৈয়েই থাকিব লাগিব। কিন্তু এই মতে মানুহ আৰু প্ৰকৃতি, জীৱনৰ মূল্য আৰু বাস্তৱতাৰ ঐক্যক অৱজ্ঞা কৰে। ই নিৰন্তৰ যাত্ৰাৰ প্ৰশ্ন হ'ব নোৱাৰে। আমি ক'ৰবাত উপস্থিত হ'বগৈও লাগিব।

অন্তহীনভাৱে সঙ্গীত চলি থাকিব নোৱাৰে, গানৰো এটা পূৰ্ণতা থাকিব লাগে। এনে এটা সময় আহিব লাগিব, য'ত সকলো ব্যক্তিয়েই ঈশ্বৰৰ সন্তান হৈ পৰিব আৰু অমৰদ্যুতিত তেওঁলোক অভ্যাথিত হ'ব। জগতৰেই যেতিয়া মুক্তি হ'ব, তেতিয়া ঘটনা বস্তৰো অন্ত পৰিব। স্বৰ্গ আৰু মৰ্ত্য ভেতিয়া নাথাকিব, তেতিয়া থাকিব মাত্ৰ কালহীন আৰু বিশ্ৰান্তিগজনহে।

অধ্যাপক এ. ই. টেইলৰে ভাবে যে মুক্তজনৰো "এটা বাস্তৱ আৰু গভীৰ নৈতিক জীৱনৰ কাৰণে" স্থান আছে। "স্বৰ্গতো পূৰ্ণতা লাভৰ কাৰণে কোনো আৰু প্ৰগতি নাথাকিলেও পূৰ্ণতা'ৰ ভিতৰতেই প্ৰগতি থকাটো সম্ভৱপৰ। ইয়াত থকাৰ দৰে তাত থকা জীৱন নহয়, আশা আৰু বিশ্বা'স লৈ থকা ইয়াৰ জীৱনৰ পৰিবৰ্তে তাত হ'ব এক দৰ্শনেৰে চলা জীৱন, কিন্তু এই দৰ্শনো জানো ক্ৰমবৰ্ধিতভাৱে অধিক ঐশ্বৰ্যশালী হ'ব নোৱাৰে?" (৪৩) অধ্যাপক টেইলৰে বিশ্বাস কৰে যে মুক্তসকলে যদিও ঐশ্বৰিক দৰ্শন ভোগ কৰি থাকে, তেওঁলোকৰ কিছুমানে "আনবিলাকতকৈ অধিকভাৱে সেই দৰ্শনৰ অনন্ত ঐশ্বৰ্য লাভ কৰিব পাৰে, কাৰণ, প্ৰত্যেকেই নিজৰ সামৰ্থ্য অনুযায়ীহে তাক লাভ কৰিব পাৰে। কিন্তু সত্তাৰ এটি সাধাৰণ অস্পষ্টবোধ লাভ আৰু ব্যক্তিত্বৰ বাস্তৱ জীৱনত তাৰ পূৰ্ণতা প্ৰাপ্তিৰ মাজত এনে এক বিৰাট অঞ্চল পৰি আছে, যাক বহু বছৰৰ পৰিশ্ৰমৰ ফলেৰেহে অতিক্ৰম কৰিব পাৰি। এই পূৰ্ণ উপলব্ধি নোহোৱালৈকে কোনেও মুক্তি লাভ কৰিব নোৱাৰে। বেছিকৈ দেখাসকলে কমকৈ দেখাসকলৰ সেৱা কৰিব আৰু এই সেৱাই অভিযাত্ৰাৰ আৱশ্যকীয় সামগ্ৰী যোগান ধৰিব। প্ৰশ্ন হৈছে, ঈশ্বৰৰ পূৰ্ণ দৰ্শন নোহোৱালৈকে কোনোবাই মুক্তিলাভ কৰিব পাৰে নে নোৱাৰে। ঈশ্বৰৰ অসীমতাৰ কাৰণে আমি যদি তেওঁক লাভ কৰিবগৈ নোৱাৰোঁ, তেনেহ'লে আমি প্ৰকৃততে মুক্ত নহওঁ। মুক্তও তেনেহ'লে দুৰ্লভ আদৰ্শ এটাৰ ওচৰ চাপিবলৈ কৰা এক অনন্ত প্ৰয়াস মাত্ৰ। "পূৰ্ণতাৰ মাজতেই প্ৰগতি" কথা হিচাপে ঠিক হ'ব পাৰে, কিন্তু ই কোনো সমস্যাৰ সমাধান নকৰে। অনন্ত প্ৰয়াসৰ লগত পূৰ্ণ উপলব্ধিৰ কোনো সম্বন্ধ ই নিৰ্ধাৰণ কৰিব নোৱাৰে। সিদ্ধি হ'ল নৈতিকতাতকৈ বেলেগ এটা পৰিসৰৰ বস্তু। অৱশ্যে ই নৈতিক স্তৰতো প্ৰকাশ লাভ কৰিব পাৰে। পৰিবৰ্তনহীনতাৰ অভিজ্ঞতা পৰিৱৰ্তিত জগতখনৰে সৈতে সমতুল্য নহ'লেও ই তালৈ লৈ যাব পাৰে।

জীৱাত্মাসমূহক এই জগতলৈ আনি সিহঁতৰ শিক্ষাৰ বাবে অপাৰ কষ্ট কৰাৰ পিচত শেহান্তত যদি সিহঁতক ঠান-বান কৰি পেলাবলৈকে হ'ল, তেনেহ'লে বিজ্ঞনে এইদৰে কৰিলে তেওঁৰ এই সকলো কাম পণ্ডশ্ৰম মাথোন হ'ল বুলি ক'ব পাৰি। চিৰকালৰ কাৰণে একেবাৰে নাশ কৰিবৰ কাৰণেই মানৱাত্মাৰ এই পূৰ্ণতা লাভৰ

(৪৩) *The Faith of a Moralist* (1931) 1, Pp. 407—408.

প্ৰয়োজননে? অকল ছাঁই কৰি পেলাবৰ কাৰণেই এই আধ্যাত্মিক অগ্নি জলোৱা হয়নে? এই বিশ্বজাগতিক প্ৰক্ৰিয়াক স্বয়ংপূৰ্ণ বুলি ধৰাটো উচিত নহ'ব। এই পূৰ্ণতা লাভ হোৱাৰ পিচত অভিনয় অন্ত হ'লে, যৱনিকা পতন হ'লে, আৰু হয়তো নতুন ঘটনাৰ নাটক আৰম্ভ হ'ব পাৰে।

বিভিন্ন সম্ভাৱনাসমূহ আমি চমুকৈ আলোচনা কৰিলোঁ। কিছুমান ব্যক্তি চিৰকালৰ কাৰণেই অমুক্ত হৈয়েই থাকিব বুলি ভবাটো সম্ভৱ নহয় আৰু সকলোবিলাকেই যদি মুক্তি লাভো কৰে, তেনেহ'লে তেওঁলোকে স্বৰ্গত বহি ঈশ্বৰৰ নাম গাই একো নকৰাকৈ বহি থকাটোও সম্ভৱ নহয়। যেতিয়ালৈকে কিছুমান ব্যক্তি অমুক্ত হৈ থাকে, তেতিয়ালৈকে আন মুক্ত আত্মাসকলে এওঁলোকৰ কাৰণে কাম কৰি থাকে আৰু সেইকাৰণে তেওঁলোকৰ ব্যক্তিত্বও ৰক্ষা কৰি থাকে। গোটেই জগতখনেই যেতিয়া মুক্তি লাভ কৰে, আৰু সকলোৱেই মুক্ত হয় আৰু একো কৰিবলৈ নাথাকে, তেতিয়া কালক্ৰমৰো অন্ত পৰে। জগতখন কোনোবাদিনা তেনেই ধ্বংস পাব বুলি বিজ্ঞানে দেখুওৱা ভয়ত আমি হতাশ হ'ব নালাগে। বিশ্বজগতখনৰ সীমা নাই যদিও ই 'সসীম'। কালৰ অন্তই মানৱতাৰ পূৰ্ণসিদ্ধি বুজাব পাৰে আৰু তেতিয়া পৃথিৱীখন আত্মাৰ জ্ঞানেৰে পৰিপূৰ্ণ হৈ পৰিব। দেশ-কালৰ অৱস্থাই জোৰেমানে বিশ্বজাগতিক অভিপ্ৰায়ে পৰিপূৰ্ণতা লাভ কৰিব।

আমাৰ ঐহিক প্ৰকৃতিৰ বৈজ্ঞানিক বিশ্লেষণে আমাক লাহে লাহে জড় পদাৰ্থ, জীৱন, মন আৰু বুদ্ধিৰ জগতৰপৰা আঁতৰাই লৈ যায় এক সম্পূৰ্ণ বিশ্বাতিগ আধ্যাত্মিক জগতলৈ, যি জগত সকলো বৌদ্ধিক বৰ্ণনাৰ অতীত, যি মাত্ৰ পৰমাত্মা আৰু জীৱাত্মা, পৰম সত্তা আৰু সমগ্ৰ বিশ্বস্বৰূপেইহে প্ৰকাশ লাভ কৰে। তাতেই আমাৰ জিজ্ঞাসাৰ অন্ত পৰে। মানৱ চিন্তাই তাক আৰু অতিক্ৰম কৰি যাব নোৱাৰে।

বিশ্বজগতৰ ব্যাপকতাই (অপৰিমেয়তা) আমাক হতাশ কৰিব নোৱাৰে। দৈহিক স্বৰূপত আমি এই জগতৰ বুকুত উঠা ঘূৰ্ণী বতাহৰ এটি সামান্য ধূলিকণা হ'ব পাৰোঁ; মানসিক ক্ষেত্ৰত আমাৰ অভিপ্ৰায়সমূহ ইটো বা সিটো শৰীৰতে আৱদ্ধ থাকিব পাৰে; কিন্তু প্ৰকৃতপক্ষে আমিয়েই সকলো। আকাশ-কালৰ ব্যাপকতা, জীৱনৰ ব্যাপক বহুল জাতি-উপজাতিৰ কলা আৰু বিজ্ঞানৰ চমকপ্ৰদ ফলাফলসমূহ, একোৱেই আমাৰ বাহিৰত নহয়, সকলো আমাৰ ভিতৰতে। এই সকলোৱেই আমাৰ উপযোগী সৃষ্টি, অৱশ্যে বাস্তৱ ক্ষেত্ৰত ইহঁত অকল আনুবীক্ষিক বা সাৰ সংগ্ৰহ মাত্ৰ হ'ব পাৰে, আৰু সেই পৰিমাণে অবাস্তৱো হ'ব পাৰে। অধ্যাত্মাৰ নিজৰ স্বৰূপতেই আকাশ-কাল অন্তৰ্হিত হৈ থাকে; আমাৰ সমগ্ৰ অভিজ্ঞতা, বিভিন্ন ব্যক্তি আৰু বস্তু ইয়াৰেই অন্তৰ্ভুক্ত; জড় পদাৰ্থ, জীৱন আৰু সংজ্ঞা আমাৰ ভাববোধক সংশ্লেষণ মাত্ৰ, আৰু আমি যেতিয়া সেইবিলাকক ব্যৱহাৰ

কৰে', তেতিয়া সিহঁত প্ৰাতিভাসিক ৰূপহে, সাত্তিক স্বৰূপ নহয়। বিশ্বজগতখনক বস্তু, জীৱন, সংজ্ঞা আৰু চিন্তা বুলি পৰস্পৰ বিৰোধী কিছুমান বস্তু শ্ৰেণীত ভাগি পেলোৱাৰ প্ৰয়োজন নাই। সত্তাৰ কিছুমান ধৰা-বন্ধা ভাগ নাই, আছে মাথোন অভিজ্ঞতাৰ স্তৰহে। এই বিশ্বজগতৰ সত্য গণিতৰ সমীকৰণ অঙ্ক নহয়, বা পদাৰ্থবিদ্যাৰ শক্তিৰ শ্ৰেণী নহয় বা প্ৰাণীবিদ্যাৰ সমন্বয় মাত্ৰ নহয়, মনোজগতৰ বহুধাকৰণ নহয় বা নৈতিক ব্যক্তিবাদো নহয়, ই এক পূৰ্ণ আধ্যাত্মিক শৰীৰী। আমি যিমান তললৈ নামি যাওঁ তিমানেই আমাৰ জ্ঞান স্পষ্টতৰ হৈ পৰিব পাৰে। আমাৰ গণিতৰ জ্ঞান এই জগতখনক শক্তি শ্ৰেণীৰ আৰব্ধৰূপ বুলি পোৱা জ্ঞানতকৈ বেছি স্পষ্টতৰ হ'ব পাৰে। আৰু সেই জ্ঞান বেছি স্পষ্টতৰ হ'ব পাৰে জীৱন আৰু চেতন প্ৰাণীৰ পৰিবেশ বুলি পোৱা জ্ঞানতকৈ। নিজক নৈতিক সত্তা বুলি লাভ কৰা আমাৰ জ্ঞান জগতখনক পৰমাৰ্থৰ বা অধ্যাত্মাৰ জগত বুলি পোৱা জ্ঞানতকৈ বেছি স্পষ্টতৰ হ'ব পাৰে; তথাপিও এই ৰহস্যময় অস্পষ্ট আৰু নিৰ্বাক জ্ঞানেই আমাক সত্তাৰ অতি ওচৰলৈ লৈ যায়।

## অষ্টম অধ্যায়

# পৰম সত্তা

'আমি বাস কৰা জগতখন'—প্ৰকৃতিবাদ-স্মাট্‌সৰ সৰ্বব্যাপী সমগ্ৰতাকাৰী বিৱৰ্তনবাদ (হলিজিম)—আলেকজেণ্ডাৰ আৰু লয়েড্ মৰ্গেনৰ উদ্‌গম বিৱৰ্তনবাদ—হোৱাইট্‌হেডৰ সঞ্চাৰক বিৱৰ্তনবাদ—ঈশ্বৰ—পৰম ব্ৰহ্ম বা পৰমাত্মা।

## আমি বাস কৰা জগতখন

আমি পাই আহিছোঁ যে জগতখনৰ কিছুমান সৰ্বব্যাপক লক্ষণ আছে। প্ৰথমতে ই এটি সুবিন্যস্ত সমগ্ৰতা। আমি ইয়াত এটি অবিচ্ছিন্ন প্ৰৱাহ, পৰমাণুত হোৱা পৰিবৰ্তনৰপৰা ঐতিহাসিক গতিলৈকে এক সম্পূৰ্ণ ঐক্য ইয়াত পাওঁ। প্ৰকৃতিৰ এই বিন্যাস বিশ্বজাগতিক, পৰস্পৰ ঘনিষ্ঠভাৱে জড়িত সম্পৰ্কৰ এক বিন্যাস (System)। এই বিন্যাস বা শৃঙ্খলাপূৰ্ণতাই সত্তাৰ লব্ধস্তৰৰ বিভিন্ন নিৰ্ধাৰিত আকাৰত প্ৰকাশ লাভ কৰে। দ্বিতীয়তে, প্ৰত্যেকটো স্থিৰ বস্তুৱেই এটা বিশিষ্ট সম্পৰ্ক-প্ৰকাশক সাংগঠনিক গোট। পৰিমাণবাদ, জীৱ, উদ্ভিদবিদ্যাৰ পৰিণাম আৰু জেষ্টাল্ট্ মনোবিজ্ঞানে আকাৰসমূহৰ সম্পৰ্ণতা প্ৰকাশ কৰে। তৃতীয়তে, শৰীৰীসমূহে তাৰ পৰিবেশ বা পৰিবেষ্টনীৰ লগত ক্ৰমাৎ বেছি পৰস্পৰ সক্ৰিয় ঐক্য লাভৰ প্ৰচেষ্টা চলাই থাকে। অণু-পৰমাণু আৰু ইলেক্‌ট্ৰনসমূহ এক ঐক্যৰে অংশ বিশেষ আৰু সিহঁতে পৰস্পৰৰ লগত আকস্মিকভাৱে ক্ৰিয়া নকৰে, কৰে যি পদাৰ্থ-বিন্যাসৰ সিহঁত অংশ তাৰ লগত সম্পৰ্ক ৰক্ষা কৰিছে। প্ৰকৃতি হ'ল এক বিশাল সমগ্ৰতা, তাৰ পূৰক বস্তুসমূহ হ'ল জড় পদাৰ্থ, জীৱন, মন আৰু মূল্য বা অৰ্থ। ইহঁত যদিও প্ৰত্যেকেই পৰস্পৰ সম্পূৰ্ণ বেলেগ যেন হৈ থাকে, তথাপিও সিহঁত পৰস্পৰ সংমিশ্ৰিত হয় আৰু সহ-অৱস্থিত হয়। পৰমাণু আৰু তাৰ পৰিবেশ, শৰীৰী আৰু তাৰ পৰিবেষ্টন, আত্মা আৰু অনাত্মা, ব্যক্তি আৰু সমাজ—এই সকলো-বিলাক সিহঁতৰে অভীপ্সিত ঐক্য এটিৰ প্ৰকাশ। অৱস্থান আৰু অভিজ্ঞতাত সিহঁত এক, গতিকেই আমাৰ জ্ঞানৰ বাবেও সিহঁত এক হ'বই লাগিব। সত্তাৰ এই মৌলিক

সমষ্টি প্লেটোৱে ধৰিব পাৰিছিল। (১) চতুৰ্থতে, প্ৰকৃতিৰ এই অবিৰাম প্ৰৱাহত কোনো জিৰণি নাই বা নিবৃত্তি নাই। প্ৰকৃতি কেতিয়াও তাৰ প্ৰাপ্ত স্তৰতে সন্তুষ্ট নাথাকে। ই সদায় বিচাৰে আৰু অন্য স্তৰ লাভ কৰিবলৈ। কাৰণৰপৰাই সদায় কাৰ্য হ'লেও কাৰণৰ কেতিয়াও পুনৰাবৃত্তি নহয়। নতুন নতুন গুণৰ সদায় উদ্ভৱ হৈ থাকে, আৰু এই গুণনো কি হ'ব তাক আমি আমাৰ পুৰণি জ্ঞানৰ ভিত্তিত কেতিয়াও পাব নোৱাৰোঁ। অব্যক্তব্য নতুনত্বৰ উদ্ভৱ হয়। কলা, বিজ্ঞান আৰু নৈতিকতাৰ ক্ষেত্ৰত প্ৰকাশ পোৱা অপূৰ্ব প্ৰতিভাৰ দৰেই এই নতুনত্বসমূহৰো ক্ৰমিক উদ্ভাৱনাৰ মাজত আমি দেখিবলৈ পাওঁ একপ্ৰকাৰ আকস্মিকতা আৰু বিচ্ছিন্নতা। উদ্‌গম মতবাদে এই কথা লক্ষ্য কৰিছে যদিও তাত ইয়াৰ ব্যাখ্যা নাই। পঞ্চমতে, পৰিবৰ্তনবোৰ নিৰৰ্থক নহয়। এই জড় জগতখন পৰস্পৰ মাৰাত্মক সংঘাতত ব্যস্ত থকা অচেতন পৰমাণু কিছুমানৰ নিষ্ফল খেল মাত্ৰ নহয়। সিহঁতেও বস্তু সৃষ্টি কৰিবলৈ ধৰিছে, আৰু আমিও আমাৰ প্ৰভাৱ বিস্তাৰ কৰি সিহঁতৰদ্বাৰা আমাৰ অভিপ্ৰেত বস্তু কৰাই ল'ব পাৰোঁ। এই পৃথিৱী আৰু তাৰ বস্তুসমূহে জীৱনৰ কাৰণেই প্ৰস্তুতি কৰিছিল, কিন্তু বিকাশ লাভৰ হকে জীৱনে এখন উপযুক্ত পটভূমিত নিজক খাপ খুৱাই লোৱাৰ প্ৰয়োজন হৈছিল, কিছুমান বিশিষ্ট ৰাসায়নিক পদাৰ্থ আৰু তাৰ সংমিশ্ৰণেই এই শৰীৰ গঠনৰ বস্তুৰ যোগান ধৰিলেও, পোহৰ আৰু শব্দ-তৰঙ্গৰ দৰে কিছুমান বিশিষ্ট আণৱিক স্পন্দনে আমাৰ জীৱন গতিত দেখা, ঘ্ৰাণ পোৱা আৰু ৰসাস্বাদন কৰা ক্ষমতা দি জীৱনক তাৰ গতিত আগবঢ়াই দিবৰ কাৰণে আৱশ্যকীয় উদ্দীপকৰ যোগান ধৰিলেও, অন্যান্য বস্তুৱেও ইয়াক কেন্দ্ৰ কৰি ঘূৰি থাকে আৰু নিজৰ স্বাৰ্থৰ হকেই তাৰ লগত প্ৰতিক্ৰিয়া কৰে। পিচৰ স্তৰত যেতিয়া জীৱনে নিজৰ প্ৰযত্নৰদ্বাৰাই আপোন ভাগ্য আৰু আত্মোন্নতি নিৰ্ধাৰণ কৰি ল'বলগীয়া হ'ল, তেতিয়াই সংজ্ঞা বা চেতনা আৰু মানৱ যুক্তিৰ ব্যৱস্থা কৰা হ'ল। অপ্ৰকট শূন্যতা বা জলৰপৰাই (অপ্ৰকেটম্ সলিলম্) এই সকলোবিলাক উদ্ভৱ হ'ল আৰু স্বতন্ত্ৰতা আৰু সমন্বয় গুণবিশিষ্ট এক বিশাল সমবায় পাৰমাৰ্থিক সাম্ৰাজ্য গঠনৰ বাটত আজি সকলোৱেই ব্যস্ত। পৰিবৰ্তনৰ নানান খলা-বমা সত্ত্বেও সকলোৰে অৱশ্যম্ভাৱী গতি যেন ভালৰ ফাললৈহে। জগত কেতিয়াও ইয়াৰ নিজৰ গতিপথত বৈ যোৱা নাই বা ই পশ্চাৎগমনো নকৰে। ইয়াৰ পাৰ্তনিৰপৰা বৰ্তমান অৱস্থালৈকে প্ৰত্যেক স্তৰতে ধৰিব পৰা যায় এক সাৰ্বিক গতি। ষষ্ঠতে, আমি পোৱা চৰম অভিজ্ঞতাসমূহো সৰ্বব্যাপক বা সৰ্ব-অন্তৰ্গত আৰু এনে অভিজ্ঞতাসম্পন্ন ব্যক্তিত্ব উদ্ভাৱনেই যেন সমগ্ৰ বিশ্বজাগতিক প্ৰক্ৰিয়াৰ লক্ষ্য।

---

(১) *Timaeus & Laws* x.

# প্ৰকৃতিবাদ

প্ৰকৃতিবাদী আৰু আদৰ্শবাদী সমাধানৰ মৌলিক বিভিন্নতাৰ মূল সূত্ৰ হ'ল কালৰ সত্তাৰ সমস্যাৰ সমাধান সম্পৰ্কে সেইবিলাকৰ দৃষ্টি-ভঙ্গী। ঘটনাৰ ইহকালিক শৃঙ্খলা সত্তাৰ মৌলিক লক্ষণ, নে ই সত্তাৰে অন্তৰ্গত, আৰু ইয়াৰ অন্তৰ্গত কিছুমান সত্তা বা জগতৰেইহে ই বস্তু? (২) প্ৰকৃতিবাদে কালৰ পৰম সত্তা স্বীকাৰ কৰে আৰু ইহকালিক প্ৰক্ৰিয়াৰ সিফালে যাবলৈ অস্বীকাৰ কৰে। ঐতিহাসিক প্ৰক্ৰিয়াতকৈ তাত নিহিতই হওক বা তাক অতিক্ৰম কৰিয়েই হওক, গভীৰ আৰু আন একো নাই। প্ৰকৃতিবাদে বিশ্বাস কৰে যে এই বিশ্বজগতখনত যি আছে সেয়েই যথাসৰ্বস্ব, আৰু তাৰ সমগ্ৰ প্ৰক্ৰিয়া ইয়াৰেই ব্যাখ্যা কৰিব পাৰি। ই জগতখনক অসংলগ্নভাৱে কাম কৰি চলি থকা একপ্ৰকাৰ স্বয়ংচালিত যন্ত্ৰ বুলি অনুমান কৰে। ইহকালিক জগতক ই কেৱল অজ্ঞান শক্তিসমূহ বুলি ধৰি লয় আৰু জীৱন, সংজ্ঞা আৰু অৰ্থক মাত্ৰ উপসৃষ্টি বুলি ভাবে। ইয়াৰ মতে এই জগৎ-যন্ত্ৰক বুজিবৰ হ'লে ইয়াক খণ্ড খণ্ড কৰি ল'ব লাগিব। ইয়াৰ মতে একপ্ৰকাৰৰ বস্তু মাত্ৰ আছে; সি হ'ল জড় পদাৰ্থ, আৰু পৰিৱৰ্তনো মাত্ৰ একপ্ৰকাৰৰ, সি হ'ল নিৰ্ধাৰিত নিয়ম অনুযায়ী এই বস্তু-খণ্ডসমূহৰ পাৰস্পৰিক স্থানৰ পৰিৱৰ্তন। বস্তুৰ প্ৰকাৰৰ বিভিন্নতাৰ মূল হ'ল পূৰক খণ্ডসমূহৰ সংখ্যা, বিন্যাস আৰু গতি মাত্ৰ। বৈজ্ঞানিক সূত্ৰ আৰু গৱেষণাৰ ফলসমূহৰ লগত প্ৰকৃতিবাদৰ বিৰোধ ঘটে। উনৈশ শতিকাৰ মাজভাগলৈকে পদাৰ্থ বিজ্ঞানেই আছিল এই যন্ত্ৰবাদী মতৰ প্ৰধান ক্ষেত্ৰ। নিউটনীয় দৰ্শনে এই প্ৰাতিভাসিক জগতৰ বস্তু আৰু গতিৰ ভাষাৰেই সফলভাৱে ব্যাখ্যা কৰিছিল। বিলিয়াৰ্ডচ গুটিৰ অনিৰ্দিষ্ট গতিয়েই এই বিশ্বজগতখন গঢ়ি তুলিবলৈ যথেষ্ট বুলি পৰিগণিত হৈছিল। জীৱন-ক্ষেত্ৰত দেখিবলৈ পোৱা উদ্দেশ্য আৰু পথ-প্ৰদৰ্শনৰ কথাই অৱশ্যে কিছুমান অসুবিধাৰ সৃষ্টি কৰিছিল; কিন্তু ডাৰউইন আৰু স্পেন্‌চাৰৰ ক্ৰমবিৱৰ্তনবাদে তাৰো বহুতখিনি সমস্যা সমাধান কৰি দিলে; কিন্তু আজিৰ পৰিস্থিতি সম্পূৰ্ণ বেলেগ হৈ গ'ল। পদাৰ্থবিদ্যাই গ্ৰহণ কৰা পুৰণি মনন-ৰীতিসমূহে এই পদাৰ্থ জগতৰে কথা বুজাবলৈ অক্ষম হৈ পৰিল, আৰু সম্পূৰ্ণ যন্ত্ৰ-বাদী ব্যাখ্যাকে অতি সামান্য জীৱন্ত শৰীৰী এটাৰ ক্ষেত্ৰতো প্ৰয়োগ কৰাটো অসম্ভৱ হ'ব। এই জগতৰ সাধাৰণ লক্ষণসমূহৰ ওপৰত তাৰ প্ৰভাৱৰ কথালৈ লক্ষ্য কৰিলেই এই প্ৰকৃতিবাদী প্ৰকল্পৰ ন্যূনতা স্পষ্ট হৈ পৰে। এই বিশ্বজগতৰ শৃঙ্খলা যান্ত্ৰিক মাথোন নহয়। বৈজ্ঞানিক নিয়মসমূহ মাথোন ক্ৰিয়মান প্ৰকল্পহে, প্ৰকৃতিৰ

(২) *See Bosanquet: The Meeting of Extremes in Contemporary Philosophy* (1920)

বাস্তৱ ঘটনাসমূহ বুজিবৰ কাৰণে উপযোগী কৰি উলিওৱা বিমূৰ্ত বা বিষয়-বিবিক্ত ব্যৱস্থা। সিহঁতে প্ৰকৃতিক কোনো বাধা দিবও নোৱাৰে বা আজ্ঞা দিবও নোৱাৰে। (৩) যন্ত্ৰবাদী মত অনুযায়ী 'কাৰণ'ত থকাখিনিতকৈ 'কাৰ্য'ত আৰু বেছি একো নাই। পৰস্পৰ সম্পৰ্ক হ'ল পুনৰাবৃত্তিৰ বা ঘড়ীৰ কাঁটাৰ দৰে ঘূৰি থকা ধৰণৰ। প্ৰকৃতিৰ অনন্ত পৰিৱৰ্তনীয়তাৰ লগত এই মত কোনোপ্ৰকাৰে খাপ নাখায়। প্ৰকৃতিৰ উৎপন্ন বস্তুসমূহ অসীম আৰু নিৰাকাৰ, যন্ত্ৰোৎপাদিত বস্তুসমূহৰ দৰে নহয়। প্ৰকৃতিত শৃঙ্খলা আছে সঁচা; কিন্তু সি যান্ত্ৰিক বাধ্য-বাধকতাতকৈ সম্পূৰ্ণ পৃথক।

সকলো স্থিত বস্তুৱেই শৰীৰী; সিহঁতে অতীত, বৰ্তমান আৰু ভৱিষ্যৎ গোটেই সমগ্ৰতাটোকে প্ৰতিবিম্বিত কৰে। আনকি অতি সামান্য পদাৰ্থ বস্তুটোৱো অন্তৰ্ভুক্ত প্ৰতি অংশৰ লক্ষণৰ ওপৰত তাৰ সমগ্ৰতাটোৰ আঁচনিয়ে প্ৰভাৱ বিস্তাৰ কৰে। পদাৰ্থ জগতত ঘটা পৰিৱৰ্তনো অকল স্থান, গতিবেগ আদিৰ বাহ্যিক পৰিৱৰ্তনেই মাত্ৰ নহয়। পদাৰ্থ বস্তুসমূহ একেই বস্তুৰে হ'লেও আৰু একে গুণবিশিষ্ট হ'লেও, তাৰ বিষয়গ্ৰাহী গুণসমূহ, দেখাতেই হওক বা আচলতেই হওক, সম্পূৰ্ণ বেলেগ, আৰু শুদ্ধ যন্ত্ৰবাদী নিয়ম-কাৰণেৰে ইয়াৰ ব্যাখ্যা দিব নোৱাৰি।

যন্ত্ৰবাদ যদি সঁচা হ'লহেঁতেন, তেনেহ'লে একলেজিয়াস্টিচৰ লেখকৰ বিলাপো বাস্তৱ জগতৰ লগত খাপ খালেহেঁতেন; তেওঁ লিখিছিল, "যি বস্তু আছিল, সেয়েই হ'ব; যিটো কৰা হৈছে, তাকেই পুনৰ কৰা হ'ব; এই সূৰ্যৰ তলত নতুন একো-ৱেই নাই"; কিন্তু 'ঈশ্বৰ আদেশ'ৰ পুথিত (Book of Revelation) কোৱা

---

(৩) এডিংটনে তিনি প্ৰকাৰৰ নিয়ম বা বিধিৰ প্ৰভেদ কৰি দেখুৱাইছে: অনন্য, পৰিসংখ্যানমূলক আৰু ইন্দ্ৰিয়াতীত। গাণিতিক সমতা পৰিচালনাকাৰী অনন্য বিধি প্ৰকৃত বিধি নহয়। ঘটনা পৰিৱৰ্তনশীল, অনন্য বিধিত "পৰিৱৰ্তনশীলতাও নাই বা পৰিৱৰ্তনৰ ছাঁও নাই। সিহঁতে মাথোন আমি গঢ়ি লোৱা গাণিতিক সমতা-সমূহৰ ক্ষেত্ৰতহে কাম কৰে। পৰিসংখ্যানমূলক বিধিও আমি প্ৰত্যক্ষৰ দত্তবস্তু-সমূহৰ সমন্বয় সাধনৰ বাবে আৱশ্যকীয় সূত্ৰ সংগঠনৰ বাবে কৰা আমাৰ মনৰ প্ৰচেষ্টাৰ ফলহে। এইবোৰ অভিজ্ঞতাজনিত আৰু গড়ৰ ওপৰত নিৰ্ভৰশীল। কাৰ-ণিক বিধিসমূহ এই লক্ষণৰ আৰু তাক প্ৰত্যক্ষিত জোখ-মাখৰপৰা অনুমান কৰি লোৱা হয়। ব্যক্তিৰ নিয়মতান্ত্ৰিকতাবিহীনতাৰ লগত এই গড় সত্য সঙ্গতিপূৰ্ণ। ঘটনাৰ অন্তৰালত যি শক্তিয়েই নিহিত নাথাকক, গড়ৰ কথা পূৰ্ব বক্তব্য কাৰণেই পূৰ্বকথন সম্ভৱপৰ। এই প্ৰদাৰ্থ-জগৎ পৰিচালনাকাৰী কিবা প্ৰকৃত বিধি যদি আছে, তেনেহ'লে সেইবিলাক নিশ্চয় ইন্দ্ৰিয়াতীত হ'ব লাগিব।"

*The Nature of the Physical World* (1928) Pp. 244-246.

কথাহে বেছি সঁচা : "চোৱা, মই সকলো বস্তু নতুনকৈ কৰিছোঁ।" প্ৰকৃতিবাদ যদি সঁচা হ'লহেঁতেন, তেনেহ'লে কালে বাস্তৱ ঘটনাৰ কোনো প্ৰভেদ ঘটাব নোৱাৰিলেহেঁতেন। বহুকাল পূৰ্বেই এৰিষ্টটোলে কৈছিল যে একোৱেই যদি সময়ৰ ওপৰত নিৰ্ভৰ নকৰিলেহেঁতেন, তেনেহ'লে সকলো বস্তুৱেই কেতিয়াবাই হৈ থাকিলহেঁতেন। ইয়াৰ মতে যথেষ্ট সময় পালে ধাৰণা কৰিব পৰা প্ৰতিটো আকাৰেই উপলব্ধি হ'ব পাৰে; কিন্তু এই বিশ্বজগতৰ বুৰঞ্জী এটি একক সংস্কাৰ আৰু ইয়াৰপৰা অন্য সকলো শ্ৰেণী-বহিৰ্ভুত। কালে বস্তুৰ গুণত সম্পূৰ্ণ নতুনত্ব প্ৰদান কৰে। এই ঐতিহাসিক প্ৰক্ৰিয়াত অবিৰামতা আৰু নতুনত্ব এই দুয়োটাৰে বীজ আছে। প্ৰত্যেক স্তৰেই একেলগে অবিৰামতা আৰু তাৰ অন্তও। প্ৰকৃতিৰ নিজা ছন্দ বা লয় আছে আৰু তাক খৰকৈ কৰি শেষ কৰিব নোৱাৰি। ইয়াৰ প্ৰক্ৰিয়া অপৰাবৰ্ত্ত্য। জগতখন আপোনা-আপুনি স্থিত হোৱা বুলি আৰু ইয়াৰ গুৰিত কোনো কাৰণ বা উদ্দেশ্য নোহোৱাকৈয়ে ই এতিয়া যেনে আছে তেনে হোৱা বুলি যন্ত্ৰবাদীয়ে লোৱা মত সম্পূৰ্ণ সন্তোষজনক নহয়। জগতখনক এটি যন্ত্ৰ বুলি ধৰিলেও, এটি প্ৰশ্ন ৰৈ যায় যে এই যন্ত্ৰক কিহে পথ নিৰ্দেশ কৰে ? কোনে ইয়াক থাপিলে ? তদুপৰি যন্ত্ৰবিলাক বিশেষ উদ্দেশ্যৰ কাৰণে তৈয়াৰ কৰা হয় আৰু তাৰ উদ্দেশ্যটো নহ'লে তাৰ সংগঠন বুজা দুৰূহ হয়। অন্যৰ ওপৰত নিৰ্ভৰ-শীল হৈ থকা এই জগত-প্ৰক্ৰিয়া আত্মসম্পূৰ্ণ নহয়। প্ৰত্যেক ঘটনাই আনৰ লগত থকা তাৰ সম্পৰ্কৰ বাবেহে ঠিক সেইটো। আমি তাৰ নিজৰ অৰ্থ তাতে বিচাৰি যাওঁ ; কিন্তু আমি তাক কেতিয়াও নাপাওঁ। এই জগতখন সোপাধিক ঘটনা প্ৰৱাহৰ এক অনন্ত প্ৰক্ৰিয়া, কিন্তু ইনো কিযনো সেইটো তাক বিজ্ঞানে কেতিয়াও ক'ব নোৱাৰে। কাৰণিক যুক্তিৰ মূল্য ইয়াতেই যে এই সসীম বিশ্বৰ অৰ্থ বিচাৰি ই তাক অতিক্ৰম কৰি থকা কাৰণৰ ওপৰত গুৰুত্ব দিয়ে। বিজ্ঞান হ'ল দ্বিতীয় কাৰণৰ পদ্ধতি মাত্ৰ, ই জগতখনৰ অৰ্থ বুজাবতো নোৱাৰেই, তাক সম্পূৰ্ণভাৱে বৰ্ণাবও নোৱাৰে। সমগ্ৰকালবৰ্তী এই স্থিতিৰ ৰহস্যক বিজ্ঞানে আৰু বেছি গভীৰ কৰি পেলায়, আৰু প্ৰকৃতিবাদে এই ৰহস্য ভেদ কৰাত কোনো সহায় নকৰে।

## স্মাট্‌সৰ সৰ্বব্যাপী সমগ্ৰতাকাৰী বিবৰ্তনবাদ

জেনেৰেল স্মাট্‌সে তেওঁৰ Holism and Evolution (৪) কিতাপত কৈছে যে যি সৰ্বব্যাপী সূত্ৰই পদাৰ্থবিদ্যা, প্ৰাণীবিদ্যা আৰু মনোবিজ্ঞান আদি

(৪) ১৯২৬

বিভিন্ন বিজ্ঞানক সামৰি লয়, সিয়েই হ'ল 'হলিজিম' বা ক্ৰমে ডাঙৰতকৈ ডাঙৰ সমষ্টি বা সমগ্ৰতা সৃষ্টিৰ বাবে বিশ্বজগতত থকা প্ৰবৃত্তি। পৰমাণুৱেই হওক, জীৱাংশু হওক বা মানৱ ব্যক্তিত্বই হওক প্ৰত্যেক গোট বা সমষ্টিৰে উপযুক্ত আঁচনি বা সংগঠন আছে আৰু তাৰ অংশসমূহে তাৰেই কাম কৰে। প্ৰত্যেকটো সমষ্টিৰে নিজা বৈশিষ্ট্য তথা সংগঠনৰ আৰু কামৰ অন্তৰ্গতা আছে। ইয়াৰ অংশসমূহক নতুন সংগঠনৰ অন্তৰ্ৱৰ্তী হৈ নতুন সমষ্টি গঠন কৰা নিৰ্দিষ্ট লক্ষণ বিশিষ্ট অবিভাজ্য একক বুলি ধৰা অনুচিত। উদাহৰণ স্বৰূপে ক্ষুদ্ৰ জীৱাণু সৃষ্টি কৰা অণুসমূহে অকল মাথোন অণু সমষ্টি এটা কৰাৰ ধৰণে আচৰণ নকৰে। স্মাট্‌সে অতীত আৰু ভৱিষ্যৎ দুয়োটাকেই সমগ্ৰতাৰেই অন্তৰ্ভুক্ত বুলি ধৰিছে। সমগ্ৰতাৰ ক্ষেত্ৰ তাৰ চাৰিওফালৰ স্থানতেই বিস্তৃত। বস্তুসমূহক কোনো এক নিৰ্দিষ্ট কালত এক নিৰ্দিষ্ট স্থানাংশত স্থাপিত বুলি ধৰা অনুচিত। সিহঁত স্থান আৰু কালৰ জৰিয়তে বিস্তৃত। পৰস্পৰ সংযোগৰ ধাৰণাই সাধাৰণ স্থাপনৰ কথাৰ ঠাই লয়। সাধাৰণ অজৈৱ পদাৰ্থতো সৃজনশীলতা বা 'হলিষ্টিক' ক্ৰিয়াৰ লক্ষণ তেওঁ পোৱা বুলিছে। আমি যেতিয়া পদাৰ্থৰ ৰাসায়নিক সংহত অৱস্থালৈ চাওঁ, তাত আমি এনে কিছুমান গুণ আৰু আচৰণৰ প্ৰকাশ পাওঁ, যিবোৰে জীৱনৰ অতি আদিম অৱস্থাৰ ক্ৰিয়া-প্ৰক্ৰিয়াৰ পূৰ্বানুভূতি সূচায়। তেওঁৰ মতে পদাৰ্থও বিৱৰ্তনবাদৰে ফল। অতি সৰল পৰমাণু এটাৰপৰা অতি জটিল এটালৈকে আৰু এইবিলাকৰপৰা অতি বৃহৎ সংহত বস্তুৰ জটিলতালৈকে সমগ্ৰ প্ৰক্ৰিয়াই এক বৃহত্তৰ সমগ্ৰতাৰ দিশত চালিত। ক্ৰমাৎ বৃহত্তৰৰপৰা বৃহত্তৰ সমগ্ৰতাৰ সংগঠনৰ সাধাৰণ প্ৰক্ৰিয়া প্ৰকৃতপক্ষেই সৃজনশীল, কাৰণ, এই প্ৰক্ৰিয়াৰ লক্ষ্য আৰম্ভণিতে অন্তৰ্নিহিত নাথাকে।

তত্ত্ব-দৰ্শন হিচাপে জেনেৰেল স্মাট্‌সৰ ধাৰণা বিশেষ সন্তোষজনক নহয়: [১] তেওঁ ভাবে 'হলিজিম' প্ৰাকৃতিক প্ৰক্ৰিয়াৰ দিশ প্ৰকাশক এটা সৰল অভিজ্ঞতামূলক সাধাৰণীকৰণ নহয়, তেওঁ ইয়াক প্ৰকৃতিৰ সক্ৰিয় শক্তিৰে সৈতে একে বুলি ধৰিছে। ই এটা বাস্তৱ কাৰণ (Vera Causa) (৫) "বিশ্বজগতত থকা মৌলিক, সংশ্লেষাত্মক, শৃঙ্খলাত্মক, সাংগঠনিক আৰু বিধায়ক ক্ৰিয়া (৬)"। [২] জগতৰ কাৰণ বুজাবৰ হেতুকে তত্ত্বদৰ্শনৰ যি সূত্ৰ গ্ৰহণ কৰা হয় সি বাৰ্গচঁৰ প্ৰাণ শক্তিৰ (*Elan vital*) দৰে সংজ্ঞা দিব নোৱৰা এটা অস্পষ্ট সৃষ্টিধৰ্মী আৱেগময় শক্তি মাত্ৰ নহয়, ই বিশিষ্ট লক্ষণসম্পন্ন আৰু বিশ্বজগতৰ সকলো সমগ্ৰতাৰে সৃষ্টিমূলক এটা বিশেষ শক্তি। [৩] 'হলিজিম'ক জগতৰ আদিৰপৰা অন্তলৈ ক্ৰিয়মান নিৰ্দেশক সৃজনশীল সূত্ৰ বুলি ধৰা হৈছে আৰু যিহেতু এই জগতত জীৱ বা মনৰ উপস্থিতিৰ

---

(৫) *Holism and Evolution* Pp. 99.
(৬) *Holism and Evolution* Pp. 319.

বহু যুগ পূৰ্বৰেপৰাই সমগ্ৰতা সৃষ্টিৰ বাবে তাকেই দায়ী বুলি ধৰা হৈছে, সেইবাবে তেওঁ ইয়াক মন, উদ্দেশ্য বা ব্যক্তিত্বৰ লগত একে বুলি ধৰিব নোখোজে; কাৰণ বাস্তৱ অভিজ্ঞতাৰ ক্ষেত্ৰত এইবিলাকৰ উৎপত্তি হয় বহুত পিচৰ স্তৰতহে। "মনটো আদিতে নাই, আছে একেবাৰে অন্তত; কিন্তু 'হলিজিম' সৰ্বত্ৰ বিৰাজমান আৰু ইয়েই সৰ্বেসৰ্বা।" (৭) "যেতিয়া বিশাল শিলুৰিয় সাগৰে পৃথিৱীৰ উপৰিভাগ ঢাকি ৰাখিছিল আৰু নিম্নশ্ৰেণীৰ মাছ আৰু অন্যান্য জলচৰ জীৱবিলাকে বিৱৰ্তনৰ তৰঙ্গৰ শিখৰৰ সন্মুখীন হ'ব লগা হৈছিল, তেতিয়া বাৰু আত্মা ক'ত আছিল? নাইবা আৰু পিচলৈ চাই পঠিয়ালে পাওঁ যে প্ৰাক্ কেম্ব্ৰিয় স্তৰত আদিম বিক্ষিপ্ত গতিৰ ফলত উদ্ভৱ হোৱা যি গিৰিমালা আজি পৃথিৱীৰ বুকুৰপৰা নিশ্চিহ্ন হৈ গৈছে, আৰু যদি তেতিয়া কোনো জীৱ আছিলেই, যাক আজিলৈকে প্ৰাণীবিদ্যাৰ কোনো বুৰঞ্জীত ধৰিব পৰা নাই, তেন্তে তেতিয়া সেই আত্মা ক'ত আছিল? এই সৌৰ জগতেই যেতিয়া নীহাৰিকাপুঞ্জৰ বিক্ষিপ্ত অগ্নিময় অৱস্থাত আছিল, তেতিয়াবা এই আত্মা ক'ত আছিল। (৮) [৪] যি ক্ষুদ্ৰ পূৰ্ণতা বা সমগ্ৰতাসমূহ এক পৰম পূৰ্ণতাৰ অংশবিশেষ, সেই পৰম পূৰ্ণতাতে 'হলিজিম' সম্পূৰ্ণভাৱে বিকাশ লাভ কৰিলেও তাক তাৰ অংশসমূহৰ উপমাৰে ধাৰণা কৰা সম্ভৱ নহয়। এই পৰম পূৰ্ণতা বা সমগ্ৰতাটো তাৰ অংশসমূহৰ সমষ্টিতকৈও অধিক হোৱা হেতুকে ইয়াক মন বা ব্যক্তিত্বৰে সৈতে একেপ্ৰকাৰৰ বুলিও ধৰিব নোৱাৰি; মন বা ব্যক্তিত্ব পৰম পূৰ্ণতাৰ অংশ বিশেষ। [৫] স্মাট্‌স কালৰ সত্তা আৰু স্জনশীল বিৱৰ্তনবাদত অনুৰক্ত; কিন্তু সক্ৰিয় হলিজিমক আধ্যাত্মিক সত্তাৰ লগত এক বুলি ধৰিলে জানোচা বিশ্বজাগতিক বিৱৰ্তনৰ সত্তাৰ বিপক্ষাচৰণ কৰা হয়, সেইবুলি ভয় কৰে। এই কাৰণসমূহৰ বাবেই স্মাট্‌সে এহাতে যেনেকৈ 'হলিষ্টিক' শক্তিৰ সত্তা স্বীকাৰ কৰিছে, আনহাতে তেনেকৈ ইয়াক বিশ্বজাগতিক প্ৰক্ৰিয়াত সমগ্ৰতাকাৰী শক্তিৰ বাহিৰে অন্য বুলি ক'বলৈও অস্বীকাৰ কৰিছে।

স্মাট্‌স যদি আৰু আগবাঢ়ি যাব নোখোজে, তেনেহ'লে তেওঁ জিজ্ঞাসু মনক সন্তুষ্ট কৰিবও নোৱাৰে: [১] তেওঁ জগত প্ৰক্ৰিয়াৰ সাধাৰণ লক্ষণসমূহৰ বৰ্ণনামূলক বিবৃতি আৰু সমগ্ৰ প্ৰকৃতিতে ক্ৰিয়মান সৰ্বময় স্জনীশক্তিৰ মাজত থকা প্ৰভেদৰ কথালৈ মন দিয়া নাই। আগৰটো হ'ল বিজ্ঞানৰ সমস্যা আৰু পিচৰটো তত্ত্বদৰ্শনৰ ধৰি লোৱা স্বতঃসিদ্ধ। তেওঁযে জাগতিক ঘটনা এটাক তত্ত্বদৰ্শনৰ ব্যাখ্যালৈ ৰূপান্তৰিত কৰিব খুজিছে, সেয়ে দ্বিতীয়টোৰ আৱশ্যকতা প্ৰমাণ কৰে।

---

(৭) *Holism and Evolution* Pp. 335.
(৮) *Holism and Evolution* Pp. 330-331.

এই বিশ্বজগতৰ লক্ষণসমূহৰ ব্যাখ্যাৰ প্ৰয়োজন আছে। [২] বিভিন্ন শ্ৰেণীৰ সমগ্ৰতাসমূহৰ মাজত থকা সম্বন্ধ কি? তেওঁ কয়, "পদাৰ্থ, জীৱন, মন আৰু ব্যক্তিত্ব—সত্তাৰ এই প্ৰধান চাৰিটা শ্ৰেণী একেটা বস্তুৰেই প্ৰগতিশীল বিৱৰ্তনৰ বিভিন্ন স্তৰমাত্ৰ, আৰু ইয়াৰ গতিপথ আমাৰ ভিতৰ আৰু বাহিৰত থকা বিশ্বজগত। 'হলিজিমে' এই সকলোকে সংগঠিত আৰু সংযোজিত কৰে আৰু যিমানদূৰ সম্ভৱ এই সকলোৰে হেতু ব্যাখ্যা কৰে। (৯) এই শ্ৰেণীসমূহ অকল পৰম্পৰানুক্ৰমিক নহয়, অতি ঘনিষ্ঠভাৱে অবিচ্ছিন্ন। যি সমগ্ৰতাই আন সকলোবিলাকক অন্তৰ্ভুক্ত কৰি লয়, তাৰ প্ৰকৃতি কি, আৰু অনান্য সমগ্ৰতাসমূহৰ লগত ই কেনেভাৱে সম্পৰ্কিত? [৩] সত্য, সুন্দৰ আৰু মঙ্গলময়ৰ ধাৰণা যদি অন্তত উন্তৱ হয়গৈ আৰু সেয়ে "বিশ্বজগতৰ নতুন বিন্যাসৰ ভিত্তি স্থাপন কৰে," তেন্তে ইয়াৰ মূল উৎস উৎপত্তিৰ স্থল কি আৰু ভিত্তি হিচাপে ইয়াৰ স্থায়িত্ব আৰু এই নতুন বিন্যাসৰ উপলব্ধি আৰু ৰক্ষণাবেক্ষণৰ প্ৰত্যয়স্থল ক'ত? প্লেটোৰ বিখ্যাত কথাৰে ক'ব লাগিলে আদৰ্শবাদীসকলে অন্ততঃ এই যুক্তি দৰ্শায যে কালিক বিন্যাস এনে এক বিন্যাসৰ প্ৰতিবিম্ব যে সি কালিক নহয। কালৱৰ্তী শ্ৰেণীসমূহৰ মাধ্যমেৰে সনাতন অৰ্থসমূহে আত্মপ্ৰকাশ কৰে। [৪] বিশ্বজাগতিক প্ৰক্ৰিয়াৰ পদাৰ্থ, জীৱন, চেতনা আৰু মূল্যযে ইটোৰ পিচত সিটোকৈ প্ৰকাশ পায় সেইটো শঁচা। মনটো অলপ-তেহে উপস্থিত হৈছে আৰু ইয়াৰ উৎপত্তিৰ কোটি কোটি বছৰৰ পূৰ্বে বিশ্বজগতৰ উৎপত্তি। আদৰ্শবাদৰ দৰ্শনে বিৱৰ্তনবাদৰ কথা অস্বীকাৰ নকৰে। পৃথিৱীখন হোৱাৰ আগেয়ে মানুহ আছিল বুলিও ই নকয়। আদৰ্শবাদীয়ে যেতিয়া মনৰ আদিমতাৰ কথা কয়, তেতিয়া এই বা সেই ব্যক্তিৰ মনৰ কথা নকয়, কয় এক পৰম মনৰ কথাহে। সেয়ে নহ'লে আমাৰ বিকল্প ধাৰণা হ'ব এক স্থূল প্ৰকৃতিবাদ, যি অন্ধ বিশ্বপ্ৰক্ৰিয়াৰ ফলত উৎপত্তি হোৱা মানুহে অন্ধভাৱেই এক ঐক্যবদ্ধ পাৰমাৰ্থিক সমগ্ৰবিন্যাসৰ বাবে যত্নবান হৈ থাকে। ঈশ্বৰক, যিমানেই 'হলিষ্টিক' নহওক, এক প্ৰবৃত্তিৰ ধাৰালৈ পতিত কৰিলেও প্ৰকৃতিবাদৰপৰা হাত সাৰিব নোৱাৰি। মন বা ব্যক্তি সম্বন্ধে আমি যেনেভাৱে সজাগ পৰম সত্তাক তাৰ লগত এক বুলি ধৰিবলৈ গ'লে সিয়ে যথাৰ্থ নহ'ব, স্মাট্‌সে এই কথা শুদ্ধভাৱেই ধাৰণা কৰিছে। [৫] এই সমগ্ৰতা সৃষ্টি কৰা বিশ্বজগতখন আৰু ইয়াৰ সম্ভাব্য প্ৰকৃতিৰ লক্ষণনো কি, স্মাট্‌স সেই বিষয়ে নিমাত। [৬] কালেই সকলো নে কোনো এক উচ্চতৰ উদ্দেশ্য সিদ্ধিৰ বাবে তাৰ আঁচনি অনুযায়ী ক্ৰিয়া কৰা ই এক মাধ্যমহে, এই প্ৰশ্নও অনিবাৰ্যভাৱে উত্থাপিত হয়। বিশ্বজাগতিক প্ৰক্ৰিয়া যদি এনে সমগ্ৰতা-কাৰীয়েই হয়, তেনেহ'লে পৰমাত্মাই নিজৰ উদ্দেশ্য সাধনৰ হেতুকে ক্ৰিয়া কৰা ই

(৯) *Holism and Evolution* Pp. 320.

এক অঁাচনিও হ'ব পাৰে। এনে এটা কথাও সম্ভৱ যে এই অঁাচনিত লৌকিক কথাৰ কাৰণেও স্থান আছে আৰু ই সনাতনৰ উদ্যোগ আৰু প্ৰকৃতিৰ প্ৰত্যাৱৰ্তন গতিৰ ওপৰত নিৰ্ভৰশীল। [৭] আমি যদি এই বিশ্বপ্ৰকৃতিৰ আধ্যাত্মিক দিগ্-দৰ্শনক একেবাৰে এৰিয়েই দিওঁ, আৰু স্মাট্সৰ 'হলিষ্টিক' প্ৰভাৱকেই বিশ্বজগতৰ বাবে একমাত্ৰ কাৰণ বুলি ধৰোঁ, তেনেহ'লে প্ৰশ্ন হয় যে এই 'হলিজিম'ৰ সূত্ৰটো নিজেই জানো এক প্ৰগতিৰ প্ৰক্ৰিয়াৰ অন্তৰ্গত নহয়? যদি হয়, তেনেহ'লে ই তাৰ ব্যাখ্যা হ'ব নোৱাৰে; আৰু যদি নহয়হে, তেনেহ'লে অন্যান্য মতবাদসমূহৰ দৰেই কালক্ৰমত ঘটা প্ৰকৃত নতুনত্বৰ ওপৰত ই ক্ৰিয়া কৰে।

## আলেকজেণ্ডাৰ আৰু লয়ড মৰ্গেনৰ উদগত বিৱৰ্তনবাদ

আলেকজেণ্ডাৰে এই বৰ্ধমান বিশ্বজগতৰ এনে এখনি ছবি দাঙি ধৰিছে, য'ত পদাৰ্থ, জীৱন আৰু চেতনা আদি ক্ৰমাগতভাৱে স্থান বা আকাশ-কাল বা বিশুদ্ধ ঘটনাৰপৰা উৎপত্তি হয়। তেওঁৰ মতে বিশ্বজগত হ'ল এক আকাশ-কালিক ক্ৰম, আৰু ক্ৰমাগত পৰম সিদ্ধি উপলব্ধিৰ অৰ্থে ক্ৰিয়া কৰে আৰু সেই পৰম সিদ্ধিক তেওঁ দেৱতা বা ঈশ্বৰ বুলিছে। জগতৰ সকলো স্থিতিমান বিষয়েই আকাশ-কাল বস্তুৰপৰাই সৃষ্টি হৈছে। এয়ে বিশ্বজগতৰ আদিম অৱস্থা। কালেই হ'ল আকাশৰ মন। স্থিতিৰ আদিমতম অৱস্থাত আকাৰ আৰু সংখ্যাদি প্ৰাথমিক গুণসমূহ আকাশ-কাল সংগঠনৰপৰাই উদ্ভৱ হয়। এই আকাশ-কালিক সংগঠনসমূহ যেতিয়া এক বিশিষ্ট জটিল অৱস্থা প্ৰাপ্ত হয়, তেতিয়া আমি পাওঁ জড় পদাৰ্থ বা পদাৰ্থৰ অৱস্থা। জটিলতাৰ উচ্চতৰ অৱস্থাত কিছুমান বিশিষ্ট পদাৰ্থিক সংগঠনৰ উদ্‌গম হয়, আৰু এইবিলাক হ'ল ৰং, স্বাদ আদি শৰীৰৰ বিভিন্ন অৱস্থা বা জটিলতা। এই আকাশ-কালিক জগতৰ উদ্‌গতিৰ কিছুমান বিশিষ্ট নিৰ্বহন অৱস্থাত কিছুমান নতুন গুণৰ আৱিৰ্ভাৱ হয়, আৰু ইহঁত অভিজ্ঞতাৰ নিম্নস্তৰৰ ওপৰত ভিত্তি কৰি হ'লেও এটা নতুন লক্ষণ-বিশিষ্ট হৈ পৰে; যেতিয়া পদাৰ্থিক আৰু ৰাসায়নিক প্ৰক্ৰিয়াৰ এক বিশিষ্ট জটিলতাৰ অৱস্থা আমি পাওঁ, তেতিয়াই উদ্ভৱ হয় জীৱনৰ গুণ। আলেক-জেণ্ডাৰে উদ্‌গম (Emergence) পদটো বৃহৎ বিশিষ্টতাপূৰ্ণ নতুনত্বৰ ক্ষেত্ৰতেই আবদ্ধ ৰাখিব খোজে; কিন্তু লয়ড মৰ্গেনে লক্ষণৰ পৰিবৰ্তন ঘটোৱা যি কোনো পৰিবৰ্তনৰ কথাতে ইয়াক মুক্তভাৱে ব্যৱহাৰ কৰে। আলেকজেণ্ডাৰে বুজাব খোজে যে, গোটেই বিশ্বপ্ৰক্ৰিয়াই আকাশ-কালৰপৰা হোৱা এক ঐতিহাসিক উদ্‌গতি। "কালক্ৰমত, আৰু সিয়েই হ'ল গতিৰ সূত্ৰ, আকাশ-কালৰ গৰ্ভকোষ বা কেঁচামাটি খণ্ড-বিখণ্ড হৈ ক্ৰমবৰ্ধমান জটিলতাৰ সসীমস্বৰূপ গ্ৰহণ কৰে। বস্তুৰ ইতিহাসৰ

কোনো কোনো স্তৰত এই সসীম বস্তুসমূহে কিছুমান ঐহিক গুণ ধাৰণ কৰে আৰু এইবিলাক হ'ল অভিজ্ঞতাৰ স্তৰৰ বিশিষ্টতা নিৰ্ণায়ক: প্ৰাথমিক গুণ হ'ল পদাৰ্থ; দ্বিতীয় গুণ হ'ল জীৱন আৰু মন।" (১০) বিশ্বজাগতিক প্ৰক্ৰিয়া এতিয়া মানৱ-স্তৰত উপনীত হ'লহি, মানুহে এতিয়া বাট চাব লাগিছে ঈশ্বৰৰ উচ্চতৰ গুণসমূহলৈ। ধাৰ্মিক প্ৰতিভাসম্পন্ন লোকসকলে আমাক এই পিচৰ উন্নত স্তৰৰ কাৰণেই সাজু কৰিবলৈ ধৰিছে। আলেকজেণ্ডাৰৰ মতে ধৰ্ম হ'ল এই চৰম আগমনৰ কাৰণেই ঔৎসুক্য। ঐশ্বৰিক গুণ বা ঈশ্বৰ হ'ল মানৱাতিগ কালৰ এক স্তৰ। গোটেই বিশ্ব-জগতেই এতিয়া সেই দেৱতা সৃষ্টিৰ বাবেই ব্যস্ত। সত্তাৰ মূল বস্তুটোৱেই যেতিয়া কাল, কোনো বস্তুৱেই ভৱিষ্যতক সম্পূৰ্ণভাৱে নিঃশেষ কৰি পেলাব নোৱাৰে। আনকি পৰমেশ্বৰো ঈশ্বৰৰে সৃষ্টি।

আধুনিক বিজ্ঞানৰ প্ৰগতিৰ লগত খাপ খোৱাকৈ আলেকজেণ্ডাৰে তত্ত্বদৰ্শনৰ যি এক চমৎকাৰ মত দাঙি ধৰিবৰ কাৰণে চেষ্টা কৰিলে, তাত কেইটামান বিশেষ মৌলিক দোষ ৰৈ গ'ল। তেওঁৰ মত যদিও বৰ্তমান কালৰ তত্ত্বদৰ্শনৰ ক্ষেত্ৰত এটি অতি আকৰ্ষণীয় প্ৰচেষ্টা, তথাপিও তেওঁৰ গোটেই উদ্যোগতে তত্ত্বদৰ্শন-বিৰোধী ভাব এটা বিৰাজমান। তেওঁৰ তত্ত্বদৰ্শনত আকাশ-কালৰ স্থান অস্পষ্ট। ই এক বিষয়-বিবিক্ত ৰূপ, অবিবিক্ত স্থিতি বা মূৰ্তবস্তু বুজাবৰ কাৰণে ধৰি লোৱা ৰূপ মাত্ৰ, কিন্তু প্ৰকৃততে অবিবিক্ত ৰূপ নহয়। তথাপিও কোৱা হয় যে এই বস্তুৰপৰাই সকলো-বিলাক স্থিত বস্তুকেই তৈয়াৰ কৰা হৈছে। ই এসময়ত আছিল একেবাৰে নিৰ্গুণ অৱস্থাত আৰু লাহে লাহে আকাৰ, ৰূপ, শব্দ, সৌন্দৰ্য আৰু মঙ্গলময়তা আদি গুণৰ প্ৰকাশৰদ্বাৰা ই প্ৰাতিভাসিক ৰূপ পালেহি। অন্য কথাত ক'ব লাগিলে, ই স্থিতিৰ একেবাৰেই নিম্নতম স্তৰ। ইয়াৰপৰাই সকলো উদ্ভৱ হয় কাৰণেই আলেকজেণ্ডাৰে ইয়াকেই পৰম সত্তা বুলিছে। "ই সকলো সসীম বা অসীম স্থিতিতকৈ ডাঙৰ, কাৰণ, ই সকলোৰে পিতৃ-মাতৃ। কিন্তু আকাশ-কালক আমি তাৰ গুণ স্বৰূপে নাপাওঁ, আৰু ই অতিপ্ৰাথমিক হেতুকে, সিহঁতকৈ অতি কম।" (১১) ই তেনেহ'লে সৰ্বময় বিমূৰ্তন ৰূপ; আৰু ইয়াক যি সসীম ৰূপসমূহৰ পিতৃ-মাতৃ বোলা হৈছে, সেই স্থিতিসমূহত প্ৰকাশ লাভ কৰিলেহে আমিও তাৰ অৱগতি লাভ কৰিব পাৰোঁ। আদিতে এনে বিশাল মূৰ্তক-স্থিতিবিহীন অৱস্থাতো এই আকাশ-কালেই তাৰ আদিমতম অৱস্থা আছিল বুলি আৰু তাৰপৰাই সকলো উদ্ভৱ হোৱা বুলি আমি কোনো প্ৰমাণ নাপাওঁ। আকাশ-কালেই পৰম সত্তা হ'লেও, ইনো কি, আমি ক'ব নোৱাৰোঁ।

---

(১০) *Space, Time and Deity ii*. Pp. 35.
(১১) *Space, Time and Deity I*. Pp. 342.

আকাশ-কালৰপৰাই জড় পদাৰ্থৰ উৎপত্তি হোৱা কথাটো বুজিবলৈ টান লাগে। পদাৰ্থ-বিস্তৃতি ব্যাপ্তিৰ খণ্ড বিশেষ নহয়। আলেকজেণ্ডাৰে যেতিয়া কয় যে নিম্ন-স্তৰৰ স্থিতিবাচক পদৰেই প্ৰত্যেক স্থিতিয়েই "অৱশিষ্টবিহীনভাৱে প্ৰকাশ্য", তেতিয়া তেওঁ প্ৰায় আত্মবিৰোধী কথাকেই কৈছে। তাৰ ফলত তেওঁৰ দৰ্শন স্থূল প্ৰকৃতিবাদ হৈ পৰে, আৰু তেওঁ গ্ৰহণ কৰা উদ্‌গম মতবাদৰ বিৰোধী হয়। (১২) পদাৰ্থ বা বস্তুপিণ্ড আকাশ-কালতকৈ বেলেগ। বিভিন্ন স্তৰৰ বস্তু সম্বন্ধেও একেই অসুবিধা। পদাৰ্থিক সংগঠন যেতিয়া এক বিশেষ জটিলতাত উপনীত হয়, তেতিয়াই কিবা নতুনতা হিচাপে জীৱনত 'উদ্‌গম' হয়। এই 'উদ্‌গমেই' হ'ল সমস্যা। কেন্দ্ৰীয় নাৰ্ভতন্ত্ৰৰ উদ্ভাৱন কৰোঁতে যেনেকৈ পদাৰ্থিক সংগঠনৰ জটিলতা পৰিবৰ্তিত হয়, তেতিয়া 'মন'ৰ উদ্‌গম হয়, আৰু তেতিয়া জীৱন আৰু সচেতন আচৰণৰ ব্যৱধান দূৰীভূত হোৱা বুলি কোৱা হয়। উচ্চস্তৰৰ কাৰণে বিশ্বৰ তৃষ্ণা বা Nisus ইয়াৰ কাৰণ বুলি আলেকজেণ্ডাৰে দৰ্শাইছে। এই Nisus বা তৃষ্ণা সৃজনশীল, আৰু ইয়েই তৃষ্ণা দূৰ কৰে। আদিমতম আকাশ-কাল আৰু এই Nisusকে আলেকজেণ্ডাৰে Old Testamentৰ শূন্যতা আৰু ঈশ্বৰৰ প্ৰতিপদ হিচাপে গ্ৰহণ কৰিছে। আমি যদি এই তৃষ্ণাক নিৰন্তৰে সমৃদ্ধি সংগ্ৰহকাৰী আৰু নিতৌ নৱৰূপত প্ৰকাশ লাভ কৰা আধ্যাত্মিক শক্তি বুলি ধৰি নলওঁ, তেনেহ'লে আলেক-জেণ্ডাৰৰ ব্যাখ্যাই অসন্তোষজনক হৈ পৰে। এই Nisus বা তৃষ্ণা মাত্ৰা মাত্ৰাকৈ বাঢ়ি গৈ মানুহৰ সংজ্ঞাত প্ৰকাশ লাভ কৰা এক নিৰ্জ্ঞান বা অচেতন প্ৰেৰণা হ'ব নোৱাৰে। সৃজনশীল আত্মাই হ'ল এই Nisusৰ বাবে জগদীয়া আৰু আলেক-জেণ্ডাৰ আৰু অন্যান্যসকলে ভবাৰ দৰেই ই বিশ্বজগতৰপৰা উদ্ভূত ফল হ'ব নোৱাৰে; বৰং পৃথিৱীৰ ধৰ্ম আৰু দৰ্শনসমূহে কোৱাৰ দৰেই ই তাৰ উৎসহে। ঈশ্বৰ যদি ভৱিষ্যতৰ এক সম্ভৱনাহে, তেনেহ'লে আমাৰ জীৱনত ঈশ্বৰক কৰা পূজা-আৰাধনাৰ ধৰ্ম মিছা-কল্পনাক কৰা পূজা-আৰাধনাহে। আদিতে এই Nisus বা তৃষ্ণা অচেতন অৱস্থাত আছিল আৰু বিশ্বজগতৰ বিৱৰ্তনৰ ফলত ই হঠাতে সজ্ঞান হৈ পৰিল বুলি ক'লে, সংজ্ঞাৰ ক্ৰমকে সত্তাৰ ক্ৰম বুলি ভুল কৰা হ'ব। পৰম সত্তা সম্বন্ধে আমাৰ সংজ্ঞাহীনতাকে তাৰ স্থিতিহীনতাৰ সুনিশ্চিত প্ৰমাণ বুলি ধৰিব নালাগে। প্ৰথম অধ্যায়টো, দ্বিতীয় অধ্যায়ৰ আগতে থকা বুলিয়েই ই তাৰ কাৰণ হ'ব নোৱাৰে। গ্ৰন্থকাৰৰ মনটোহে তাৰ প্ৰকৃত কাৰণ বা ব্যাখ্যা।

আলেকজেণ্ডাৰে ঠায়ে ঠায়ে এনে কথা অনুভৱ কৰিছে যে দেৱতা বা ঈশ্বৰ বিশ্বৰ এই সামান্যতম অংশৰপৰাই উদ্ভৱ হোৱা অকল কিছুমান গুণেই নহয়। তেওঁ কৈছে, "ঈশ্বৰ দেৱত্ব-গুণসম্পন্ন গোটেই জগতখনেই, এই সত্তাৰ 'শৰীৰ'

(১২) *Space, Time and Deity ii Pp.45 ff*

হ'ল সমগ্ৰ জগত আৰু 'মন'টোৱেই হ'ল দেৱতা। কিন্তু এই দেৱত্বসম্পন্নজন বাস্তৱৰ নহয়, আদৰ্শৰহে। বাস্তৱ সত্তা হিচাপে দেৱত্বৰ প্ৰতি তৃষ্ণা বা Nisus থকা অসীম জগতখনেই ঈশ্বৰ, বা লীব্‌নীজৰ ভাষাত ক'ব লাগিলে, ই দেৱতাৰ সমানেই ডাঙৰ বা তাৰেই সাধনাৰত।" (১৩) এনে হ'ব নোৱাৰেনে যে আকাশ-কালৰ বিৰাট অঞ্চলৰ কোনোবা স্থলত দেৱত্বৰ এই গুণ লাভ হৈছিল আৰু আমাৰ এই পৃথিৱী বা মানৱ উদ্ভৱ হোৱা বহুকাল পূৰ্বে আমাৰ কল্পনাই ঢুকি নোপোৱা এজন ঈশ্বৰ উপলব্ধি হৈছিল? আমাৰ জ্ঞানৰ ক্ৰমেই এই বিশ্বৰ প্ৰকৃত ক্ৰম নহয়। আমাৰ মতে জগতখন প্ৰথমতে হৈ ঈশ্বৰ তাৰপৰা 'উদ্‌গম' হোৱা যেন লাগে, কিন্তু প্ৰকৃততে ঈশ্বৰেইহে হয়তো সত্য আৰু জগতখন তাৰ প্ৰকাশ মাথোন। আমাৰ কাৰণে যিটোৱেই পৰম, সত্তাৰ ক্ষেত্ৰত সেইটোৱেই পৰম নহয়। সৃষ্টিৰ ক্ষেত্ৰত অভিজ্ঞতাৰ আগতে আছে ভাব বা ধাৰণা। অভিজ্ঞতাৰ অতীত ক্ৰমতেই যদি অভিজ্ঞতাৰ ক্ৰম নিহিত, তেনেহ'লে ঈশ্বৰেই জগতৰ অগ্ৰৱৰ্তী। কালেই যদি পৰম সত্য হয়, তেনেহ'লে আমি যি মূল্যৰ পিচত ধাৱমান আৰু যাৰদ্বাৰা বাস্তৱ ঘটনা-সমূহক আমি বিচাৰ কৰোঁ, তেনেহ'লে সেইবিলাক হ'ব অত্যন্ত মনোকল্পনা বা আমাৰ আগত উপস্থিত প্ৰক্ৰিয়াৰ অংশ মাথোন ধাৰণ কৰা পৰিবৰ্তনশীল ধাৰণা মাত্ৰ। আমাৰ অভিজ্ঞতাৰ আপেক্ষিক মূল্য নিৰ্ধাৰণ কৰিব পৰা কোনো চৰম মানদণ্ড নাই। মূল্যই যদি প্ৰকৃত হয়, তেনেহ'লে সিহঁতৰ সত্তা পৰিবৰ্তনশীল বস্তুৰ লক্ষণ যুক্ত নহয়। সিহঁত দৈৱঘটনা আৰু পৰিবৰ্তন নোহোৱা ৰাজ্যৰ বস্তু। এই জগতত সিহঁত যিমানদূৰ প্ৰকাশিত হয়, জগতখন তিমানেইহে সত্য, আৰু আমাৰ মূল্যাঙ্কনৰ তাত ক্ৰিয়াকাৰী তাৎপৰ্য আছে। পদাৰ্থৰ গুৰুত্বৰ মাজতে তাত সোমাই পৰিবৰ কাৰণে আমাৰ জীৱনৰ আকাংক্ষা নিহিত আছে। জীৱনৰ গতিৰ মাজত নিহিত আছে আমাৰ মনৰ জন্মলাভৰ বাবে তীব্ৰ আকাংক্ষা আৰু আমাৰ সচেতন অভিজ্ঞতাই হ'ল অমৰত্ব লাভৰ কাৰণে আমাৰ সুদীৰ্ঘ প্ৰচেষ্টা।

এই প্ৰাতিভাসিক জগত সম্বন্ধে লয়ড মৰ্গেনেও (১৪) প্ৰায় আলেকজেণ্ডাৰৰে অনুৰূপ মত পোষণ কৰে; তেওঁ কয় যে কালিক পৰম্পৰাৰ কথাৰে ঐতিহাসিক উপপত্তি বোধগম্যভাৱে বুজাব নোৱাৰি। অতীত পৰিবৰ্তনৰ বিৱৰ্তনৰ গুণবিশিষ্ট সংগঠনৰ নতুন ৰূপৰ ক্ৰমবৰ্ধমান সোপান তেওঁ স্বীকাৰ কৰে, আৰু ভৱিষ্যতলৈও প্ৰকৃতিৰ প্ৰগতিত এনে উৰ্ধগামী সোপান পোৱা যাব পাৰে; অৱশ্যে আমি তাৰ লক্ষণ অনুমান কৰিব নোৱাৰোঁ। জগতে গঢ় লৈয়ে আছে, আৰু ইয়াৰ প্ৰতি খোজে খোজে বস্তুৰ ক্ৰমবৰ্ধমান জটিলতা আৰু তাৰ সাৰৱত্তাৰ ঐশ্বৰ্য আমি অনুভৱ

---

(১৩) *Space, Time and Deity, ii Pp.* 353

(১৪) *Emergent Evolution* (1923), *Life, Mind & Spirit.* (1924)

কৰোঁ। ইয়াৰ তত্ত্ব বুজাবৰ কাৰণে লয়ড মৰ্গেনে *entelechy* বা আত্মাৰ বহুলতাৰ কথা স্বীকাৰ কৰিব নোখোজে, তেওঁ স্বীকাৰ কৰে ঈশ্বৰকহে। তেওঁ ধৰি লয় যে বাস্তৱ সত্তা আৰু দিশ নিৰ্ণায়ক ক্ৰিয়া স্বৰূপৰ কিবা এটাৰপৰাই হোৱা বিজ্ঞানৰ বিষয়বস্তুৰ কাৰ্যকৰী (*de facto*) সম্পৰ্কতা আৰু দিশৰ প্ৰত্যক্ষ পৰিবৰ্তনেই হ'ল প্ৰকাশ।" (১৫) "ভালৰ কাৰণেই হওক বা বেয়াৰ কাৰণেই হওক, মই ঈশ্বৰকে *Nisus* বা তৃষ্ণা বলি গ্ৰহণ কৰিছোঁ, ইয়াৰ ক্ৰিয়াৰ ফলতেই উদ্‌গম উদ্‌গত হয় আৰু উদ্‌গত পৰিবৰ্তনৰ সমগ্ৰ প্ৰবাহৰ দিক নিৰ্ণয় হয়।" ঈশ্বৰ উদ্‌গত দেৱতা নহয়, এটা ক্ৰিয়া মাত্ৰ আৰু তাৰ ভিতৰতেই গুণৰ উদ্‌গম হয়। ঈশ্বৰেই সমস্ত প্ৰবাহৰ শ্বাস, গছক আহাৰ যোগোৱা ঘাই শিপা স্বৰূপ। তেৱেঁই সকলো জীৱনৰ মূলসূত্ৰ, ইহকালিক জগতৰ অন্তৰালত বা অন্তৰত থকা অপৰাৱৰ্ত্য মঙ্গল; অৱশ্যে তাৰ প্ৰকাশ স্বৰূপ এই ইহকালিক জগতখন আমি নেদেখালৈকেযে এই সৃজনশীল আত্মাক আমি বুজিব নোৱাৰিলোঁহেঁতেন, সেইটোও সম্পূৰ্ণ সঁচা। বুৰঞ্জীৰ প্ৰবাহ হ'ল ঈশ্বৰৰ আত্মোপলব্ধিৰ ক্ৰমাগত প্ৰক্ৰিয়া। নিৰ্ধাৰিত বিধানৰ ফলত উদ্‌গমৰ উৎপত্তি নে ই মুক্ত সৃষ্টিৰ প্ৰক্ৰিয়া, সেই বিষয়ে লয়ড মৰ্গেনে আমাক একো কোৱা নাই। স্পিনোজাৰ প্ৰতি তেওঁৰ আনুগত্যৰ ফলত আমাৰ সন্দেহ হয় যেন তেওঁ নিয়মানুক্ৰমেহে পৰিবৰ্তন সাধন হোৱা বুলি ভাবে আৰু তাত যেন অবিৰাম স্বচ্ছন্দতাৰ কোনো কথা নাই। অৱশ্যে এইটো সঁচা যে লয়ড মৰ্গেনে কৈছে যে উদ্‌গত বিৱৰ্তন সম্বন্ধে ভৱিতব্যতা কথন অসম্ভৱ। কিন্তু ই বাৰ্গচঁৰ সৃষ্টিশীল বিৱৰ্তনবাদৰ দৰে অনিৰ্ধাৰণীয় নহয়, অৰ্থাৎ মানৱ মনৰ বাবেই নহয়, মূলতেই বা সকলো মনৰ কাৰণেই ভৱিতব্যতা কথন সম্ভৱপৰ নহয়। লয়ড মৰ্গেনে স্পিনোজাৰ তত্ত্ব দাৰ্শনিক মত গ্ৰহণ কৰা হেতুকে তেওঁৰ পক্ষে প্ৰকৃত উদ্‌গমত বিশ্বাস কৰা টান হৈ পৰে।

কিন্তু লয়ড মৰ্গেনে এই জগতৰ উদ্দেশ্যমূলক দৃষ্টিকোণৰপৰা ঈশ্বৰৰ অস্তিত্ব অনুমান কৰাৰ ফলত তেওঁ ঈশ্বৰক সম্পৰ্ণ বিশ্বানগ বুলি ধৰা যেন বোধ হয়। তেওঁ সত্তাৰ একেটা ৰূপকহে মাথোন বিশ্বাস কৰে আৰু সেয়ে প্ৰাকৃতিক আৰু পাৰমাৰ্থিকো; সত্তাৰ দুটা বিভিন্ন ক্ৰমৰ ধাৰণাৰ তেওঁ 'বৰোধী।"বিৱৰ্তনৰ অন্তৰ্গত সমস্ত ঘটনা প্ৰবাহেই ঈশ্বৰৰ উদ্দেশ্যৰ প্ৰকাশ মাথোন।" (১৬) এই বিশ্বজগতৰপৰা তাৰ উদ্দেশ্যক তেওঁ পৃথক কৰি ধৰি বুজাব খুজিছে যে এই উদ্দেশ্য এক অৰ্থত বিশ্বাতিগ। হোৱাইট্‌হেডত আমি এই বিশ্বাতিগৰ স্বৰূপৰ প্ৰকাশ্য স্বীকৃতি দেখিবলৈ পাওঁ।

---

(১৫) *Contemporary British Philosophy, First series.* (1924) *Pp*. 303-304.

(১৬) *Mind at the Crossways, Preface.*

# হোৱাইট্‌হেডৰ সঞ্চাৰক বিৱৰ্তনবাদ

প্ৰকৃতিবাদৰ সকলো ৰূপৰে নিষ্ফলতা সম্বন্ধে হোৱাইট্‌হেড সম্পূৰ্ণ সচেতন, আৰু সেইদেখি তেওঁ বিশ্বজাগতিক প্ৰক্ৰিয়া সম্বন্ধে প্লেটোৰ ব্যাখ্যালৈকে উলটি গৈছে। এই জগতখনত যিখিনি আছে, আমিযে তাৰপৰা তাতকৈও আৰু বহুত বেছি আহৰণ কৰোঁ, এই বিষয়ে তেওঁ আলেকজেণ্ডাৰৰ সৈতে একমত; কিন্তু ইয়াৰ সম্পৰকসমূহৰ স্থিতিয়েই যদি নাথাকিলহেঁতেন, তেনেহ'লে একোৱেই উদ্‌গম নহ'লহেঁতেন। আকাশ-কালিক ঘটনা-চক্ৰৰ মাজৰপৰা যি গুণসমূহ আলেকজেণ্ডাৰৰ মতে ঐতিহাসিক প্ৰক্ৰিয়াৰ ফলস্বৰূপে উদ্‌গম হোৱা বুলিছে আৰু আকাৰৰ নিৰ্দিষ্ট জটিলতা ৰূপ ধাৰণ কৰিছে, সেইবিলাক হ'ল হোৱাইট্‌হেডৰ মতে পাতনিৰেপৰাই থকা ঘটনাৰ অন্তৰ্গত উপকৰণ। সনাতন বস্তুসমূহ ঘটনাৰ অন্তৰ্গত হোৱাটোৱেই ঐতিহাসিক প্ৰক্ৰিয়াৰ ব্যাখ্যা। এই বিশ্বজগত ঘটনাৰ ক্ৰমোন্নতিশীল প্ৰবাহ, ইয়াৰে প্ৰকাশিত হয় বিভিন্ন স্তৰ আৰু মূল্যাঙ্কনৰ সোপান। ইয়াৰ প্ৰত্যেক খোজতে আমি পাওঁ সম্পূৰ্ণ নতুন কিবা এটাৰ উদ্‌গম্য, যিটো এই প্ৰবাহৰ পূৰ্বস্তৰত নাছিল। অন্তৰ্নিহিত কিবা এটাৰ স্ফুৰণ বা কোনো সমগ্ৰতাকাৰী উপকৰণসমূহৰ কোনো অভিনৱত্ব নোহোৱাকৈ পুনৰ স্থানবিন্যাসকে পৰিবৰ্তন বুলিব নোৱাৰি। উচ্চস্তৰটোক নিম্নস্তৰৰ কথাৰে যথোপযুক্তভাৱে প্ৰকাশ কৰিব নোৱাৰি। প্ৰতিটো ঘটনাই এক অদ্ভুত সৃষ্টি, ওপৰৰপৰা পৰা ঘটনা। ইয়াত সিপাৰৰ ভাব নিহিত থাকে আৰু তাৰ উপযুক্ত বিশ্বতত্ত্বইহে ইয়াৰ কাৰণ বুজাব পাৰে। হোৱাইট্‌হেডে এক সনাতন বিন্যাস আৰু এক সৃষ্টিশীল সত্তাৰ ইঙ্গিত দিছে। এই জাগতিক প্ৰক্ৰিয়াৰ সিপাৰত থকা এক সনাতন বিন্যাসৰ প্ৰতি এই প্ৰক্ৰিয়াৰ এক তৃষ্ণা বা Nisus আছে, অৱশ্যে সি এই বিশ্বজাগতিক প্ৰক্ৰিয়াৰ মাজেৰেই ক্ৰমাগতভাৱে উপলব্ধি হয়। অতি সামান্যতম ঘটনাবোৰো এনে অৱস্থা যে তাত বঙা মিঠা আদি যিবোৰ সনাতন বস্তু ঘটনা নহয়, সিও সঞ্চাৰিত হয়। হোৱাইট্‌হেডে কয় যে সীমাৰ মাজেৰেহে স্বতন্ত্ৰ সম্ভাৱনাই এক নিৰ্দিষ্ট বাস্তৱ সত্তাৰ ৰূপ লাভ কৰে। এই বাস্তৱ জগতৰ বিধানৰ লগত সঙ্গতি ৰক্ষা কৰিহে কোনো গুণে স্থিতিৰূপ আৰু কোনো বস্তুৱে ঘটনাৰূপ পায়। এটা বাস্তৱ ঘটনা হ'ল এপিনে বাস্তৱ সত্তাৰ জগত আৰু আনপিনে আদৰ্শ সম্ভাৱনাৰ জগতৰ এক মিলন স্থল। সনাতন বস্তুসমূহে সৃষ্টিশীল প্ৰবাহৰ লগত পৰস্পৰ ক্ৰিয়া কৰাৰ ফলত, বাস্তৱ সত্তাৰ উৎপত্তি হয়, আৰু সি হয় অতীতৰ কাৰণিক আকৰ্ষণ বা বিকৰ্ষণ আৰু সেই পৰম বিভাজ্যজন, যাঁক কেৱল মাত্ৰ আমি ঈশ্বৰ বুলিব পাৰোঁ, এই সকলোৰে লগত সঙ্গতি ৰাখিহে। ঈশ্বৰেইহে সম্ভাৱনাৰ ক্ষেত্ৰ আৰু নিশ্চিত ঘটনাসমূহপূৰ্ণ এই জগতৰ পূৰ্ব কল্পনা কৰে, যাতে প্ৰত্যেকবাৰেই নতুন কিবা এটা সৃষ্টি কৰিবৰ সময়ত এইবিলাকৰ ওপৰত দুটি

নিক্ষেপ কৰিব পাৰে ; তেৱেঁইহে নিজৰ স্বৰূপৰ প্ৰভাৱ বিস্তাৰিত কৰি ঘটনাসমূহৰ আঁচনি নিৰ্ধাৰণ কৰে। এনে ঐশ্বৰিক বিধান নোহোৱা হ'লে, অকল ভাবৰ বা আদৰ্শৰ আকাৰসমূহে অনন্ত জগতৰ লগত কৰা সীমাহীন ক্ৰিয়াৰ সংযোগৰেই কোনো বিশেষ কিবা এটা লাভ কৰা সম্ভৱ নহ'লহেঁতেন। হোৱাইট্‌হেডে কৈছে "এই বিশ্বজগতত এক অপাৰ স্বতন্ত্ৰতাপূৰ্ণ সৃষ্টিশীলতা আৰু অসীম সম্ভাৱনাপূৰ্ণ আকাৰৰ ক্ষেত্ৰ দেখিবলৈ পোৱা যায় ; কিন্তু এই সৃজনশীলতা আৰু আকাৰসমূহ লগলাগি, আদৰ্শ সমন্বয়ৰ সম্পূৰ্ণতা স্বৰূপ ঈশ্বৰ ব্যতিৰেকে বাস্তৱতা লাভ কৰিবলৈ অক্ষম।" (১৭) ঈশ্বৰ হ'ল সাৰ্বজনীন (universals)সমূহৰ আৰু ভাবমূলক বা আদৰ্শ সমন্বয়ৰ আবাস স্থল।

সনাতন বিন্যাস ক্ৰমাগতভাৱে এই জগত প্ৰক্ৰিয়াৰ মাজত অন্তৰ্গত হৈ পৰে আৰু ঈশ্বৰে ইয়াক নিজৰ ভিতৰত সামৰি লয়। ঈশ্বৰৰ আদিমতম স্বৰূপক হোৱাইট্‌হেডে কালাতীত বুলিছে, কালপূৰ্বক নহয়, এই আদিমতম স্বৰূপেই হ'ল সমসাময়িকভাৱে সমন্বয় ৰক্ষা কৰি উপলব্ধি কৰিব পৰা সম্ভাৱনাসমূহৰ ধাৰণাত্মক চৈতন্য। এই সম্ভাৱনাসমূহকে 'সনাতনবস্তু' বোলা হৈছে। প্লেটোৰ ধাৰণাসমূহৰ দৰে এইবিলাক 'বস্তু' বা 'মূল্যদ্ৰব্য', ইহঁত মাত্ৰ আকাৰহে। ঈশ্বৰত ধাৰণাত্মকভাৱে উপলব্ধি হোৱা বুলিলে এই আকাৰসমূহক স্বতন্ত্ৰস্থিতি আৰু বস্তুত্বৰ বাস্তৱতা ৰহিত কৰা হয়। এই সনাতন বস্তুসমূহৰ সত্তা বাস্তৱতাৰ ভূতৰ অনুকৰণ নহয়, ই কেৱল সম্ভাৱনাহে। ইহঁত এই জগত স্থিতিসমূহত থকা জগত উদ্ভাৱন কৰিব পৰা কোনো পাৰমাৰ্থিক শক্তি নহয়, বা মানুহ আৰু বস্তুক সিহঁতৰ ওচৰলৈ আকৰ্ষণ কৰি টানি লোৱা গতিশীল শক্তিও নহয়। এই স্থিতিৰ আকস্মিক ৰূপৰ প্ৰতি সিহঁত বীতৰাগ আৰু সিহঁতৰ বহুতেই কোনো স্থিতিৰ মাজেৰে প্ৰকাশ নাপাবও পাৰে। সিহঁতৰ কালহীন সত্তা সনাতন ; সকলোবিলাক বিনাশ হৈ গ'লেও সিহঁত নহ'ব পাৰে। সিহঁত কল্পনা বা বিমূৰ্তন নহয় ; সিহঁত অনন্য আৰু ব্যষ্টিমূলক সৰ্বময় আৰু অস্তিত্বিবাচক। সিহঁতৰ বহুতকে স্থিতিৰ প্ৰকাশৰ যৌক্তিক-পূৰ্বসম্ভাৱনা বুলি বুজা হয় আৰু বহুতক আমি লাভ কৰিবলৈ বিচৰা মূল্যৰ প্ৰতীক স্বৰূপে গ্ৰহণ কৰা হয়। তথাপিও সিহঁত নিমিত্ত কাৰণ নহয়, কাৰণ, সিহঁত হ'ল বিশুদ্ধ সত্তাৰ ক্ষেত্ৰৰ। বাস্তৱতাৰ লগত সম্ভাৱ্যতাৰ যেনে সম্বন্ধ, ইহকালিক জগতৰ লগতো এই আকাৰসমূহৰ তেনে সম্বন্ধ। এই আকাৰ আৰু কালিক প্ৰক্ৰিয়া উভয়ৰেই পৰস্পৰ প্ৰয়োজন। এই প্ৰক্ৰিয়া সুবিন্যস্ত আৰু নিৰ্ধাৰিত হ'ব পাৰে এই আকাৰ গ্ৰহণৰ ফলতহে ; আৰু এই ক্ৰিয়মান প্ৰক্ৰিয়াৰ উপলব্ধিৰ প্ৰয়োজনীয়তাৰ হেতুকেই এই আকাৰসমূহ থাকে। ইহকালিক জগতৰ বাস্তৱতাক এই ক্ৰিয়মানৰ

(১৭) *Religion in the Making* Pp. 90

অকল সৃজনশীলতাৰদ্বাৰা নিৰ্ধাৰণ স্বৰূপ আৰু বিন্যাস পৰিচালনকাৰী প্ৰক্ৰিয়া বুলিয়েই ধৰা অনুচিত। এহাতেদি আন সকলোবিলাক বাস্তৱ শ্ৰেণীৰ পটভূমিতেই বাস্তৱতাৰ উৎপত্তি আৰু সিহঁতেই ইয়াক সোপাধিক কৰে। আনহাতেদি ই হ'ল এক আত্মসংগঠনকাৰী প্ৰক্ৰিয়া। ই ভাবক উদ্দেশ্য অনুযায়ী প্ৰদত্ত বস্তুসমূহক সংগঠন কৰে। সেইদেখি আমি পাওঁ সৃজনশীলতা আৰু এইবিলাক বিন্যাসৰ পূৰ্ব-স্থিত সম্ভাৱনাৰ দৃষ্টি তুল্য ঈশ্বৰৰ আদিমতম স্বৰূপ। ঈশ্বৰ হ'ল "বাস্তৱ"; কিন্তু অকালিক সত্তা যাৰ জৰিয়তে অকল সৃষ্টিশীলতাৰ অনিৰ্ধাৰণীযতা নিধাৰিত স্বতন্ত্ৰতালৈ সঞ্চাৰিত হয়।"(১৮)

হোৱাইট্‌হেডৰ মতে ঈশ্বৰ আৰ জগতৰ মাজৰ সম্বন্ধ হ'ল বিশ্বানুগতা আৰু পৰম্পৰানুভেদ্যতাৰ। সকলো সম্পৰ্কই পাৰস্পৰিক, গতিকে ঈশ্বৰ বিশ্বানুগ আৰু বিশ্ব ঈশ্বৰানুগ। ঈশ্বৰ যেতিয়া বিশ্বাতিগ হয় জগতো তেতিয়া ঈশ্বৰাতিগ হয়। আমি জগতৰ যি বিন্যাস আৰু উদ্দেশ্য দেখিবলৈ পাওঁ, সি হ'ল বাস্তৱতাই তাৰ সন্মুখত দেখিবলৈ পোৱা চৰম সম্ভাৱ্যতা পূৰণৰ ফলবিশেষ, আৰু সেয়ে হ'ল তাৰ লগত খাপ খোৱা ঈশ্বৰৰ দৰ্শন। অনুৱৰ্তী ঘটনাস্বৰূপে ঈশ্বৰ আদিমতম প্ৰকৃতিৰ ঈশ্বৰতকৈ বিভিন্ন। জগতৰ বিন্যাস আৰু কান্তিময় সমন্বয় ঈশ্বৰৰ স্বৰূপৰে অংশ-বিশেষ; কাৰণ, তেওঁ হ'ল সনাতন আৰু সেই গতিকে মূল্যাঙ্কনৰ অকালিক অঞ্চলত সনাতন হিচাপে তেওঁতেই সংৰক্ষিত থাকে। হোৱাইট্‌হেডৰ মতে ঈশ্বৰে জগত সৃষ্টি নকৰে, বৰং ৰক্ষাহে কৰে। ঈশ্বৰে প্ৰত্যক্ষ লাভ কৰিবলৈ নোপোৱা এক বিৰাট সম্ভাব্যতাৰ মুগ্ধকৰ ঐশ্বৰ্য তেওঁৰ সন্মুখত ধৰি লৈ থকাৰ বাবে ঈশ্বৰে এই জগতক যেনেকৈ অতিক্ৰম কৰি থাকে, জগতেও তেনেকৈ ঈশ্বৰক অতিক্ৰম কৰে। এই জগতৰ বিন্যাস সম্পূৰ্ণ আৰু সৰ্বব্যাপক নহয়। খণ্ডিত ক্ষণদৃষ্টিপূৰ্ণ আত্মকেন্দ্ৰিক অভিপ্ৰায়ৰ হেতুকে আমি শৃঙ্খলাহীনতা আৰু ভুল দেখিবলৈ পাওঁ, আৰু তাৰ-পৰাই উৎপত্তি হয় দোষৰ (পাপৰ)। (১৯) লভ্য বিন্যাসৰ দৃষ্টি স্বৰূপে ঈশ্বৰে জগত অতিক্ৰমি থাকে আৰু লব্ধ বিন্যাসৰ সূত্ৰস্বৰূপে ঈশ্বৰ বিশ্বানুগ হৈ থাকে।

হোৱাইট্‌হেডে এই দুটাৰ পাৰ্থক্য কৰিছে: (ক) এক পৰম সত্তা, যাক তেওঁ সৃজনশীলতা নাম দিছে আৰু যি তাৰ আকস্মিকতাৰ ফলৰ বাস্তৱৰূপে প্ৰকট, (খ) ঈশ্বৰ, যি হ'ল "আদিমতম অলৌকিক বা অকালৱৰ্তী আকস্মিকতা।"(২০) ঈশ্বৰ পৰম ব্ৰহ্ম নহয়, পৰম ব্ৰহ্মৰ আকস্মিক বাস্তৱ ৰূপ মাত্ৰ। যি পৰম সৃজন-শীলতাক তাৰ কোনো নিজা বৈশিষ্ট্যবিহীন বিশুদ্ধ অনিৰ্ধাৰণীয়তা বোলা হৈছে,

(১৮) *Religion in the Making Pp.* 90
(১৯) *Science and the Modern World Pp.* 239
(২০) *Process and Reality* (1929) *Pp.* 9

তাক ধাৰণা কৰা কঠিন। এই বিশুদ্ধ অনিৰ্দ্ধাৰণীয় সৃজনশীলতাক, নিৰ্দ্ধাৰিত স্বতন্ত্ৰতাক সীমাবদ্ধ কৰাৰ গুৰিটো ক'ত? যিহেতু ঈশ্বৰ মাত্ৰ আকস্মিক ঘটনাসমূহৰ এটাহে, তেওঁকেই আকস্মিকতাসমূহৰ উৎস বুলি কেতিয়াও ধৰিব নোৱাৰি। তেওঁ কাৰ্য আৰু কাৰণ দুয়োটা হ'ব নোৱাৰে। যেতিয়ালৈকে পৰম মনক আদৰ্শ সত্তা আৰু স্বতন্ত্ৰ সৃজনশীলতাবিশিষ্ট পদেৰে উপযুক্তভাৱে ধাৰণা কৰিব নোৱাৰি, তেতিয়ালৈকে ই মাত্ৰ যুক্তিৰ বিমূৰ্তন অৱস্থা হৈয়ে থাকিব। "এৰিষ্টটোলৰ পদাৰ্থ যেনেকৈ নিজা লক্ষণবিহীন, ঠিক তেনে অৰ্থতেই এই সৃজনশীলতাও নিজা লক্ষণবিহীন।" "ইয়াক সদায় উপাধি বা গুণৰ মাজতহে পোৱা যায়, সেই কাৰণে ইয়াক সগুণ বা সোপাধিক বোলা হয়।" (২১) ই যিহেতু আকস্মিকতা বা উপাধিবিশিষ্ট হ'লেহে বাস্তৱ হয়, ইয়াক প্ৰকল্পিত বিমৰ্তন বুলিব পাৰি। ই ঈশ্বৰতে থাকে। সঠিককৈ ক'ব লগিলে ঈশ্বৰেই চৰম সত্তা বা পৰম ব্ৰহ্ম। তেৱেঁই বিশ্বপ্ৰক্ৰিয়াৰ আদিমতম স্বৰূপ, ধৰি লোৱা যুক্তিৰ প্ৰাথমিক স্বতঃসিদ্ধ ( prius ), কিন্তু তেওঁ ইয়াৰ পূৰ্ব কল্পনা কৰি নলয়। সেই কাৰণে বিশুদ্ধ একাৰ্ণৱতা বা অব্যক্ততা থকাটো স্বভাৱতেই অসম্ভৱ। সৃজনশীল গতিয়ে আমাক ধাৰণাত্মক মনোযোজনা উপলব্ধিৰ বাটত আগবঢ়াই লৈ যায়। বিশ্বৰ সমগ্ৰ যোজনাৰে ঈশ্বৰৰ স্বৰূপত যথাৰ্থ বিকাশ আছে; কাৰণ, ই হ'ল ঈশ্বৰৰ আদিমতম ধাৰণাত্মক স্বৰূপৰ সনাতন পূৰ্ণতাকৰণ। ঈশ্বৰৰ 'অনুৱৰ্তী' স্বৰূপ এই বিৱৰ্তিত জগতৰ লগত সম্পৰ্কৰ ফলস্বৰূপ বিৱৰ্তন হয়। ঈশ্বৰে এক প্ৰাতিভাসিক ৰূপৰ অৱস্থা গ্ৰহণ কৰে; কাৰণ, হোৱাইট্‌হেডে কৈছে: "ঈশ্বৰ এক বাস্তৱ সত্তা, সেইবাবে অতি সুদূৰৰ শূন্য আকাশৰ সামান্যতম সত্তাৰ স্থিতি (২২)"। ঈশ্বৰৰ 'আদিমতম স্বৰূপ' হ'ল সনাতন বস্তুৰ সমগ্ৰ বহুলতা আৰু সি সৃষ্ট ঘটনা বা তথ্য। (২৩) "আদিমতম সৃষ্টি" ঈশ্বৰ নথকা হ'লে অনুপলব্ধ সনাতন বস্তুসমূহ স্থিতিবিহীন হ'লহেঁতেন। (২৪) অনুৱৰ্তী হ'লেও তেৱেঁই আদি আৰু তেৱেঁই অন্ত। তেওঁৰ ধাৰণাৰ আঁচনি কাৰ্যত উপলব্ধি হোৱা মূৰ্তনৰ সূত্ৰও তেৱেঁই। "ঈশ্বৰৰ এই অনুৱৰ্তী-স্বৰূপ এই জগতৰ বিষয়ে কৰা তেওঁৰ অৱধাৰণ।" এই জগত-প্ৰক্ৰিয়াৰ প্ৰকৃত ব্যাখ্যা দিব লাগিলে হোৱাইট্‌হেডৰ মতে ঈশ্বৰৰ এই তিনি গুণ আৱশ্যক: (ক) আদিমতম স্বৰূপ অৰ্থাৎ জ্ঞান-স্বৰূপ ঈশ্বৰ, (খ) প্ৰেম-স্বৰূপ ঈশ্বৰ, (গ) অৱধাৰণ-স্বৰূপ ঈশ্বৰ; ঈশ্বৰৰ এই তিনিটা ধাৰণা হিন্দুধৰ্মৰ ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ ধাৰণাৰ লগত আচৰিতভাৱে মিলে। এই বিশ্বজগতত তিনিপ্ৰকাৰৰ সৃজন-ক্ৰিয়া নিহিত; ই হ'ল (ক) এক অসীম ধাৰণাত্মক

---

(২১) *Process and Reality Pp*. 42-43

(২২) *Process and Reality Pp*. 24

(২৩), (২৪) *Process and Reality Pp*. 42

উপলব্ধি, (খ) কালৱৰ্তী এই জগতত মুক্ত পদাৰ্থিক ৰূপত উপলব্ধি হোৱা বহুধা ঘনীভূত বস্তু (২৫) আৰু (গ) "আদিমতম ধাৰণাত্মক তত্ত্বৰ লগত এই বাস্তৱ ক্ষেত্ৰৰ বহুধা ৰূপৰ পৰম ঐক্য।" (২৬) ঈশ্বৰেই এই সমগ্ৰ বিৱৰ্তন ক্ৰমৰ ভিত্তি আৰু লক্ষ্য। হোৱাইট্‌হেডৰ দৃষ্টি-ভঙ্গী সম্পূৰ্ণ তত্ত্বদৰ্শনমূলক আৰু তেওঁ প্ৰয়োগ কৰা প্ৰেম আৰু কৰুণাৰ ভাষা বিশ্বজাগতিক বহুক্ষেত্ৰত প্ৰযোজ্য নহয়। তেওঁৰ স্বৰূপেযে পূৰ্ণতা লাভ কৰে, সি আমাৰ জগত প্ৰক্ৰিয়াৰ ভাষাতহে। যিকোনো স্তৰতে তেওঁৰ এটা অপৰাবৰ্ত্য অতীত আছে আৰু অনুপলব্ধ ভৱিষ্যৎ আছে। আঁচনি যেতিয়া সম্পূৰ্ণ কাৰ্যত পৰিণত হৈ উঠে, আদিমতম স্বৰূপে যেতিয়া অনুৱৰ্তী ঘটনাত বিকাশ লাভ কৰে আৰু স্পিনোজাৰ ভাষাত যেতিয়া natura naturans আৰু natura naturata এক হৈ পৰে, তেতিয়া ঈশ্বৰৰ কি অৱস্থা হৈ পৰে তাক তেওঁ ফঁহিয়াই দেখুওৱা নাই।

## ঈশ্বৰ

উত্তৰমান ঐতিহাসিক জগতক তাৰ অন্তৰীক্ষৰ কথাৰে ব্যাখ্যা কৰা সম্ভৱ নহয়। ঈশ্বৰৰ অস্তিত্বৰ বিখ্যাত প্ৰমাণসমূহে এই কথাকেই বঢ়িয়াকৈ প্ৰকাশ কৰিছে। এই প্ৰমাণসমূহে ঈশ্বৰৰ অস্তিত্বৰ কোনো প্ৰত্যক্ষ যৌক্তিক প্ৰমাণ দিব নোৱাৰিব পাৰে; কিন্তু এইটো ঠিক যে অস্তিত্ব বিৰোধী কোনো ধাৰণা উপজিলে তাক যুক্তিৰে বুজাত এই প্ৰমাণসমূহে সহায় কৰে। অনিৰ্ধাৰিত বস্তু এটাক নিৰ্ধাৰণ কৰাৰ পৰাটোৱেই যুক্তিৰ কাম, ঠিক প্ৰমাণ কৰাটো নহয়। অতীন্দ্ৰিয়বাদীসকলে ঈশ্বৰৰ অস্তিত্বৰ যি অভিজ্ঞতা লাভ কৰে—সি বৈজ্ঞানিক তথ্য আৰু তাৰ ভিত্তিত হোৱা যৌক্তিক বিচাৰৰ লগত সম্পূৰ্ণ সঙ্গতিপূৰ্ণ।

প্ৰকৃতিবাদৰ অনুপযোগিতাই দেখুৱাইছে যে বিন্যাস আৰু সৃজনশীলতা পূৰ্ণ জগত প্ৰক্ৰিয়াৰ ব্যাখ্যাৰ কাৰণে এক সৃজনশীল শক্তিৰ প্ৰযোজন। আকাশ বা কালৰ আমি যিমান পিচলৈকে নাযাওঁ লাগিলে, আমি আকাশ বা কালৰপৰা জপিয়াই স্থানান্তৰলৈ যাব নোৱাৰোঁ, আৰু আমি এই আকাশ-কালৰ সংগঠনৰ কোনো ব্যাখ্যাও দিব নোৱাৰোঁ। বিশ্ব জগতৰ যুক্তিবাদিতাই সূচনা কৰে যে এই

(২৫) "ছাঁয়া—ই মাত্ৰ কেৱল ছায়া—ঈশ্বৰৰ স্বৰূপৰ যি ক্ৰিয়াশীল গতিত যি চৰম ধাৰণাৰে ধৰিব পাৰি সি হ'ল মাথোন ছাঁয়া, একোৱেই যাতে হেৰাই নাযায় তেনে অতি সাৱধান যত্নেৰে কৰা ধাৰণাৰ ছাঁয়া।"

(২৬) *Process and Reality Pp.* 409

সৃজনীশক্তি হ'ল মন বা আত্মা। আমি ইয়াক আত্মাৰ লগত এক বুলি নধৰি, বাৰ্গচঁই কোৱামতে, 'প্ৰাণশক্তি' বা 'জীৱনীশক্তি' বুলি ধৰাৰ কোনো যুক্তি নেদেখোঁ; কাৰণ, আমি জনাত আত্মাই হ'ল পৰম বস্তু। ডেকাৰ্টৰ যুক্তিও সৰ্বজন বিদিত। যিহেতু আমাৰ স্থিতি অদিৰেপৰাই বা মুহূৰ্তে মুহূৰ্তে আমাৰপৰা বা আমাৰ নিচিনা অন্য সত্তাৰপৰা উদ্ভূত নহয়, তাৰ নিশ্চয় এটা প্ৰাথমিক আৰু মৌলিক কাৰণ থাকিব লাগিব, সেয়ে ঈশ্বৰ। ঈশ্বৰ আমি সাধাৰণভাৱে বুজা কাৰণ নহয়; কাৰণ, সেয়ে হ'লে তেওঁকো ঘটনা-চক্ৰৰ মাজৰেই এক ঘটনা কৰা হ'ব। এই বিশ্ব সৃষ্টিৰ কাৰণ একপ্ৰকাৰ ইয়াৰ বাহিৰতহে আছে। ঈশ্বৰ এই জগতৰ পূৰ্বৱৰ্তী; কিন্তু সি কালিক অৰ্থত নহয়। তেওঁ জগতৰ যৌক্তিক পূৰ্ব স্বতঃসিদ্ধ (prius)।

এই বিশ্বজগতৰ পৰম সৃজনী-শক্তি বহু নহয়, এক; কাৰণ, প্ৰকৃতি এনে অতি অঙ্গাঙ্গীভাৱে গ্ৰথিত যে ইয়াক দুটা বা অধিক শক্তিৰ যুজুধ্যমান দৃশ্য বুলি ধৰিব নোৱাৰি। বিশ্বজগতৰ প্ৰথম তত্ত্বত ঐক্য-সচেতনতা আৰু স্থিতি-পূৰ্বতা নিহিত আছে।

উদ্দেশ্যবাদী প্ৰমাণে ক'ব খোজে যে ই সৃষ্টিধৰ্মী ইচ্ছা আৰু উদ্দেশ্য। জগতৰ এই অনন্ত বহুধাৰূপে আত্মাৰ সেৱাৰ হকেই নিজক আগবঢ়াই দিছে। বিৱৰ্তন-বাদে এই উদ্দেশ্যবাদী প্ৰমাণৰ বিৰোধিতা কৰি কয় যে এই উদ্দেশ্য বা মনে তাৰ ভ্ৰান্তিসমূহৰপৰা একো শিক্ষা লাভ কৰা যেন নালাগে। চেষ্টা আৰু ভ্ৰান্তিৰ প্ৰক্ৰিয়াৰে পোৱা স্বতন্ত্ৰতাপৰ্ণ মানৱব্যক্তিত্বৰ পূৰ্ণতা লাভেই যদি এই বিশ্ব-প্ৰক্ৰিয়াৰ লক্ষ্য হয়, তেনেহ'লে এই বিশ্বপ্ৰকৃতিত এইখিনি অনিশ্চয়তা আৰু সন্দিগ্ধতা থাকি-বলে বাধ্য। উদ্দেশ্যই ঘটনা-চক্ৰৰ মাজেদিয়েই ক্ৰিয়া কৰি আছে। যদিও ঠায়ে ঠায়ে কোনো আঁচনিৰ অভাৱ পৰিলক্ষিত হয় তথাপিও এই বিৱৰ্তনৰ মাজত এতিয়ালৈকে অনুপলব্ধ কোনো আকাৰ গ্ৰহণৰ সাধাৰণ গতি পৰিলক্ষিত হয়। এই জগতত থকা অসুন্দৰতা, অসৎ আৰু ভ্ৰান্তিসমূহৰ জগতৰ এই অন্তৰ্গত উদ্দেশ্য পূৰ্ণতাৰ লগত অসঙ্গতি নাই। মেকটেগাৰ্টে কোৱা মতে সিহঁত 'সত্য হ'বৰ কাৰণে বা বাস্তৱ হ'বৰ কাৰণে একেবাৰে অনুপযুক্ত নহয়।' এই বিশ্বজগতৰ নিয়মৰ শাসনৰ বিৰাট শ্ৰেষ্ঠতাৰ কাৰণেই হয়তো সিহঁতৰ আৱশ্যকতা আছে। এই বিশ্বজগতৰ সৰ্বময় মঙ্গলময়তাৰ বাবেই এই সুবিন্যাসৰ প্ৰয়োজন, আৰু হয়তো তাৰ ফলতে আমি আমাৰ অভিজ্ঞতাত পোৱা বিশ্বজগতৰ উদ্দেশ্যৰ লগত দেখাত অসঙ্গতিপূৰ্ণ যেন অতিশয় ক্লেশ আৰু অন্যান্য তেনে ঘটনাবোৰো হ'ব পাৰে। আমি মানুহৰ বাস্তৱ জীৱনত যিখিনি দেখোঁ, সেইখিনিয়েই যদি আমাৰ সম্পূৰ্ণ দ্ৰষ্টব্য হয়, আৰু যদি আমাৰ জন্মৰ আগত বা মৃত্যুৰ পিচত কোনো জীৱন নাই বুলি ধৰোঁ, তেনেহ'লে হয়তো আমি অশেষ কষ্ট আৰু অসহনীয় দুৰ্যোগ ভোগ কৰি এই জগতত লাভ কৰিবলগীয়া অশেষ প্ৰভাৱশালী মঙ্গলময়তা প্ৰতিপাদন কৰিব নোৱাৰিব

পাৰোঁ। অসৎ, ভ্ৰান্তি আৰু অসুন্দৰতাৰ স্থিতিয়ে আমাৰ এই জগতৰ মূল্যৰ কোনো বিকাৰ নকৰে বুলি কৰ্মবাদ আৰু পুনৰ্জীৱনবাদে সূচনা দিয়ে। এই বিশ্বজগত এক আৰু ইয়াৰ ভূতসমূহ এক ক্ৰমাগত প্ৰক্ৰিয়াৰ জৰিয়তে তাৰ বিৰোধীসমূহলৈ পৰিণাম প্ৰাপ্ত হয়।

পাৰমাৰ্থিক অভিজ্ঞতা আৰু ধৰ্মৰ অনুষ্ঠানসমূহৰ সত্যতাৰপৰা এই ক্ৰিয়াসমূহৰ ব্যৱহাৰোপযোগী পৰিবেশৰ সত্যতা যথাৰ্থভাৱে অনুমান কৰি ল'ব পাৰোঁ। আমি দেখি আহিছোঁ যে বিষয় আৰু তাৰ পৰিবেশ একেলগেই থাকে আৰু দুয়োটাকে অন্তৰ্ভুক্ত কৰি লোৱা এক বৃহৎ সমগ্ৰতাৰ প্ৰকাশ বুলি ধৰিব পাৰি। মানুহৰ ধাৰ্মিক ক্ৰিয়াসমূহ অকল সাময়িক পৰিবেশতে আৱদ্ধ থাকিব নোৱাৰে। সিহঁতৰ বাবে অকালৱৰ্তী মঙ্গলময়ৰ প্ৰয়োজন আৰু সি এই কালৱৰ্তী জগতৰ বস্তু নহয়। আত্মা আৰু এই বিশ্বৰ পাৰস্পৰিক ক্ৰিয়াৰপৰাই এই আকাংক্ষাসমূহৰ উৎপত্তি হয়, গতিকে সিহঁত হ'ল দুয়োটাৰে উমৈহতীয়া উৎপাদন। দাবী আৰু প্ৰতিদাবীৰ প্ৰতিযোগিতাপূৰ্ণ এই জগতে মানুহৰ নৈতিক অনুভূতিক সন্তুষ্ট কৰিব নোৱাৰে। এই কালৱৰ্তী জগতেই একমাত্ৰ বা পৰম জগত নহয়। বিশ্বজগতৰ হৈতুকী উদ্দেশ্যৰ লক্ষণে এক পাৰমাৰ্থিক পৰিবেশৰ সত্যতাৰ অনুমানৰ বাবে যথেষ্ট প্ৰমাণ আগবঢ়ায়।

ঈশ্বৰেই সচেতন পৰিকল্পনাৰে কাম কৰি থকা সৰ্বাত্মক মন, তেৱেঁই জগতৰ আদি আৰু ইয়াৰ বিন্যাসৰ কৰ্তা, এই জগতৰ বিৱৰ্তনৰ গতি আৰু লক্ষ্যৰ মূল সূত্ৰ, আমি যদি ধাৰ্মিক সচেতনতাৰ ঘটনাসমূহ স্বীকাৰ কৰি নলওঁ, তেনেহ'লে এইজনেই ধৰ্মৰ ঈশ্বৰ নহয়। আমাৰ নৈতিক জীৱনত আমি পাওঁ যে ঈশ্বৰ আমাৰ অকল লক্ষ্যই নহয়, আমাৰ নৈতিক প্ৰয়াসৰ উৎস আৰু আলম্বন। আমাৰ পাৰমাৰ্থিক অভিজ্ঞতাত তেওঁক আমি পৰম সৰ্বময়, সৰ্বব্যাপক স্বৰূপে পাওঁ। জগতৰ সংগঠন আৰু মানুহৰ মনৰ মাজত কিছু মিল দেখা যায়। আমাৰ ইন্দ্ৰিয় প্ৰত্যক্ষসমূহ, যৌক্তিক ধাৰণাসমূহ, স্বজ্ঞাত বোধসমূহ বাস্তৱতাৰ ওপৰত জাপি দিয়া কিছুমান ৰূপ নহয়, বাস্তৱ সত্তাৰ আত্মপ্ৰকাশক নিৰ্ধাৰিত ৰূপহে। আদিৰেপৰাই আমি যেন সি থকাৰ, কিবা অভিজ্ঞতা এটা পোৱাৰ উপস্থিতি অনুভৱ কৰি আহিছোঁ। আমাৰ মনবিলাকক উপযুক্তভাৱে প্ৰশিক্ষিত কৰি ল'লেহে বস্তুৰ প্ৰত্যক্ষানুভূতি লাভ কৰিব পাৰোঁ বুজিয়েই বস্তুবোৰ আত্মমুখী বুলি অনুমান কৰাটো ভুল হ'ব। গোলাপ ফুল এটা চাব খুজিলে আমি সেইপিনলৈ চকু ঘূৰাব লাগিব। পৰমাত্মাক উপলব্ধি কৰিব লাগিলে মনটোক কিছু পৰিমাণে শোধন কৰি লোৱাৰ প্ৰয়োজন হ'ব। যিসকলৰ অন্তৰ শুদ্ধ তেওঁলোকেহে মাথোন দেখে কাৰণেই অধ্যাত্মাৰ অস্তিত্ব অপ্ৰমাণ হৈ নাযায়।

বিশ্বজাগতিক প্ৰক্ৰিয়াৰ সত্তাই হ'ল অধ্যাত্মা বা পৰমাত্মা। আমাৰ নিজৰ জীৱনৰ অভিজ্ঞতাৰ কথাৰে এই পৰম সত্তাৰ পূৰ্ণ সত্যতা সম্বন্ধে আমি একো ক'ব

নোৱাৰোঁ ; তথাপি আমাৰ এই অভিজ্ঞতাৰ কোনো বীজ বা অংশই মূল্যহীন বা অৰ্থহীন নহয়। আমাৰ কোনো অভিজ্ঞতাই ভ্ৰমাত্মক নহয় ; অৱশ্যে সত্তাৰ প্ৰকৃতি বুজাবৰ কাৰণে ই যিমানদূৰ কৃতকাৰ্য হয়, সেই অনুপাতে এই অভিজ্ঞতাৰ বীজ-সমূহৰ সত্তাৰ মাত্ৰা আছে।

সত্য, শিৱ, সুন্দৰ বুলি কৰা ঈশ্বৰৰ ধাৰণা চিন্তাৰ এক বিমূৰ্তন দাবী মাত্ৰ নহয়, ই আমাৰ ধাৰ্মিক দাবী পূৰণকাৰী মূৰ্তিমান সত্তা। আমি যদি তত্ত্ব-দৰ্শন, নীতি-বিজ্ঞান আৰু ধৰ্ম—এই বিভিন্ন দিশৰপৰা পোৱা ধাৰণাসমূহ একত্ৰিত কৰোঁ, তেনেহ'লে আমি বিশ্বজগতৰ আদিমতম মন, প্ৰেমময় পবিত্ৰতা আৰু পবিত্ৰ বিচাৰক হিচাপে ঈশ্বৰৰ গুণসমূহ লাভ কৰিব পাৰোঁ। ব্ৰহ্মা, বিষ্ণু আৰু শিৱ বুলি হিন্দু ধৰ্মত ঈশ্বৰ সম্বন্ধে কৰা ধাৰণাই এই ত্ৰিগুণৰ প্ৰকাশ কৰে। ব্ৰহ্মাই হ'ল ঈশ্বৰৰ আদিমতম স্বৰূপ। তেৱেঁই হ'ল এই জগতৰ সম্ভাব্যতাৰ উপাধিসমূহৰ আবাসস্থল বা হোৱাইট্‌হেডৰ ভাষাত, 'সনাতন বস্তুসমূহ'। বিশ্বৰ যৌক্তিক বিন্যাস যদি ঈশ্বৰৰ মনৰ প্ৰকাশ হয়, তেনেহ'লে সেই মন হ'ল এই জগতৰ পূৰ্ববৰ্তী ; কিন্তু ব্ৰহ্মাৰ (২৭) চিন্তাসমূহ বা আদিমতম মনেই জগতৰ বস্তুসমূহ হ'বগৈ লাগে। এই ধাৰণাসমূহ আকাশ-কালৰ স্তৰলৈ ৰূপান্তৰিত হোৱা প্ৰক্ৰিয়াটো ক্ৰমাগত আৰু ইয়াত ঈশ্বৰে নিজৰ সৃষ্টিধৰ্মী আৰু জীৱন সঞ্চাৰক শক্তিৰে সহায় কৰে। এই জগত প্ৰক্ৰিয়াত প্ৰতিটো বস্তুৱেই নিজৰ মনোগতৰূপ লাভ কৰিবৰ কাৰণেই হেঁপাহ কৰি থাকে। সিহঁতে নিজৰ ন্যূনতা দূৰ কৰি ঐশীমনত থকা ৰূপ প্ৰকাশৰ কাৰণে যত্ন কৰি থাকে। এই প্ৰক্ৰিয়াৰ অন্তৰ্নিহিত সত্তা স্বৰূপে ঈশ্বৰ হয় পথপ্ৰদৰ্শক আৰু সকলো উদ্‌গতিৰ ভিত্তি, তেওঁ মাথোন এজন দৰ্শক নহয়, এই জগতৰ সকলো সুখ-দুখৰ ভাগীও। বিষ্ণু স্বৰূপে ঈশ্বৰ হ'ল ত্যাগ। তেওঁ অবিৰাম এই জগতৰ ভ্ৰান্তি, অসুন্দৰতা আৰু পাপৰ প্ৰতিটো কাৰণৰেই গতিৰোধ কৰাত ব্যস্ত আৰু এই কাৰণসমূহ অমূৰ্তক সম্ভাৱনা মাত্ৰ নহয়, বিশ্বজগতৰ দ্বন্দ্বৰ প্ৰতিপাদন কৰা মূৰ্তক শক্তি বিশেষ। ঈশ্বৰে তেওঁৰ মনোভিপ্ৰায় বাস্তৱত ৰূপান্তৰিত কৰিবৰ কাৰণে আমাৰ ওপৰত তেওঁৰ সমগ্ৰ প্ৰেম ঢালি দিয়ে। পাপ, ভ্ৰান্তি আৰু অসুন্দৰতাৰ সমগ্ৰ শক্তি বোধ কৰি তাক সত্য, শিৱ, সুন্দৰলৈ ৰূপান্তৰিত কৰি আমাক সহায় কৰাৰ সকলো দায়িত্ব ঈশ্বৰে নিজে বহন কৰে। ঋক্‌বেদত কৈছে : "সকলো উন্মুক্তক তেওঁ আচ্ছাদন দিয়ে, সকলো ৰুগীয়াক তেওঁ নিৰাময় কৰে ; তেওঁৰ করুণাগুণেই অন্ধই দেখে আৰু খোৰাই খোজ কাঢ়ে। (২৮) ঈশ্বৰ সকলোৰে আশ্ৰয়স্থল আৰু বন্ধু।"(২৯) ঋক্‌বেদত কৈছে : "তুমিয়ে আমাৰ আৰু

(২৭) ব্ৰহ্মাই অৰ্থ সৃজনকাৰী ঈশ্বৰ, আৰু ব্ৰহ্মন্ পৰমাত্মা, দুয়োটা পৃথক।
(২৮) viii 79. 2, viii. 4. 7.
(২৯) সৰ্ব্বস্য শৰণম্ সুহৃদ্ (শ্বেতাঃ উপ. iii 17 ; ভগবদ্‌গীতা iv 18)

আমিয়ে তোমাৰ।"(৩০) আমি নিজে বাট বিচাৰি উলিয়াব লগাকৈ ঈশ্বৰে আমাক গহীন অৰণ্যৰ মাজত সুমৰাই এৰি থৈ নাহে। হিন্দু পুৰাণ শাস্ত্ৰসমূহত ঈশ্বৰক এজন সনাতন ভিক্ষুক হিচাপে অঙ্কিত কৰা হৈছে; তেওঁ যেন প্ৰত্যেকৰে দুৱাৰ-মুখত দুৱাৰ খোলালৈ বাট চাই ৰৈ আছে, যাতে তেওঁ আমাৰ অন্ধকাৰৰ মাজত প্ৰৱেশ কৰি বিজুলী চমকৰ দৰে আমাৰ সত্তা আলোকিত কৰি তুলিব পাৰে। মানহে যেন ঈশ্বৰক বিচাৰি ফুৰা নাই। ঈশ্বৰেহে যেন সন্ধান কৰি ফুৰিছে মানুহৰ। ভয়ঙ্কৰ গহীন বনৰ মাজৰপৰা আমাক পথ দেখুৱাই আনিবলৈ যেন তেওঁ তাত প্ৰবেশ কৰে। ঈশ্বৰে জগতক ইমান ভাল পায় যে তেওঁ নিজকে তাত বিলাই দিয়ে। ঈশ্বৰৰ আপোন সত্তা আমাৰ ভিতৰত বিলাই দি তেওঁ আমাক তেওঁৰ সৃজনী-শক্তিৰে অংশীদাৰ কৰি লয়। তেওঁ বিচাৰে, আমি যেন তেওঁৰ এই আহ্বান বুজি পাওঁ আৰু তাৰ প্ৰতি সঁহাৰি দি তেওঁৰ লগত সহযোগিতা কৰোঁ। তেওঁৰ আমাৰ বন্ধুপ্ৰেমিক আৰু সহকৰ্মী হিচাপে জ্ঞান কৰাটোকে তেওঁ বিচাৰে। ঈশ্বৰত অবিশ্বাস কৰা, তেওঁৰ উদ্দেশ্য বুজিব নোখোজা আৰু তেওঁৰ আহ্বানত সঁহাৰি নিদিয়াটোৱেই আমাৰ পাপ। ঈশ্বৰৰ উদ্দেশ্যত অংশ গ্ৰহণ কৰি ঐশ্বৰিক সত্তা আমাৰ ভিতৰত মিলাই ল'ব পৰাটোৱেই হ'ল পুণ্য। প্ৰেমেই তেওঁৰ প্ৰকৃত স্বৰূপ ই ক্ষণৱৰ্তী গুণ নহয়। তেওঁ নিৰন্তৰেই জগতক ৰক্ষা কৰি আহিছে।

যেতিয়ালৈকে ঈশ্বৰৰ প্ৰেমে এই জগতত কাৰ্য কৰি থাকে, তেতিয়ালৈকে এই জগত ধ্বংস হৈ যোৱাৰ কোনো সম্ভাৱনা নাই, যদিও এই জগতৰ লক্ষ্যত উপনীত হোৱাটো নিৰ্ভৰ কৰে আমাৰ নিজৰ সহযোগিতাৰ ওপৰত। আমি স্বতন্ত্ৰ সত্তা, আমাৰ সহযোগিতা মুক্তদান, ইচ্ছা কৰিলে আমি তাক নিদিবও পাৰোঁ। এই সম্ভাৱনাই বিশ্বজগতত এক অনিশ্চয়তাৰ সচনা কৰে। সৃজনশীল প্ৰক্ৰিয়া সুবিন্যাস আৰু উদগতিমূলক হ'লেও ইয়াৰ ভৱিতব্যতা ক'ব নোৱাৰি। অনিৰ্ধাৰণীয়তা সত্য আৰু ঈশ্বৰ নিজেই ক্ৰিয়মান মাত্ৰ। ঈশ্বৰৰ যদি কিবা এখন নিৰ্ধাৰিত আঁচনি আছে বুলি ভাবোঁ আৰু তাকেই বস্তুত প্ৰতিফলিত কৰা বুলি ভাবোঁ, তেনেহ'লে আমি বিশ্বজাগতিক নিৰ্ধাৰণবাদৰ মাজত আৱদ্ধ হৈ পৰিব লাগিব। জগতৰ উদ্‌গতিৰ হকে মানুহৰ সহযোগিতা একান্ত প্ৰয়োজনীয় কথা, আৰু মানুহৰ স্বতন্ত্ৰতাই তাত দিয়ে এক অনিশ্চয়তা; এই প্ৰয়াস কুচকাৱাজ মাত্ৰ নহয় আৰু বুৰঞ্জীও মাত্ৰ আড়ম্বৰপূৰ্ণ ঘটনা সমষ্টিয়েই নহয়। ঈশ্বৰ যদিও সকলো সময়তে আমাক সহায় কৰিবলৈ সাজু, তথাপি আমাৰ মূৰ্খামি আৰু স্বাৰ্থপৰায়ণতাই তেওঁৰ প্ৰেমে অহৰহ কাৰ্য কৰাত বাধা জন্মায়।

---

(৩০) তস্ অস্মাকম্ তৱস্মাসি (vii 92. 32)

প্ৰেমময় ঈশ্বৰে নিজৰ আঁচনি কৃতকাৰ্যতাৰে সম্পন্ন হোৱাটো বিচৰা মানে সম্পূৰ্ণ অদৃষ্টবাদী বুলি ভুল কৰিব নালাগে; তেতিয়া ই হ'ব মানৱৰ স্বতন্ত্ৰতাক সম্পূৰ্ণভাৱে উভালি পেলোৱা আৰু নৈতিক প্ৰয়াসক ৰুদ্ধ কৰি পেলোৱা। মুঠতে ক'বলৈ হ'লে আমাৰ জীৱনৰ মূল্য এই প্ৰয়াসতে, তাৰ শেহ ফল লাভত নহয়, আৰু এই ফল লাভ নিৰ্ভৰ কৰে আমি কি প্ৰেৰণাৰে সেই উদ্দেশ্য লাভৰ বাবে কাম কৰোঁ, তাৰ ওপৰত। আশা আমাৰ সদায় আছে আৰু আনকি আমাৰ অতি দুৰাকাংক্ষীজনেও ঈশ্বৰৰ সুদূৰপ্ৰয়াসী প্ৰেমৰ প্ৰতি সঁহাৰি দিব। তেওঁ যদিও আমাৰ অন্তৰত নিৰন্তৰে ক্ৰিয়া কৰি, সকলোকে নিজৰ ওচৰলৈ চপাই ল'বলৈ যত্ন কৰি আছে, তথাপিও আমি কেতিয়াবা সঁহাৰি নিদিওঁ আৰু তেতিয়াই অৱস্থা জটিল হৈ পৰে। এই জগতৰ ওচৰত ঈশ্বৰৰ প্ৰভাৱ যেতিয়া এনে সন্দিগ্ধ হৈ পৰে, তেতিয়া তেওঁৰ সনাতন প্ৰেমে অন্য কোনো বিশিষ্ট ৰূপত প্ৰকাশ লাভ কৰে। খ্ৰীষ্টধৰ্ম মতে অৱস্থা যেতিয়া এনে নৈৰাশ্যজনক হৈ পৰিছিল তেতিয়া ঈশ্বৰে এবাৰ প্ৰায় সকলো মানুহকেই ধ্বংস কৰি পেলোৱা প্ৰলয় পঠিয়াই দিছিল, আৰু আন এবাৰ পঠিয়াইছিল নিজৰ আত্মজ পুত্ৰক। সেইবুলি প্ৰেমক মানুহৰ পতন হ'লেহে প্ৰকাশ লাভ কৰা আকস্মিক গুণ বুলি বুজিব নালাগে। সৃষ্টিপথ ভ্ৰষ্ট হৈ গ'লেহেযে ঈশ্বৰে আমাক ত্ৰাণ কৰিবলৈ আহে, সেইবুলিও ভাবিব নালাগে। প্ৰেম ঈশ্বৰৰ সত্তাৰ অতি অন্তৰ্গত বস্তু। সম্পূৰ্ণভাৱে আত্মদান কৰা হ'ল ঐশী ক্ৰিয়াৰ লক্ষণ; অৱশ্যে ইয়াৰপৰা লাভালাভ পোৱাটো নিৰ্ভৰ কৰে পাওঁতাসকলৰ নিজৰ ক্ষমতাৰ ওপৰত।

ঈশ্বৰৰ ত্ৰাণকাৰী গুণো হ'ল এক অবিৰাম ক্ৰিয়া, অৱশ্যে নৈতিক বিন্যাসৰ যেতিয়া গ্লানি বেছি হৈ পৰে, তেতিয়াই ই বেছিভাৱে প্ৰকট হয়। যেতিয়াই নতুন নতুন ব্যৱস্থা উদ্ভাৱনৰ প্ৰয়োজন হৈ পৰে, ঈশ্বৰে তেতিয়া বিশিষ্ট ৰূপত নিজক প্ৰকাশ কৰে। হিন্দু ধৰ্মত এই বিশেষ বিকাশক ঈশ্বৰৰ 'অৱতাৰ' বোলা হৈছে। সাধাৰণতে ভবা হয় যে যেতিয়াই অন্ধকাৰ ভৰি পৰে, পাপী ঘনীভূত হয় আৰু জগতৰ সকলো বস্তু এক সঙ্কুল অৱস্থাত পতিত হোৱাৰ সম্ভাৱনা দেখা দিয়ে, ঈশ্বৰে তেতিয়াই এক বিশিষ্ট ৰূপত স্বয়ং আবিৰ্ভাৱ হয়; কিন্তু আধ্যাত্মিক জীৱনৰ বাবে অবিৰাম আকাংক্ষা, লক্ষ্যৰ ক্ৰম-বৰ্ধমান প্ৰকাশৰ জৰিয়তে ঐশ্বৰিক জীৱনৰ আত্মপ্ৰকাশ, যি অন্তৰ্গত নিয়মৰ ফলত জগতৰ ঐক্য সংগঠিত হয় আৰু যি ইয়াৰ বিভিন্ন ভূতসমূহৰ পাৰস্পৰিক ক্ৰিয়াৰ বাবে অৱস্থাৰ সৃষ্টি কৰে—এই সকলোবোৰ এই পৃথিৱীত পূৰ্ণ ঈশ্বৰৰ একক আবিৰ্ভাৱৰ লগত সঙ্গতিপূৰ্ণ নহয়। সম্ভাৱনাসমূহৰ পূৰ্ণ উপলব্ধিৰ বাবেই চলিত সমগ্ৰ গতিয়েই হ'ল ঈশ্বৰৰ অবিৰাম প্ৰকাশ বা আবিৰ্ভাৱ। অৱশ্যে পাৰমাৰ্থিক মূল্যসমূহৰ প্ৰকাশ ঈশ্বৰৰ আবিৰ্ভাৱ বা মানুহৰ শক্তিসমূহৰ উপলব্ধি বুলিও ধৰিব পাৰি। ঈশ্বৰৰ আবিৰ্ভাৱ আৰু মানুহৰ উপলব্ধি—এই দুটাৰ পাৰ্থক্য বোধ কৰিব পাৰিলেও ইটোৰপৰা আনটোক বিচ্ছেদ কৰিব

নোৱাৰি। এই দুইটাই একেটা প্ৰক্ৰিয়াৰে দুটা ফাল মাথোন। বুদ্ধ আৰু যীশুখ্ৰীষ্ট আদিৰ মহান জীৱনে ঈশ্বৰৰ সত্যতাকে আমাৰ আগত প্ৰকাশ কৰে আৰু এই জগতৰ প্ৰকৃতিক ঈশ্বৰৰ মন্দিৰ বুলি কৰা ধাৰণাই আমি কেনেকৈ পাপ আৰু স্বাৰ্থান্ধতাৰপৰা মুক্তি পাব পাৰোঁ তাকে আঙুলিয়াই দেখুৱাই দিয়ে। মানৱ জীৱনে মানৱতাৰ প্ৰকৃতিৰ হকে যি কৰে, এই মহাপুৰুষসকলেও মানৱ জীৱনৰ হকে তাকে লাভ কৰে। এই পৃথিৱীত জীৱনৰ মহান কাহিনীক এক অৰ্থত, "ঈশ্বৰৰ প্ৰাণোৎসৰ্গ" বুলিব পাৰি।

ঈশ্বৰৰ প্ৰেম জয়ী হ'ব বুলি সুনিশ্চিত বুলিয়েই জীৱনৰ প্ৰযাস নিৰৰ্থক হৈ নপৰে। ঈশ্বৰ অকল সত্য আৰু প্ৰেমেই নহয়, তেওঁ ন্যায়ো। তেওঁ সৰ্বসিদ্ধি আৰু ফলত সকলো দুষ্কাৰ্য বিনাশকাৰী। শিৱ চৰিত্ৰৰদ্বাৰা ঈশ্বৰৰ সাৰ্বভৌমত্ব দেখুওৱা হৈছে। ঈশ্বৰে নিৰ্দিষ্ট নিয়ম অনুসৰি কাম কৰে; তেওঁ নিজৰ এই নিয়মৰ ব্যতিক্ৰম বা বিৰাম নঘটায, নিজৰ মনৰ পৰিৱৰ্তন ঘটোৱা স্বতন্ত্ৰতাই প্ৰকৃত স্বতন্ত্ৰতা নহয়। অনুশোচনা কৰিলেও পাপীক কেতিয়াও ঈশ্বৰে ক্ষমা কৰিব নোৱাৰে, কাৰণ, নৈতিক বিন্যাস প্ৰেমময় বুলিহে ধাৰণা কৰা হৈছে, বিদ্বেষময় বুলি নহয়, আৰু সেইবাবেই প্ৰতি অন্যায় কৰ্মৰেই প্ৰতিফল লাভ কৰিবই লাগিব। হিন্দু শাস্ত্ৰৰেই প্ৰতিধ্বনি স্বৰূপ কেইটামান কথাৰেই প্লেটোৱে কৈছে, "তুমি কেতিযাও ঈশ্বৰৰ বিচাৰৰ হাত সাৰিব নোৱাৰা, অতি ক্ষুদ্ৰাতিক্ষুদ্ৰ হৈ পৃথিৱীৰ গৰ্ভত লুকাই থাকিলেও বা স্বৰ্গত প্ৰৱেশ কৰিলেও নোৱাৰা। আমাৰ লগত থাকোঁতেই বা ইপুৰীৰপৰা গৈ সিপুৰীৰ হেদিচৰ ঘৰতেই হওক বা হয়তো অতি কোনো নিৰ্জন অঞ্চলত আঁতৰি থাকিয়েই হওক, তোমাৰ দণ্ড তুমি ল'বই লাগিব।" (৩১) একে ঈশ্বৰেই ব্ৰহ্মা স্বৰূপে সৃষ্টি কৰে, বিষ্ণু স্বৰূপে পালন কৰে আৰু শিৱ স্বৰূপে বিচাৰ কৰে। এই তিনিও আঁচনি, প্ৰক্ৰিয়া আৰু সিদ্ধিৰ এই তিনিটা স্তৰ প্ৰকাশ কৰে। সকলো বস্তুৰ উদগম হোৱা উৎস, সকলো পালনৰ মূল আৰু সকলো শেষান্তত প্ৰৱেশ কৰা মঙ্গল স্থল এই একেটাইহে (৩২)। ঈশ্বৰে আমাক মৰম কৰে, সৃজন কৰে (৩৩) আৰু শাসনো কৰে। সৃজন, পালন আৰু বিচাৰ—ঈশ্বৰ সত্তাৰে বিভিন্ন নাম মাত্ৰ।

এই জগতখনৰ লগত ঈশ্বৰ অঙ্গাঙ্গীভাৱে জড়িত। এই জগতৰপৰা ঈশ্বৰক আঁতৰাই লোৱাটো একেবাৰেই অসম্ভৱ। হিন্দু ধৰ্মশাস্ত্ৰবিদ ৰামানুজে ঈশ্বৰ

(৩১) *Laws* 905 *A*. *Taylor* : *The Faith of a Moralist* (1931) Pp. 325–326.

(৩২) তৈত্তি. উপ. *ii*. ভগৱদ্গীতা *vii*. 54.

(৩৩) সনো বন্ধুজ নিতা স বিধাতা।

আৰু জগতৰ সম্বন্ধ আৰু শৰীৰ আৰু আত্মাৰ সম্বন্ধ বুলিছে। ঈশ্বৰৰ লগত এই জগত কেনে অঙ্গাঙ্গী আৰু সম্পূৰ্ণভাৱে নিৰ্ভৰশীল তাক তেওঁ দেখুৱাইছে। ঈশ্বৰ এই শৰীৰৰ পালক আৰু তাৰ অন্তৰ্নিয়ামকো। ঈশ্বৰৰ জীৱনত প্ৰযত্ন আৰু উদ্‌গতি বাস্তৱ কথা। নৈতিক জীৱনকে ধৰি সমগ্ৰ বিশ্বপ্ৰক্ৰিয়াতে কাল এটি আৱশ্যকীয় ধাৰণা আৰু ঈশ্বৰৰ ক্ষেত্ৰতো ই অৰ্থপূৰ্ণ। আমাক এই কালবৰ্তী জীৱনৰ সীমা ডেৰাই লৈ যোৱা অনন্ত জীৱনে পৰম ব্ৰহ্মৰো ওচৰ পোৱাবগৈ পাৰে; কিন্তু ঈশ্বৰ ইহকালিক জীৱনৰ লগতেই ঘনিষ্ঠভাৱে আবদ্ধ। উদ্‌গতি পৰম ব্ৰহ্মৰ কাৰণে সন্মান হানিকৰ যেন লাগিব পাৰে। কিন্তু ঈশ্বৰৰ তেনে লাগিব নোৱাৰে, কাৰণ, তেওঁ ইয়াৰ লগত ঘনিষ্ঠভাৱে জড়িত। এই জগত-প্ৰক্ৰিয়া এক উদগম ক্ৰিয়া হয়, কিন্তু আলেকজেণ্ডাৰে কোৱা বিধৰ নহয়। ই ঈশ্বৰৰ নিয়ামক উদ্‌গম আৰু ইয়াৰ লক্ষ্য তাক অতিক্ৰম কৰি থাকিলেও ঈশ্বৰ এই প্ৰক্ৰিয়াতে অন্তৰ্নিহিত। এই জগত প্ৰক্ৰিয়া তাৰ পাতনিতে থকা বস্তুসমূহৰ স্ফুৰণ মাত্ৰেই নহয়। ই কেৱল পূৰ্ববিৰচনৰ কথাও নহয়, ঈশ্বৰে এই প্ৰক্ৰিয়াৰপৰা সম্পূৰ্ণ অৱসৰ ল'ব পৰাকৈ এই জগতৰ পাতনিতেই তাৰ লক্ষ্য নিহিত থকা নাই। যিসকলে বিৱৰ্তনবাদৰ এই কথা অলপো বুজিব পাৰে, তেওঁলোকে কেতিয়াও এই পূৰ্ব-বিৰচনৰ মত গ্ৰহণ কৰিব নোৱাৰে; অৱশ্যে বাৰ্গচঁৰ নিচিনা লেখকেও বিৱৰ্তনৰ সৃজনশীলতাৰ ওপৰতে অধিক গুৰুত্ব দিয়ে, তেওঁ ভাবে যে আকাৰসমূহৰ ক্ৰমাগত প্ৰকাশকে ধৰি এই জীৱন সমগ্ৰ বিৱৰ্তন জীৱনৰ ভিতৰতেই অপ্ৰকটভাৱে লুকাই থাকে। তেওঁ কয়: "বস্তুসমূহৰ সংযোজন আৰু তাৰ বিপাকৰপৰা জীৱন উদ্ভৱ নহয, হয় অসঙ্গতি আৰু বিভাজনৰপৰা।" (৩৪) বাৰ্গচঁৰ মূল শিক্ষাৰ অভিপ্ৰায়ৰ লগত এনে মতবাদ অমিল হৈ পৰে। (৩৫) জগতে গঢ় লৈয়ে আছে আৰু অবিৰাম সৃষ্টি চলি আছে, আৰু পৰিবৰ্তনৰ মূল কথা হ'ল এক আপোন ইচ্ছাত গঢ় দি ল'বপৰ জগত, গোট মাৰি থকা বিশ্ব এখন নহয়; পাতনিৰপৰাই এই সৃষ্টিশীল প্ৰেৰণা আছেই, কিন্তু আকাৰ-সমূহ সৃষ্টি হয় বিশ্বজাগতিক প্ৰভাৱৰ ফলত। বিভিন্ন প্ৰবৃত্তিৰ লক্ষণবিশিষ্ট এই সুবিন্যাসৰ কাৰণ আৱেহে বুজাব পাৰি। জড় পদাৰ্থ, জীৱন চেতনা আৰু মূল্যৰ যদি নিজা স্বতন্ত্ৰ বিৱৰ্তন থাকিলহেঁতেন, তেনেহলে ইয়াৰ ঐক্য বুজাবৰ কাৰণে অন্য ব্যাখ্যাৰ প্ৰয়োজন হ'লহেঁতেন; আৰু আমি হয়তো লীব্‌নীজৰ পূৰ্ব সংস্থিত সমনুয়ৰ (pre-established harmony) দৰে কোনো মত এটাকে গ্ৰহণ কৰিব লগাত পৰিলোহেঁতেন। সত্তা এক সমগ্ৰতা বা পূৰ্ণতা, আৰু প্ৰগতি হয়

---

(৩৪) *Creative Evolution* (*ET*. 1911) Pp. 89.

(৩৫) বাৰ্গচঁৰ স্তুতৰ সমালোচনাৰ কাৰণে লেখকৰ *The Reign of Religion in Contemporary Philosophy* (1920) চাওক।

তেনে সমগ্ৰভাৱেৰেই। ৰাসায়নিক মিশ্ৰণেই হওক বা সাংস্কৃতিক প্ৰগতিয়েই হওক, এই সকলোতেই তাৰ অংশৰ প্ৰগতিতে সমগ্ৰতাৰ বিধান বৰ্তমান। এই জগত-প্ৰক্ৰিয়া সৃষ্টিশীল সংশ্লেষণ, আৰু তাত সাংগঠনিক শক্তি, স্থানীয় পৰিবেশ আৰু বিশ্বজাগতিক বিধান—সকলোৱেই ফলপ্ৰসূ অংশবিশেষ। পাতনিতেই শেষ লক্ষ্য সোমাই নাথাকে। যি প্ৰক্ৰিয়াই লক্ষ্যলৈ লৈ যায়, তাৰপৰা সেই লক্ষ্যৰ প্ৰভাৱ আৰু আকৰ্ষণ বিচ্ছিন্ন কৰি পেলাব নোৱাৰি। যি ঈশ্বৰে পাতনিতেই সকলো-বিলাক সজাই-পৰাই থৈছে আৰু পিচত তাৰ আৰু কোনো পৰিবৰ্তন সাধিব নোৱাৰে, আৰু নতুন একো সৃষ্টি কৰিব নোৱাৰে, সেইজন ঈশ্বৰেই নহয়। এই বিশ্বজগত যদি প্ৰকৃততেই সৃষ্টিধৰ্মী, তেনেহ'লে ঈশ্বৰেও সৃষ্টিধৰ্মী প্ৰতিভাৰ দৰেই ক্ৰিয়া কৰে। প্ৰক্ৰিয়াৰ লগে লগেই তাৰ লক্ষ্য ক্ৰমে সমুৎপাদিত হৈ থাকে আৰু প্ৰক্ৰিয়াৰ অংশসমূহৰ লক্ষণৰ জৰিয়তে এটা নিৰ্দিষ্ট আকাৰ গ্ৰহণ কৰেগৈ। সেই-বাবে এই সমগ্ৰ প্ৰক্ৰিয়াৰ মাজতে এক অনিৰ্ধাৰণীয়তা দেখিবলৈ পোৱা যায়; অৱশ্যে ই বাস্তৱত যিমানেই ৰূপান্তৰিত হয়, তিমানেই ইযাৰ মাত্ৰা কমি গৈ থাকে। বাস্তৱ অৱস্থাৰ সম্মুখীন হ'লে যোজনাকাৰী ঈশ্বৰে প্ৰকৃত প্ৰতিভাৰে ক্ৰিয়া কৰে।

ঈশ্বৰ যদিও বিশ্বানুগ, তথাপিও অন্তলৈকে তেওঁ জগতৰ লগত এক হৈ নাথাকে। গোটেই প্ৰক্ৰিয়াৰ মাজতে ঈশ্বৰত এক অনুপলব্ধ অৱশিষ্ট ৰৈ যায়, কিন্তু আমি লক্ষ্যত উপনীত হোৱাৰ লগে লগে ই নোহোৱা হৈ পৰে, যেতিয়া এই শাসন সম্পূৰ্ণ হয়, তেতিয়াই ৰাজ্যৰ উৎপত্তি হয। ইয়াত অঙ্গাঙ্গীভাৱে থকা ঈশ্বৰ তেতিয়া পৰম ব্ৰহ্মৰ পটভূমিলৈ অপসৃত হয়। পাতনি আৰু অন্তহীন সসীম ধাৰণা, আৰু এই জগতৰ সম্বন্ধৰ কেন্দ্ৰ হ'ল পাতনিৰপৰা অন্তলৈকে এই মধ্যৱৰ্তী প্ৰক্ৰিয়া। ঈশ্বৰ স্ৰষ্টা আৰু বিচাৰ কৰ্তাতকৈও জগতত্ৰাতা আৰু মুক্তিদাতাহে। ধৰ্ম প্ৰধানতঃ মানৱ ব্যাপাৰহে আৰু এই ধৰ্মই ঈশ্বৰৰ 'অন্যত্বত'হে বেছি নিৰ্ভৰ কৰে। এয়ে নহ'লে পূজা-ভক্তি আৰু অনুশোচনা বা প্ৰায়শ্চিত্তৰ কোনো অৰ্থ নাথাকে। আমি ঈশ্বৰৰ লগত এক হ'বলৈ বিচাৰোঁ, ইচ্ছাৰ আৰু মৈত্ৰীৰ ঐক্য বিচাৰোঁ। যি ঈশ্বৰে আমাক আৰু প্ৰেম-শ্ৰদ্ধা আৰু আত্মনিবেদনৰ অনুপ্ৰেৰণা যোগায়, সেই ঈশ্বৰ এক জীৱন্ত সত্তা। ভক্তি বা ঈশ্বৰ বিশ্বাস আৰু তেওঁৰ ওচৰত পূৰ্ণ আত্ম-নিবেদনৰ জৰিয়তে ঈশ্বৰৰ কৰুণাৰ ফলত মুক্তিলাভ হয়। সকলো ধৰ্মতে এক জীৱন্ত ঈশ্বৰৰ অভিজ্ঞতা আৰু তেওঁত বিশ্বাস আছে আৰু সেই ঈশ্বৰেই আমাক পাপৰ-পৰা নিস্তাৰ কৰি মুক্তি দিয়ে। ঈশ্বৰৰ জ্ঞান বা সাৰ্বভৌমত্বতকৈ তেওঁৰ প্ৰেমহে অধিক কেন্দ্ৰীয় বস্তু। আগৰটোৱে আমাক অদৃষ্টবাদী মতলৈ ঠেলি লৈ যাব পাৰে, ফলত এই জগত-প্ৰক্ৰিয়া কৈতবত পৰিণত হ'ব, তাত মানুহৰ স্বতন্ত্ৰতা আৰু ঈশ্বৰৰ প্ৰেম দুয়োটাই হৈ পৰিব মায়া বা ভ্ৰম মাত্ৰ। অদৃষ্টবাদ যদি সঁচা হয়,

তেনেহ'লে নতুনত্বৰ সৃষ্টি ঈশ্বৰৰ ওচৰত মানুহৰ প্ৰেমময় বিশ্বাস আৰু আত্মনিবেদন আৰু ঈশ্বৰৰ কৰুণা সকলোৰেই ভ্ৰান্তি হৈ পৰিব। প্ৰাচীন মহাকাব্য মহাভাৰতত যুধিষ্ঠিৰৰ পত্নী দ্ৰৌপদীয়ে নিজৰ দুৰ্ভাগ্যৰ কথা কৈ বিলাপ কৰিছে আৰু এই অদৃষ্টবাদী মতৰে সম্ভাৱনাৰ ইঙ্গিত দিছে। এই জগতৰ নৈতিক বিধান তেওঁৰ কাৰণে একেবাৰেই মিছা যেন অনুমান হৈছে। (৩৬) তেওঁৰ সন্দেহৰ সমৰ্থনত তেওঁ ইতিহাস পুৰাণৰ (৩৭) কথা উল্লেখ কৰিছে। ৰাজ সিংহাসনৰপৰা বঞ্চিত হৈ অভাৱ আৰু বিপৰ্যয়ৰ মাজেদি বনে বনে ভ্ৰমি ফুৰা তেওঁৰ স্বামীলৈ লক্ষ্য কৰি তেওঁ কৈছে যে এই জগতখন এক উদ্দেশ্যবিহীন সৰ্বশক্তিমানৰ হাতৰ মুঠিত, আৰু আপোন ইচ্ছানুযায়ী তেওঁৰ জীৱসমূহক সুখ-দুখ বিপদ-সম্পদ প্ৰদান কৰে।(৩৮) ল'ৰা-ছোৱালীয়ে পুতলা লৈ খেলা কৰাৰ নিচিনাকৈয়ে তেৰেঁ৷ আমাক লৈ খেলা কৰে আৰু এই ক্ষেত্ৰত আমাৰ কিবা বাছি ল'ব পৰা অভীষ্ট থাকে বুলি যদি আমি ভাবোঁ, তেনেহ'লে আমি প্ৰতাৰিত হওঁ। আমি তেওঁ বান্ধি দিয়া সুৰতেই মাথোন বজাই যাওঁ। নিজৰ সুখ-দুখৰ প্ৰতি আওকাণ কৰি অন্ধ আৰু শক্তিহীন-ভাৱে ঈশ্বৰে প্ৰেৰণ কৰা মতেই মানুহ স্বৰ্গ বা নৰকলৈ যায়। (৩৯) সাধু চৰিত্ৰ-বান লোকে৷ যেতিয়া অপমানিত হয় আৰু দুষ্টৰেহে মাথোন জয়জয় ময়ময় হয়, তেতিয়া বাৰু মই কেনেকৈ বিশ্বাস কৰোঁ যে ঈশ্বৰে অন্যায়ভাৱে কাম নকৰে আৰু নিয়ম অনুযায়ীহে কৰে? "আপোনাক মই আপদগ্ৰস্ত হোৱা দেখিছোঁ আৰু দুৰ্যোধনক দেখিছোঁ সমৃদ্ধিশালী হোৱা। যি ঈশ্বৰে এনে অদ্ভুতভাৱে, স্বেচ্ছাচাৰী-ভাৱে কাম কৰে, সেই ঈশ্বৰক মই বিদ্ৰূপ কৰোঁ।" (৪০) "ঈশ্বৰে আমাৰ প্ৰতি মাতা-পিতাৰ দৰে ব্যৱহাৰ নকৰে, তেওঁ যেন ৰোষৱৰ্তী হৈহে কাম কৰে, আৰু অন্য লোকে তেওঁৰেই আহি অনুসৰণ কৰে।" (৪১) তেওঁৰ এই বিলাপ আৰু

---

(৩৬) ৰাজানম্ ধৰ্ম গোপ্তাৰম ধৰ্ম্মো ৰক্ষতি ৰক্ষিতঃ
ইতিমে শ্ৰুতম্ আৰ্যানাম্ ত্বান্ত মান্যে ন ৰক্ষতি। (বনপৰ্ব ৩০'৮)

(৩৭) ইতিহাসম্ পুৰাতনম্

(৩৮) ঈশ্বৰস্য বশে লোকাঃ তিষ্ঠন্তে নাত্মনো যথা
ধাতৈব খলু ভূতানাম্ সুখদুঃখে প্ৰিয়াপ্ৰিয়ে। (বনপৰ্ব ৩১'২২)

(৩৯) অজ্ঞো জন্তুৰনীশোয়ম আত্মনঃ সুখদুঃখয়োঃ
ঈশ্বৰ প্ৰেৰিতো গচ্ছেৎ স্বৰ্গম্ নৰকম্ এবচ।

(৪০) তবেমাম্ আপদম্ দৃষ্টা সমৃদ্ধিম্ চ সুযোধনে,
ধাতাৰম্ গৰ্হয়ে পাৰ্থ বিষমম্ যোহনুপশ্যতি। (বনপৰ্ব ৩০-৪০)

(৪১) ন মাতৃ-পিতৃবদ্ ৰাজন্ ধাতা ভূতেষু বৰ্ত্ততে,
ৰোষাদিব প্ৰবৃত্তোয়ম্ যথায়ম্ ইতৰো জনঃ। (বনপৰ্ব ৩০-৩৮)

হতাশৰ ক্ৰন্দনে আমাক জবৰ (Job) কথা সোঁৱৰাই দিয়ে; যুধিষ্ঠিৰে এক ন্যায় আৰু প্ৰেমময় ঈশ্বৰৰ বিশ্বাসবিৰোধী সৰ্বশক্তিমান অদৃষ্টবাদৰ ইঙ্গিত পাই, দ্ৰৌপদীক তেওঁ ঈশ্বৰ-নিন্দা পাপত দোষী বুলি ভৰ্ৎসনা কৰিলে। যিমানেই পুৰণি নহওক, দ্ৰৌপদীৰ এই মত নাস্তিক (৪২) বুলি আখ্যা দি সেই পৰমেশ্বৰক আৰু নিন্দা নকৰিবলৈ অনুৰোধ কৰিলে; এই পৰমেশ্বৰৰ কৰুণা গুণেই জগতৰ ভক্তসকলে অমৰত্ব লাভ কৰে। (৪৩) ঈশ্বৰে শুদ্ধটোকেই ইচ্ছা কৰে আৰু আমি তেওঁৰ লগতে আৰু তেওঁৰ বাবে কাম কৰাটো বিচাৰোঁ। তেওঁ অক্ষয় কৰুণাময়। অসীমতা আৰু সাৰ্বভৌমতাতকৈও প্ৰেমেহে তেওঁৰ প্ৰকৃত স্বৰূপ প্ৰকাশ কৰে। ঈশ্বৰৰ প্ৰেম আৰু মানুহৰ স্বতন্ত্ৰতা ৰক্ষাৰ হকে অদৃষ্টবাদী মত প্ৰত্যাখ্যান কৰা হয়।

ঈশ্বৰৰ জ্ঞান, প্ৰেম আৰু মঙ্গলময়তাৰ স্বৰূপৰদ্বাৰা ধৰ্মৰ কিছুমান অতি প্ৰধান মূল্যৰ প্ৰকাশ কৰা হয়। মূল্যই বিশ্বজাগতিক অৰ্থ গ্ৰহণ কৰে আৰু নৈতিক জীৱন অৰ্থপূৰ্ণ হৈ পৰে। এই বিশ্ব-প্ৰক্ৰিয়াৰ পূৰ্ণতা লাভ নোহোৱালৈকে ব্যক্তিয়ে কেন্দ্ৰ হিচাপে নিজৰ ব্যক্তিক ৰক্ষা কৰি থাকে; এই পূৰ্ণতা সদায় তেওঁৰ অতিগ, সেই কাৰণে ঈশ্বৰ তেওঁৰ সিফালে থকা 'অন্য' এজন আৰু তেওঁ এই ব্যক্তিৰ মাজত তাৰ আৱশ্যকতাৰ অনুভূতি জাগ্ৰত কৰি থাকে। ঈশ্বৰক এক ব্যক্তি স্বৰূপে ধাৰণা কৰা হয় আৰু তেওঁৰ লগত ব্যক্তিৰ সম্বন্ধ সহযোগিতাৰ আৰু নিৰ্ভৰশীলতাৰ। ঈশ্বৰেই হ'ল পূৰ্ণ সন্তুষ্টি আৰু মানুহে তেওঁতেই লাভ কৰে আত্মপূৰ্ণতা। ঈশ্বৰৰ শক্তি আৰু জ্ঞানৰ পৰিপূৰ্ণতাৰে এক মূৰ্তি লাভ কৰিবলৈকে ব্যক্তি সদায় আগবাঢ়ি যাব খোজে।

## পৰম ব্ৰহ্ম

ঈশ্বৰৰ ব্যক্তিগত প্ৰেমস্বৰূপে আত্মাৰ ধাৰ্মিক অভাৱ কিছুমান গুচায় সঁচা; কিন্তু ই আন কিছুমান অভাৱ দূৰ কৰিব নোৱাৰে। শ্ৰেষ্ঠতৰ পাৰমাৰ্থিক অভিজ্ঞতাত আমি এক শান্তি আৰু সিদ্ধিৰ পূৰ্ণতা আৰু অনন্তৰ অনুভূতি লাভ কৰোঁ। মানৱ চিন্তাৰ পাতনিবেপৰাই আমাৰ এই জাগতিক জীৱনৰ ক্লেশ আৰু সন্তাপ অতিক্ৰম কৰি থকা এক শুদ্ধ নিৰঞ্জন বীতৰাগী সত্তাৰ ধাৰণাৰপৰা এনে অভাৱ অনুভূত হয়। ঈশ্বৰ যদি এই জগতৰ লগতেই ইহকালিক স্বৰূপে আৱদ্ধ থাকিবলগীয়া হয়, আৰু

(৪২) বনপৰ্ব (৩১-১)

(৪৩) যস্য প্ৰসাদাৎ ভক্তো মৰ্ত্তো গচ্ছৎ অমৰ্ত্ত্যতাম্। (বনপৰ্ব ৩১-৪১)

যদি মানুহৰ স্বতন্ত্রতা আৰু স্থিতিশীলতাৰ অৱস্থাই তেওঁৰ কাম সীমিত কৰি ৰাখে, তেনেহ'লে তেওঁৰ জীৱন, শক্তি, জ্ঞান আৰু ন্যায়ৰ গুণ যিমানেই অসীম নহওক, তথাপিতো তেওঁ পৰম ব্ৰহ্মৰ এটি প্ৰকাশহে মাত্ৰ। কিন্তু মানুহে পাতনিতেই এই সত্তাৰ আপোন সত্য স্বৰূপনো কি তাক জানিবলৈ বিচাৰে ;—অকল পাতনিতে নহয়, কালপূৰ্বক অৱস্থা আৰু বহুধা হোৱাৰ আগৰ অৱস্থা, ঋকবেদে যাক "শ্বাস-হীন শ্বাস" বুলিছে, সেই বিশুদ্ধ, অদ্বিতীয় অপ্ৰকাশ্য, যি একো নহয় অথচ সকলো, যি সকলো সসীম প্ৰকাশকে অতিক্ৰমি থাকে অথচ সকলো প্ৰকাশৰে সেয়ে ভিত্তি আৰু য'ত সকলোকে পোৱা হয় অথচ সকলো তাতেই লয়ো পায়, সেইজনৰ স্বৰূপ জানিবলৈ বিচাৰে। ধৰ্মৰ দৰ্শনৰ আটাইতকৈ ডাঙৰ সমস্যা হৈছে—নিৰন্তৰ পূৰ্ণ হিচাপে পৰম ব্ৰহ্মৰ এই স্বৰূপক, প্ৰকৃতি আৰু মানুহকে অন্তৰ্ভুক্ত কৰি ইহ-কালিক উদ্‌গতিসমূহৰ মাজেদি প্ৰকাশ লাভ কৰা স্বয়ং নিয়ন্ত্ৰণকাৰী শক্তিস্বৰূপে ঈশ্বৰৰ স্বৰূপৰ লগত মিলাই দেখুওৱাটো। ইটালীয় আদৰ্শবাদীসকলে মানৱ বুৰঞ্জীৰ সৈতে এই পৰম ব্ৰহ্মৰ জীৱন এক কৰি দেখুওৱাটো এই জগতৰ ঈশ্বৰ এজন হিচাপে পৰমাত্মাৰ স্বৰূপ হ'ব পাৰে ; কিন্তু সৰ্বলোকপতি পৰম ব্ৰহ্ম হ'ব নোৱাৰে। সৃষ্টিৰ ফলত পৰম ব্ৰহ্মৰ সত্তাৰ একো যোগ-বিয়োগ নঘটে। বিৱৰ্তনবাদ আমাৰ বিশ্বজাগতিক প্ৰক্ৰিয়াৰ অংশ হ'ব পাৰে, কিন্তু পৰম ব্ৰহ্ম ইয়াৰ বশৱৰ্তী নহয়। পৰম ব্ৰহ্ম বৰ্ধনক্ষম নহয়।

পৰম ব্ৰহ্ম, বিশুদ্ধ চৈতন্য, বিশুদ্ধ স্বতন্ত্ৰতা আৰু অসীম সম্ভাৱনা স্বৰূপ হ'লেও এক বিশিষ্ট সম্ভাৱনাই বাস্তৱৰূপ গ্ৰহণ কৰাৰ ফালৰপৰা চাবলৈ গ'লে তেওঁক ঈশ্বৰ ৰূপেই দেখা যায়। এই বিশ্বৰ লগত ঈশ্বৰ অঙ্গাঙ্গীভাৱে জড়িত; কিন্তু পৰম ব্ৰহ্ম নহয়। এই বিশ্বজাগতিক প্ৰক্ৰিয়াতেই শুদ্ধ সত্তাৰ জগত ক্ষয় হৈ নাযায়। এই সকলো প্ৰক্ৰিয়া অতিক্ৰমি থকা পৰম ব্ৰহ্মই আপোন সত্তা প্ৰকাশ কৰাৰ এই জগত প্ৰক্ৰিয়া মাথোন এটা দিশহে। এই পৰম ব্ৰহ্ম সকলো সম্ভাৱনা আৰু বাস্তৱ-তাৰ ঘাই ভেঁটি আৰু পূৰ্ব স্বতঃসিদ্ধ (Prius)। এই বিশ্বজগত পৰম ব্ৰহ্মৰ বিভিন্ন সম্ভাৱনাৰ এটা ফাল মাথোন। ইয়াৰ স্থিতি তেওঁৰ স্বতন্ত্ৰ সৃষ্টিৰ এটি ক্ৰিয়া বিশেষ। তেওঁৰ কাৰণে মুক্ত থকা অনন্ত সম্ভাৱনাৰ এই এটা তেওঁ বাছি লোৱা ফাল। আমি যেতিয়া আমাৰ নিজৰ স্বতন্ত্ৰতাবোধকে ৰুঁহিয়াই চাওঁ, তেতিয়া আমি পাওঁ যে, আমাৰ সন্মুখত উপস্থিত হোৱা বিভিন্ন সম্ভাৱনাৰ যিকোনো এটাকে আমি গ্ৰহণ কৰিবও পাৰোঁ বা বাদ দিব পাৰোঁ। পৰম ব্ৰহ্মৰো তেনেই বাছি ল'ব পৰা অনন্ত সম্ভাৱনা আছে, আৰু এই সকলো নিৰ্ধাৰিত হয় তেওঁৰ স্বৰূপৰদ্বাৰা। ইয়াৰ যিকোনো এটাকে তেওঁ 'হওক' বা 'নহওক' বুলি ক'ব পৰা ক্ষমতা তেওঁৰ আছে। পৰম ব্ৰহ্মৰ স্বৰূপৰদ্বাৰাই এই সম্ভাৱনা নিৰ্ধাৰিত হ'লেও কোনো নিৰ্ধাৰণৰ বশৱৰ্তী নোহোৱাকৈয়ে পৰম ব্ৰহ্মই নিজৰ স্বতন্ত্ৰ ক্ৰিয়াৰদ্বাৰাই এই

সকলো সম্ভাৱনাৰ মাজৰপৰা আচলটোক বাছি লয়। আমাৰ এই বাস্তৱ জগতৰ লগত প্ৰতিটো ক্ষেত্ৰতে বৈষম্য থকা আন এখন জগতো তেওঁ সৃষ্টি কৰিব পাৰিলে-হেঁতেন। এখন নাটকৰ অভিনয় কৰি লগৰ অন্যান্য সম্ভাব্য নাটকসমূহ থৈ দিয়াৰ গুৰিতে হ'ল এই পৰম ব্ৰহ্মৰ স্বতন্ত্ৰতা।

এই বিশ্ব অসীম আৰু অনন্ত প্ৰক্ৰিয়াযে হ'ব লাগিব তেনে কোনো বাধ্য-বাধকতা নাই। অসীম পৰম ব্ৰহ্মৰ লগত এই সসীম বিশ্বৰ স্বৰূপ অসঙ্গতিপূৰ্ণ নহয়। আমি সসীম পদৰ অসীম শ্ৰেণী পাব পাৰোঁ। এই জগতখনত যিমানখিনি প্ৰকাশিত হৈছে তাতকৈও বহুত বেছি আছে এই পৰম ব্ৰহ্মত।

এই একপ্ৰকাৰৰ সম্ভাৱনাহে মাথোন কিয় উপলব্ধি হয়, সেই বিষয়ে আমি মাথোন ইয়াকেহে ক'ব পাৰোঁ যে আমি অন্ধকূপত পৰি থকাসৰ্কলে আঁৰ কাপোৰৰ সিফালেনো কি ঘটি আছে তাক কোৱাটো কঠিন। ই এক মায়া বা ৰহস্য আৰু তাক আমি শ্ৰদ্ধাৰে গ্ৰহণ কৰিব লাগিব।

কেতিযাবা কেতিয়াবা কোৱা হয় যে পৰম ব্ৰহ্মৰ স্বৰূপেই হৈছে প্লাবিত কৰা আৰু সম্ভাৱনাৰ উপলব্ধি লাভ কৰা। হিন্দু দৰ্শন, প্লেটোৰ দৰ্শন আৰু পাৰ্চীয় ধৰ্মশাস্ত্ৰত ব্যৱহৃত হোৱা সূৰ্যৰ বিৰাট প্ৰতীকে পৰম ব্ৰহ্মৰ এই উদাৰ বদান্যতা আৰু পৰমানন্দ স্বৰূপকেই বুজায় —এই পৰম ব্ৰহ্ম স্ফীত হৈ পৰে আৰু উদাৰতাৰে সকলোকে দান কৰে। প্লেটোৰ ৰচনাত টিমীয়াচে কৈছে যে এই জগত সৃষ্টি হৈছে যাতে সৰ্বশিৱজনে তেওঁৰ মঙ্গলময়তা ইয়াৰ ওপৰত ঢালি প্লাবিত কৰি দিব পাৰে। (৪৪) ভাৰতীয় 'লীলা' উপমাৰে এই জগত সৃষ্টিক এক ক্ৰীড়াৰ ক্ৰিয়া বুলি বুজোৱা হৈছে। ক্ৰীড়া হ'ল সাধাৰণতে কল্পিত বা আদৰ্শ সম্ভাৱনাৰ প্ৰকাশ মাথোন। তাৰ লক্ষ্য স্নেয়ে আৰু তাৰ ফলো তাৰ লগতেই নিৰৱচ্ছিন্নতাৰে থাকে। পৰম ব্ৰহ্মৰ মনৰ আদৰ্শ সত্তাৰ এক সিদ্ধলোক বা পূৰ্ণতাপ্ৰাপ্ত লোক থাকে, আৰু তেৱেঁই স্বতন্ত্ৰ সৃষ্টিশীলতা। এই জগতসৃষ্টি পৰম ব্ৰহ্মৰ অনন্ত ক্ৰিয়াৰ এটা মাথোন ঘটনা হ'লেও ঈশ্বৰত থকা এটা গভীৰ অভাৱ ই পূৰণ কৰে। ঈশ্বৰ যেনেকৈ জগতৰ কাৰণে অপৰিহাৰ্য, তেনেকৈ এই জগতো ঈশ্বৰৰ কাৰণে অপৰিহাৰ্য।

এই জগতৰ সৃজন, পালন আৰু বিচাৰৰ কৰ্তাস্বৰূপ ঈশ্বৰ পৰম ব্ৰহ্মৰ লগত সম্পূৰ্ণ সম্পৰ্কবিহীন নহয়। মানৱৰ দৃষ্টিভঙ্গীৰ ফালৰপৰা ঈশ্বৰেই পৰম ব্ৰহ্ম। পৰম ব্ৰহ্মকে যেতিয়া আমি সম্ভাৱনাৰ এই বাস্তৱ ৰূপসমূহৰ লগত জড়িত কৰি সীমিত কৰি পেলাওঁ, তেতিয়া পৰম ব্ৰহ্মক আমি পৰম সত্য, শিৱ আৰু সুন্দৰ স্বৰূপে দেখা পাওঁ। এই অনন্তই আদি আৰু অন্ত হৈ পৰে। 'মই আছোঁ' এই

(৪৪) 29 *E. T.*

নিৰন্তৰ সত্তাই পৰিবৰ্তনহীনতাৰ কেন্দ্ৰ আৰু সকলো পৰিৱৰ্তনৰে কাৰণ, আৰু প্ৰকৃতিৰ পৰৱৰ্তী ক্ৰমত ইয়েই প্ৰথম আৰু শেষ পদ। তেৱেঁই জগতৰ সৃষ্টিশীল মন আৰু আকাশ-কালৱৰ্তী এই বাস্তৱৰূপ পোৱাৰ বহুত আগৰেপৰাই এই সংসাৰ-খনৰ সাধাৰণ আঁচনি, আৰু নিৰ্দিষ্ট গতিৰ চৈতন্য এওঁৰ ভিতৰতেই নিহিত। অনুৱৰ্তী সকলো বিভিন্ন ৰূপক এওঁ তাৰ আচল সমগ্ৰ ৰূপত গ্ৰহণ কৰি লয়, আৰু প্ৰেম আৰু সমন্বয়ৰ বান্ধেৰে সকলো বস্তুকে আকৰ্ষণ কৰি গোটাই লয়। তেৱেঁই এই জগতৰ প্ৰেমময় পৰিত্ৰাতা। প্ৰগতিৰ লগত উপলব্ধিৰ যেনে অতিক্ৰমিক সম্বন্ধ তেনেকৈ স্ৰষ্টা আৰু ত্ৰাতা স্বৰূপে ঈশ্বৰো প্ৰকৃত প্ৰক্ৰিয়াক অতিক্ৰমি থাকে। ঈশ্বৰে এই অন্তৰ্গত বিশ্বাতিগ স্বৰূপে প্ৰকৃত মূল্যাঙ্কনৰ পাৰ্থক্য অৰ্থপৰ্ণ কৰে; আমাৰ যত্ন আৰু প্ৰয়াস সাৰ্থক কৰে। আমি যেতিয়াই বিশ্বৰপৰা বেলেগ কৰি চাওঁ, তেতিয়াই পৰমজনক পৰম ব্ৰহ্ম বোলোঁ, আৰু যেতিয়া এই সংসাৰৰ লগত সম্পৰ্কত চাওঁ, তেতিয়া ঈশ্বৰ বোলোঁ। পৰম ব্ৰহ্ম হ'ল ঈশ্বৰৰ পৰ্ব জাগতিক স্বৰূপ আৰু এই জগতৰ দৃষ্টিভঙ্গীৰ ফালৰপৰা ঈশ্বৰেই পৰম ব্ৰহ্ম।

---

# টোকা

পৃঃ ১৬৫ : Cf. Houseman : The Name and Nature of Poetry (1933) Pp.49-50

"দুপৰীয়া আহাৰৰ লগত ফটিকা এবাতিপি লৈ মই দুই-তিনি ঘণ্টাৰ কাৰণে ফুৰিবলৈ ওলাই যাওঁ। গৈ থাকোঁতে মই কোনো বিশেষ কথা ভাবি নাযাওঁ, মাথোন ইফালে-সিফালে চাই যাওঁ আৰু ঋতুৰ গতিৰ লগে লগে হঠাৎ আৰু অকাৰণ আবেগত মোৰ মনলৈ কবিতাৰ দুই এটা শাৰী বা কেতিয়াবা একোটা সম্পূৰ্ণ 'ষ্টেঞ্জা' প্ৰবাহিত হৈ পৰে, আৰু যি কবিতাৰ সেইখিনি অংশস্বৰূপ হব তাৰ অস্পষ্ট ধাৰণা এটাও লগে লগে হৈ যায়, ধাৰণাটো অগ্ৰবৰ্তী নহয়। তেতিয়া আকৌ এঘণ্টা বা দুঘণ্টাপৰলৈ সাধাৰণতে একো নাথাকে আৰু তাৰ পিচত হয়তো সেই নিজৰাই বুৰবুৰণি দি উঠে। মই বুৰবুৰণি বুলিয়েই কৈছোঁ, কাৰণ মই যিমানদূৰ বুজিব পাৰিছোঁ, মস্তিষ্কত হোৱা এই অভিব্যঞ্জনাৰ উৎস হ'ল, মই আগতে উল্লেখ কৰা ধৰণে পেটৰ ভিতৰত থকা এক অন্ধকূপ। মই যেতিয়া ঘৰ পাওঁগৈ, তেতিয়া মাজে মাজে ফাঁক ৰাখি এই শাৰীবোৰ লিখি পেলাওঁ : আশা, অন্য এদিন হয়তো আকৌ অনুপ্ৰেৰণা আহিব। কেতিয়াবা মনটো সংগ্ৰহণশীল আৰু আশাবাদী হৈ থাকিলে এনে অনুপ্ৰেৰণা আহেও : কিন্তু কেতিয়াবা গোটেই কবিতাটোকে মস্তিষ্কৰ সহায়েৰে লিখি শেষ কৰি পেলাব লগা হয়, তেতিয়া অৱশ্যে ই বৰ যত্ন আৰু উদ্বেগপ্ৰসূত হয়, যত্ন আৰু হতাশা ইয়াত থাকে আৰু কেতিয়াবা বৃথা শ্ৰমত অন্ত পৰে। মোৰ প্ৰথম কিতাপখনৰ শেষ পংক্তি কেইটাৰ সাৰাংশটো মোৰ স্পষ্ট মনত আছে, তাৰে দুটা ষ্টেঞ্জা কোন দুটা মই নকওঁ, ঠিক যেনেভাৱে ছপা হৈছে তেনেকৈয়ে মোৰ মনলৈ আহিছিল, যেতিয়া মই 'টেম্পল ফৰচুন' আৰু 'স্পেনিয়ার্ডৰ ইন'ৰ মাজৰ হেম্প্‌ষ্টেড্‌ হীথৰ চুকটো পাৰ হ'বলৈ ধৰিছিলোঁ, তেতিয়া তৃতীয় ষ্টেঞ্জাটো চাহ খোৱাৰ পিচত অলপ যত্নৰ ফলত আহিল। আৰু এটা ষ্টেঞ্জাৰ দৰ্কাৰ হৈছিল, কিন্তু সেইটো আৰু নাহিল। মই তেতিয়া নিজে নিজেই তাক ৰচনা কৰিবলগীয়া হ'ল আৰু ই বৰ পৰিশ্ৰমসাধ্য কাম আছিল। মই ইয়াকে তেৰবাৰ লিখিছোঁ আৰু ইয়াক ঠিক কৰিবলৈ প্ৰায় বাৰ মাহৰ ওপৰ লাগিছিল।"

* পৃঃ ২০৬ : ডেকাৰ্টৰ মতে জড় পদাৰ্থ হ'ল শুদ্ধ বিস্তৃতি মাত্ৰ, সম্পূৰ্ণ নিৰ্গুণ। আকাশ আৰু আকাশত থকা বস্তুৰ কোনো পাৰ্থক্য নাই। তেওঁ কৈছে : "আকাশ বা অন্তৰ্গত স্থান, আৰু তাৰ ভিতৰত থকা অবয়বী দ্ৰব্য (substance) প্ৰকৃততে বেলেগ নহয়; তাৰ প্ৰভেদমাত্ৰ আমাৰ ধাৰণাৰ প্ৰকৰণতহে। দৰাচলতে

যি দৈৰ্ঘ্য, প্ৰস্থ আৰু গভীৰতাত থকা বিস্তৃতিয়ে আকাশ কৰে, সেয়ে শৰাৰ বা অবয়বো সৃষ্টি কৰে। শৰীৰৰ ধাৰণাত দীঘ, প্ৰস্থ আৰু গভীৰতাৰ বিস্তৃতিৰ কিবা এটাৰ বাহিৰে একো নাথাকে; আৰু ই সেই অবয়ব বিশিষ্টই নহয়, আনি যাক শূন্য—আকাশ বোলোঁ সিও ইয়াত থাকে।" (*The Principles of Philosophy* Vetch's E.T. Everyman's Library, Pp. 203-204.)

* পৃঃ ৩০০: See A. E. Taylor : Socrates Pp. 165 (1932); Dorothey M. Emmet : Whitehead's Philosophy of the Organism (1932).

---